# আসাম-বন্ধু

১৮৮৫—১৮৮৬

ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰদ্বাৰা সম্পাদিত

একত্ৰ সংকলনৰ সম্পাদক

ড° নগেন শইকীয়া



অসম প্ৰকাশন পৰিষদ

গুৱাহাটী - ৭৮১ ০২১

**ASSAM BANDHU** : A monthly paper devoted to Assamese language, literature and culture, edited and published by Gunabhiram Barua in 1885-1886, compiled and re-edited by Dr. Nagen Saikia, and published by Laxmi Nath Tamuly IAS, Secretary, Publication Board Assam, Guwahati 781 021, Assam, India.
Second Edition, December 2003. Price Rs. : 150.00



প্ৰকাশক
লক্ষ্মীনাথ তামুলী আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী - ৭৮১ ০২১

প্ৰথম প্ৰকাশ : জুন ১৯৮৪
দ্বিতীয় প্ৰকাশ : ডিছেম্বৰ ২০০৩

মূল্য : ১৫০.০০ টকা

মুদ্ৰক
হেমকোষ প্ৰিণ্টাৰ্ছ
জু-নাৰেঙ্গী তিনিআলি, গুৱাহাটী-৭৮১ ০২১

# সচিবৰ ভূমিকা

১৯৫৮ চনতে প্ৰতিষ্ঠাপিত অসমৰ জাতীয় অনুষ্ঠান অসম প্ৰকাশন পৰিষদে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিলৈ অনেক মূল্যবান অৱদান আগবঢ়াইছে। পৰিষদে আৰ্থিক লাভালাভলৈ আওকাণ কৰি আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ ৰচনাৰাজি একত্ৰে সঙ্কলন— যথা, গোহাঞিবৰুৱা ৰচনাৱলী, জ্যোতিপ্ৰসাদ ৰচনাৱলী, ফণী শৰ্মা ৰচনাৱলী, বাণীকান্ত ৰচনাৱলী, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, লম্বোদৰ বৰা ৰচনাৱলী, ভোলানাথ দাস ৰচনাৱলী আদিৰ উপৰিও সাহিত্যিক-ৰাজনীতিক গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আদিসকলৰ সমগ্ৰ ৰচনা প্ৰকাশ কৰি অসমীয়া বুদ্ধিসত্তা আৰু বৌদ্ধিক জগতত এক আলোড়নৰ সৃষ্টি কৰিছে। ঠিক একেদৰে বিশ্ববিশ্ৰুত মহাত্মা গান্ধী, জৱহৰলাল নেহৰু, ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ, ৰাস্কিন, ৰাছেল, ৰবীন্দ্ৰনাথ আদিৰ লেখীয়া মনীষীসকলৰ চিন্তা-ভাবনা প্ৰকাশক গ্ৰন্থৰ প্ৰকাশৰদ্বাৰা অসমীয়া পাঠকৰ মানসিক দিগন্ত বিস্তৃত-বিধৌত কৰাত সহায় কৰিছে। অসমৰ প্ৰাচীন বুৰঞ্জী অধ্যয়নৰ দিশতো অসম প্ৰকাশন পৰিষদ এক বলিষ্ঠ ভূমিকাত অৱতীৰ্ণ হৈছে। ড° মহেশ্বৰ নেওগৰ প্ৰাচ্য-শাসনাৱলী, ড° ডিম্বেশ্বৰ শৰ্মাৰ কামৰূপ-শাসনাৱলী, হিতেশ্বৰ বৰবৰুৱাৰ আহোমৰ দিন, গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী, পদ্মনাথ গোহাঞিবৰুৱাৰ অসমৰ বুৰঞ্জী, ড° হেৰম্বকান্ত বৰপূজাৰীৰ দ্য কম্প্ৰিহেনচিভ হিষ্ট্ৰি অব আচামকে ধৰি বুৰঞ্জী বিষয়ক গ্ৰন্থ প্ৰকাশ কৰি পৰিষদে বুৰঞ্জী ৰচনাৰ ধাৰাবাহিকতা অটুট ৰাখিছে। এই দিশত এক বলিষ্ঠ সংযোজন হ'ল অসমৰ প্ৰথম আলোচনী অৰুনোদই, আসাম বন্ধু আৰু মৌৰ একত্ৰ সঙ্কলন।

বৈষ্ণৱ যুগৰ অৱদান বিষয়ক গ্ৰন্থ— সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল, সত্ৰ-সঙ্গীতৰ স্বৰলেখা, কীৰ্তন-ঘোষা আৰু নাম-ঘোষা ; প্ৰাচ্য-পাশ্চাত্যৰ ৰামায়ণ, মহাভাৰত, ইলিয়াদ, ওডিছী আৰু ইনীদৰ দৰে ধ্ৰুপদী মহাকাব্যৰ প্ৰকাশনক আমাৰ পাঠক সমাজে সাদৰেৰে আঁকোৱালি লৈছে।

ভাৰতীয় পৰম্পৰাৰ পঞ্চতন্ত্ৰ, হিতোপদেশ, কথা-সৰিৎ সাগৰ ; বিশ্ব-সাহিত্যৰ অজান দেশত এলিচ আদি এক সংখ্যক প্ৰখ্যাত শিশু-গ্ৰন্থ আৰু জনপ্ৰিয় বিজ্ঞান বিষয়ক পুথিৰে অসম প্ৰকাশন পৰিষদে ভাষা-সাহিত্যৰ প্ৰচাৰ-প্ৰসাৰত সততে অৰিহণা যোগাই আহিছে।

কিন্তু অসম প্ৰকাশন পৰিষদৰ দৰে জাতীয় অনুষ্ঠান এটাৰ পৰা ইতিমধ্যে প্ৰকাশিত অনেক দুৰ্মূল্য আৰু দুষ্প্ৰাপ্য গ্ৰন্থ বছৰ বছৰ ধৰি প্ৰকাশ নোহোৱাকৈ থকাত গ্ৰন্থ-আগ্ৰহী সমাজ গ্ৰন্থ-অধ্যয়নৰ পৰা বিৰত থাকিব লগাত পৰিছে। সেয়েহে আমি এই ২০০৩ বৰ্ষতে প্ৰায় কুৰিখন গ্ৰন্থ পুনঃ মুদ্ৰণ কৰি পাঠকসমাজলৈ আগবঢ়ালো। আশা কৰিছো, পঢ়ুৱৈ সমাজে প্ৰকাশন পৰিষদৰ গ্ৰন্থ পূৰ্ব্ববৎ আগ্ৰহেৰে আদৰি ল'ব।

লক্ষ্মীনাথ তামুলী আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
ডিচেম্বৰ, ২০০৩

# পাতনি

অসমীয়া সংবাদ-সাহিত্যৰ পৰম্পৰা যথেষ্ট সমৃদ্ধিশালী। প্ৰায় ডেৰশ বছৰ আগৰ পৰাই বিভিন্ন সংবাদপত্ৰ আৰু কাকত-আলোচনীয়ে অসমীয়া সমাজ আৰু সাহিত্যক প্ৰভাৱিত কৰি আহিছে। আনকি অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনৰ ক্ৰান্তিকাৰী যুগৰ সৈতেও অসমীয়া কাকত-আলোচনী কিছুমানৰ নাম সম্পৃক্ত হৈ আছে। 'অৰুণোদই', 'জোনাকী', 'বাঁহী', 'আৱাহন' আদি আলোচনীয়ে এচাম নতুন চিন্তা-আদৰ্শৰ বাৰ্তা বহনকাৰী সাহিত্যিক আৰু চিন্তাবিদৰ ৰচনাসমূহ একো একোটা যুগকে সূচায়। সেয়েহে, আধুনিক অসমীয়া সাহিত্য প্ৰধানভাৱে আলোচনী-কেন্দ্ৰিক বুলি কলেও নিশ্চয় অত্যুক্তি কৰা নহব।

অসমীয়া আলোচনীৰ পথিকৃৎ স্বৰূপ 'অৰুণোদই' কাকত প্ৰকাশৰ প্ৰায় দুকুৰি বছৰ পিছত ১৮৮৫ চনত গুণাভিৰাম বৰুৱাৰ (১৮৩৯-১৮৯৪) সম্পাদনাত 'আসাম বন্ধু' নামৰ মাহেকীয়া আলোচনীখন কলিকতাৰ পৰা প্ৰকাশ পাইছিল। অসমৰ প্ৰথম বুৰঞ্জীমূলক প্ৰবন্ধৰ লেখক আৰু প্ৰথম অসমীয়া সামাজিক নাটক 'ৰাম-নৱমী'ৰ ৰচয়িতা গুণাভিৰাম বৰুৱা সম্পাদিত এই আলোচনীত বিভিন্ন সামাজিক বা-বাতৰিৰ উপৰিও অসমৰ সাহিত্য, বুৰঞ্জী তথা সমাজৰ নৈতিকতা সম্পৰ্কীয় অনেক কথা প্ৰকাশ পাইছিল। সৰহৰ জোখেৰে যোল মাহ কাল জীয়াই থকা 'আসাম-বন্ধু'য়ে তদানীন্তন অসমীয়া সমাজত প্ৰভূত প্ৰভাৱ বিস্তাৰ কৰিছিল। বিশেষ কোনো আলোড়নকাৰী যুগৰ সৃষ্টি নকৰিলেও এই আলোচনীয়ে অসমীয়া আলোচনী সাহিত্যৰ ক্ষেত্ৰত এক ৰুচিৰ গৌৰৱ-স্বাক্ষৰ ৰাখি থৈ গৈছে। বিশেষকৈ গুণাভিৰাম বৰুৱাৰ সংস্কাৰকামী মনোভাৱ আৰু স্বদেশ হিতৈষিতাৰ সুন্দৰ প্ৰকাশ ঘটিছিল 'আসাম-বন্ধু'ৰ জৰিয়তে। প্ৰাক্-ৰোমাণ্টিক যুগৰ অসমীয়া লেখক আৰু চিন্তাবিদসকলৰ ৰচনা আৰু ভাৱধাৰাৰ বাহক স্বৰূপেও 'আসাম-বন্ধু'য়ে আগবঢ়োৱা বৰঙণি বিশেষভাৱে উল্লেখযোগ্য।

অসমীয়া ভাষাৰ প্ৰথম মাহেকীয়া সাহিত্য আলোচনীৰূপে স্বীকৃত 'আসাম-বন্ধু'ৰ ঘোষিত আদৰ্শ আছিল—'ন চ জ্ঞানাৎ পৰং বন্ধুঃ'। ড° নগেন শইকীয়াদেৱে এই বহুমূলীয়া আলোচনীৰ সম্পূৰ্ণ চৈধ্যটা সংখ্যা গ্ৰন্থাকাৰে সংকলন আৰু সম্পাদনা কৰি দি আমাক কৃতজ্ঞ আৰু অনুগৃহীত কৰিলে। তেখেতলৈ আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

গুণাভিৰাম বৰুৱাৰ নাতি আৰু জ্ঞানদাভিৰাম বৰুৱাৰ পুত্ৰ স্বৰ্গত মনোভিৰাম বৰুৱাই 'আসাম-বন্ধু'ৰ কপিবোৰ যতনেৰে ৰক্ষা কৰিছিল। তেওঁৰ পত্নী শ্ৰীমতী জনমনো বৰুৱাই সংখ্যাবিলাক গ্ৰন্থাকাৰে প্ৰকাশ কৰিবলৈ দি অসমবাসীৰ কৃতজ্ঞতাৰ পাত্ৰ হৈছে।

'আসাম-বন্ধু'ৰ এই গ্ৰন্থৰূপ সুধীসমাজৰ দ্বাৰা সমাদৃত হ'লে আমাৰ শ্ৰম সাৰ্থক হ'ব।

চন্দ্ৰপ্ৰসাদ শইকীয়া

জুন, ১৯৮৪

# ভূমিকা

## ঊনবিংশ শতিকাৰ পটভূমিত গুণাভিৰাম বৰুৱা আৰু আসাম-বন্ধু

### প্ৰাক্‌কথন :

অসমে ৰাজনৈতিক আৰু সাংস্কৃতিকভাৱে নৱজন্ম লাভ কৰিলে ঊনবিংশ শতিকাত। আধুনিক অসমীয়া ভাষা আৰু সাহিত্যইও ইয়াৰ প্ৰথম স্তৰ বিকাশ লাভ কৰিলে এই শতিকাতে। অসমৰ সামাজিক জীৱনত এই শতিকাত ঘটা আকস্মিক আৰু ধাৰাবাহিক সাজ-সলনিয়ে আৰু নতুন বুদ্ধিজীৱী শ্ৰেণীৰ গঢ়ে আধুনিক ভাষা আৰু সাহিত্যৰ বিকাশৰ অৰ্থেও পটভূমি ৰচনা কৰি দিলে। পটভূমি ৰচিত হোৱালৈকে প্ৰথম দীঘলীয়া সময়ছোৱা আছিল ভাষা আৰু সাহিত্যৰ বাবে সংকটৰ সময়।

## আধুনিক অসমীয়া সাহিত্যৰ যুগ-বিভাগ

মোৱামৰীয়া বিদ্ৰোহ, ভূমিকম্প আৰু মানৰ আক্ৰমণত দিশহাৰা হোৱা অসম ১৮২৬ খ্ৰীষ্টাব্দত ইষ্ট ইণ্ডিয়া কোম্পানিৰ হাতলৈ যোৱাৰ পিছৰ দুটা দশক অসমীয়া ভাষাৰ বাবে ঘন-আঁধাৰী স্বৰূপ। ইয়াৰ পিছৰ সময়ছোৱা (১৮৪৬-৭৩) 'অৰুণোদই'ৰ যুগ বা অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠাৰ যত্নৰ সময়; আধুনিক অসমীয়া ভাষা-সাহিত্যৰ পৰৱৰ্তী অধ্যায়টোক (১৮৭৩-১৮৮৮) ক'ব পাৰি আধুনিক অসমীয়া ভাষাৰ সাহিত্যিক-প্ৰতিষ্ঠাৰ সময় বা হেমচন্দ্ৰ-গুণাভিৰামৰ সময়; আৰু ঊনবিংশ শতিকাৰ শেষৰ পৰা বিংশ শতিকাৰ চতুৰ্থ দশকলৈ ব্যাপ্ত (১৮৮৯-১৯৪০) সময়ছোৱাক আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম পৰ্বৰ বিস্তাৰৰ সময় বা বেজবৰুৱাৰ যুগ বুলিব পাৰি।

উল্লিখিত প্ৰতিটো যুগে আধুনিক অসমীয়া ভাষা আৰু সাহিত্যৰ বিকাশৰ ঐতিহাসিক পটভূমিৰ বৈশিষ্ট্যৰ প্ৰতি নিৰ্দেশ কৰে। এই পটভূমি আছিল ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনৰো পটভূমি। ব্ৰিটিছ শক্তিৰদ্বাৰা অসম-অধিগ্ৰহণৰ ঘটনা অসম-ইতিহাসৰ সকলোতকৈ গুৰুত্বপূৰ্ণ ঘটনা।

## ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থা

ইয়াণ্ডাবু সন্ধিৰ আগে আগে ১৮২৪ খ্ৰীঃত ইষ্ট ইণ্ডিয়া কোম্পানিৰ হুকুমতে প্ৰচাৰ কৰা ঘোষণা-পত্ৰত [1] যদিও অসমত শান্তি প্ৰতিষ্ঠা কৰি তেওঁবিলাক ঘূৰি যাব

---

[1] সূৰ্যকুমাৰ ভূঞা, Anglo-Assamese Relations, পৃষ্ঠা ৫২৫। এই ঘোষণা-পত্ৰৰ বঙলা তৰ্জমা এটি শ্ৰীৰামপুৰৰ পৰা প্ৰকাশিত 'সমাচাৰ দৰ্পণ' (১৭ এপ্ৰিল, ১৮২৪) ত ওলাইছিল।

বুলি কৈছিল, বার্য্য বৰ্মাৰ লগত ইংৰাজবুত হোৱা সন্ধিৰ পিছত ভেওঁবিলাকে খোপনি পুতিছে বহিল। পিছত মণিৰাম দেৱানে ধিলুৰ চাহাবৰ দিয়া এক্লাত সেইবাবে আয় 'বাঘৰ পেটৰ মাংস' যোৱা বুলি সঠিকভাৱেই বক্রোক্তি কৰিছিল।[২]

ঔপনিবেশিকতাবাদী আৰু পুঁজিবাদী চৰিত্ৰৰ নতুন স্বৰূপে প্ৰবৰ্তন কৰা নতুন প্ৰশাসনীয় ব্যৱস্থা অসমৰ জনসাধাৰণ আৰু পুৰণি বা-বিষয়াসকলৰ কাৰণে আছিল আচহুৱা। পুৰণি বা-বিষয়াসকলক সন্তুষ্ট কৰিবলৈ, বিশেষকৈ ১৮২৮ খ্ৰীষ্টাব্দত গধৰ কোঁৱৰৰ নেতৃত্বত হোৱা আৰু ১৮৩০ খ্ৰীষ্টাব্দত ধনঞ্জয় বৰগোহাঁই আৰু পিয়লি ফুকনৰ নেতৃত্বত হোৱা বিদ্ৰোহৰ পিছত, নতুন প্ৰশাসনীয় বিষয়-বাব দি নিযুক্ত কৰিলেও স্বৰূপে ভেওঁবিলাকক অকাৰ্য্য আৰু ক্ষমতাহীন বিবেচনা কৰি প্ৰশাসনৰ সকলো স্তৰৰ পৰা বাহিৰ আছিল।[৩] পুৰণি পাইক-প্ৰথা বাতিল কৰি নতুন খাজনা পদ্ধতি প্ৰবৰ্তন কৰাৰ ফলস্বৰূপে আৰু বিনিময় প্ৰথাৰ সলনি মুদ্ৰা-ভিত্তিক অৰ্থনীতি প্ৰয়োগ কৰাৰ ফলস্বৰূপেও অসমৰ জনসাধাৰণ আচহুৱা আৰু অসুবিধাজনক অৱস্থাৰ সন্মুখীন হৈছিল। টকাৰে দিবলগীয়া কৰ প্ৰবৰ্তনৰ ফলত সেই সময়ৰ মূল্যত দুটকাৰ পৰা তিনিটকা মূল্যৰ ধান উৎপন্ন হোৱা এপূৰা মাটিৰ খাজনা দিবলগীয়া হৈছিল এটকা চাৰি অনা।[৪] লওৱা-দিকচৌ আৰু খাত-পাম হেৰুওৱা বা-বিষয়া,[৫] পিছিৰত হেৰুওৱা বন্দী-বেটী[৬] আৰু মুদ্ৰা-ভিত্তিক অৰ্থনীতি আৰু কৰৰ হেঁচাত ভুকলা হোৱা জনসাধাৰণ, এই সকলোৰে বাবেই জীৱাই থকাটো হৈ উঠিল ডাঙৰ সমস্যা। কাৰণ ব্যৱহাৰে সাধাৰণ মানুহৰ অৱশিষ্ট শক্তি আৰু ক্ষমতাও নাইকিয়া কৰিলে। দেখা যায় পুঁজিবাদী

---

২ মণিৰাম দেৱানে ব্যৱহাৰ কৰা বাক্যাংশৰ ইংৰাজী অৰ্থ মিলছৰ প্ৰতিবেদনত সন্নিবিষ্ট কৰা হৈছিল এনেভাৱে— We are just now, as it were, in the belley of a tiger. (দ্ৰ° মিলছৰ প্ৰতিবেদন, দ্বিতীয় খণ্ড, ভূপৰিশিষ্ট K. B. পৃ. lxv.)

৩ দ্ৰ: B. P. C., 10 June, 1831, No. 51 ; Mills' Report, Appendix K. B. পৃ. lxvii.

৪ আনন্দৰাম ঢেকিয়াল ফুকন, "Observations on the Administration of the province of Assam, in Plea for Assam and Assamese, পৃ: ৭৩

৫ মণিৰাম দেৱানৰ এক্লা, পূৰ্বোল্লিখিত।

৬ নিৰ্মল কুমাৰ বৰুৱা, David Scott in North-East India, পৃ ১৬৩

চৰকাৰে কানিক ৰাজহ সংগ্ৰহৰ অন্যতম উপায় স্বৰূপে প্ৰয়োগ কৰিবলৈ ধৰিলে।[৭]

ব্ৰিটিছে অসম দখল কৰাৰ পিছত মানৰ অত্যাচাৰৰ পৰা দেশ ৰক্ষা পৰিল হয়, কিন্তু নতুন প্ৰশাসনীয় আৰু ৰাজহ-ব্যৱস্থাৰ হেঁচাত হেলেদি-ভেৰেদি হৈ বহু জনসাধাৰণ[৮] বিপন্ন হৈ পৰিল। এনে এটা অৱস্থাত ব্ৰিটিছ প্ৰশাসক আৰু বঙালী সহযোগীসকল হৈ পৰিল অসমৰ জনসাধাৰণৰ হৰ্তাকৰ্তা। আনহাতে নতুন প্ৰশাসন আৰু ৰাজহ ব্যৱস্থাই জন্ম দিলে সমাজত নতুন শ্ৰেণী-গাঁথনি।

## নতুন সামাজিক গাঁথনিৰ প্ৰৱৰ্তন: নতুন শ্ৰেণীৰ পত্তন

নতুন প্ৰশাসনীয় ব্যৱস্থাৰ ফলত সৃষ্টি হ'ল কমিছনাৰ, ছিনিয়ৰ এছিষ্টেণ্ট, চাব এছিষ্টেণ্টছ, প্ৰিন্সিপাল সদৰ-আমিন, সদৰ-আমিন, মুন্সিফ আদি ওপৰ শ্ৰেণীৰ বিষয়া আৰু কাৰ্যালয়বিলাকৰ সহকাৰীৰ পৰা চাপ্ৰাচীলৈকে বিভিন্ন স্তৰৰ নিম্ন পদৰ কৰ্মচাৰী।[৯]

নতুন ৰাজহ ব্যৱস্থাই সৃষ্টি কৰিলে মৌজাদাৰ, চৌধুৰী, তালুকদাৰ, জমিদাৰ, কাকতি, চমুৱা, মণ্ডল আৰু টেকেলালৈকে বিভিন্ন স্তৰৰ বিষয়াৰ। ৰাজহ সংগ্ৰহৰ বাবে এই শ্ৰেণীবিলাকে কৰা অত্যাচাৰে পৰৱৰ্তী সময়ছোৱাত জনসাধাৰণৰ কঁকাল ভাঙিছিল।[১০] মানৰ আক্ৰমণৰ পিছত অসমৰ জনসংখ্যাও যথেষ্ট কম পোৱা হৈছিল। ১৮৩৫ চনত জনসংখ্যা আছিল ৭,৯৯,৫১৯ জন। অসমত আনুষ্ঠানিক শিক্ষা-পদ্ধতিও গঢ়ি উঠা নাছিল আৰু সেইবাবে উচ্চশিক্ষিত বিষয়-বাব-বোৰত অসমীয়া মানুহ নিযুক্ত হোৱাৰ সুযোগো প্ৰায় নাছিলেই। আধুনিক অৰ্থত জাতীয়-চেতনা বা সাংস্কৃতিক-চেতনাও গঢ় লৈ উঠা নাছিল। এনে এটা অৱস্থাৰ পৰিপ্ৰেক্ষিতত অসমীয়া মানুহৰ মনত এক হীনমন্যতাবোধ জন্ম হোৱাটো আছিল স্বাভাৱিক পৰিণতি। যদিও পৰম্পৰাগত পদ্ধতিত সত্ৰত আৰু ৰাজঘৰতো পুথি পদ-পুথি ৰচনাৰ ৰীতি ক্ষীণকৈ হ'লেও অনুসৃত হৈ আছিল, যদিও দুতিনাম হাকিমা আৰু বিশ্বেশ্বৰ বৈদ্যাধিপে পদ্যত বুৰঞ্জী ৰচনা কৰিছিল এই সময়তো, আৰু যদিও "বদন বৰফুকনৰ গীত"ৰ দৰে মালিতা এই সময়তে কোনোবা অজ্ঞাত কবিয়ে ৰচনা কৰিছিল, তথাপি ব্ৰিটিছ শক্তিৰ আগমনৰ আৰু ক্ষমতা-দখলৰ প্ৰথম দুটা দশকত অসমীয়া ভাষা আৰু সাহিত্য মৰ্যাদা-ভ্ৰষ্ট অৱস্থালৈ পৰ্যবসিত হ'ল।

---

৭ ১৮৯৩ খ্ৰীষ্টাব্দত কানিৰ পৰা সমগ্ৰ ভাৰতবৰ্ষত ইংৰাজ চৰকাৰে লাভ কৰা ৰাজহৰ পৰিমাণ আছিল বাৰ্হি লাখ টকা আৰু ইয়াৰ এক চতুৰ্থাংশ পাইছিল কেৱল অসমৰ পৰা।
Indian Opium Commission, 1893, পৃ. ২

৮ E.A. Gait, A History of Assam, পৃ. ৩৫১

৯ E.A. Gait, পূৰ্বোল্লিখিত গ্ৰন্থ, পৃ. ৩৮৩

১০ হেৰম্বকান্ত বৰপূজাৰী, Assam in the Days of Company, প্ৰথম সংস্কৰণ, পৃ. ২০৪;
Mills' Report, পৃ. ১৭

# অসমীয়া মানুহৰ হীনতাবোধ আৰু বঙালী ভাষাৰ অনুপ্ৰৱেশ

শ্ৰীৰামপুৰৰ ব্ৰিটিছ মিছনেৰি ড: উইলিয়াম কেৰিয়ে ১৮১৩ খ্ৰীষ্টাব্দত অসমীয়া ভাষাত "ধৰ্মপুস্তক" বাইবেল ছপাই উলিয়ালে যদিও ই জনা-বুজা অসমীয়াসকলৰ মনতো বেখাপাত কৰিছিল বুলি ভাব নহয়। বৰং ইংৰাজ প্ৰশাসক আৰু বঙালী সহযোগীসকলক নিজতকৈ উচ্চতৰৰ বুলি কৰা বিবেচনাই তেওঁবিলাকৰ মনত নিজৰ ভাষা আৰু সংস্কৃতি সম্পৰ্কেও হীনতাবোধ জগাই তুলিলে। অসমীয়া ভাষা আৰু জাতিৰ পুনৰ্বাসনৰ যুঁজৰ প্ৰথম অসমীয়া যুঁজাৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ পিতৃ হলিৰাম ঢেকিয়াল ফুকনে বঙালী ভাষাত ৰচনা কৰা আৰু ১৮২৯ খ্ৰীষ্টাব্দত প্ৰকাশ কৰা "আসাম বুৰঞ্জি" এনে মানসিকতাৰে এটি দৃষ্টান্ত বুলিব পাৰি। মণিৰাম দেৱানে ৰচনা কৰা "বুৰঞ্জি বিবেক-ৰত্ন"ৰো[১১] ভাষা বঙলুৱা, কেৱল উদ্ধৃতিবিলাকহে পুৰণি বুৰঞ্জীৰ অসমীয়া ভাষাৰ। এতেকে, ব্ৰিটিছ প্ৰশাসনৰ কথা দূৰতে থাকক, অসমীয়া গণ্য-মান্যসকলৰ মনতে অসমীয়া ভাষাৰ প্ৰতি থাকিবলগীয়া সচেতনতা নাছিল। এনে অৱস্থাৰ পটভূমিত, ডেভিদ্ স্কটৰ আগ্ৰহত শ্ৰীৰামপুৰ মিছনৰ পৰা ১৮২৯ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহত অসমত প্ৰথম মিছন পাতিবলৈ অহা James Rae ই[১২] ১৮৩০ খ্ৰীষ্টাব্দত ১২ জন ছাত্ৰৰে গুৱাহাটীত আৰম্ভ কৰা অসমৰ প্ৰথম স্কুলখনত অসমীয়া ভাষাত একমাত্ৰ বাইবেলখনৰ বাহিৰে কোনো ছপা পুথি নথকাত অসমীয়া ভাষা বিষয় হিচাপে শিকোৱাৰ পৰিবৰ্তে বঙালী ভাষা বিষয় হিচাপে শিকাবলৈ ল'লে।[১৩] অৱশ্যে স্কুলখন বেছিদিন নচলিল, কিন্তু ১৮৩৮ খ্ৰী:ত আমেৰিকান বেপ্টিষ্ট মিছনৰ হাতত 'মিছন' গটাই দিয়ালৈকে শ্ৰীৰামপুৰ মিছনৰ এই গুৱাহাটীয়া শাখাটো চলি আছিল। ইতিমধ্যে ১৮৩৬ খ্ৰী:ত এই মিছনত উইলিয়াম্ ৰবিন্সনে যোগ দিছিলহি আৰু কলিকতাত থাকি অহা ৰবিন্সনে ১৮৩৯ খ্ৰী:ত অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণখন[১৪] ৰচনা কৰিলেও বঙালী ভাষাৰ প্ৰতি

---

১১ "বুৰঞ্জী বিবেক ৰত্ন"ৰ মূল লিপি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা কাবোঁ-ৰাৰ হাত লাগি আঁতৰাৰ পিছত, এতিয়া সংৰক্ষিত প্ৰতিলিপি দ্ৰষ্টব্য।

১২ E. Daniel Potts ৰ British Baptist Missionaries in India, পৃ. ২৯

১৩ Serampore Periodical Accounts, No. 1, European Series, 1827-1834, পৃ. ১৭৮, ২৩৮, ৪০৭, ৬২২।

১৪ William Robinson ৰ ব্যাকৰণখনৰ নাম আছিল A Grammar of the Assamese Language.

পক্ষপাতিত্ব কৈ অসমীয়া ভাষাক বঙ্গীয় উপভাষা বুলি দেখুৱাবলৈ আৰু অসমৰ স্কুলত অসমীয়া ভাষাৰ ঠাইত বঙালী চলাবলৈ তেওঁৰ সকলো যৌক্তিক ক্ষমতা প্ৰয়োগ কৰিছিল।[১৫] ১৮৩৫ খ্ৰীঃত জেনকিন্স চাহাবৰ আগ্ৰহত প্ৰতিষ্ঠিত 'গুৱাহাটী ছেমিনাৰি'তো অসমীয়া ভাষা বিষয় হিচাপে শিকোৱাৰ কোনো ব্যৱস্থা নাছিল। কিন্তু ইয়েই অসমত আনুষ্ঠানিক শিক্ষাৰ যথাৰ্থ আৰম্ভণি ঘটালে। যদিও মেকলেই ভাৰতত ইউৰোপীয় পদ্ধতিৰ শিক্ষা-প্ৰৱৰ্তনৰ লক্ষ্য সম্পৰ্কে কৈছিল যে 'তেজ আৰু বৰণত ভাৰতীয়, কিন্তু ৰুচি, অভিমত, নীতিবোধ আৰু যৌক্তিক বিশেষত্ব কামৰ পৰা ইংৰাজ'[১৬] সৃষ্টি কৰাটো এই শিক্ষাৰ উদ্দেশ্য, তথাপি এই কথা স্বীকাৰ্য যে ই ভাৰতক এটা নতুন সভ্যতাৰ মাজলৈ লৈ গ'ল।

## মিছনেৰিসকলৰ আগমন

অসমৰ এই অন্ধকাৰ কালত, কলিকতাত থকা এজন প্ৰধাননীয় বিষয়া মি. ট্ৰেভেলিয়ানৰ যোগে পোৱা সেই সময় কৰিছিলাৰ জেনেৰেল জেনকিন্সৰ অনুৰোধ আৰু আগ্ৰহত শদিয়াত মিছন পাতিবলৈ আৰু ছপাশাল পাতিবলৈ বাৰ্মা মিছন আগবাঢ়ি আহিল।[১৭] "আমেৰিকান বেপ্টিষ্ট ফৰেইন মিছনেৰি ইউনিয়ন"ৰ নিৰ্দেশমতে, মিছনেৰি ৰেভা° নাথান ব্ৰাউন তেওঁৰ পৰিয়ালসহ আৰু ৰেভা° অলিভাৰ টি. কাটাৰে তেওঁৰ পৰিয়াল আৰু ছপাশালসহ, একেলগে ১৮৩৫ খ্ৰীঃৰ ২০ নৱেম্বৰত কলিকতাৰ পৰা নৌকা-যাত্ৰা কৰি, ১৮৩৬ খ্ৰীঃৰ ২৩ মাৰ্চত শদিয়াত ভৰি দিলেহি। তেওঁবিলাকৰ লগত যোগ দিবলৈ ১৮৩৬ খ্ৰীঃত আমেৰিকাৰ পৰা যাত্ৰা কৰি আহি ৰেভাৰেণ্ড ব্ৰন্সন ১৮৩৭ খ্ৰীঃৰ ৫ জুলাইত শদিয়াত উপস্থিত হ'লহি। মিছনেৰিসকলৰ এই আগমন আধুনিক অসমৰ ইতিহাসত সৰ্বতোভাবে গুৰুত্বপূৰ্ণ

---

১৫ দ্ৰঃ F.S. Downs, 'Missionaries and the Language Controversy in Assam' in the Journal of the University of Gauhati, Humanities, Vols. xvi-xvii.

১৬ H. Woodrow, Macaulay's Minutes on Education in India, 1842, পৃ. ১১৫।

১৭ William Gammel, A History of American Baptist Mission, পৃ. ২১১-২১২ ; Baptist Mission Magazine, Vol. XVI, পৃ. ২১ Calcutta Christian Observer, Vol. IV, 1835, পৃ. ৪০৯-৪১৫।

ঘটনা।[18] যদিও মিছনেৰিসকলে শ্যান ভাষা শিকি শদিয়াইদি বিশাল চীন-সাম্ৰাজ্যলৈ সোমোৱাৰ এটা মাত্ৰ ধাৰণা লৈ আহিছিল, শদিয়াত সত্ৰ পাতি লোৱাৰ লগে লগেই তেওঁবিলাকৰ সেই ধাৰণা সলনি হৈছিল, আৰু তেওঁবিলাকে অসমীয়া ভাষাৰ উপযোগিতা আৰু ব্যৱহাৰিক প্ৰয়োজনীয়তা সোনকালেই বুজি পাই নিজৰ কৰ্মপন্থা নিৰূপণ কৰি লৈছিল। ১৮৩৯ খ্ৰীঃত শদিয়াৰ মিছন খামটিসকলৰ দ্বাৰা আক্ৰান্ত হোৱাৰ পিছত, মিছনেৰিৰ সত্ৰ সেই খ্ৰীঃৰে মে' মাহত জয়পুৰলৈ স্থানান্তৰিত হ'ল। জয়পুৰো সকলো কালৰ পৰা সুবিধাজনক নোহোৱাত ১৮৪১ খ্ৰীঃত শিৱসাগৰলৈ মিছন স্থানান্তৰিত হ'ল আৰু সেই একে বছৰতে নগাঁও আৰু গুৱাহাটীতো মিছন স্থাপিত হ'ল। অৱশ্যে গুৱাহাটী-মিছন ১৮৪৩ খ্ৰী.ৰ পৰাহে সক্ৰিয় হৈ উঠিল।

১৮২৬ৰ পৰা ১৮৩৩ লৈ অসম ৰাজনৈতিক অস্থিৰতা, অৰ্থনৈতিক দুৰৱস্থা আৰু সামাজিক নিঃস্বতাৰ মাজত বুৰ গৈ থকাৰ পিছত পুৰন্দৰ সিংহক উজনি অসম খণ্ড মালৰখীকৈ দি কোম্পানিৰ চৰকাৰে সুস্থিৰতা আনিব বুলি অনেকে ভাবিছিল। কিন্তু কোম্পানিৰ কৰতলীয়া, পুতলা ৰজা পুৰন্দৰক খাঁতৰাই ১৮৩৮ খ্ৰীঃত কোম্পানিয়ে অসমক ব্ৰিটিছ-ভাৰতৰ অংশীভূত কৰি ল'লে। তদুপৰি, বেংগল-প্ৰেচিডেন্সিৰ ভিতৰুৱা কৰি লোৱা অসমৰ প্ৰশাসনো ফৰ্ট উইলিয়ামৰ পৰাই সকলো প্ৰকাৰে নিয়ন্ত্ৰিত হ'বলৈ ধৰিলে। এই সময়লৈকে অসমত কোম্পানিৰ প্ৰশাসন কি ভাষাৰে চলিছিল? ১৮৫৬ খ্ৰীষ্টাব্দত আনন্দৰাম ঢেকিয়াল ফুকনে A Native ছদ্মনামত লিখা "A Few remarks on the Assamese Language and on vernacular Education in Assam" গ্ৰন্থত লিখিছিল যে 'যোৱা দহ-বাৰ বছৰৰ ভিতৰত' বেংগলী ভাষাক অসমৰ স্কুলত স্থানীয় ভাষা হিচাপে শিকোৱা

১৮ মিছনেৰিসকলৰ বিষয়ে E. W. Brown ৰ The Whole World Kin, (1890), V.H. Sword ৰ Baptists in Assam (1936), William Gammel ৰ History of American Baptist Mission (1850), E. Daniel Pottsৰ British Baptist Missionaries in India (1967), F.S. Down ৰ The Mighty Works of God (1969), ১৮৮৬ খ্ৰীঃৰ The Assam Mission Golden Jubilee Volume আদি গ্ৰন্থ উপৰিও ড. হেৰম্বকান্ত বৰপূজাৰীৰ Assam in the Days of Company (1963) আৰু "আমেৰিকান মিছনেৰিসকল আৰু ঊনবিংশ শতিকাৰ অসম" (১৯৮৩) ড: বাণীকান্ত শৰ্মাৰ "অসমীয়া ভাষা-সাহিত্যলৈ মিছনেৰিসকলৰ অৱদান" (১৯৮১) আৰু ড: মহেশ্বৰ নেওগৰ "অৰুণোদইৰ ধলফাট"ৰ ভূমিকা (১৯৬৪) আৰু "অৰুণোদই" (১৮৪৬-১৮৫৪)ৰ একত্ৰ সংকলনৰ (১৯৮৩) সুদীৰ্ঘ ভূমিকাই প্ৰায় সকলো প্ৰকাৰৰ সংবাদ সামৰিছে।

হৈছে।[১৯] আনহাতে ১৮৩৭ খ্ৰীঃৰ ২৯ নং আইন অনুসৰি বেংগলত চৰকাৰী কাম-কাজত পাৰ্চী ভাষাৰ ঠাইত বঙলা প্ৰৱৰ্তন কৰা হয় আৰু অসমৰ প্ৰশাসনতো তেতিয়াৰ পৰাই বঙলা চলোৱা হয়। এতেকে, ফুকনৰ প্ৰসংগটোৱে প্ৰশাসনক নহয় স্কুলকহে সামৰিছে, আৰু সম্ভৱতঃ চল্লিছৰ দশকৰ পৰাই সেই কাম আৰম্ভ হৈছে। কিন্তু ১৮৩৭ খ্ৰীঃ পৰ্যন্ত অসমৰ প্ৰশাসন একে আগৰ ভাষাৰে চলিছিল বোলা টান।

## বঙলা ভাষাৰ ভেটি সুদৃঢ়কৰণ

অসমীয়া না-বিষয়া বিষয়াসকলক নিযুক্ত কৰা হৈছিল তেওঁবিলাকৰ বাবে বঙলা আছিল আচহুৱা আৰু ত্ৰিছৰ দশকৰ পৰা বেংগলৰ পৰা আমদানি কৰা কৰ্মচাৰীসকলৰ বাবে অসমীয়া আছিল আচহুৱা। যদিও ড: দেৱকান্ত বৰপূজাৰীয়ে B.P.C., 1830, April 30, Nos. 65-66 ৰ প্ৰতি নিৰ্দেশ কৰি কৈছে যে ১৮৩১ খ্ৰীঃৰ এপ্ৰিলত বেংগল চৰকাৰে অসমৰ কাছাৰীৰ ভাষা পাৰ্চীৰ ঠাইত (ড. বৰপূজাৰীৰ মতে ইংৰাজে পাৰ্চীকে প্ৰথমে আহি প্ৰৱৰ্তন কৰি লৈছিল) বঙলা ভাষা প্ৰৱৰ্তন কৰিলে[২০] তথাপিও এই নিৰ্দেশে অসমৰ নামনি খণ্ডকহে সামৰিব পাৰে, কাৰণ, উজনি খণ্ডৰ সেই সময়ৰ ৰাজনৈতিক স্থিতি আছিল অস্থিৰ। কোনো বিধিবদ্ধভাৱে ঘোষণা নোহোৱাকৈ বেংগলৰ '৩১ খ্ৰীঃৰ আইন উজনি অসমত প্ৰয়োগ কৰাৰ সম্ভাৱনা নাছিল। সি যি কি নহওক, এটা মিশ্ৰিত ভাষা বা আধৰুৱা ভাষাই যে অসমৰ শাসন অধিকাৰ কৰিছিল, সেই সম্পৰ্কে সন্দেহ নাই। ইয়াৰ বিৰুদ্ধে মাত মাতিব পৰা মানুহো নাছিল আৰু অৱস্থাও নাছিল। ব্ৰিটিছ শক্তিৰ আগমনৰ পিছত যিটো প্ৰক্ৰিয়াৰ অনানুষ্ঠানিক আৰম্ভণি হৈছিল, '৩৭ খ্ৰী.ৰ আইনে তাক পূৰ্ণতা দিলে। এই পূৰ্ণতা দিয়াৰ বাবে কোম্পানিৰ চৰকাৰেই নিশ্চয় দায়ী, কিন্তু প্ৰশাসনত নিযুক্ত বাহিৰৰ পৰা অহা সৰহসংখ্যক কৰ্মচাৰীৰ কোনো অভিমত নথিভুক্ত হৈ নাথাকিলেও তেওঁবিলাকৰ কোনো ভূমিকা নাছিল বুলি সিদ্ধান্ত কৰাটোও যুক্তিসংগত নহ'ব। ঢেকিয়াল ফুকনৰ মতে "The European Judges have always been found to understand the vernacular Assamese with greater facility than the Bengalee."[২১] যদি সেয়ে হয়, কাৰ স্বাৰ্থত, বঙলা ভাষা প্ৰৱৰ্তন কৰা হ'ল—এই প্ৰশ্নটি বিচাৰ্য।

---

১৯ মহেশ্বৰ নেওগ, Anandaram Dhekiyal Phukan : Plea for Assam and Assamese, পৃ. ১২৩।

২০ দেৱকান্ত বৰপূজাৰী, পূৰ্বোল্লিখিত গ্ৰন্থ, পৃ. ২২৬।

২১ ঢেকিয়াল ফুকনৰ এজাহাৰ, Mills' Report, Appendix J, পৃ. LIX; মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত গ্ৰন্থ, পৃ. ১১৮।

# মিছনেৰিসকলৰ অসমীয়া ভাষা চৰ্চা

মিছনেৰিসকল অসমীয়া ভাষাৰ এই দুৰৱস্থাৰ কালতে আহি পালেহি আৰু তেওঁবিলাকে ভৈয়ামৰ আৰু পাহাৰৰ সকলো লোকৰ বাবে থকা অসমীয়া ভাষাৰ ব্যৱহাৰিক প্ৰয়োজনীয়তাও অনুভৱ কৰিলে। উইলিয়ম কেৰিয়ে ১৮১৩ খ্ৰীঃত প্ৰকাশ কৰা বাইবেলৰ পিছত ১৮৩৬ খ্ৰীঃত শ্ৰীৰামপুৰ মিছনে প্ৰকাশ কৰা আৰু উজনি অসমত মিঃ জেমছ্ ৰে'ই বিতৰণ কৰা "বুঢ়ী আৰু ডেকা" নামৰ খ্ৰীষ্টীয় আখ্যানৰ পুস্তিকাৰ[২২] বাহিৰে অসমীয়া ভাষাত কোনো পুথি-পত্ৰ ছপা হোৱা নাছিল। আমেৰিকান মিছনেৰিসকলে শিৱসাগৰত আহি বছৰ পিছত এই বিষয়লৈ চকু দিলে আৰু শ্ৰীমতী কটাৰে Assamese Vocabulary and Phrases (১৮৪০) পুথিৰে অসমীয়া ভাষা-সাহিত্যৰ আধুনিক চৰ্চাৰ বাট কাটি দিলে।

ড. নাথান ব্ৰাওনৰ পত্নী শ্ৰীমতী এলিজা ব্ৰাওনৰ "গণনাৰ কথা" আৰু "সাধুকথা" এই দুখনিও সেই বছৰতে মিছন প্ৰেছত ছপা হৈ ওলায়। আনন্দৰাম ঢেকিয়াল ফুকনে A Few Remarks গ্ৰন্থত ১৮৫৫ খ্ৰী.লৈকে পোন্ধৰ বছৰত মিছনেৰিসকলে শিৱসাগৰ মিছন প্ৰেছত ছপা কৰি উলিওৱা প্ৰায় পঞ্চাছখনমান পুথিৰ তালিকা সন্নিবিষ্ট কৰিছে। স্কুলীয়া পাঠ্যপুথিৰ উপৰিও তেওঁবিলাকে কাশীনাথ তামুলী ফুকনৰ "আসাম বুৰঞ্জি" ১৮৪৪ খ্ৰীঃত প্ৰকাশ কৰি উলিয়ায়। ১৮৩৯ খ্ৰী.ত উইলিয়ম ৰবিন্সনে A Grammar of the Assamese Language লিখি উলিয়ালেও সেই ব্যাকৰণ তেওঁ লিখিছিল অসমত বেপাৰ কৰিবলৈ আহিব পৰা ইউৰোপীয় ব্যৱসায়ীসকলৰ সুবিধাৰ বাবেহে; কিন্তু ১৮৪৮ খ্ৰীঃত প্ৰকাশিত ড: ব্ৰাওনৰ ব্যাকৰণখন অসমীয়া ভাষা শিকাৰ বাবে তৈয়াৰ কৰা ব্যাকৰণৰ নিৰ্ভৰযোগ্য টোকা আছিল।[২৩]

ব্ৰাওন, ব্ৰন্সন প্ৰভৃতি মিছনেৰিসকল যদিও ধৰ্ম প্ৰচাৰাৰ্থে আহিছিল, তেওঁবিলাকে ধৰ্ম-প্ৰচাৰৰ উপৰি অসমীয়া ভাষাৰ হকে কাম কৰাটোও নিজৰ 'মিছন' হিচাপে গ্ৰহণ কৰিলে আৰু ইংৰাজ প্ৰশাসকৰ অবিচাৰত বঙলা ভাষাৰ গ্ৰাসত পৰা অসমীয়া ভাষাক উদ্ধাৰ কৰাৰ আৰু ইয়াৰ বিকাশ সাধন কৰাৰ লাগিব মূৰ পাতি ল'লে। তেওঁবিলাকে প্ৰতিষ্ঠা কৰা স্কুলত অসমীয়া ভাষা প্ৰৱৰ্তন কৰিলে আৰু

২২ Serampore Periodical Accounts, 1831, পৃ. ৬২২।

২৩ ব্ৰাওনৰ ব্যাকৰণখন প্ৰথমতে Grammatical Notices of the Assamese Language নামেৰে আৰু পিছৰ সংশোধিত সংস্কৰণত Grammatical Notes on the Assamese Language নামেৰে প্ৰকাশিত হয়।

অসমীয়া মানুহৰ মনত যি ভাষিক আৰু সাংস্কৃতিক হীনভাবোধ সোমাইছিল, তাক আঁতৰাবৰ বাবে আন্তৰিকভাৱে প্ৰয়াস কৰিলে।

## ভাষা-চেতনা আৰু জাতীয় চেতনাৰ জাগৰণ

১৮৪৬ খ্ৰীঃত আৰম্ভ কৰা মাহেকীয়া কাকত "অৰুণোদই সম্বাদপত্ৰ"ৰ যোগে আধুনিক অসমীয়া ভাষাৰ গঢ় দিয়াত আৰু অসমীয়া মানুহৰ মনত ভাষা-চেতনা গঢ়ি তোলাত যোগোৱা বৰঙণি কোনো মূল্যেৰে জুখিব পৰা বিধৰ নহয়। তদুপৰি এই কাকতেই বহিৰ্বিশ্বৰ লগত অসমীয়া মানুহৰ সম্পৰ্কৰ সেতু নিৰ্মাণ কৰি দিলে। অসমত সাংবাদিকতাৰ আৰম্ভণি, অসমীয়া ভাষাৰ নতুন গদ্যশৈলীৰ আৰম্ভণি, ধৰ্ম-নিৰপেক্ষ দৃষ্টিভংগীৰ প্ৰতিষ্ঠা, ভাষা-চেতনাৰ জাগৰণ, অসমবাসীৰ বুৰঞ্জী আৰু সংস্কৃতি অধ্যয়নৰ আৰম্ভণি, জ্ঞানৰ প্ৰসাৰণ, বিজ্ঞান-বিষয় জনপ্ৰিয় কৰাৰ যত্ন, নতুন সাহিত্যৰ বাবে বীজৰোপণ, সামাজিক দায়িত্ব সম্পৰ্কে সজাগতা সৃষ্টি আৰু খ্ৰীষ্ট-ধৰ্মৰ প্ৰচাৰ—এই দহভাগত "অৰুণোদইৰ" বৰঙণিৰ কথা ভগাই ল'ব পাৰি।

ভাষাৰ ভিত্তিত জাতীয়-চেতনাৰ জাগৰণ শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ পতনৰ এটি ঐতিহাসিক ফল। মিছনেৰিসকলে শিক্ষাৰ প্ৰসাৰ, শিক্ষিত শ্ৰেণীৰ পতন আৰু ভাষাৰ ভিত্তিত জাতীয় চেতনাৰ জাগৰণ ঘটোৱাত সমান বৰঙণি আগবঢ়াই গৈছে। আধুনিক অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ ৰূপো তেওঁবিলাকে দিছিল। পিছলৈ হেমচন্দ্ৰ বৰুৱাই ১৮৫৯ খ্ৰীঃত প্ৰকাশ কৰা প্ৰথম ব্যাকৰণখনেৰে অসমীয়া আখৰ-জোঁটনিক সংস্কৃত ভাষাৰ আদৰ্শৰ মাজলৈ বহু পৰিমাণে ঘূৰাই নিলে যদিও, আৰু মিছনেৰিসকলেও ১৮৬১ খ্ৰীষ্টাব্দৰ পৰা তেনে জোঁটনি ল'লে যদিও, কথিত ভাষাৰ বেছি ওচৰ চপা তেওঁবিলাকৰ নিজৰ সৰল আখৰ-জোঁটনিৰে ব্ৰন্সনে ১৮৬৭ খ্ৰীঃত প্ৰকাশ কৰা অসমীয়া ভাষাৰ প্ৰথম অভিধানখনিত ব্যৱহাৰ কৰাটো মনকৰিবলগীয়া কথা।[২৪] ব্ৰন্সনৰ "অসমীয়া-ইংৰাজি অভিধান"ৰ পাতনি 'আভাস'ত ব্যক্ত কৰা কথা কেইষাৰৰ মাজতে অসমীয়া ভাষাৰ প্ৰতি থকা তেওঁৰ গভীৰ প্ৰীতিৰ পৰিচয় ফুটি উঠিছে। সৰ্বাচলতে ব্ৰাউন-ব্ৰন্সন আদি মিছনেৰিসকলেই অসমীয়া মানুহৰ প্ৰাণত ভাষা-প্ৰীতি আৰু জাতি-প্ৰীতি জগাই তুলিলে। ১৮৪৬ খ্ৰীঃত আৰম্ভ কৰা "অৰুণোদই" পিছলৈ লেঙা-চোৰোকাকৈ হ'লেও ১৮৮০ খ্ৰীঃলৈকে চলি আছিল। ১৮৭৩ খ্ৰীঃত অসমীয়া ভাষাৰ পুনৰ্বাসনৰ বাবেও ব্ৰন্সনৰ দৰে মিছনেৰিবিলাকে যোগোৱা বৰঙণি স্মৰণীয় হৈ থাকিব।

---

২৪ অসম সাহিত্য সভাৰ যত্নত দ্বিতীয় অৱতৰণৰ পাণ্ডুলিপিসহে অভিধানখনিৰ অফছেট মুদ্ৰণ প্ৰকাশ কৰিছে (১৯৮৩)।

অসমীয়া ভাষা আৰু সাহিত্যৰ আৰু জাতীয় জীৱনৰ এই পটভূমিতে গুণাভিৰাম বৰুৱা, তেওঁৰ সাহিত্য-কৃতি আৰু তেওঁৰ দ্বাৰা সম্পাদিত আৰু প্ৰকাশিত "আসাম-বন্ধু"ৰ বিচাৰ কৰি চাব লাগিব। তদুপৰি, "আসাম-বন্ধু"ৰ বিচাৰ কৰোঁতে "অৰুনোদই" (১৮৪৬)ৰ পৰা "আসাম নিউচ" (১৮৮২-১৮৮৫) লৈকে অসমীয়া কাকত আৰু আলোচনীয়ে সৃষ্টি কৰা প্ৰৱাহটিৰ কথাও মনত ৰাখিব লাগিব। এই কথাও মনতে স্মৰণীয় যে পাশ্চাত্য আনুষ্ঠানিক শিক্ষা আৰু মিছনেৰিসকলে সৃষ্টি কৰা অসমীয়া জাতীয়-জাগৰণৰ লগত বংগৰ নৱজাগৰণৰ চৌৰেও আমাৰ বৌদ্ধিক পটভূমি নিৰ্মাণত অৰিহণা যোগাইছিল।

## ভাষাৰ পুনৰ্বাসনৰ কাল

"অৰুনোদই" (১৮৪৬-৮০) আৰু "জোনাকী" (১৮৮৯-১৮৯৫, ১৯০১-১৯০৩)ৰ মাজৰ সময়ছোৱা (১৮৭৩-১৮৮৮) আধুনিক অসমীয়া ভাষাৰ পুনৰ্বাসন আৰু সাহিত্যিক-প্ৰতিষ্ঠাৰ সময়। কলিকতা হাইকোৰ্টে ১৮৭২ খ্ৰীষ্টাব্দৰ ৬ মাৰ্চৰ ৮ নম্বৰ নিৰ্দেশেৰে অসমৰ ন্যায়-পালিকা আৰু ৰাজহৰ সকলো কাম-কাজ ১৮৩৭ খ্ৰীঃৰ ২৯ নং আইন অনুসৰি অসমীয়াত হ'ব বুলি আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ সাধাৰণ ভাষা অসমীয়া হ'ব বুলি ঘোষণা কৰাৰ পিছত ১৮৭৩ খ্ৰীঃৰ ১৯ এপ্ৰিলত বেংগল চৰকাৰৰ শিক্ষা বিভাগে অসমৰ স্কুলৰ পৰা বঙালী ভাষা আঁতৰাই অসমীয়া ভাষাক প্ৰতিষ্ঠা দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰিলে।[২৫] বেংগলৰ লেফ্‌টেনেণ্ট গভৰ্ণৰ জৰ্জ কেম্পবেলৰ আনুষ্ঠানিক নিৰ্দেশত এই দুয়োটা ঘোষণা আৰু সিদ্ধান্ত কাৰ্যকৰী হ'ল। এই ঘোষণাই এমুঠি শিক্ষিত অসমীয়াৰ বাবে পাঠ্য-পুথি ৰচনা কৰাৰ আৰু পাঠ্যপুথিৰ ভাষাক একেআগী ৰামাৰূপত গঢ়ি তোলাৰ গুৰুত্বপূৰ্ণ দায়িত্ব কঢ়িয়াই আনিলে। আনহাতে, আধুনিক অসমীয়া সাহিত্যৰ ভেটি স্থাপনৰ দায়িত্বও তেওঁবিলাকৰ বাবে অপেক্ষা কৰি থাকিল। তদুপৰি, সাধাৰণৰ মাজত কানিৰ ব্যাপক ব্যৱহাৰ আৰু 'কুলীন'ৰ মাজত বিধবাৰ দুৰৱস্থাৰ দৰে বিভিন্ন সামাজিক ব্যাধি আৰু কু-সংস্কাৰৰ বিপক্ষে যুঁজ দিয়াৰ দায়িত্বও এওঁৰ লোকৰ হ'ল। দেখা যায়, ভাষা-প্ৰীতি তথা জাতীয়-চেতনা, উদাৰ সংস্কাৰমুখিতা আৰু সামৰিক চেতনা—এই আটাইকেওটি বৌদ্ধিক বৈশিষ্টৰ প্ৰতি এমুঠি অসমীয়া শিক্ষিতৰ মন আকৃষ্ট হ'বলৈ ধৰিলে। এই সময়ছোৱাত অসমীয়া শিক্ষিতসকলৰ নেতৃত্ব দিবলৈ আগবাঢ়ি আহিল দুগৰাকী লোক : হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা। এই দুয়োগৰাকীৰ কাম আৰু ব্যক্তিত্বই সমকালীন অসমীয়া ভাষা আৰু সাহিত্যক

২৫ দ্ৰ., ডিম্বেশ্বৰ নেওগ, New Light on History of Asamiya Literature, পৃ. ৩৫২—৩৫৪।

বিশিষ্ট গদ্য দি যোৱাৰ বাবেই, “অৰুনোদই” আৰু “জোনাকী”ৰ মাজৰ এই গুৰুত্বপূৰ্ণ সময়ছোৱা “হেমচন্দ্ৰ-গুণাভিৰামৰ যুগ” ৰূপেও অসমীয়া সাহিত্যৰ ইতিহাসত চিহ্নিত হৈছে। আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম পৰ্বৰ বিস্তাৰৰ সময়ছোৱাৰ (১৮৮৯-১৯৪০) প্ৰায় প্ৰতিগৰাকী লেখকেই হেমচন্দ্ৰ আৰু গুণাভিৰামৰ নাম সশ্ৰদ্ধভাৱে উচ্চাৰণ কৰি গৈছে।[২৬] অৱশ্যেই ভাষাৰ গাঁথনিৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱা আছিল গৃহীত ব্যাকৰণৰ নীতিৰ ক্ষেত্ৰত কঠোৰ; কিন্তু গুণাভিৰাম বৰুৱা এই ক্ষেত্ৰত আছিল বহু পৰিমাণে উদাৰ। বেজবৰুৱাই নিজেই কৈছে যে “আসাম নিউজ” পঢ়ি তেওঁ অসমীয়া লিখা গদ্যৰ ফালে মন দিহে তেওঁ নিজৰ গদ্য-ৰীতি ঠিক কৰিছিল।[২৭] অৱশ্যে, “আসাম-বন্ধু”ৰ কৃতিত্বৰ কথাও বেজবৰুৱাই সপ্ৰশংসভাৱেহে উল্লেখ কৰি গৈছে।

আধুনিক অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাসত “হেমচন্দ্ৰ-গুণাভিৰাম”ৰ সময়ছোৱাই কেইটামান বৈশিষ্ট্যৰ পৰিচয় স্থাপন কৰি গৈছে। এই সময়ছোৱাতে (১) “অৰুনোদই”ৰ ভাষাৰ গাঁথনিৰ পৰা আৰু আখৰ-জোঁটনিৰ পদ্ধতিৰ পৰা অসমীয়া ভাষাই গঢ় লয় আৰু পৰৱৰ্তী সময়ৰ বাবে নিজৰ ৰূপ প্ৰতিষ্ঠা কৰি লয়; (২) অসমীয়া ভাষাৰ পুনৰ্বাসনৰ ফলত বিভিন্ন বিষয়ৰ পাঠ্যপুথি ৰচনা আৰু প্ৰকাশৰ দুৱাৰ মুকলি হয়; (৩) বংগৰ ব্ৰাহ্ম ধৰ্ম আৰু নৱ-জাগৰণৰ প্ৰভাৱে অসমীয়া শিক্ষিতৰ প্ৰাণতো সমাজ-চেতনাৰ আৰু সংস্কাৰমুখী মনোভাৱৰ জন্ম দিয়ে, (৪) ইংৰাজী সাহিত্যৰ লগত আৰু পাশ্চাত্য উদাৰ মানৱিকতাবাদী দৰ্শনৰ পুষ্ট হৈ গঢ় লোৱা নতুন বঙালী সমাজ আৰু সাহিত্যৰ লগত প্ৰতিষ্ঠা হোৱা সম্পৰ্কই নব্য সাংস্কৃতিক চিন্তাৰ আৰু সাহিত্য-ৰচনাৰ দুৱাৰ মুকলি কৰে, (৫) জাতীয় ভাব আৰু জাতীয় প্ৰীতিৰ মনোভাব সুদৃঢ় কৰি তোলে, আৰু (৬) এটা সমালোচনাত্মক দৃষ্টিভংগীয়ে গঢ় লৈ উঠে। আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা—দশমৰ মধ্য ঊনবিংশ শতিকাৰ এই ত্ৰিমূৰ্তিয়েই নকৈ গঢ় দিলে

---

২৬ (ক) বেজবৰুৱাই তেওঁৰ “মোৰ জীৱন-সোঁৱৰণ”ৰ পঞ্চম অধ্যায়তো গুণাভিৰাম বৰুৱা আৰু তেওঁৰ পৰিয়ালবৰ্গৰ বিষয়েই কেৱল লিখিছে। বেজবৰুৱাই তেওঁক “বুৰঞ্জী-বিজ্ঞ”, “সদানন্দময়”, “প্ৰণাম্য পুৰুষ স্বানন্দময়” বুলি কৈছে। (দ্ৰ. “বেজবৰুৱা-গ্ৰন্থাৱলী,” ২য় খণ্ড, পৃ ৭৩-৭৭)।

(খ) গোহাঞিবৰুৱায়ো তেওঁৰ “মোৰ সোঁৱৰণী”ত কৈছে যে সেইকালৰ ডেকা লেখকসকলৰ বাবে হেমচন্দ্ৰ আৰু গুণাভিৰাম এই দুগৰাকী প্ৰবীণ সাহিত্যিকেই আদৰ্শ আছিল। (দ্ৰ. “মোৰ সোঁৱৰণী”, পৃ ৩১)। (গ) হেমচন্দ্ৰ গোস্বামীয়ে সশ্ৰদ্ধভাৱে গুণাভিৰাম বৰুৱাৰ গাত থকা “বিনয়, সৰলতা, ঔদাৰ্য, পৰোপকাৰিতা আৰু স্বদেশৰ প্ৰতি অকপট স্নেহৰ” কথা আৰু তেওঁৰ সাহিত্যকৃতিৰ কথা উল্লেখ কৰি গৈছে। (দ্ৰ. অসমীয়া ভাষা, মূলসূত্ৰ, “পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী”, পৃ. ১৩৯-১৪০)।

২৭ বেজবৰুৱা, উল্লিখিত গ্ৰন্থ, পৃ. ৩৯।

উঠা অসমীয়া মধ্যবিত্ত শিক্ষিতৰ চৰিত্ৰ আৰু দৃষ্টিভংগীক প্ৰতিবিম্বিত কৰে। এই শিক্ষিত শ্ৰেণীটিয়ে সমকালীন ৰাজনৈতিক আৰু অৰ্থনৈতিক ঘটনা-প্ৰৱাহতকৈ অধিক গুৰুত্ব দিছিল অসমীয়া ভাষা, সাহিত্য আৰু জাতীয়তাৰ আত্মপৰিচয় প্ৰতিষ্ঠাৰ ওপৰত। সেইবাবে, এই সময়ৰ অসমীয়া মধ্যবিত্ত শিক্ষিতৰ মাজত কোনো প্ৰকাৰৰ স্বকীয় ৰাজনৈতিক দৃষ্টিভংগী গঢ় লৈ উঠা নাছিল; বৰং ব্ৰিটিছ শাসনৰ লগত তেওঁবিলাকে একাত্মীয়ভাৱে অনুভৱ কৰিছিল। তেওঁবিলাকে ব্ৰিটিছৰ বিৰুদ্ধে হোৱা "ৰাইজমেল" বা তেনে ধৰণৰ বিদ্ৰোহাত্মক কাৰ্য সমৰ্থন কৰা নাছিল। আনকি গুণাভিৰাম বৰুৱাই মোৱামৰীয়া বিদ্ৰোহৰ বিবৰণ দিওঁতেও ব্ৰিটিছে তেতিয়াই অসম অধিকাৰ কৰা হ'লে ভাল আছিল বুলি মন্তব্য কৰিছিল।[28] হেমচন্দ্ৰ বৰুৱায়ো মি. এগ্নিউ চাহাবৰ প্ৰতি থকা তেওঁৰ সশ্ৰদ্ধ-প্ৰীতিৰ ভাব তেওঁৰ "আত্মজীৱন চৰিত"ত উল্লেখ কৰি গৈছে।[29] গুণাভিৰাম বৰুৱায়ো ডেভিদ স্কট আৰু জেনেৰেল জেনকিন্সৰ নাম শ্ৰদ্ধাৰে লৈছে।[30] তদুপৰি, "ব্ৰিটিছ সু-শাসনৰ নিমিত্তে সকলো প্ৰকাৰে লোকৰ সুখ-সন্তোষ" হোৱা বুলি আৰু "এই দেশৰ অৱস্থা ক্ৰমে সকলো বিষয়তে উন্নত হ'বলৈ" ধৰা বুলি[31] বিশ্বাস কৰা গুণাভিৰামে ১৮৬০ খ্ৰীঃত কানি খেতি নিষিদ্ধ কৰা আইন আৰু আয়কৰ বহুওৱা আইনৰ পক্ষে, আৰু মণিৰাম দেৱান-পিয়ালি বৰুৱাৰ বিদ্ৰোহৰ বিপক্ষেই প্ৰকাৰান্তৰে নিজৰ মত পোষণ কৰি গৈছে।[32] আনকি, তেওঁ দেৱান আৰু বৰুৱাৰ নামো উল্লেখ নকৰি "দুজনৰ প্ৰাণদণ্ড" হোৱাৰ সংবাদহে বুৰঞ্জীত দি গৈছে।

ব্ৰিটিছ শাসনৰ প্ৰতি এই আনুগত্যবোধ আকস্মিক বা বিচ্ছিন্ন ঘটনা নহয়। মানৰ আক্ৰমণত জুৰুলা হোৱা দেশখন ৰক্ষা কৰাৰ বাবে মণিৰাম দেৱান প্ৰমুখ্যে সমকালীন অভিজাত শ্ৰেণীৰ প্ৰতিনিধিসকল ব্ৰিটিছ চৰকাৰৰ প্ৰতি কৃতজ্ঞ হৈ পৰিছিল। পিছলৈ দেখা গ'ল, দেৱানৰ ব্ৰিটিছ-বিৰোধিতাই তেওঁলৈ মৃত্যুদণ্ড কঢ়িয়াই আনিলে। হলিৰাম ঢেকিয়াল ফুকন, তেওঁৰ পুত্ৰ আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯-১৮৫৯), গুণাভিৰাম বৰুৱা হেমচন্দ্ৰ বৰুৱা, প্ৰমুখ্যে অসমীয়া নৱা শিক্ষিত শ্ৰেণীৰ প্ৰায় সকলোৱেই অকুণ্ঠ-চিত্তে ব্ৰিটিছ-শাসনক সমৰ্থন দিছিল আৰু ব্ৰিটিছৰ ছত্ৰছায়াৰ তলতে অসমীয়া মানুহৰ উন্নতি সাধিত হ'ব বুলি বিশ্বাস কৰিছিল।

---

২৮ আসাম বুৰঞ্জী, ২য় মুদ্ৰণ, পৃ. ১৫২।

২৯ অসমীয়া সাহিত্যৰ চানেকি, ৩য় খণ্ড, ১ম ভাগ, পৃ. ১৭৩।

৩০ আসাম বুৰঞ্জী, পৃ. ১৬২, ১৬৮।

৩১ উল্লিখিত গ্ৰন্থ, পৃ. ১৭০-১৭১।

৩২ উল্লিখিত গ্ৰন্থ, পৃ. ১৬৮, ১৬৭।

এনে বিপ্লৱৰ ঐতিহ্য জোনাকী যুগৰ লেখকসকলেও অনুসৰণ কৰিছিল।৩৩ অৱশ্যে ১৯০২ খ্ৰীঃলৈকে ভাৰতীয় জাতীয় কংগ্ৰেছৰ দৃষ্টিভংগীও আছিল ব্ৰিটিছৰ ছত্ৰছায়াত থাকি দেশৰ উন্নয়ন সাধন কৰা। ১৯০২ খ্ৰীঃত আহমেদাবাদত বহা অধিবেশনৰ সভাপতিৰ আসনৰ পৰা সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে কৈছিল, "we have no higher aspiration that we should be admitted into the great confoderacy of self governing states of which England is the august mother."৩৪ অসমীয়া শিক্ষিত মধ্যবিত্তৰ মনতো ৰাজনৈতিক জাতীয়তাবোধৰ পৰিবৰ্তে সাংস্কৃতিক জাতীয়তাবোধ গঢ়ি উঠাটো আছিল ঐতিহাসিক প্ৰক্ৰিয়াৰ এটা স্বাভাৱিক ঘটনা। অসমতকৈ প্ৰায় এক শতিকাৰ আগতে পাশ্চাত্য শিক্ষা আৰু সভ্যতাৰ সংস্পৰ্শলৈ অহা বংগদেশতো শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ পত্তনৰ লগে লগে গঢ় লৈ উঠিছিল সাংস্কৃতিক জাতীয়তাবোধৰ চেতনা।

**বংগৰ নৱজাগৰণ**

উল্লেখযোগ্য, ১৭৩১-৩২ খ্ৰীঃত বেংগলত কেপ্টেইন বেলামি (Ballamy) যে Charity School নাম দি প্ৰথম স্কুল আৰম্ভ কৰিছিল; পিছলৈ ১৮০০ খ্ৰীঃত Calcutta Free Schoolৰ লগত ই সংযুক্ত হৈ পৰিল।৩৫ অসমীয়া ভাষাত উইলিয়ম কেৰিয়ে বাইবেল প্ৰকাশ কৰাৰ সময়লৈ কলিকতাত খ্ৰীষ্টান মিছনেৰি আৰু ব্যক্তিগত লোকৰ উদ্যোগত অনেক স্কুল গঢ়ি উঠিল। ১৮০০ খ্ৰী.ত প্ৰতিষ্ঠিত College of Fort Williamত উইলিয়ম কেৰিয়ে বঙলা বিভাগৰ প্ৰধান অধ্যাপক হিচাপে যোগ দি বঙলা ভাষাৰ বাবে আগবঢ়োৱা বৰঙণি, ১৮০১ খ্ৰী.ত বঙলা ভাষাৰ প্ৰথম ব্যাকৰণ প্ৰকাশৰ ঐতিহাসিক গুৰুত্ব, মৃত্যুঞ্জয় বিদ্যালংকাৰ আৰু ৰামৰাম বসুৱে বঙলা গদ্য-ৰচনাৰ বাবে দিয়া অৱদান—আদি প্ৰতিটো ঘটনাই পৰৱৰ্তী কালৰ বংগৰ নৱজাগৰণৰ বাবে ক্ষেত্ৰ প্ৰস্তুত কৰি দিছিল। ১৮১৩ খ্ৰীঃৰ পৰা বেংগলৰ চৰকাৰে শিক্ষা-

---

৩৩ পদ্মনাথ গোহাঞিবৰুৱা, মোৰ সোঁৱৰণী, পৃ. ৪৬, আসাম এছোচিয়েচনৰ সভাপতিৰ ভাষণ, ষোড়শ অধিবেশন, বৰপেটা, ১৯১৯ ;
হেমচন্দ্ৰ গোস্বামী, ৰচনাৱলী, পৃ. ১২৬, ৪২১ ;
চন্দ্ৰধৰ বৰুৱা, গ্ৰন্থাৱলী, পৃ. ৫৫০-৫৭৫ ;
বেণুধৰ ৰাজখোৱা, মোৰ জীৱন দাপোণ, পৃ. ১১১-১৩২ ;
আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী, পৃ. ১৪-১৫
লক্ষ্মীনাথ বেজবৰুৱা, বাঁহী, খণ্ড ৩য়, সংখ্যা ২, পৃ. ৪৯—ইত্যাদি প্ৰসংগৰ প্ৰতি আঙুলিয়াব পাৰি।

৩৪ সুৰেন্দ্ৰনাথ বেনাৰ্জী, A Nation in Making, পৃ. ৩১৩-৩১৪।

৩৫ S. K. De, Bengali Literature in the Nineteenth Century, P. 458.

বিষয়ত নিজা নীতি গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিল।৩৬ আনহাতে, পৰম্পৰাগত ধৰ্মীয় আচাৰ-ব্যৱহাৰ, অন্ধ-বিশ্বাস, কৌলীন্যপ্ৰথা, সতীপ্ৰথা, জাতিভেদ, বাল্য-বিবাহ আদিৰ বিৰুদ্ধে সৰৱ হৈ থিয় দি উঠিল ৰাজা ৰামমোহন ৰায়। ১৮১৪ খৃীঃত তেওঁ প্ৰতিষ্ঠা কৰা "আত্মীয় সভা", ১৮২১ খৃীঃত প্ৰতিষ্ঠা কৰা "Unitariam Society" আৰু শেষত ১৮২৮ খৃীঃত প্ৰতিষ্ঠা কৰা "ব্ৰাহ্মসমাজ" বংগৰ নৱজাগৰণৰ অগ্ৰদূত বুলিব পাৰি। পিছলৈ Presidency College নামেৰে প্ৰসিদ্ধ হোৱা কলেজখনো "হিন্দু কলেজ" নামেৰে ১৮১৭ খৃীঃত ৰাজা ৰামমোহন ৰায়ৰ যত্নত প্ৰতিষ্ঠিত হৈছিল। পাশ্চাত্য সাহিত্য, দৰ্শন আৰু বিজ্ঞান শিক্ষাৰ শতিকাধিক সময় জুৰি এই কলেজেই আছিল প্ৰধান কেন্দ্ৰ। এই হিন্দু কলেজৰে শিক্ষক স্বৰূপে যোগ দিয়া ডিৰোজিও আৰু ডেভিদ হেয়াৰ হৈ পৰিল নৱজাগৰণৰ আন দুগৰাকী আঁহিয়া-বৰ্তোতা। ডিৰোজিও প্ৰতিষ্ঠিত "একাডেমিক এছোচিয়েচনে" ইয়ং বেংগল গ্ৰুপৰ জন্ম দিলে আৰু পৰম্পৰাগত ধৰ্মীয় আৰু সামাজিক মূল্যবোধক আঘাত হানিলে। এনেকৈয়ে আৰম্ভ হ'ল পুৰণি আৰু নতুনৰ দ্বন্দ্ব।৩৭ দেখা যায় বংগত এই পটভূমিত গঢ় লৈ উঠিল বিভিন্ন শৈক্ষিক, সামাজিক, ধৰ্মীয় আৰু সাংস্কৃতিক অনুষ্ঠান। এই অনুষ্ঠানবোৰক (১) খৃীষ্টান ধৰ্মৰ সমৰ্থক আৰু হিন্দু-বিৰোধী, (২) হিন্দু ধৰ্মৰ সমৰ্থক আৰু খৃীষ্টান ধৰ্ম-বিৰোধী, (৩) ঐতিহ্য-বিৰোধী আৰু

---

৩৬ অন্যান্য গ্ৰন্থ উপৰিও ডি. পি. সিন্হাৰ "The Educational Policy of the East India Company in Bengal to 1854" নামৰ গ্ৰন্থ দ্ৰষ্টব্য।

৩৭ বংগৰ নৱজাগৰণ-সম্পৰ্কে David Kopf ৰ British Orientalism & Bengal Renaissance; R.C. Majumdar ৰ On Rammohun Roy; শিৱনাথ শাস্ত্ৰীৰ ৰামতনু লাহিড়ী ও তৎকালীন বংগসমাজ; Thomas Edwards ৰ Henry Derozio; ৰ Lal Behari De ৰ Recollections of Alexander Duff; P.C. Mitra ৰ A Biographical Sketch of David Hare; J. C. Marshman ৰ The Life and Times of Carey, Marshman and Ward, P.R. Sen ৰ Western Influence in Bengali Literature; স্বপন বসুৰ "বাংলায় নবচেতনার ইতিহাস"; প্ৰণববল্লভ ঘোষৰ "ঊনবিংশ শতাব্দীতে বাঙালীৰ মনন ও সমাজ"; S. K. Dev পূৰ্বোল্লিখিত গ্ৰন্থ; সুনীল কুমাৰ গুপ্তৰ "ঊনবিংশ শতাব্দীতে বাংলাৰ নবজাগৰণ"; বিনয় ঘোষৰ "বাংলাৰ বিদ্বৎ সমাজ" আদি গ্ৰন্থ উপৰিও ৰাজা ৰামমোহন ৰায় আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ গ্ৰন্থৰাজিয়ে নিৰ্ভৰযোগ্য সংবাদ বহন কৰিছে।

আধুনিকতাৰ সমৰ্থক, আৰু (৪) আধুনিক দৃষ্টিভংগী-সম্পন্ন হিন্দু-সংস্কাৰবাদী—এই চাৰিটা প্ৰধান ভাগত ভগাই পেলাব পাৰি। আলেকজেণ্ডাৰ ডাফক প্ৰথম দলত, ধৰ্ম-সভাৰ দলক দ্বিতীয় দলত, ইয়ং বেংগল গোষ্ঠীক তৃতীয় দলত আৰু ঈশ্বৰচন্দ্ৰ-ৰামমোহনক চতুৰ্থ দলত ধৰিব পাৰি। ইয়াৰ ভিতৰত শেষৰ দুটা দলেই বংগৰ নৱজাগৰণৰ বাবে আটাইতকৈ বেছি ক্ৰিয়াশীল বৰঙণি যোগাই গ'ল। তাৰ ভিতৰত ৰামমোহন-ঈশ্বৰচন্দ্ৰৰ দৃষ্টিভংগীৰ মাজত ঐতিহ্য আৰু আধুনিকতাৰ এক বিৰল সমন্বয় গঢ়ি উঠিল। ধৰ্মীয় আৰু সামাজিক কুসংস্কাৰ আৰু অন্ধবিশ্বাসৰ বিৰুদ্ধে থিয় দি এওঁবিলাকে প্ৰতিষ্ঠা কৰিলে এক বিশিষ্ট সমাজ-সচেতন দৃষ্টিভংগী। আনহাতে ৰামমোহন ৰায় আৰু ঈশ্বৰচন্দ্ৰ বিদ্যা-সাগৰৰ মাজত ঐতিহ্যানুগ দৃষ্টিভংগীও প্ৰোজ্জ্বল হৈ থাকিল। এই দুয়োগৰাকীৰ ভিতৰত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে বিধবা-বিবাহৰ সপক্ষে থিয় দি বংগত এক গভীৰ সামাজিক আলোড়ন সৃষ্টি কৰিলে। গোড়া ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰি সংস্কৃতৰ বিদগ্ধ পণ্ডিত স্বৰূপে প্ৰতিষ্ঠা লাভ কৰা বিদ্যাসাগৰ আছিল যথাৰ্থ মানৱিকতাবাদী। আচৰিতভাৱে তেওঁ ঈশ্বৰ আৰু ধৰ্ম-সম্পৰ্কে নীৰৱ আছিল; কিন্তু নৈতিক আৰু ঐতিহাসিক মূল্যবোধৰ প্ৰতি আছিল অতিশয় সচেতন। বংগৰ নৱজাগৰণৰ সমগ্ৰ ইতিহাসৰ মাজত বিদ্যাসাগৰৰ চৰিত্ৰেই সবাতোকৈ উজ্জ্বল।

মধ্য উনবিংশ শতিকাৰ অসমীয়া ভাষা-সাহিত্যৰ ইতিহাসৰ ত্ৰিমূৰ্তি আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱা বংগৰ নৱজাগৰণৰ প্ৰত্যক্ষ আৰু পৰোক্ষ সংস্পৰ্শলৈ আহিছিল আৰু য়ুৰোপীয় শিক্ষা আৰু সভ্যতাৰ দ্বাৰাও প্ৰবলভাৱে প্ৰভাৱান্বিত হৈছিল। অসমীয়া ভাষাক মৰ্যাদা দান, অসমীয়া ভাষাৰ সবল ভেটি স্থাপন, অসমীয়া সাহিত্যৰ উৎকৰ্ষ সাধন, অসমৰ সমাজ-জীৱনত থকা অন্ধ-বিশ্বাস আৰু কু-সংস্কাৰৰ বিৰুদ্ধে কাৰ্যকৰীভাৱে মাত মতা—এই সকলোবোৰ দায়িত্ব তেওঁবিলাকৰ সন্মুখত হৈ আছিল। প্ৰবল জাতীয়তাবোধ আৰু মানৱিকতা-বোধ—এই দুয়োটাই প্ৰস্তুত কৰি দিছিল তেওঁবিলাকৰ জীৱনচৰ্যাৰ ক্ষেত্ৰ। সেই সময়ৰ এনে এক বিশিষ্ট পটভূমিতে গুণাভিৰাম বৰুৱা আৰু "আসাম বন্ধু" একে-লগে ৰাখি বিচাৰ কৰিব লাগিব।

## গুণাভিৰাম বৰুৱাৰ পূৰ্বপুৰুষ[৩৮]

চান্দৰ গৌতম গোত্ৰৰ কনৌজ ব্ৰাহ্মণ তেওঁৰ তিৰোতা আৰু আঠ বছৰীয়া ল'ৰা যোগাইৰ সৈতে মোৱামৰীয়া বিদ্ৰোহৰ সময়ত নাৱেৰে ব্ৰহ্মপুত্ৰদি

৩৮ দ্ৰ., গুণাভিৰাম বৰুৱা, "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ"; মহেশ্বৰ নেওগ,—

পলাই গৈছিল। যোগাইৰ মাকে নদীত উটি অহা তামোল-পাণ এটা পাই, নাৰলৈ বুটলি আনিলে আৰু খালে। তেওঁৰ স্বামী এই কাৰ্যত ক্ৰোধান্বিত হৈ তিৰোতা-গৰাকীক নাৱৰ পৰা পাৰলৈ নমাই এৰি থৈ যোগাইক লৈ ভটীয়াই গৈ গুৱাহাটীৰ অপুত্ৰাম্ভ পাই তাতে থাকিবলৈ ল'লে। মোৱামৰীয়া বিদ্ৰোহ পাৰ কটাৰ পিছত যোগাইহঁতক বিচাৰি টীয়কৰ পৰা কেইজনমান ওলাই গৈছিল। তাৰ ভিতৰত যোগাইহঁতৰ বংশৰ এজন কেও-কিছু নোহোৱা দদায়েকো আছিল। তেওঁবিলাকে যোগাই আৰু তেওঁৰ পিতাকক লগ পালে আৰু দদায়েকজনো লগতে থাকিবলৈ ল'লে। কিছুদিনৰ পিছত যোগাইৰ পিতাকৰ মৃত্যু হয়।

লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী

মোৱামৰীয়া বিদ্ৰোহৰ আগে আগে দ্ৰাবিড় দেশৰ বাৎস্য গোত্ৰীয় ভেকা ব্ৰাহ্মণ লক্ষ্মীনাৰায়ন তেওঁৰ নৱবিবাহিতা পত্নীৰ যৌতুকৰ অলংকাৰ কম দেখি গৃহত্যাগী হৈ ওলাই আহে আৰু ঘৰি-পকি আহি গুৱাহাটী পায়হি। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী কেপ্টেইন ৱেলছৰ লগত ৰংপুৰলৈকে আহে। চিকিৎসা বিদ্যা জনাৰ বাবে তেওঁ কম দিনৰ ভিতৰতে ৰজা আৰু বিষয়াসকলৰ প্ৰিয়পাত্ৰ হৈ পৰে। কিছুদিনৰ পিছত হাদিৰাচকি বা বড়ালহাটৰ দুৱৰীয়া বৰুৱাৰ বিষয় খালী হোৱাত লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী দুৱৰীয়া বৰুৱা হয়।

লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীয়ে কামৰূপৰ দুটি অনাথ ব্ৰাহ্মণ-শিশু, এগৰাকী বিধবা ব্ৰাহ্মণীৰ দুটি শিশু-পুত্ৰ, আৰু এগৰাকী অনাথ ব্ৰাহ্মণ বালিকা – এই পাঁচোটি শিশুৰ উপৰিও যোগাই আৰু যোগাইৰ দদায়েকক নিজৰ লগলৈ আনি পালিত পুত্ৰ-কন্যা স্বৰূপে গ্ৰহণ কৰে আৰু নিজৰ গোত্ৰ দান কৰে। তেওঁ, যোগাইৰ দদায়েকক নাম দিলে পৰশুৰাম আৰু যোগাইৰ নাম থ'লে ৰণৰাম। এই পৰশুৰামৰে পুত্ৰ হলিৰাম আৰু হলিৰামৰ পুত্ৰ আনন্দৰাম। ৰণৰামৰ দ্বিতীয় পত্নী শিৱসাগৰৰ বিজুল'দৰ লক্ষ্মীনাথ কথাকোৱা বৰুৱাৰ কন্যা শচীদেৱীৰ পুত্ৰ গুণাভিৰাম।

## গুণাভিৰাম বৰুৱাৰ জীৱন আৰু কৰ্ম

গুণাভিৰাম বৰুৱাই "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত"ত লিখিছে, "..১৮৩৭ ইংৰাজী চনত আনন্দৰাম ফুকন আৰু দুৰ্গাৰাম ফুকন দুয়ো ইংৰাজী স্কুলত প্ৰৱেশ কৰে। এই বছৰতে ৰণৰাম বৰুৱা যোৰহাটৰ পৰা গুৱাহাটীলৈ আহে। যোৰহাটতে তেওঁৰ সৰুজনা পত্নীৰ এটি বালক জন্মে। সেই বালকৰ

—"গুণাভিৰাম বৰুৱা"; শ্ৰীযতীন্দ্ৰমোহন ভট্টাচাৰ্য-সম্পাদিত "ৰাম-নৱমী" (১৯৬৫)ৰ 'সম্পাদকৰ নিবেদন'; মহেশ্বৰ নেওগ, Anandaram Dhekiyal Phukan ; শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা-সম্পাদিত "আনন্দাভিৰাম বৰুৱা ৰচনাৱলী"ৰ 'ভূমিকা'।

নাম গুণাভিৰাম।"৩৯ আমাৰ সাহিত্যৰ বুৰঞ্জীত গুণাভিৰামৰ জন্মচন ১৮৩৭ বুলি এই প্ৰসংগৰ ওপৰতে ভিত্তি কৰি কৰা হৈছে।৪০ শ্ৰীযতীন্দ্ৰমোহন ভট্টাচাৰ্যদেৱো এই চনকে গ্ৰহণ কৰিছে।৪১ কিন্তু, গুণাভিৰামৰ পুত্ৰ জ্ঞানদাভিৰাম বৰুৱাই দৃঢ়তাৰে উল্লেখ কৰিছে যে গুণাভিৰামৰ জন্মচন ১৮৩৪। জ্ঞানদাভিৰাম বৰুৱাই সম্পাদনা কৰা "ৰ'দপুথি"ত "ইংৰাজী ১৮৩৪ চনৰ ১২ জানুৱাৰী তাৰিখৰ দেওবাৰে তেখেতৰ জন্ম হয়" বুলি লিখিছে।৪২ গুণাভিৰামৰ জন্মচন সেই শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱাই ২৪.১১.৫২ তাৰিখে লিখা চিঠিত লিখিছে, "My father was born on January 12, 1834 (Magh Bihu, Jorhat) & died on 25.3.1894 -Calcutta"৪৩ শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞাই গুণাভিৰামৰ পিতৃ বসবাসে যোৰহাটত ঢেকিয়াল ফুকন আৰু থাৰবৰীয়া ফুকন এই "দুইপদৰ কাৰ্য-নিৰ্বাহ" কৰি থকাৰ সময়ত যোৰহাটত ১৮৩৪ চনত গুণাভিৰামৰ জন্ম বুলি ঠাৱৰাইছে।৪৪ তিনিটা বছৰৰ আগ-পিছাৰে গুণাভিৰামৰ প্ৰতিভা বা কৰ্মৰ অথবা অসমীয়া ভাষা-সাহিত্যৰ ইতিহাসৰ কোনো লাভ-লোকচান নকৰে, তথাপি সঠিক তাৰিখটো উলিওৱাটো দৰকাৰী কথা, আৰু সেইফালৰ পৰা শ্ৰীভূঞাৰ বিচাৰ গ্ৰহণযোগ্য বুলি আমি ভাবো।

গুণাভিৰাম বৰুৱাই নিজৰ জীৱনৰ বিষয়ে বেলেগে কোনো ৰচনা লিখি থৈ যোৱা নাই, "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ"ত প্ৰসংগক্ৰমে উল্লেখ কৰি যোৱা কথাৰ পৰাই তেওঁৰ বিষয়েও আৱশ্যকীয় কিছু সংবাদ পাব পাৰি। আনন্দৰাম গুণাভিৰামৰ বাবে অভিভাৱকেই আছিল, আপোন পুৰুপো আছিল। চাৰি বছৰ বয়সত পিতৃক আৰু পাঁচ বছৰ বয়সত মাতৃক হেৰুওৱা গুণাভিৰামে আনন্দৰামৰ পৰা "সদায় সৰ্বপ্ৰকাৰে সাহায্য পাইছিল" বাবেই, বা

৩৯ পৃ. ২৮ (পুনৰ্মুদ্ৰণ, ১৯৭১)।

৪০ ডিম্বেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ বুৰঞ্জী ১৯৫৭, পৃ. ৫৫২; New Light on History of Asamiya Literature, P 375; মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, চতুৰ্থ স, পৃ. ২৫৩, সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃ. ২১৬, নন্দ তালুকদাৰ, সংবাদ-পত্ৰৰ ৰং-কাঁচিৰ অসমীয়া সাহিত্য, পৃ. ১৯।

৪১ "বাহবৰী"ৰ সম্পাদকৰ নিবেদন, পৃ. ৪।

৪২ উল্লিখিত গ্ৰন্থ, পৃ. ৪।

৪৩ যোগেন্দ্ৰনাৰায়ণ ভূঞা-সম্পাদিত "গুণাভিৰাম বৰুৱা ৰচনাৱলী", পৃ. ৭৩২।

৪৪ উল্লিখিত গ্ৰন্থ, ভূমিকা, পৃ. ৩৭-৪০।

১৮৫১ খ্ৰীঃত আনন্দৰাম দ্বিতীয়বাৰ কলিকতালৈ যাওঁতে গুণাভিৰামকো লগত নি কলিকতাত স্কুলত পঢ়িবলৈ আৰু জুনিয়ৰ স্কলাৰশ্বিপ পোৱাৰ পিছত কলেজত (প্ৰেছিডেন্সী কলেজত) পঢ়িবলৈ সুযোগ আৰু সুবিধা দান কৰাৰ বাবেই গুণাভিৰামে আনন্দৰামৰ জীৱন-চৰিত্ৰ ৰচনা কৰা নাই; বৰং আনন্দৰামৰ জীৱন, কৰ্ম আৰু আদৰ্শৰ প্ৰতি গভীৰ অনুৰাগ আৰু শ্ৰদ্ধা থকাৰ বাবেই তেওঁ এই কামত হাত দিছিল। অসমীয়া ভাষাত ৰচিত প্ৰথম আৰু সফল জীৱনী-গ্ৰন্থ হিচাপে "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ"ৰ

**ঢেকিয়াল ফুকনৰ প্ৰতি শ্ৰদ্ধা**

অসমীয়া সাহিত্যৰ ইতিহাসত বিশেষ স্থান আছে। ঢেকিয়াল ফুকন মানুহজনৰ শাৰীৰিক বিৱৰণ, তেওঁৰ আচাৰ-ব্যৱহাৰ, পিন্ধা-উৰা, খোৱা-বোৱা, কাম কৰাৰ পদ্ধতি, ইংৰাজসকলৰ লগত থকা তেওঁৰ সৌহাৰ্দ্য, তেওঁৰ দৃষ্টিভংগী, তেওঁৰ মানসিকতা —এই সকলোবোৰ দিশ কম কথাত কিন্তু পৰিষ্কাৰভাৱে দাঙি ধৰিবলৈ যত্ন কৰি গুণাভিৰামে তেওঁৰ আন্তৰিক অনুৰাগ প্ৰকাশ কৰি গৈছে। জেনকিন্স আৰু মেৰী চাহাবৰ সঘন আৰু সপ্ৰশংস উল্লেখৰ কথাও প্ৰসংগতঃ স্মৰণীয়। বিভিন্ন স্থানত তেওঁ এই দুজন লোক যে "এই দেশীয় লোকসকলৰ বৰ বন্ধু আছিল" সেইকথা প্ৰকাশ কৰিছে।[৪৫] এই গ্ৰন্থখনিৰ পৰা গুণাভি-

**ইংৰাজ-প্ৰীতি**

ৰামৰ দৃষ্টিভংগীৰো পৰিচয় পোৱা হয়। এফালে ইংৰাজী শিক্ষা, সভ্যতা, সংস্কৃতিৰ প্ৰতি অনুৰাগ, আনফালে বংগদেশৰ মহাজ্ঞানীসকলৰ প্ৰতি শ্ৰদ্ধাৰ মনোভাব; এফালে অসমীয়া ভাষা-সাহিত্য সম্বন্ধিতে নিজৰ দেশৰ প্ৰতি ভালপোৱা, আনফালে এই দেশৰ অৱস্থাৰ বাবে অসন্তোষ—এনে ভাৱ-সমষ্টিৰে তেওঁৰ মন ভৰপূৰ। ইংৰাজ প্ৰশাসকসকলৰ প্ৰতি থকা তেওঁৰ আনুগত্যও আছিল আন্তৰিক; আৰু তাৰো মূলত আছিল এনে ভাব যে—ইংৰাজ শাসনৰ জৰিয়তেহে অসমৰ উন্নতি সম্ভৱপৰ।

গুণাভিৰাম বৰুৱা ১৮৫৬ খ্ৰীঃত কলেজৰ দ্বিতীয় বাৰ্ষিকৰ পৰীক্ষাত কৃতকাৰ্য নহ'লেও, কলিকতাৰ ছাত্ৰ-জীৱনেই তেওঁৰ ব্যক্তিত্বৰ বিশিষ্ট গঢ় দিলে। উপৰিও; ১৮৫২ খ্ৰীঃত আনন্দৰাম ঢেকিয়াল ফুকনে কলিকতাত প্ৰতিষ্ঠা কৰা 'কলিকতা মিউপ্ৰেচ'ৰো ছাত্ৰ-গুণাভিৰামেই আছিল অধ্যক্ষ। কলিকতাত থকা কালতে গুণাভিৰাম ব্ৰাহ্মধৰ্মৰ প্ৰতি আৰু সামাজিক সংস্কাৰ-মুক্তিতাৰ প্ৰতি

---

৪৫ পৃষ্ঠা ২৯, ৩০, ৩৪, ৩৫, ৪২, ৭২, ৭৫, ১০৪, ১০৬, ১০৮, ১০৯, ১১০ ইত্যাদি দ্ৰষ্টব্য।

আকৃষ্ট হয়। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বিধৱা-বিবাহ আন্দোলনে সেই সময়ৰ বংগত তুলিছিল এক প্ৰবল আলোড়ন। ১৮৫৬ খ্ৰীঃত 'বিধৱাৰ পুনৰ্বিবাহ আইন' বংগত গৃহীত হয়। সেই বছৰেই উমেশচন্দ্ৰ মিত্ৰৰ "বিধবা-বিবাহ" নামৰ এখন নাটক প্ৰকাশিত হয়। বঙলা ভাষাত আধুনিক নাটকৰ জন্মও এই সময়তে হয়।৪৬ পাশ্চাত্য শিক্ষা আৰু সংস্কৃতিয়ে কঢ়িয়াই অনা উদাৰ মানৱিকবাদী দৃষ্টিভংগী আৰু পৰম্পৰাগত সামাজিক কু-সংস্কাৰ আৰু অবিচাৰ দূৰ কৰাৰ আকাংক্ষা—এই দুয়োটিয়ে সংস্পৰ্শত গুণাভিৰামৰ ব্যক্তিত্বই লাভ কৰিলে এক আধুনিক আয়তন। ১৮৫৭ খ্ৰীঃত কলিকতাৰপৰা নাৱেৰে আহি থাকোঁতে তেওঁ ৰচনা কৰিলে "ৰাম নৱমী" নাটক। ১৮৫৮ খ্ৰীঃৰ "অৰুণোদই"ত মাৰ্চৰ সংখ্যাৰ পৰা নাটকখন ধাৰাবাহিকভাৱে প্ৰকাশিত হয়। তেওঁ ১৮৭০ খ্ৰীঃত গ্ৰন্থাকাৰে নাটকখন প্ৰকাশ কৰোঁতে ভূমিকাত লিখিছে—

ব্ৰাহ্মধৰ্ম আৰু বিদ্যাসাগৰৰ প্ৰতি আকৰ্ষণ

ৰাম-নৱমী ৰচনা

"মোৰ প্ৰিয় পত্নী শ্ৰীমতী ব্ৰজসুন্দৰী দেৱীৰ এই ইচ্ছা আছিল যে ৰাম-নৱমী পুথিৰ আকাৰে ওলায়। সেইদেখি মোক বাৰম্বাৰ অনুৰোধ কৰে। কিন্তু ময় সেই কথালৈ তেতিয়া কাণ নকৰিলোঁ। ইংৰাজী ১৮৬৭ সনত যেতিয়া ৰাজকাৰ্য্য উপলক্ষে নগাঁওৰ পৰা ধুবুৰীলৈ আহোঁ তেতিয়া ইয়াক ছাপিবৰ মন কৰিছিলোঁ। কি ঈশ্বৰৰ ইচ্ছা। মোৰ পত্নী সেই সময়তে মৃত্যু হ'ল।"

১৮৫৭ খ্ৰীঃৰ ২ ডিচেম্বৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ সৰু ভনীয়েক (মাহিত্ৰী দেৱীৰ সৰু ভনীয়েক) ব্ৰজসুন্দৰীৰ লগত গুণাভিৰামৰ বিয়া হয়। ইতিপূৰ্বে "অৰুণোদই"ৰ লগত যোৱা সম্পৰ্কও গাঢ় হয়। ১৮৫৭ খ্ৰীঃৰ জুলাই মাহৰ "অৰুণোদই"ত গুণাভিৰাম বৰুৱাই প্ৰকাশ কৰা "যোৰা পুথি ছপা যোৱাৰ বিজ্ঞাপনখনৰ কথাও উল্লেখযোগ্য। অৱশ্যে ১৮৫৫ খ্ৰীঃত ছপা যোৱা বুলি লিখা এই ছপা সংস্কৰণটো ক'তো দেখিবলৈ পোৱা যোৱা নাই। কিন্তু, এই সংবাদটিয়ে গুণাভিৰামৰ দেশাত্মবোধ, ভাষা-প্ৰীতি আৰু জাতীয় চেতনাৰ কথাকে সূচনা কৰে। আনন্দৰাম ঢেকিয়াল ফুকনে A Few Remarksত কৰা বিশ্লেষণ আৰু তথ্য-পাতিয়ে গুণাভিৰামৰ ওপৰত গভীৰ দাঁচ বহুৱাইছিল সেই বিষয়ে সন্দেহ নাই। আমাৰ মাজত মিছনেৰিসকলৰ কাম-কাজেও লাভ কৰিছিল শক্তিশালী প্ৰেৰণা।

যোৰা পুথি ছপা

৪৬ সুকুমাৰ সেন, History of Bengali Literature, P. 178. ড. সুকুমাৰ সেনে লিখিছে যে গুণাভিৰাম বৰুৱাৰ অসমীয়া ভাষাত "ৰাম-নৱমী" লিখিবৰ বাবে উমেশচন্দ্ৰ মিত্ৰৰ নাটকখনেই প্ৰেৰণা দিছিল (পৃ. ১৮০)।

আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু হয় ১৮৫৯ খ্ৰীঃৰ ১৬ জুন তাৰিখে। গুণাভিৰাম বৰুৱাই সাময়িকভাৱে আনন্দৰামৰ পৰিয়ালৰ অভিভাৱকত্বৰ দায়িত্ব গ্ৰহণ কৰে। সেই খ্ৰীঃতে তেওঁ ছাব এছিষ্টেণ্ট কমিছনাৰ পদতো মকৰল হয়। তেতিয়াৰ পৰা ১৮৯০ খ্ৰীঃৰ ৩১ মাৰ্চত অৱসৰ গ্ৰহণ কৰালৈকে সুদীৰ্ঘ ৩১ বছৰ

**চৰকাৰী চাকৰি**

কাল গুণাভিৰামে ক্ৰমে ছাব এছিষ্টেণ্ট কমিছনাৰ, কালেক্টৰ, অস্থায়ী একষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ, মহকুমাধিপতি, দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেট, স্থায়ী একষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ আৰু প্ৰথম শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ দায়িত্ব নিৰ্বাহ কৰে। তেওঁ যে এগৰাকী সুদক্ষ চৰকাৰী বিষয়া আছিল, সেই বিষয়ে নিশ্চিত কৰে ১৮৮৭ খ্ৰীঃত মহাৰাণী ভিক্টোৰিয়াৰ ৰাজত্বৰ জুবিলি উৎসৱ উপলক্ষে চৰকাৰে তেওঁক 'ৰায় বাহাদুৰ' খিতাপ দিয়াটোৱে।

১৮৯০ খ্ৰী.ত অৱসৰ লোৱালৈকে তেওঁ অসমৰ বিভিন্ন ঠাইত কটালেও ভাষা-সাহিত্যৰ চৰ্চা অব্যাহতভাৱে কৰি আছিল। এই ক্ষেত্ৰত তেওঁ কৰি থৈ যোৱা কামৰ উপৰিও তেওঁ যোগাই যোৱা অনুপ্ৰেৰণাও উল্লেখযোগ্য।

ব্যক্তিগত জীৱনৰ নানা আলৈ-আহুকালেও গুণাভিৰামৰ স্থৈৰ্য আৰু ধৈৰ্য নাইকিয়া কৰিব পৰা নাছিল। ১৮৬৭ খ্ৰী.ত প্ৰথমা পত্নীৰ মৃত্যুৰ পিছত তেওঁ কিছুদিন নিসংগ জীৱন যাপন কৰিছিল। কিন্তু তেওঁৰ মনত ছাত্ৰাৱস্থাতে বাল-বিধৱাৰ সমস্যাই পেলোৱা প্ৰভাৱ মচ খোৱা নাছিল।[৪৭] দুটি বিষয়ত তেওঁৰ অনুৰাগ আছিল প্ৰবল : ব্ৰাহ্মধৰ্ম আৰু বিধৱা-বিবাহ। তেওঁৰ মাহিন্দ্ৰী দেৱীৰ লগত হোৱা বিয়াও ব্ৰাহ্মমতে কৰাৰ ইচ্ছা আছিল। পিছত ১৮৬৯ খ্ৰীঃত ধুবুৰীত থাকোঁতেহে "প্ৰকাশ্যে তাক গ্ৰহণ কৰে"।[৪৮] ব্ৰজসুন্দৰী দেৱীৰ

**ব্ৰাহ্মধৰ্ম গ্ৰহণ আৰু বিধৱা-বিবাহ**

মৃত্যুৰ পিছত তেওঁ তেওঁৰ দুয়োটি অনুৰাগে দুইপ্ৰকাৰে সাৰ্থকতা লাভ কৰে। প্ৰথমটি ব্ৰাহ্মধৰ্ম গ্ৰহণ; দ্বিতীয়টি বিধৱা-বিবাহ কৰোৱা। আনন্দৰাম ঢেকিয়াল ফুকনৰ বন্ধু পৰশুৰাম বৰুৱাই ১৮৫৩ খ্ৰীঃত বিষ্ণুপ্ৰিয়া দেৱীক বিয়া কৰাইছিল। ১৮৬৩ খ্ৰীঃত পৰশুৰাম বৰুৱাৰ মৃত্যুৰ পিছত বিষ্ণুপ্ৰিয়া দেৱীয়ে বৈধব্য জীৱন যাপন কৰে। ১৮৭০ খ্ৰীঃৰ এপ্ৰিলত গুণাভিৰাম বৰুৱাই এইগৰাকী বিধৱা বিষ্ণুপ্ৰিয়া দেৱীক ব্ৰাহ্মমতে বিয়া কৰায়। অসমত অসমীয়া মানুহে ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰি সেই প্ৰথা অনুসৰি কৰোৱা এইখনেই আছিল প্ৰথম বিয়া। ১৮৭১

---

৪৭ "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত্ৰ"ত গুণাভিৰাম বৰুৱাই এই বিষয়ে দি যোৱা তেওঁৰ অভিমত উল্লেখযোগ্য। (দ্ৰ. পৃ. ১৭৬)

৪৮ ১৮৬৭ খ্ৰীঃৰ জুলাই মাহৰ পৰা ১৮৬৯ খ্ৰীঃৰ মাৰ্চলৈকে ধুবুৰীত থাকে আৰু তাতে ব্ৰাহ্মধৰ্ম লয় (পৃ. ১৭৬)।

খ্ৰীঃৰ ফেব্ৰুৱাৰীত তেওঁৰ কন্যা স্বৰ্ণলতাৰ জন্মৰ প্ৰায় দুবছৰমানৰ পিছত ১৮৭২ খ্ৰীঃৰ ডিচেম্বৰত গুণাভিৰামে তেওঁৰ এই বিবাহ ৰেজিষ্টাৰি কৰে।[49]

**প্ৰথম ৰেজিষ্ট্ৰী বিয়া**

উল্লেখযোগ্য বিবাহ-পঞ্জীয়নৰ আইনখনো ১৮৭২ খ্ৰীঃতহে প্ৰণীত হৈছিল। অসমত এনেধৰণে বিবাহ পঞ্জীয়ন কৰাৰো ইয়েই আছিল প্ৰথম দৃষ্টান্ত।

গুণাভিৰাম বৰুৱাৰ এই দুয়োটা কাৰ্যই অসমৰ পৰম্পৰাগত সামাজিক বিশ্বাস আৰু ৰীতিক প্ৰবলভাৱেই খোঁকাৰিছিল। উচ্চ হুকুমী চাকৰি আৰু ধনাঢ্য তথা সম্ভ্ৰান্ত পৰিয়াল—এই দুয়োটা বিশেষত্বৰ বাবেই হয়তো গুণাভিৰাম তদানীন্তন সামাজিক বিচাৰৰ কাঠগড়াত থিয় হ'ব নালাগিছিল।

চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত ১৮৯০ খ্ৰীষ্টাব্দত তেওঁ কলিকতাত স্থায়ীভাৱে বসবাস কৰাৰ ইচ্ছা কৰি তালৈ যায়। কিন্তু, এই সময়ছোৱা তেওঁৰ পৰিয়াললৈ ইটোৰ পিছত সিটোকৈ দুৰ্যোগ আহিবলৈ ধৰে। তেওঁৰ পত্নী বিষ্ণুপ্ৰিয়া (তেওঁ "নীতিকথা" নামৰ গ্ৰন্থ প্ৰণয়ন কৰিছিল) ১৮৯২ খ্ৰীঃৰ ২৬ মাৰ্চত আৰু তেওঁৰ তৃতীয় পুত্ৰ ("সখাবন্ধু"ৰ সম্পাদক)

**সাংসাৰিক দুৰ্যোগ**

কৰুণাভিৰাম বৰুৱা ১৮৯৩ খ্ৰীঃৰ ১২ জুলাইত অকালতে মৃত্যুমুখত পৰে। সাহিত্যৰথী বেজবৰুৱাই তেওঁৰ জীৱন-সোঁৱৰণত লিখিছে— এই অসহনীয় দুখ গুণাভিৰামে কেনেকৈ স্বাভাৱিকতাৰে মূৰ পাতি লৈছিল।[50]

১৮৯৪ খ্ৰীঃৰ ২৫ মাৰ্চ দেওবাৰে গুণাভিৰাম বৰুৱাই কলিকতাত শেষ নিশ্বাস ত্যাগ কৰে। ঊনবিংশ শতিকাৰ সময় বুটি যুগটোক সামৰি ষাঠি সত্তৰ কাল জীয়াই থকা গুণাভিৰামে আধুনিক অসমীয়া ভাষা আৰু সাহিত্যৰ তিনিওটা স্তৰ ("অৰুণোদই"ৰ স্তৰ, ভাষা-পুনৰ্থাপনৰ স্তৰ আৰু "জোনাকী"ৰ স্তৰ) কেৱল দেখি যোৱাই নাছিল, তিনিওটা স্তৰৰ লগত তেওঁ যুক্তও হৈছিল।

## গুণাভিৰামৰ সাহিত্য-কৰ্ম

আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন আৰু কৰ্মই আছিল গুণাভিৰামৰ আদৰ্শ। মাতৃভাষাৰ হকে অনুভৱ কৰা কৰ্তব্যবোধৰ শিক্ষা আৰু প্ৰেৰণাও লাভ কৰিছিল তেওঁ আনন্দৰামৰ পৰাই। যদ্যপি ঊনবিংশ শতিকাৰ কলিকতাৰ সংস্পৰ্শলৈ আহি তেওঁ ভাষা-সাহিত্যৰ হকে আৰু সমাজৰ হকে কাম কৰাৰ দায়িত্ব অধিক প্ৰবলভাৱে অনুভৱ কৰিছিল। কোনো ৰাজনৈতিক দৃষ্টিভংগী বা ৰাজনৈতিক আদৰ্শৰ বাবে তেওঁ কাম কৰা নাছিল। কিন্তু ব্ৰিটিছ শাসনৰ পক্ষেই থিয় দি আছিল। এই মানসিকতাও তেওঁ আনন্দৰামৰ পৰাই লাভ কৰিছিল

৪৯ উল্লিখিত গ্ৰন্থ, পৃ. ১৭৭।
৫০ বেজবৰুৱা-গ্ৰন্থাৱলী।

বুলিলে অত্যুক্তি কৰা নহ'ব। বেজবৰুৱাৰ সেই বিখ্যাত উক্তি "স্বদেশ আৰু স্বজাতিৰ মংগলৰ সিংহদুৱাৰ হ'ল মাতৃভাষা" যেন মধ্য ঊনবিংশ শতিকাৰ পৰাই অসমীয়া প্ৰতিভাবান শিক্ষিত আৰু সচেতন লোকে অনুভৱ কৰি আছিছিল আৰু এই মাতৃভাষাৰ হকে কাম কৰাটো এটা ডাঙৰ লক্ষ্য স্বৰূপে তেওঁবিলাকৰ চকুৰ আগত থিয় দি আছিল। পূৰ্বে কৈ অহা হৈছে যে এই ভাষা-জাগৰণৰ গুৰিত আছিল আমেৰিকান মিছনেৰিসকল। তেওঁবিলাকে থিটো ভাষাৰ গঢ় "অৰুণোদই"ত প্ৰতিষ্ঠা কৰিলে, সেই গঢ়েই শিক্ষিত অসমীয়াসকলৰ বাবেও আহিস্বৰূপ হ'ল। আনন্দ-জোৰ্টনিৰ যিটি সৰলীকৃত ৰূপ মিছনেৰিসকলে গ্ৰহণ কৰিছিল, সেই ৰূপটি বাকীসকলেও গ্ৰহণ কৰিলে। হেমচন্দ্ৰ বৰুৱাই সুকীয়া প্ৰতিষ্ঠা নিদিয়ালৈকে চলা আমাৰ, ভাষাৰ এই ৰূপটিৰ লগতে সমকালীন সকলো লেখক আৰু পাঠকৰ সম্পৰ্ক স্থাপিত হৈছিল। গুণাভিৰাম বৰুৱাৰ ক্ষেত্ৰতো মিছনেৰি প্ৰকাশভংগীৰ সুৰ শুনিবলৈ পোৱা যায়। অৱশ্যে এই কথা কবই লাগিব যে, হেমচন্দ্ৰ বৰুৱা ভাষাৰ ক্ষেত্ৰত যেনে কঠোৰ নীতিনিষ্ঠ আছিল, গুণাভিৰাম তেনে নাছিল ; বৰং বহু সময়ত তেওঁ লক্ষ্যৰ কথাহে ভাবিছিল, প্ৰকাশভংগীক কঠোৰ নিয়মৰ বশৱৰ্তী কৰা নাছিল। ইয়াৰ অৰ্থ এইটো নহয় যে ভাষাৰ বিশুদ্ধ গঢ়ৰ প্ৰতি তেওঁ উদাসীন আছিল। বৰং হেমচন্দ্ৰ বৰুৱাৰ প্ৰথম অসমীয়া ব্যাকৰণ যেতিয়া প্ৰকাশিত হৈছিল, সেই সময়ত হেমচন্দ্ৰ বৰুৱাই নিজে কোৱা মতে "...তাৰ ৰচনাৰ বিষয়ত লেখাৰ দ্বাৰা তেওঁ মোক বহুত পৰামৰ্শ দিছিল। অধিক কি, সেই বিষয়ত তেওঁ মোৰ অকল উৎসাহদাতা আৰু উপদেশক আছিল।'৫১

মাতৃভাষাৰ প্ৰতি কৰ্তব্যবোধ

স্বদেশ-অনুৰাগ আৰু সংস্কাৰমুখিতা—এই দুটিয়েই আছিল গুণাভিৰামৰ সাহিত্য-সাধনাৰ নিয়ামক শক্তি। তেওঁৰ এই স্বদেশ-অনুৰাগ প্ৰকাশিত হৈছিল ভাষা-প্ৰীতি আৰু স্বদেশৰ অতীত-ঐতিহ্য-প্ৰীতিৰ যোগেদি। "অৰুণোদই"ত 'কলিকতা নগৰত থকা তোমালোকৰ বন্ধু এজন অচৰিয়া লোক'ৰ নামত লিখা "অচৰ দেশৰ লোক সকলৰ প্ৰতি নিবেদন পত্ৰ" শিৰোনামাৰ দুখন চিঠি৫২, "অচৰিয়া লোকে অচৰিয়া ভাষা শিকাৰ ফল" আৰু "কলিকতাৰ পৰা চতুৰ্থ পত্ৰ" শিৰোনামাৰে লিখা দুখন চিঠি৫৩, 'এজন অসমিয়া লোক' এই নামেৰে লিখা

৫১ হেমচন্দ্ৰ বৰুৱা, আত্মজীৱন চৰিত, দ্ৰ. অসমীয়া সাহিত্যৰ চানেকি, ৩য় খণ্ড, পৃ. ১৭৪।

৫২ অৰুণোদই, মে' ১৮৫৩ আৰু জুলাই ১৮৫৩, পুনৰ্মুদ্ৰিত প্ৰকাশ, ১৯৮৩, পৃ. ৯৪৯-৯৫০, ৯৮৬-৯৮৭

৫৩ অৰুণোদই, আগষ্ট ১৮৫৩ আৰু অক্টোবৰ ১৮৫৩, পুনৰ্মুদ্ৰিত প্ৰকাশ, ১৯৮৩, পৃ. ৯৯৬-৯৯৭, ১০৩২-১০৩৩

"বিবাহৰ সম্বন্ধত যি সকল নিয়ম প্ৰতিপালন কৰা কৰ্তব্য তাৰ কথা" আৰু "অচিনিয়া লোকলৈ নিবেদন পত্ৰ" নামৰ আন দুখন চিঠি[৫৪] গুণাভিৰামৰ বুলি ঠাৱৰোৱা হৈছে।[৫৫] ১৮৫৪ খ্ৰীঃৰ জুলাই সংখ্যাত প্ৰকাশিত 'সহ' চিঠিখনো একেজন "অচিনিয়া লোক"ৰে।[৫৬] ড: মহেশ্বৰ নেওগে "অৰুণোদই ১৮৪৬-১৮৫৪"ৰ গ্ৰন্থৰূপৰ "ভূমিকা"ত কোৱা কথাকেইটি প্ৰণিধানযোগ্য। ড: নেওগে গুণাভিৰামক "আনন্দৰামৰ আধ্যাত্মিক উত্তৰাধিকাৰী" বুলি অভিহিত কৰি লিখিছে যে "এই চিঠিবিলাকৰ বিষয়-বস্তু আনন্দৰামৰ লেখাৰ অনুবাদ অৰ্থাৎ অনু-কথন স্বৰূপ।"[৫৭] তেখেতে দেখুৱাইছে যে "ডাঙৰ বিলইৰ কথা

**অৰুণোদই আৰু গুণাভিৰাম**

কথা' (মাৰ্চ ১৮৫৬) লেখা জ.ৰ. আৰু 'নানা দেশৰ সম্বাদ', 'কলিকতাৰ পৰা অহা পত্ৰ' আৰু 'মহাকবি কালিদাসৰ জিৱন বৃত্তান্ত' লেখা গ. সম্ভৱতঃ গুণাভিৰামেই। 'কলিকতা নগৰত থকা একজন অচিনিয়া লোক'ৰ বিষয়ে বিচাৰ কৰি জি.ৰ. স্বাক্ষৰেৰে দশম, একাদশ আৰু দ্বাদশ তাপৰ "অৰুণোদইত" লেখে 'Works on the marriage of Hindoo widows (১০.৭), 'ভেঁটি খোৱাৰ নিষেধ কথা' (১০.৮), 'একজন কবি আৰু একজন বিয়াকৰন সাস্ত্ৰ জনা পণ্ডিতৰ কথা' (১০.৯), 'ইংৰাজি বিদ্যা জনাৰ ফল' (১০.১১), 'অচিনিয়া ভাষা' (১০.১২), 'বিধৱাবিবাহ' (১১.১, ১১.৯,১২.৫,১২.১১,১৩.৩), 'বন্ধুতাৰ কথা' (১১.৫), 'ইংলণ্ড আৰু অচম দেস' (১১.৭), 'তিৰ্থ আৰু পুৰাণৰ উতপত্তিৰ কথা' (১১.৮,১১.১২), 'পুৰুসে তিৰোতাক কি ৰূপে সমাদৰ কৰিব লাগে' (১১.১০), 'কুলিন বিধৱা চোৱালিৰ বিবাহ হোৱাৰ কথা' (১২.১), 'সাবিত্ৰিতাসাৰ সক্তি' (১২.৩)।"[৫৮] 'ঘোষাপুথি ছপা হোৱা বিগ্যাপন'ৰ পৰা "ৰামনৱমী" ধাৰাবাহিকভাৱে প্ৰকাশিত হোৱালৈকে গুণাভিৰামৰ লগত "অৰুণোদই"ৰ সম্পৰ্ক অত্যন্ত ঘনিষ্ঠ আছিল।[৫৯] এক কথাত কবলৈ হ'লে "অৰুণোদই"য়েই আছিল গুণাভিৰামৰ আত্মপ্ৰকাশৰ মাধ্যম আৰু আদৰ্শ ৰচনা-ক্ষেত্ৰও। বিশেষকৈ

---

৫৪ অৰুণোদই, ডিচেম্বৰ ১৮৫৩ আৰু জানুৱাৰী ১৮৫৪, পুনৰ্মুদ্ৰিত গ্ৰন্থৰূপ, ১৯৮৩, পৃ. ১০৬৬-১০৭০, ১০৮৮।

৫৫ ড: মহেশ্বৰ নেওগ, অৰুণোদইৰ ধলফাট, পৃ. ৭৬ ; ড: মহেশ্বৰ নেওগ-সম্পাদিত অৰুণোদইৰ গ্ৰন্থৰূপ, ভূমিকা পৃ. ১৪৭ ; শ্ৰীযতীন্দ্ৰমোহন ভট্টাচাৰ্য-সম্পাদিত ৰাম-নৱমী, সম্পাদকৰ নিবেদন, পৃ. ২১ আৰু পৰিশিষ্ট 'ৰ', পৃ. ৮৭-৮৮।

৫৬ অৰুণোদই, ১৯৮৩, পৃ. ১১৭৬-১১৭৭।

৫৭ অৰুণোদই, ১৯৮৩, ভূমিকা, পৃ. ১৪৭-১৪৮।

৫৮ উল্লিখিত গ্ৰন্থ, পৃ. ১৪৮।

৫৯ ১৮৫৭ খ্ৰীঃৰ "অৰুণোদই"ত (১২.৫) প্ৰকাশিত 'চিত্ৰবিলাসিনি পুথি', ১৮৫৮ খ্ৰীঃত প্ৰকাশিত 'অচম দেশৰ উপকাৰ' (১৩.৪) এই দুটিও গুণাভিৰামৰ ৰচনা।

অসমীয়া ভাষাৰ প্ৰভাৱো গুণাভিৰামৰ ভাষাত অনুভূত হোৱাৰ ইয়েই প্ৰধান কাৰণ। হেমচন্দ্ৰ বৰুৱায়ো "অৰুণোদই"ত লিখিছিল যদিও, তেওঁ সেই ভাষাৰ বাহ্যোনৰ পৰা গুলাই অসমীয়া ভাষাৰ নতুন মান্যৰূপ প্ৰতিষ্ঠা কৰিলে। সি যি কি নহওক, গুণাভিৰামৰ এই পত্ৰ আৰু ৰচনাসমূহত প্ৰকাশিত বিষয়বস্তুৱেই তেওঁৰ চিন্তা-চৰ্চা আৰু উদ্দেশ্যৰ সংকেত বহন কৰিছে।

আধুনিক অসমীয়া সাহিত্যৰ নৱোন্মেষ সাধনৰ ক্ষেত্ৰ "জোনাকী" (১৮৮৯-৯৫) কাকতৰো, তেতিয়া প্ৰবীণ-লেখক স্বৰূপে খ্যাতি লাভ কৰোঁতা গুণাভিৰাম বৰুৱা আছিল এগৰাকী নিয়মীয়া লেখক। 'সৌমাৰ যাত্ৰী' ('সৌমাৰ যাত্ৰীৰ ডায়েৰিৰ অৰ্থাৎ দৈনিক টোকাৰ পৰা উদ্ধৃত' বুলি উল্লিখিত) নামেৰে লিখা 'সৌমাৰ ভ্ৰমণ' "জোনাকী"ত নিয়মীয়াকৈ (২য় ভাগৰ ৮৯-৯৫,১১০-১১৩,১৫৫-১৫৮,১৮৫-১৮৮ পৃষ্ঠাসমূহত) প্ৰকাশিত হয়। ২য় ভাগৰ আন এটা প্ৰবন্ধ 'অসমত মান প্ৰবন্ধৰ অতিৰিক্ত (পৃ. ২৫২-২৫৭)। "জোনাকী"ৰ চতুৰ্থ ভাগত প্ৰকাশিত প্ৰবন্ধসমূহ হ'ল-- 'স্যাৰ জৰ্জ কেম্বেল' (৬৬-৭২), 'অসমত কৌলিন্য প্ৰথা নাই কিয় ?' (১২৬-১২৯), 'অসমত বৌদ্ধধৰ্মৰ চিন' (১৪২-১৪৮), 'অলিখিত বুৰঞ্জী' (১৬৭-১৭১, ১৯৬-১৯৮,২৩৪-২৩৬), 'কামৰূপীয়া পত্ৰ' (২০৫), 'জুৰি প্ৰথা' (২১১-২১৪)--এই কেইটি। "জোনাকী"ত প্ৰকাশিত প্ৰবন্ধ সমূহত লেখকৰ ঐতিহাসিক দৃষ্টিভংগী আৰু সমাজ-সচেতনতাৰ উমান পাব পাৰি। "জোনাকী"ৰ চতুৰ্থ বছৰৰ পিছত গুণাভিৰাম বৰুৱাৰ ৰচনা প্ৰকাশিত হোৱা নাই। তাৰ পিছৰ বছৰত তেওঁ শেষ নিশ্বাস পেলাইছে।

**জোনাকী আৰু গুণাভিৰাম**

যদিও "জোনাকী"ৰ লগত ফেৰ মাৰিয়েই "বিজুলী" কাকত প্ৰকাশ কৰা হ'ল, তথাপি তাৰ ফলত অসমীয়া সাহিত্যৰ লোকচান নহৈ লাভেই হ'ল। বয়োজ্যেষ্ঠ গুণাভিৰামে দুয়োখন কাকতৰ প্ৰতি সমান ভাব পোষণ কৰিছিল। "বিজুলী"ৰ প্ৰথম ভাগত প্ৰকাশিত গুণাভিৰামৰ দুটি কবিতা বিশেষভাৱে উল্লেখযোগ্য। দুয়োটা কবিতা তেওঁ 'গুৰুদত্ত' এই ছদ্মনামত লিখিছিল। প্ৰথমটি হ'ল 'আদ্যাশক্তি স্তোত্ৰ' আৰু দ্বিতীয়টি 'ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বৈকুণ্ঠ-প্ৰয়াণত ভাৰত বিলাপ'। প্ৰথমটি আদ্যাশক্তিৰ বিষয়ে লিখিলেও তাত ব্ৰাহ্ম গুণাভিৰামৰ উদাৰ দৃষ্টিভঙ্গীৰ পৰিচয় পৰিস্ফুট। দ্বিতীয়টিত বিদ্যাসাগৰৰ প্ৰতি থকা গুণাভিৰামৰ গভীৰতম শ্ৰদ্ধাৰ নিদৰ্শন ফুটি উঠিছে। গুণাভিৰামৰ এই কাব্য-প্ৰচেষ্টাৰ মাজত মধ্যযুগীয় প্ৰকাশভংগীতকৈ পুৰণি অসমীয়া বৈষ্ণৱ কবিতাৰ প্ৰকাশভংগী মন কৰিবলগীয়া।৬০ "বিজুলী"ত প্ৰকাশিত 'আসাম যাত্ৰা' (২.২, ৩.১, ৩.২, ৩.৩, ৩.৪, ৩.৫, ৩.৬, ৪. আহিন সংখ্যা আৰু পিছৰ ৬.৪ সংখ্যা) এটি জীৱনীয়া প্ৰবন্ধ আৰু

**বিজুলী আৰু গুণাভিৰাম**

---

৬০ 'বাসনৱৰী'ৰ শেহত 'মুক্তিমংগল ভটিমা'ৰ দৰে সন্নিবিষ্ট 'পুজাৰীৰ ইচ্ছি লেচাৰি'টিও দ্ৰষ্টব্য।

ইয়াৰ মাজতো 'সৌৰাৰ যাত্ৰী'জনেই আন ৰূপত ভুমুকিয়াইছে।[61] "বিজুলী"ত ব্যংগ লেখক গুণাভিৰামকো দেখা দিছিল—"কঠিন শব্দৰ ৰহস্য ব্যাখ্যা"ৰ মাজত।[62] ইয়াৰ উপৰিও 'আসামৰ উন্নতি', 'আসাম শাসন, শাসক আৰু প্ৰজা', 'চিকাগো-প্ৰদৰ্শনী', 'বৈজ্ঞানিক প্ৰবন্ধ', 'নব প্ৰবাদ', 'মাননীয় দাদাভাই নাওৰজী', 'স্মৃতি ভট্ট ৰঘুনন্দন' আদি "বিজুলী"ৰ প্ৰবন্ধবিলাকৰ কথাও উল্লেখযোগ্য। তেওঁৰ মৰণোত্তৰ কালত ১৯২৭ খ্ৰীঃৰ "মিলন"ত 'মাহীমাক' নামৰ ৰচনা এখনি প্ৰকাশিত হয়।

"অৰুণোদই"ৰ পৰা "জোনাকী" ("বিজুলী"কো সামৰি) লৈকে আধুনিক অসমীয়া সাহিত্যৰ আদি পত্ৰিকা ভূমি গুণাভিৰামৰ ব্যক্তিত্ব ব্যাপ্ত। অসমীয়া ভাষাৰ পুনৰ্বাসনৰ বাবে আইনগত আন্দোলনত প্ৰবৃত্ত হোৱা স্মাৰক-পত্ৰবোৰৰ অন্যতম স্বাক্ষৰকাৰী গুণাভিৰাম[63] আধুনিক অসমীয়া ভাষাৰ যুগ-যুগৰ ইতিহাসৰ লগতো নিবিড়ভাৱে জড়িত। হেমচন্দ্ৰ বৰুৱাই লিখিছিল, "অসমীয়া ডেকা-বিলাকে বঙালী মাহীৰ সলনি অসমীয়া মাতৃক আদৰ কৰিবলৈ আগবাঢ়িছিল তাতো মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকনৰ পাছতে গুণাভিৰাম বৰুৱা পথপ্ৰদৰ্শক হৈছিল।"[64]

বেজবৰুৱাই তেওঁক "বুৰঞ্জী-বিহু"[65] বুলি দিয়া বিশেষণ গুণাভিৰামৰ প্ৰতিভাৰ এটি বিশেষ দিশৰ প্ৰতি অংগুলি-নিৰ্দেশ কৰি গৈছে। "আসাম-বন্ধু"ৰ 'আগৰ দিন এতিয়াৰ দিন', "জোনাকী"ৰ 'সৌৰাৰ যাত্ৰা', "বিজুলী"ৰ 'আসাম

---

৬১ পৰৱৰ্তী কালত মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য আৰু মহাদেৱ শৰ্মাৰ দ্বাৰা সম্পাদিত আৰু বংগৰ প্ৰসিদ্ধ ভূদেৱ মুখোপাধ্যায়ৰ পুত্ৰ মুকুন্দদেৱ মুখোপাধ্যায়ৰ দ্বাৰা ৫৪ মাণিকতলা ষ্ট্ৰীটৰ পৰা প্ৰকাশিত অসমীয়া পাক্ষিক কাকত "আসাম হিতৈষী"ত (১৯২৭ খ্ৰী.ৰ মে, জুন আৰু জুলাই মাহৰ) প্ৰকাশিত 'আসাম যাত্ৰা' যদিও গুণাভিৰাম বৰুৱাৰ লিখা বুলি আৰু "আসাম যাত্ৰা বুলি লেখকৰ নিজা হাতে লিখা কাকতৰ পৰা" বুলি দেখুওৱা হৈছে, সেই ৰচনা গুণাভিৰাম বৰুৱাৰ 'আসাম যাত্ৰা'ৰ আৰ্হিত অসমলৈ প্ৰথমবাৰৰ বাবে ফুৰিবলৈ অহা কোনোবা বঙালী ভদ্ৰলোকৰ ৰচনাহে। হয়তো সেই ৰচনাহে গুণাভিৰামক চাবলৈ দিয়া হৈছিল আৰু গুণাভিৰামে নিজে তাৰ পৰিমাৰ্জিত অসমীয়া ৰূপ এটি দিছিল। ভিতৰৰ বিষয়বস্তু নোচোৱাকৈ, কেৱল আখৰ দেখিয়েই সেই ৰচনা গুণাভিৰামৰ বুলি ঠাৱৰ কৰাটো কোনো প্ৰকাৰে সংগত নহয়।

৬২ বিজুলী, ১৮৯০, পৃ. ১০৬। সম্পূৰ্ণ গ্ৰন্থ হিচাপে মৰণোত্তৰ কালত (১৯১১ খ্ৰীঃত) ছপা হয়।

৬৩ মহেশ্বৰ নেওগ, ভূমিকা, অৰুণোদই, ১৯৮৩, পৃ. ১৪৮।

৬৪ আত্মজীৱন চৰিত, অসমীয়া সাহিত্যৰ চানেকি, ৩য় খণ্ড, পৃ. ১৭৪।

৬৫ বেজবৰুৱা গ্ৰন্থাৱলী, প্ৰথম খণ্ড, পৃ. ৭৩।

যাত্ৰা' আদি প্ৰবন্ধকেইলানিৰ বাহিৰেও তেওঁৰ ডাঙৰ কীৰ্তি হ'ল "আসাম বুৰঞ্জী" (১৮৭৫ খ্ৰী:)। যদিও আধুনিক বিজ্ঞান-সন্মত পদ্ধতিৰে সকলো কথা সংগ্ৰহ, বিচাৰ আৰু সংকলন কৰা সেই সময়ত সম্ভৱ নাছিল, যদিও সমকালীন দৃষ্টিৰে তেওঁ বিভিন্ন সম্প্ৰদায়ৰ কথা কওঁতে আজিৰ দৃষ্টিত সম্পূৰ্ণ মৰ্যাদা বহুক্ষেত্ৰত ৰক্ষা কৰিছিল বুলিব নোৱাৰি, আৰু যদিও ভাষাৰ ক্ষেত্ৰতো হেমচন্দ্ৰ বৰুৱাৰ নীতি-নিষ্ঠতা ৰক্ষা কৰা নাছিল, তথাপি, সমাজৰ সকলো দিশৰ ইতিবৃত্ত সামৰি লিখা এইখনেই প্ৰথম আধুনিক অসমীয়া বুৰঞ্জী। বুৰঞ্জীখনৰ মাজত যেন ঊনবিংশ শতিকাৰ শিক্ষিত অসমীয়াৰ মনটোৱেও ভুমুকিয়াই গৈছে।

গ্ৰন্থকাৰ গুণাভিৰাম

এই ঐতিহাসিক মানুহগৰাকীক আমি "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত" (১৮৮০)ৰ মাজতো পাওঁ। প্ৰতিটো বিষয়ৰ খুটি-নাটি সামৰি দিয়া বিৱৰণ, পৰিৱেশ আৰু পৰিস্থিতিৰ সত্য-নিৰ্ভৰ চিত্ৰণ আৰু বিষয়ৰ লগত থকা অন্তৰংগ পৰিচয়ে আধুনিক অসমীয়া ভাষাৰ প্ৰথম জীৱনীখনিক সফল কৰি তুলিছে। সৃষ্টিশীল লেখক হিচাপে গুণাভিৰামৰ বাই কৃতি "ৰাম-নৱমী" (১৮৭০) নাটক। উল্লেখ কৰি অহা হৈছে যে নাটকৰ মাই ভেটি হ'ল বিধৱা-বিবাহ। যদিও শেহত নায়ক, নায়িকা আৰু নায়িকাৰ সখীয়েক তিনিও আত্মহত্যা কৰিলে, তথাপি, তাৰ মাজতো বিধৱা-বিবাহৰ প্ৰয়োজনীয়তা আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ এই চেষ্টাৰ গুৰুত্ব প্ৰতিপন্ন কৰিবলৈ লেখকে যত্ন কৰিছে। এফালে সংস্কৃত নাটক, বিশেষকৈ কালিদাসৰ নাটকৰ প্ৰভাৱ, আনহাতে পাশ্চাত্য নাটকৰ প্ৰভাৱ[৬৬], এহাতে ব্ৰাহ্মধৰ্মৰ প্ৰভাৱ, আনহাতে অসমীয়া সমাজ-জীৱনৰ চাপ—এই আটাই কেওটিয়ে নাটকখনিৰ বৌদ্ধিক পটভূমি নিৰ্মাণ কৰি দিছে। ইয়াতো কোনো সম্প্ৰদায়ৰ কথা উল্লেখ কৰোঁতে আজিৰ দৃষ্টিৰে অগ্ৰহণীয় শব্দ ব্যৱহাৰ কৰিছে। অৱশ্যেই, সেই দোষ 'সময়ৰ'হে, লেখকৰ অকল-শৰীয়া দোষ নহয়।

গুণাভিৰামৰ আন এটি গুৰুত্বপূৰ্ণ ভূমিকা হ'ল পাঠ্য-পুথি প্ৰণেতাৰ ভূমিকা। আনন্দৰাম ঢেকিয়াল ফুকনে ৰচনা কৰা প্ৰথম পাঠ্যপুথি "অসমীয়া লৰাৰ মিত্ৰ" (১৮৪৯)[৬৭] গুণাভিৰাম বৰুৱাই পিছত সংশোধন আৰু নতুনকৈ সম্পাদন কৰি প্ৰকাশ কৰে। ১৮৫৩ খ্ৰীঃৰ মাচ মাহৰ "অৰুনোদই"ত

---

৬৬ শ্ৰীযতীন্দ্ৰমোহন ভট্টাচাৰ্য-সম্পাদিত "ৰাম-নৱমী নাটক"; 'সম্পাদকৰ নিবেদন', পৃ. ২৩-২৯।

৬৭ এই পুথি ২য় ভাগ 'বালকোপদেশক' আৰু ৩য় ভাগ 'ভূগোল প্ৰকৰণ' নামত ওলায়।

‘অচম দেশৰ লোকসকলৰ প্ৰতি নিবেদন পত্ৰ’ত গুণাভিৰামেই পুথিখনিৰ এটি পৰিচয় দাঙি ধৰিছিল। ১৮৭৩ খ্ৰী:ত অসমীয়া ভাষা পুনৰ্বাসনৰ পিছত পাঠ্য-পুথি লেখাৰ বাবে প্ৰায় প্ৰতিগৰাকী শিক্ষিত অসমীয়া লোকে দায়িত্ব ল’ব-লগীয়া হৈছিল। গুণাভিৰামেও এই উদ্দেশ্যে ৰচনা কৰি উলিয়ায় ল’ৰা-পুথি (১৮৭৪ খ্ৰী:)। তেওঁৰ আন এখন পাঠ্যপুথি হ’ল “অসমীয়া লৰাৰ ভূগোল” (১৮৭৯)। “পদাৰ্থ বিদ্যা” বিষয়ক তেওঁ এখন পুথি ৰচনাৰ সম্বাদো পোৱা যায়। এই আটাইবিলাক কাৰ্যৰ মাজত ভাষাৰ মৰ্যাদা স্থাপন আৰু বিকাশ সাধনৰ বাবে অনুভৱ কৰা দায়িত্ববোধেই আত্মপ্ৰকাশ কৰিছে। ইবিলাকৰ উপৰিও গুণাভিৰাম বৰুৱাই আন এটা উল্লেখযোগ্য কাম কৰি গৈছে : “কাব্যকুসুম” নাম দি ১৮৮৪ খ্ৰী:ত প্ৰকাশ কৰি গৈছে অসমীয়া কবিতাৰ প্ৰথম বাছনি। পুৰণি কবিসকলৰ ৰচনাৰ এই বাছনিটি এতিয়া পাবলৈ নাই।[৬৮]

পাঠ্যপুথি প্ৰণেতা গুণাভিৰাম

এগৰাকী সমীক্ষকে সঠিকভাৱেই কৈছে যে “সমসাময়িক আৰু বয়ো-কনিষ্ঠ অসমীয়া লেখকসকলৰ বহুতৰে নিমিত্তে গুণাভিৰাম আছিল প্ৰেৰণাৰ উৎস।”[৬৯] কেৱল, গুণাভিৰামৰে ‘আবিষ্কাৰ’ ৰত্নেশ্বৰ মহন্তই তেওঁৰ “পাঠ্যাৱলী” নামৰ পাঠ্যশালীয়া পুথিৰ পাণ্ডুলিপিখনি গুণাভিৰাম বৰুৱাই পুথি বছা সমিতিত অনুমোদন নকৰাৰ বাবে “... he (Gunabhiram) has tendency towards Bengali” বুলি দোষাৰোপ কৰিছিল।[৭০]

ৰত্নেশ্বৰ মহন্তই খঙৰ ভমকত দোষাৰোপ কৰিলেও, গুণাভিৰাম আছিল দৰাচলতে আধুনিক অসমীয়া সাহিত্যৰ বাবে উৰ্বৰা ক্ষেত্ৰ প্ৰস্তুত কৰোঁতাসকলৰ অগ্ৰণী। নিজে ৰচনা কৰা গ্ৰন্থ আৰু প্ৰবন্ধসমূহৰ উপৰিও, তেওঁ সৃষ্টি কৰিলে এচাম লেখক। যি লক্ষ্য আৰু উদ্দেশ্যৰে তেওঁ কাম হাতত লৈছিল, সেই একে লক্ষ্য আৰু উদ্দেশ্য পূৰণৰ বাবে তেওঁ ‘সম্পাদকৰ মেজ’ এখনো তৈয়াৰ কৰি ল’লে। এই মেজখনেই “আসাম-বন্ধু”। “আসাম-বন্ধু”ৱে কেৱল “অৰুণোদই” আৰু “জোনাকী”ৰ মাজৰ সময়চোৱাৰ সেতুৰ কামেই কৰা নাই, “অৰুণোদই” আৰু “জোনাকী”ৰ ভাব-জগত আৰু বিষয়ৰ জগতৰ মাজতো সেতুৰ কাম

৬৮ “জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী”ৰ সম্পাদক শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞাৰ হাতত থকা আগফালে আৰু পিছফালে পাত নষ্ট হোৱা কপিটোৱেই সম্ভৱতঃ টিকি থকা একমাত্ৰ কপি।

৬৯ শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা, জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী, ভূমিকা, পৃ: ১৫।

৭০ দ্ৰষ্টব্য, ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, পৃ. ৩১৪।

কৰি গৈছে। এক কথাত ক'বলৈ হ'লে "আসাম-বন্ধু"ৰ পিছফালে কেৱল গুণাভিৰামেই নাছিল, আনন্দৰাম আৰু "অৰুণোদই"ৰ সমগ্ৰ ভাব-শক্তিও (Spirit) আছিল।

## আসাম-বন্ধু (১৮৮৫-১৮৮৬)

১৮৭১ খ্ৰীঃৰ পৰা গুণাভিৰাম বৰুৱা ১৮৯০ খ্ৰীঃত অৱসৰ গ্ৰহণ কৰালৈকে প্ৰায় ১৯ বছৰ কাল বিভিন্ন বিষয়বাবত নগাঁৱতে থাকে; মাজতে কেৱল ১৮৭৫ খ্ৰীঃৰ ২৫ ডিচেম্বৰৰ পৰা ৩ মাহৰ ছুটী লয়।[৭১] "অৰুণোদই"ৰ ৰচনা ("ৰামনৱমী"কো ধৰি) খিনি বাদ দিলে, তেওঁৰ পৈণত বয়সৰ সৰহখিনি ৰচনাই এই সময়ৰ বুলিব পাৰি। নগাঁৱত থকা কালতে ১৮৮৫ খ্ৰীঃৰ জানুৱাৰী মাহৰ পৰা সম্পাদনা আৰু প্ৰকাশ কৰিবলৈ লয় মাহেকীয়া কাকত "আসাম-বন্ধু"। ১৮৮৫ খ্ৰীঃৰ বছৰটোত বাৰটা সংখ্যা প্ৰকাশিত হয়; ১৮৮৬ খ্ৰীঃৰ বছৰটোত জানুৱাৰীৰ পৰা এপ্ৰিললৈকে দুটা সংখ্যা প্ৰকাশিত হয়, অৰ্থাৎ মাহলেখেৰে ১৬ মাহ হ'লেও মুঠ ১৪টা সংখ্যাহে পৰিচয়. প্ৰকাশিত হয়। ১/১৬ ক্ৰাউন আকাৰৰ কাকতখনৰ প্ৰথম বছৰটোৰ পৃষ্ঠা সংখ্যা ৪৩২ আৰু দ্বিতীয় বছৰৰ পৃষ্ঠা সংখ্যা ১৪২; মুঠ পৃষ্ঠা সংখ্যা ৫৭৪। আলোচনীখন প্ৰকাশিত হয় "কলিকতা, ১০০ নম্বৰ বৌবাজাৰ ষ্ট্ৰীট"ৰ পৰা।[৭২] 'আসামদেশৰ লোক সকল'ক 'গিয়ানী' দেখিবলৈ বাঞ্চা কৰা আনন্দৰামৰ "আধ্যাত্মিক উত্তৰাধিকাৰী" গুণাভিৰামৰ "আসাম-বন্ধু"ৰ আদৰ্শ হ'ল 'ম চ জ্ঞানাতু পৰং বলম'।

"আসাম-বন্ধু" সম্বাদ-পত্ৰ নহয়, 'মাসিক পত্ৰ'। "অৰুণোদই"ও আছিল 'গিয়ান ভাণ্ডাৰ' আৰু 'A monthly Paper,' কিন্তু লগতে আছিল 'সম্বাদ-পত্ৰ'ও। আনহাতে "আসাম বিলাসিনি" (১৮৭১-৮৩)ৰ পৰা "আসাম নিউজ" (১৮৮২-৮৫) লৈকে এই সময়ছোৱাত প্ৰকাশিত আটাইকেইখন কাকতেই আছিল সম্বাদ-পত্ৰ। এইকালৰ পৰা চাবলৈ হ'লে "আসাম-বন্ধু"বেই হ'ল অসমীয়া ভাষাৰ প্ৰথম 'মাহেকীয়া সাহিত্য-আলোচনী'।[৭৩] "বস্তুত কোনোৱে আমাৰ বাধা নহয়"

---

৭১ বিজম, ৫ম বছৰ, ১ম সংখ্যা, পৃ. ৪৫।

৭২ সাম্প্ৰতিক সংকলনত প্ৰথমৰ নাম-পত্ৰখান পোৱা নগ'ল। তদুপৰি বেটু-পাত নোহোৱা সংকলনটিত সম্পাদকৰ নাম থকা অংশটিও নাই।

৭৩ দ্বিতীয়খনি বৌ (১৮৮৬) আৰু তৃতীয়খনিহে জোনাকী (১৮৮৯)। অৱশ্যে, বৌ-ক সাহিত্য-আলোচনী বোলাতকৈ আৰ্থ-সামাজিক বিষয়ৰ আলোচনী বোলাহে বেছি উপযুক্ত হ'ব যেন লাগে।

বুলি প্ৰথমটি সম্পাদকীয়তে ঘোষণা কৰা হৈছে। শাসন, বিচাৰ আদি ৰাজনৈতিক বিষয়, সাম্প্ৰদায়িক ধৰ্ম, ব্যাকৰণৰ বিতৰ্ক, পৰ-নিন্দা বা প্ৰশংসা এইবিলাকৰ পৰা দূৰত থাকি সাধাৰণৰ মনোৰঞ্জন আৰু জ্ঞানচৰ্চ্চা" এই উদ্দেশ্যে আগত ৰাখিয়েই 'আসামৰ বন্ধু' হিচাপে কাম কৰিবলৈ "আসাম-বন্ধু" ওলাই আহিছিল। প্ৰথম সম্পাদকীয়টিতে আনন্দৰামৰ সেই প্ৰসিদ্ধ বাক্য "হে কৃপাময় জগদীশ্বৰ—"ৰ প্ৰতিধ্বনি যেন বাজি উঠিছে এনেকৈ: "আন আন দেশত সাধাৰণৰ উন্নতিৰ নিমিত্তে অনেক পন্থা আছে। বৈজ্ঞানিক সভা, শিল্পকৰ্ম্মৰ মেলা আৰু সাময়িক পত্ৰিকা—এইবিলাকৰ দ্বাৰায় সভ্য দেশৰ সাধাৰণৰ বহু উপকাৰ হয়। কিন্তু দুৰ্ভগীয়ঃ আসাম দেশত এইবিলাকৰ অনুষ্ঠান নোহোৱা বাবে ইয়াৰ মানুহৰ মন নীচেই সংকীৰ্ণ। শিক্ষাৰ উন্নতি নহকা বাবেই এই দেশৰ পুৰণি শিল্প আৰু সাহিত্য প্ৰায় লোপ পালেহি।" এতেকে,

**লক্ষ্য আৰু উদ্দেশ্য**

বিজ্ঞান, শিল্প, সাহিত্যৰ "আলোচনাৰ অভাৱ মোচন কৰিবৰ আশা কৰি আসাম-বন্ধু আগবাঢ়ি আহিছে।" কোনো শ্ৰেণী বা বিশেষ সমাজৰ মুখপাত নহৈ, "বিষয়ে আলোচনাৰ দ্বাৰায় জ্ঞানৰ উন্নতি হয়" তাকে চেষ্টা কৰিবলৈ সম্পাদকীয়ত ঘোষণা কৰা সংকল্পই কাকতখনিৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ উমান দিয়ে।

এই সময়ছোৱাত সংখ্যাত তাকৰীয়া হ'লেও আধুনিক শিক্ষাৰে শিক্ষিত অসমীয়া শ্ৰেণী এটি গঢ় লৈ উঠিল। তেওঁবিলাকৰ মাজত এফালে জাতীয় চেতনা আনফালে এটি নতুন সাহিত্য-চেতনা—এই দুয়োটাই ঠাই উলিয়াই লবলৈ আৰম্ভ কৰিলে। এই জাতীয় চেতনাই জগাই তুলিলে ভাষা-প্ৰীতি, ইতিহাস-প্ৰৱণতা, ঐতিহ্য-প্ৰীতি, সমাজ-সচেতনতা আৰু তাৰ ফলস্বৰূপে সমাজ-সমালোচনাৰ দৃষ্টিভংগী। "অৰুনোদই"ত ইয়াৰ আৰম্ভণি ঘটিছিল, "আসাম-বন্ধু"ত ইবিলাকে কম সময়ৰ ভিতৰতে অনেকখিনি পূৰ্ণতা অৰ্জন কৰিবলৈ সমৰ্থ হয়। সাহিত্য-চেতনাই পথ উলিয়াই দিলে—অসমীয়া

**জাতীয় চেতনা আৰু সাহিত্য-চেতনা**

কবিতাত এটি গুণগত পৰিবৰ্তন প্ৰতিষ্ঠা কৰিবলৈ, গ্ৰন্থ-সমালোচনাৰ পথ প্ৰশস্ত কৰিবলৈ, নতুন কাহিনী ৰচনাৰ বাট কাটিবলৈ, চিন্তামূলক ৰচনা লিখিবলৈ, সামাজিক নাটক ৰচনাৰ ধাৰা প্ৰবহমান কৰিবলৈ আৰু ব্যংগ ৰচনাক এটি নতুন গঢ় দিবলৈ। মাত্ৰ যোলটা সংখ্যাৰে, প্ৰায় তেৰ বছৰ কালৰ ভিতৰত "আসাম-বন্ধু"ৱে যিখিনি ৰচনি আগবঢ়াই থৈ গ'ল, সেই ৰচনিৰে আমাৰ আধুনিক সাহিত্যৰ ভূমিকা এটি বিশেষ আয়তন দান কৰিলে। ইয়াৰ অৰ্থ এইটো নহয় যে "আসাম-বন্ধু"ৰ সকলো ৰচনা সাৰ্থক সাহিত্য-কৰ্ম স্বৰূপে চিহ্নিত। "আসাম-বন্ধু"ৰ কৃতিত্ব এইখিনিতেই যে ই সচেতন-সাহিত্য ৰচনাৰ বাবে ক্ষেত্ৰ প্ৰস্তুত কৰিলে।

প্ৰথম বছৰৰ 'সম্পাদকীয়'ত (যদিও 'সম্পাদকীয়' শব্দটো ব্যৱহাৰ কৰা নাই) কাকতখনৰ লক্ষ্য আৰু উদ্দেশ্যৰ কথা ব্যক্ত কৰাৰ পিছত পিছৰ এখাৰটা সংখ্যাত কোনো সম্পাদকীয় প্ৰবন্ধ লিখা নাই। আকৌ দ্বিতীয় বছৰৰ প্ৰথম সংখ্যাত আগৰ বছৰটোৰ অভিজ্ঞতাৰ কথা উল্লেখ কৰি লিখা 'সম্পাদকীয়'ত অসমীয়া কাকত স্থায়ী নোহোৱাৰ কাৰণ দৰ্শাই অসমীয়া সাহিত্যৰ সমকালীন অৱস্থাৰ ইংগিতো দান কৰিছে। প্ৰধান কাৰণটোৱেই হ'ল "সাময়িক পত্ৰ ল'ব পৰা মানুহৰ যি সংখ্যা তাৰ অনেকেই ইংৰাজী আৰু বাঙ্গালা পত্ৰ লয়।" দ্বিতীয়টো হ'ল "অনেকে আমাক ("আসাম-বন্ধু"ক) বঙালীৰ গা-ত আউজা বুলি ইতিকিং কৰে।" এই অভিযোগৰ উত্তৰ দি কৈছে যে "কেঁচুৱা ল'ৰাৰ ভাষাক যেনেকৈই দুষিব নাপায় ক্ষমিব পায়, আমাৰ প্ৰতিও সেই ৰূপ ক্ষমা বিস্তাৰ কৰা উচিত" আৰু "সকলো দেশত সকলো সময়ত প্ৰায় সকলো লোকে বিদেশৰ ভাল ভাল বস্তু বা নিয়ম স্বদেশলৈ আনে। এতেকে গমি চালে সেই অভিযোগ (বঙালীৰ গাত আঁউজা) দুৰ্ব্বল বুলি বিবেচনা হ'ব পাৰে।" এই সম্পাদকীয়ত প্ৰকাশ পোৱা আন এটি গুৰুত্বপূৰ্ণ কথা হ'ল—ক্ষুদ্ৰ জাতি হিচাপে অসমীয়া মানুহে ভোগ কৰিবলগীয়া অসুবিধাৰ বাবে সম্পাদকে "দেশ হিতৈষী লোকসকলক" "দেশৰ এই ৰূপ অৱস্থালৈ চাই ত্যাগ স্বীকাৰ" কৰিবলৈ কৰা অনুৰোধ। সম্পাদক গুণাভিৰাম বৰুৱাই গভীৰ স্বদেশানুৰাগেৰে কৈছে যে, একো লাভ নহলেও "দেশত এখান পত্ৰ আছে থাওক। আজন্যক হওক বা নহওক দেশৰ গৌৰৱ ৰওক, ভাষাৰ বাট মুকলি থাওক।"

আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম পৰ্ব্ব ভেটি নিৰ্মিত হৈছে তিনিটি প্ৰধান উপাদানেৰে—ঐতিহ্যৰ পৰা পোৱা ভাববাদী দৰ্শন, নব্য মানবিকতা-বাদী দৰ্শন আৰু জাতীয়তাবোধ। "অৰুণোদই"ত ইবিলাকৰ আৰম্ভণি ঘটিলেও তাত কিছু প্ৰকাৰভেদ আছিল। "আসাম-বন্ধু"ৰ মাজত এই তিনিওটি উপাদান ক্ৰমাৎ স্পষ্ট হ'বলৈ ধৰিলে আৰু "জোনাকী"ত লাভ কৰিলেগৈ পূৰ্ণ প্ৰতিষ্ঠা।

"আসাম-বন্ধু"ৰ 'আৰম্ভণ'—বাক্যটিৰ মাজত (পৃ. ১) চৰাচৰ জগৎ সৃষ্টি কৰোঁতাৰ মহান বাখা কৰি প্ৰকাশ কৰা প্ৰশংসা-বাণীৰ মাজত ঈশ্বৰ-বিশ্বাস মূৰ্ত্ত হৈ উঠিছে। অন্যান্য ৰচনাৰ মাজতো এই বিশ্বাস সহজেই অনুভূত হয়। 'দেশীয় পৰিচ্ছেদ'ৰ বিষয়ে ক'বলৈ যাওঁতে "পৰমেশ্বৰে নানান্য পশু-পক্ষী বিলাককো দেশোপযোগী শৰীৰাৱৰণ" দিয়াৰ কথা (পৃ. ১৬), 'কবেৰভিজাই'ৰ কৃষ্ণভক্তি (পৃ. ৪৩-৪৫)ৰ কাহিনী, 'ভাষা'ৰ বিষয়ে কবলৈ যাওঁতে প্ৰথমে "ঈশ্বৰ সৃষ্টিৰ ভিতৰত" মানুহৰ প্ৰাধান্যৰ অৱতাৰণা (পৃ. ৪৫), ৰত্নেশ্বৰ মহন্তৰ 'স্তুতি' কবিতা (পৃ. ৫১-৫৩), 'তিনটা নাই—উন্নতি কেনেকৈ?' শীৰ্ষক-ৰচনাখনিত প্ৰাণীবিলাকৰ উন্নতিৰ দুটি পথৰ "এটি যোগ প্ৰাপ্তি" (পৃ. ৭৮)

বুলি কৰা আৰম্ভণ, 'শান্তি আৰু আশা' নামৰ কবিতা (পৃ. ১৯৯-২০২), **ভাববাদী দৰ্শন** 'কিয় প্ৰভু মুক্তিনাহা ময় মহা মূৰ্খ' নামৰ কবিতা (পৃ. ৩২১-৩২৪), বেদৰ পৰিচয় শীৰ্ষক ৰচনা 'বেদ' (পৃ. ৩৩৩-৩৩৭), 'বিশ্বপতি', 'জীৱন-দৰ্শন' নামৰ কবিতা (পৃ. ৪১১-৪১৪), 'উপদেশ' নামৰ কবিতা (পৃ. ৪১৪), 'স্তোত্ৰ' নামৰ কবিতা (পৃ. ৪৭৪-৪৭৬ : অনুবাদ কবিতা), 'যৌবন আৰু বৃদ্ধাৱস্থা' নামৰ কবিতা (পৃ. ৪৮৬), 'ঈশ্বৰৰ স্থান ক'ত' নামৰ কবিতা (পৃ. ৫৫১-৫৫৪) আদিয়ে সমকালীন শিক্ষিতসকলৰ ঈশ্বৰ-বিশ্বাসৰ নিদৰ্শন দাঙি ধৰে। এই ক্ষেত্ৰত দুটা কথা মন কৰিবলগীয়া : সম্পাদকে প্ৰথম সম্পাদকীয়ত ঘোষণা কৰাৰ দৰেই কোনো সাম্প্ৰদায়িক ধৰ্মালোচনাক আলোচনীখনত ঠাই দিয়া নাই আৰু 'ইয়ং বেংগল গ্ৰুপ'ৰ দৰে খ্ৰীষ্টীয় ঐতিহ্যৰ বিদ্বেষো ইয়াত ক'তো নাই। গুণাভিৰামে বৰুৱাই আনকি 'ব্ৰাহ্মধৰ্ম' সম্পৰ্কেও ক'তো এটা বাক্যও নিলিখাটো মন কৰিবলগীয়া কথা।

"আসাম-বন্ধু"ৰ আন এটা বৈশিষ্ট্য হ'ল প্ৰথম সম্পাদকীয়ত ঘোষণা কৰাৰ দৰে "বিজ্ঞান, শিল্প, সাহিত্যৰ আন্দোলন"ৰ যি অভাৱ অসমত আছিল তাক "মোচন কৰিবৰ আশা কৰি" প্ৰকাশ কৰা ৰচনাসমূহ। 'উদ্ভিদৰ চাৰিখান দুৱাৰ' (পৃ. ১৬৭-১৬৯), 'আমাৰ শিল্প' (পৃ. ১৭০-১৭৭, ১৮৫-১৮৬), 'শক্তি বিজ্ঞান' (পৃ. ৩৪৩-৩৪৯), 'ভূমিকম্প' (পৃ. ৩৪৯-৩৫০), 'বাৰি বিজ্ঞান (পৃ. ৪৪২-৪৪৬, ৫০০-৫০১), 'কৈশিকাকৰ্ষণ' (পৃ ৫৪৪-৫৪৫), 'ৰাসায়নিক আকৰ্ষণ বা সম্বন্ধ' (পৃ. ৫৪৫-৫৪৬), 'চৌম্বকাকৰ্ষণ' (পৃ ৫৪৬-৫৪৭), **বিজ্ঞান-বিষয়ত গুৰুত্ব** 'তাড়িত বা বিদ্যুতাকৰ্ষণ' (পৃ. ৫৪৭-৫৪৮), 'ভাৰকেন্দ্ৰ' (পৃ. ৫৪৯-৫৫১) আৰু 'জড়বস্তুৰ বিশেষ বা নৈমিত্তিক গুণ' (পৃ. ৫৭১-৫৭৪) এই ৰচনাসমূহৰ যোগে সংশ্লিষ্ট বিষয়ৰ পৰিচয় দান কৰিবলৈ যত্ন কৰা হৈছে। "অৰুণোদই"তো সমপৰ্যায়ৰ চৰ্চা আৰম্ভ হৈছিল যদিও, ইয়াত সেই চৰ্চা ক্ৰমাৎ বহল হ'বলৈ ধৰাটো লক্ষণীয়। বিশেষকৈ পদাৰ্থ বিজ্ঞানৰ সংশ্লিষ্ট বিষয়সমূহৰ পৰিচয়ৰ কথা উল্লেখযোগ্য। দেশৰ মানুহৰ মাজত এই বিষয়সমূহৰ পৰিচয় প্ৰচাৰৰ দ্বাৰা নৱ-জ্ঞানৰ প্ৰসাৰ ঘটাবলৈ কৰা যত্নৰ মাজতো প্ৰচ্ছন্নভাৱে ক্ৰিয়া কৰিছে দেশাত্মবোধেই।

গুণাভিৰামৰ যুৱতী-চৰ্চাও দেশপ্ৰেমৰে পৰোক্ষ প্ৰকাশ। "আসাম যুৱতী" প্ৰকাশ হোৱাৰ পিছত "আসাম-বন্ধু"ত তেওঁ ৰচনা কৰা 'আগৰ দিন এতিয়াৰ দিন' নামেৰে প্ৰতিটো সংখ্যাত প্ৰকাশ কৰা ৰচনামালিৰ মাজত আহোম ৰজাৰ দিনৰ অসমৰ ৰাজকীয়, সামাজিক আৰু সাংস্কৃতিক ছবি ফুটি উঠিছে। ই ৰজাবৰীয়া বিৱৰণ নহৈ সমকালীন অসমৰ ইতিহাস লিপিকেইটাৰ পৰিচয়জ্ঞাপক

ধুৰন্ধৰীলৈ ৰূপান্তৰিত হৈছে। তদুপৰি, এই ৰচনালানিত তেওঁৰ এটা বস্তুনিষ্ঠ নিৰপেক্ষ দৃষ্টিভংগীৰ প্ৰকাশ মন কৰিবলগীয়া।

**উদাৰ মানৱিকবাদী দৰ্শন**

গুণাভিৰামৰ কলিকতা-জীৱনৰ লগত হোৱা আন্তৰিক পৰিচয়ে তেওঁক দান কৰিলে পাশ্চাত্যৰ পৰা বণিক-তন্ত্ৰৰ লগতে অহা উদাৰ মানবিকতাবাদী দৃষ্টিভংগী। 'হিউমেনিজম'এ কুল-কৌলিন্যৰ ঠাইত বিত্ত আৰু বিদ্যাৰ মৰ্যাদা প্ৰতিষ্ঠা কৰিলে।[৭৪] গুণাভি-ৰামে লিখিছে, "ৰাজ্য-শাসনৰ বৰ্ত্তমান নিয়মমতে গৃহস্থ আৰু গোলামৰ সমান শাৰীৰিক স্বত্ব। কৃতবিদ্য লোক হীন জাতিৰ হলেও এতিয়া উচ্চপদ পাইছে।"[৭৫] অৱশ্যে ই ভাল হৈছে নে বেয়া হৈছে সেই বিষয়ে নিজৰ মত প্ৰকাশ নকৰি অনেক প্ৰাচীন পন্থীয়ে যে ভাল বুলি ভৰা নাই, তাৰ কেৱল ইংগিত দিছে। তথাপি, পুৰণি তথ্য-পাতি দুই-এটি বিবেচনাযোগ্য।[৭৬] আন এখন ৰচনা, 'নগৰ সাগৰ আৰু সাগৰ নগৰ'ত প্ৰসংগক্ৰমে অসমীয়া জাতিয়ে পূৰ্বৰ শৌৰ্য-বীৰ্য হেৰুওৱাৰ কথা অৱতাৰণা কৰোঁতে প্ৰকাশিত হোৱা আক্ষেপৰ সুৰো মন কৰিবলগীয়া (পৃ. ১০৩-১০৪)। 'পুৰণি গুৱাহাটী নগৰ' (পৃ. ৩৬৪-৩৭২) আৰু 'পুৰণি গুৱাহাটী নগৰৰ অতিৰিক্ত আৰু সংশোধিত বিবৰণ' (পৃ. ৩৭৩-৩৭৪) আৰু 'কটকী উকীল ভোলা' (পৃ. ২৯২-২৯৭)ৰ মাজত আৰু 'পৌৰা-ণিক আৰু তান্ত্ৰিক কামৰূপ' (পৃ. ৩৮৬-৩৯২)ৰ মাজতো ইতিহাসপ্ৰীতি পৰিস্ফুট।

শিক্ষিত মধ্যবিত্ত চেতনাত সাৰ পাই উঠা স্বজাতিবোধ দুই প্ৰকাৰে প্ৰকা-শিত হয়: গহীন অনুসন্ধানমূলক বা পৰিচয়-জ্ঞাপক ৰচনাৰ মাজত আৰু স্বজাতিৰ দোষ-ত্ৰুটীৰ সমালোচনামূলক ৰচনাৰ মাজত। পিছৰবিধে জন্ম দিয়ে ব্যংগ ৰচনাৰো। "আসাম-বন্ধু"ত এই দুয়োটি প্ৰকৃতিৰ ৰচনাই প্ৰকাশ লাভ কৰিছে। 'দেশীয় পৰিচ্ছদ' (পৃ. ১৬-২২), 'ৰঙালী' (পৃ. ৯৫-১০০), 'আমাৰ-মানুহ' (পৃ. ১৩০-১৩৫), 'অসমীয়া আৰু বিদেশী সাজ' (পৃ. ২৮২-২৮৮) আদি ৰচনাৰ মাজত দেশীয় সাজপাৰ, দেশীয় আচাৰ আদিৰ উপযোগিতা আৰু

**স্বজাতিবোধ**

শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ যত্ন কৰাটো মন কৰিবলগীয়া। 'দেশীয় পৰিচ্ছদ'ৰ লেখকে তিৰোতাই ইউৰোপীয় পোছাক পিন্ধাটো

---

৭৪ দ্ৰষ্টব্য Alfred Von Martin, Sociology of the Renaissance, প্ৰথম অধ্যায়, পৃ. ২৭-৩০;
Karl Mannheim, Man and Society পৃ. ৮৯।

৭৫ "আসাম-বন্ধু", প্ৰথম বছৰ, প্ৰথম সংখ্যা, পৃ. ৫।

৭৬ ৰাজেশ্বৰ সিংহৰ দিনত মণিপুৰৰ বিজয় হজুৰাই ওঝাজন মৰা আৰু সক বংশৰ সন্তোষৰ বিষয়ে দিয়া সংবাদ দ্ৰষ্টব্য (পৃ. ৭)।

অনুমোদন জনালেও "যেখেনা বিহাৰ পৰিৱৰ্তে নিতান্ত কুৎসিত শাড়ীৰ ব্যৱহাৰ কৰা সুৰুচি"-সন্মত বুলিব গোৱাৰ মাজত দেশীয় সংস্কৃতিৰ প্ৰতি মৰ্যাদাবোধ আৰু বঙালী সংস্কৃতিৰ প্ৰতি অসহিষ্ণু সমালোচনাৰ প্ৰকাশ ঘটিছে। ব্যংগ-ৰচনাৰ ভিতৰত লম্বোদৰ বৰাৰ 'সদানন্দৰ কলাফুমটি' (পৃ. ২৩-৩১), 'সদানন্দৰ সাগৰিহলি টোকা' (পৃ. ৩৪-৪৭), 'সদানন্দৰ সমাচাৰ' (পৃঃ ১৩৬-১৩৯) আৰু 'সদানন্দৰ সমাচাৰ' (পৃ. ২২৮-২৩২)—এই কেইটি বিশেষভাৱে উল্লেখযোগ্য। 'স্যাডানণ্ড', 'স্যাডানেণ্ড', 'S' এই তিনিটি নাম বা চিহ্নৰে লেখকক বুজোৱা এই ৰচনাসমূহ সাহিত্যৰথী বেজবৰুৱাৰ যে পূৰ্বৱৰ্তী আহি আছিল, সেই কথা বিষয়, বিষয় প্ৰকাশ-ভংগী আৰু উদ্দেশ্য বিচাৰি চালেই অনুমান কৰিব পাৰি। 'সদানন্দ' যেন 'কৃপাবৰ বৰবৰুৱা'ৰ অগ্ৰজ, সহোদৰ।

ব্যংগ ৰচনাৰ উদ্দেশ্য আৰু চৰিত্ৰ

'সদানন্দৰ কলাফুমটি'ৰ "মম মুখেৰে বক্তৃতা দিবলৈ, 'ভাৰতৰ জয় ভাৰতৰ জয়' কৰি চিঞৰিবলৈ, আমাৰ উন্নতি কৰিবলৈ, অসমীয়া বাহিৰে কাৰুকৰ সহায় কৰিবলৈ, আমাৰ পৰা অত্যাচাৰী বিদেশী বিলাকক 'এক দমতে নিকাল কৰি দিবলৈ'—আনক উপদেশ দিয়াত এতিয়াও ক্ৰটি নকৰে।—" —বা "এই নিমিত্তে সদানন্দৰ পৰামৰ্শ এই—মুখেৰে যিমান পাৰে তিমান কাকত বাহিৰ কৰক, কিন্তু হাতেৰে এখনো নকৰিব, কৰিলেও কাকো শিকাবলৈ নাযাব, মাতিলেও কাকো গ্ৰাহক নপাতিব, আৰু গ্ৰাহক পাতিলেও কাকতৰ দাম নিবিচাৰিব" আদিৰ মাজত 'কৃপাবৰ'ৰ সাদৃশ্য সহজেই অনুমেয়। সদানন্দৰ ৰচনাৰ পৰা এনে অনেক উদাহৰণ দাঙি ধৰিব পাৰি। অসমীয়া সাজ-পাৰ, আচাৰ-ব্যৱহাৰ, অসমীয়া ভাষা আদিৰ প্ৰতি নব্য-শিক্ষিত এচাম তুচ্ছ-তাচ্ছিল্যৰ মনোভাৱৰ ক্ষেত্ৰত লম্বোদৰ বৰাৰ বিদ্ৰূপ হৈ উঠিছে শাণিত। এনে নব্য-শিক্ষিতসকলৰ হেতুকে দিয়া সংজ্ঞাৰ[11] মাজতো এই বিদ্ৰূপৰ প্ৰকাশ পোনপটীয়া আৰু তীক্ষ্ণ। 'সদানন্দৰ নতুন অভিধান' এই প্ৰয়াসটিও আমাৰ ভাষাৰ বাবে নতুন। পিছৰ গুণাভিৰাম বৰুৱাৰ "কঠিন শব্দৰ ৰহস্য ব্যাখ্যা"ৰ লগত সাদৃশ্য বিচাৰি পালেও, সদানন্দৰ ৰচনাৰ শক্তি উল্লেখযোগ্য। অনামী লেখকৰ 'আদিনী' নামৰ ৰচনাখনিও এনে ব্যংগৰ অন্যতম নিদৰ্শন।

"আসাম-বন্ধু"ৱে আমাৰ সামাজিক জীৱন-অধ্যয়নৰো নতুন বাট কাটিবলৈ যত্নপৰ হৈছিল। তাৰ ভিতৰত তিৰোতাৰ স্থান আৰু মানৱ প্ৰতি গঢ়ি তোলা নতুন দৃষ্টিভংগীৰ কথা উল্লেখযোগ্য। অৱশ্যে, এনে বিচাৰৰ মাজতো পুৰুষ-প্ৰধান সমাজৰ পাৰ্থিৱ প্ৰভাৱ অনস্বীকাৰ্য যদিও, নাৰীৰ প্ৰতি গঢ় উঠা

১১ 'সদানন্দৰ নতুন অভিধান', "আসাম-বন্ধু", পৃ. ২৬৪

মৰ্যাদাবোধ ('স্বাধীনতা নে স্বেচ্ছাচাৰ', পৃ. ১৩৯-১৪৩ আৰু ১৬১-১৬৪) আৰু স্ত্ৰী-শিক্ষাৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব দান ('স্ত্ৰৈণীৰ কৰ্ত্তব্য ও স্ত্ৰী শিক্ষা', পৃ. ১৯১-১৯৪, ২৫০-২৫২, ৩১৮, ৩৫৫-৩৬০, ৪৪৯-৪৫৬, ৫১২-৫২৩, 'নাৰীৰ মুক্তাৱস্থা' পৃ. ২২৫-২২৮ আৰু 'স্ত্ৰী-শিক্ষা' নামৰ প্ৰবন্ধ পৃ. ৪৭৬-৪৮১) এই দুয়োটা দৃষ্টিভংগীয়ে নতুন চেতনাৰ ইংগিত বহন কৰিছে। 'গাঁৱলীয়া বোৱাৰী' নামৰ পদ্য (পৃ. ২৩৯-২৪৪) টিতো ভিৰোতাৰ প্ৰতি সমাজ-অধ্যয়ন গভীৰ সহানুভূতি ফুটি উঠিছে। ইয়াৰ সৰহখিনি ৰচনাই ৰত্নেশ্বৰ মহন্তৰ। এই একেগৰাকী লেখকে লিখা 'গাৰো বৃত্তান্ত' নামৰ প্ৰবন্ধ লানিৰ (পৃ. ৩৩-৩৫, ৩৬, ৬৭-৭২, ১৬৯-১৭৩, ৩৯৬, ৪৮২-৪৮৩, ৫২৮-৫৩১) মাজত সমাজ-অধ্যয়নৰ এটি নতুন প্ৰচেষ্টা দেখা যায়। কিন্তু, সেই সময়ত পাহাৰ আৰু ভৈয়ামৰ যিসকল লোকে প্ৰকৃতি-নিৰ্ভৰ আদিম জীৱন-যাত্ৰাৰ পদ্ধতি অনুসৰণ কৰিছিল, সেইসকলক তথা-কথিত শিক্ষিত আৰু সভ্যসকলে তেওঁবিলাকৰ নিন্দনীয় উচ্চাৰিকাৰে হাবিৰ বন্যপ্ৰাণীৰ তুল্য বুলি ভাবিছিল। ওপাভিৰাম বৰুৱাই 'আগৰ দিন এতিয়াৰ দিন'ত "পৰ্ব্বতীয়া লোকমাত্ৰেই অসভ্য আৰু মহালোভী, অথচ অহংকাৰী" বুলি কৰা মন্তব্য বা "ইইঁত" "সিইঁত" আদি শব্দ-প্ৰয়োগ যিদৰে এতিয়া মৰ্যাদা-হানিকৰ আৰু সামাজিক-অপৰাধ স্বৰূপে গণ্য হ'বৰ যোগ্য, অথবা বিভিন্ন সম্প্ৰদায়ৰ নাম-বাচক শব্দবোৰ যিদৰে বৰ্জনীয়, তেনেকৈ, ৰত্নেশ্বৰ মহন্তই 'গাৰো বৃত্তান্ত'ত দিয়া অনেক মত আৰু অভিমত এতিয়া অগ্ৰহণীয়, অবাঞ্চনীয় আৰু অপৰাধমূলক। তেওঁ সকলো সময়তে গাৰোসকলক ন-কৈ "গাৰোইঁত" শব্দ প্ৰয়োগ কৰিছেই; তদুপৰি, গাৰোসকলৰ প্ৰকৃতি-নিৰ্ভৰ আদিম জীৱন-যাত্ৰাৰ পদ্ধতিক বন্য বুলি অভিহিত কৰি কৈছে যে "...মুঠতেই গাৰোইঁতক মনৰীয়া জন্তুৰে এবিধ উন্নত জাতি বা মহাত্মা দাৰউইনৰ মতে—বান্দৰে বমৰীয়া সাজ সজাই জীৱনৰ ক্ৰমোন্নতি লভি মানুহৰ শাৰিত ভৰি দিলে প্ৰথমতে যি জন্তু হয়, সেই জন্তুকে বুলি ধৰি ধৰই পাৰি।" পিছ মুহূৰ্ত্ততে তেওঁ কৈছে, "শিক্ষিত বা উন্নত গাৰো ভাই! ময় তোমাৰ জাতিক নিন্দিলোঁ বুলি গালি শাপাৰিবা বা অসন্তোষ নকৰিবা। দাৰ উইন সাহাবৰ মতে সমগ্ৰ মানৱ-জাতিৰেই আদি-পুৰুষ বান্দৰ।" গাৰোসকলৰ খোৱা-বোৱা, পিন্ধা-উৰা, আচাৰ-ব্যৱহাৰ, অসুখ-বিসুখ, মৃতকৰ সংকাৰ আদিৰ ক্ষেত্ৰত লেখকে নিজৰ মনৰ বিতৃষ্ণা ঢাকি ৰাখিব পৰা নাই। কিন্তু, '২য় অধ্যায়'ৰ পৰা লেখকে খ্ৰীষ্টান মিছনেৰিৰ প্ৰভাৱত পূৰ্বৰ "কদৰ্য্য" নিয়মৰ অতুপৰাৰ আৰু নতুন সমাজ-জীৱন প্ৰতিষ্ঠিত হোৱাৰ সমাদো দিছে। তেওঁ অৱশ্যে, গাৰোসকলৰ মাজত

তিৰোতাৰ মৰ্যাদা আৰু স্থানৰ ভূয়সী প্ৰশংসা কৰিছে।[18] লেখকে এই কথাও স্বীকাৰ কৰিছে, "মম বাহিৰৰ পৰা পাৰো আৰু ঘৰৰ ভিতৰত যি দেখিছোঁ আৰু যি শুনিছোঁ তাকেহে লেখিছোঁ।" সেইবাবে তেওঁ "যদি ইয়াত কিবা স্বৰূপে অলপ ভুল থাকে জ্ঞাত-তত্ত্ব পাঠকসকলে অনুগ্ৰহ কৰি সেই দোষটি মৰ্ষণ কৰি ভুলটি সংশোধন কৰি দিলে বৰ উপকৃত আৰু বাধ্য হম" বুলিও স্বীকাৰ কৰিছে।[19] তথাচ এটা কথা স্পষ্ট যে, এনেভাৱে কোনো সমাজ-অধ্যয়ন কৰিবলৈ যাওঁতে সেই সমাজৰ প্ৰতি সি স্নেহ আৰু মৰ্যাদাবোধৰ প্ৰয়োজন, তেনে স্নেহ আৰু মৰ্যাদাবোধ থাকিলে সমালোচনাৰ ভাষা বেলেগ হ'বলৈ বাধ্য হ'লহেঁতেন। এই প্ৰবন্ধসমূহৰ মূল্য এটাই যে সাংস্কৃতিক-নৃতত্ত্ব আৰু সমাজতত্ত্বৰ দৃষ্টিভংগীৰে লেখা এই কেইটি আছিল প্ৰথম স্তৰৰ কৰ্ম। সমাজিক মৰ্যাদাৰ দৃষ্টিৰে বিচাৰ নকৰি, এনে বিদ্যায়তনিক দৃষ্টিৰেহে এই ৰচনাসমূহৰ বিচাৰ কৰিব লাগিব। নহ'লে আজিৰ দৃষ্টিত এনে প্ৰবন্ধ 'অলংকাৰ' নহৈ 'কলংক' স্বৰূপেহে বিবেচিত হ'বৰ যোগ্য।

'ক্ষেতি' (পৃ ৫৮-৬১), '[illegible]' (পৃ. ১০০-১০২), 'শাৰীৰিক শ্ৰম' (পৃ. ৪০১-৪০৪), 'কৃষক' (পৃ. ৫১-৫৫) আদি ৰচনা আৰু 'ৰহস্য', 'সাঁথৰ,' 'কঁকবা' আদি বিষয়ৰ উপৰিও, 'ভাষা' (পৃ. ৪৫-৫০), 'ছাত্ৰ-জীৱন' (পৃ. ৬২-৬৫), 'বিহু' (পৃ ১৫২-১৫৭), 'সমাজিক' (পৃ. ৩১৫-৩১৮), 'শিয়াহ মৰা বস্তু' (পৃ. ১৯৪-১৯৯), 'ৰাজনা' (পৃ. ৫৫৫-৫৫৬) আদি বিষয়ৰ চমু আলোচনামূলক ৰচনা সন্নিৱিষ্ট কৰি কাকতখনক সকলো শ্ৰেণীৰ লোকৰ উপযোগী চপাই দিবলৈ কৰা যত্ন লক্ষণীয়। কিন্তু ইবিলাকতকৈয়ো লক্ষণীয় সাধাৰণ আৰু বিষয় আছিল কোনো বিষয়ৰ চিন্তা-উদ্রেককাৰী ৰচনাৰ চিন্তামূলক ৰচনা সন্নিৱেশ। 'তিনটি নাই উন্নতি কেনেকৈ' (পৃ. ৭৮-৮১, ১৭৩-১৭৫), 'হালোৱা আৰু ডাঙৰীয়া' (পৃ. ২১৩-২১৬) 'আমাৰ জীৱন' (পৃ ৩৭৯-৩৮১, ৪৩০-৪৩২), 'কপাল আৰু কৰ্ম' (পৃ. ৩৮১-৩৮৬), 'মনুষ্যৰ ক্ষুদ্ৰত্ব আৰু মহত্ত্ব' (পৃ ৪০৯-৪১৩) আদি প্ৰবন্ধত একো-একোটি মানৱীয় আৰু সামাজিক সমস্যাৰ প্ৰসংগ দাঙি ধৰিছে। "অৰুণোদই"তকৈ এই দিশত "আসাম-বন্ধু"ৱে নতুন বৈশিষ্ট্য কিছু অৰ্জন কৰিছে। সমকালীন শিক্ষিতসকলৰ চিন্তাৰ এটি প্ৰতিফলন এনে ৰচনাৰ মাজত স্বাভাৱিকভাৱেই ঘটিছে।

আনন্দৰাম ঢেকিয়াল ফুকনৰ "A Few Remarks "ৰ পিছত অসমীয়া ভাষা বা সাহিত্যৰ ইতিহাস বিচাৰৰ সচেতন প্ৰয়াস হেমচন্দ্ৰ-গুণাভিৰামৰ মাজতে

১৮ পৃ. ১৬৯-১৭৩।
১৯ পৃ. ৩৯১।

লক্ষ্যণীয়। "আসাম-বন্ধু"ত প্ৰকাশিত 'অসমীয়া ভাষা বুৰঞ্জী' (পৃ. ৪৬১-৪৬৬)ৰ লেখক "অ. ন." জন কোন সেই কথা স্পষ্ট নহয়; কিন্তু এই ৰচনাখনি এটি পদ্ধতিগত চিন্তাৰ ফল। শ্ৰীমন্ত শংকৰদেৱৰ পৰা আৰম্ভ কৰি বৈষ্ণৱ যুগটোক "আসামৰ ভাষাৰ এই প্ৰথম যুগ" বুলি চিহ্নিত কৰাৰ পিছত বজাঘৰীয়া কাকত-পত্ৰ, বুৰঞ্জী, তাম্ৰ ফলি আদিত ব্যৱহৃত ভাষাৰ কোনো কোনো অংশ, পোড়া কাকত আদিৰ ভাষাৰে "অসমীয়া ভাষাৰ দ্বিতীয় যুগ" বুলি চিহ্নিত কৰিছে। ইংৰাজ অহাৰ পিছৰ পৰা আমাৰ ভাষাৰ নতুন যুগৰ আৰম্ভণি হ'ল। এই ৰচনাখনিত অসমীয়া ভাষাৰ ঠাইত বঙালী ভাষা চলোৱাৰ সম্পৰ্কে দিয়া খবৰটি বিশেষ গুৰুত্বপূৰ্ণ। লেখকে স্পষ্ট ভাষাৰে কৈছে "সেই সময়ত আমাৰ দেশৰ বাজকীয় কৰ্মচাৰি মাত্ৰেই অধিকাংশ বঙালী আছিল।

অসমীয়া ভাষাৰ বুৰঞ্জী-অধ্যয়ন

অসমীয়া ভাষাৰ দ্বাৰা যে বাজকীয় কাকত-পত্ৰ সকলো লেখা হ'ব পাৰিব এনেটো সন্দেহ হ'ল। 'বোৰ্ড অব ৰেবনু' আৰু 'সদৰ আদালত'ৰ পৰা যি কাকত-পত্ৰ আহে সিও বঙালী বা উৰ্দু। সাতে সোত্তেৰয় বঙালী ভাষাই যে এই দেশৰ চলিত আৰু আৱশ্যকীয় ভাষা সেইটো ঠাৱৰ হ'ল। আৰু সেই কাৰণেই বঙালী ভাষা প্ৰচলিত হ'ল।...শ্ৰীহট্ট, ঢাকা, ময়মনসিং জিলাৰ লোকেই অধিকাংশ আমলা।"[৮০] প্ৰবন্ধটিত আৰু খবৰ আছে যে—"সেই সময়ৰ অসমীয়া মানুহেও বঙালী ভাষাকে উচ্চ ভাষা বুলি স্বীকাৰ কৰি ললে।...অধিক কি, তেওঁবিলাকৰ (পাত্ৰীসকলৰ) যত্নতে আমাৰ মানুহে জানিবলৈ পাৰিলে যে অসমীয়া এটা ভাষা।"[৮১] বঙালী ভাষাৰ লগত "কিছুদিন ঘোৰ যুদ্ধ লাগিল। দুইকো দুইত মহা তুষ্ট, হাৰৰ বস্তু সব বুষ্ট। শেষত অসমীয়া জয়ী হ'ল সাধাৰণত অসমীয়া চলিল।"[৮২] প্ৰবন্ধৰ শেহৰ ফালে লেখকে কোৱা কথা কেইশাৰীৰ মাজত ভাষাৰ ভিত্তিত জাতীয়তাবোধৰ জাগৰণৰ সঙ্কেত ফুটি উঠাৰ উপৰিও "ৰজা আৰু ৰাজকৰ্মচাৰী"ৰ বাবেহে যে অসমীয়া ভাষা আঁতৰাই বঙালী চলোৱা হৈছিল তাৰ ইংগিতো দিবিভি ওলাইছে এনেভাৱে: "জাতি যেনে সম্পত্তি জাতীয় ভাষাও তেনে সম্পত্তি। আমাৰ ভাষা শদীয়াৰ পৰা মানাহ নদীলৈ। ৰজা আৰু ৰাজকৰ্মচাৰীলৈ নহয়। কোনো এখান নগৰ বা এজন বা দুজন বিখ্যাত লোকৰ ভাষা আমাৰ ভাষা নহয়।"[৮৩] ভাষা যে জনসাধাৰণৰ সম্পত্তি এই সহজ সত্যটোৰ যেন স্বতঃস্ফূৰ্ত প্ৰকাশ ঘটিছে।

৮০ পৃ. ৪৬৩।

৮১ পৃ. ৪৬৪।

৮২ পৃ. ৪৬৫।

৮৩ পৃ. ৪৬৫-৬৬।

এই প্ৰবন্ধটিৰ "দ. ন." জন যে গুণাভিৰামৰ বাহিৰে আন কোনো নহয়, সেই কথাৰ ইংগিত বিষয়, ভাষা, প্ৰকাশভংগী আৰু সৰ্বোপৰি ৰচনাখনিৰ মূল সুৰটিয়েই দিয়ে।

"আসাম-বন্ধু"ৰ আন এটি উল্লেখযোগ্য দান হ'ল 'আসাম-মিহিৰ'ৰ পিছতে 'সাহিত্য-সমালোচনা'ৰ আহি প্ৰতিষ্ঠা কৰা। "অৰুণোদই"ত পুথিৰ সমাদ দুই-এটি ওলাইছিল। কিন্তু, তেতিয়ালৈকে সমালোচনাৰ দৃষ্টিভংগী এটি গঢ় লৈ উঠা নাছিল। লম্বোদৰ বৰা-ৰচিত 'সমাবোধ' নামৰ পাঠ্যপুথিখনৰ 'সমালোচনা' (পৃ. ১৮৯-১৯১) এনে ৰচনাৰ ভিতৰত "আসাম-বন্ধু"ত প্ৰথম। ইয়াত গ্ৰন্থ ভিতৰৰ প্ৰবন্ধসমূহৰ পৰিচয় দান কৰি প্ৰশংসাসূচক মন্তব্য কৰিছে। ঈশানন্দ ভঁড়ালী-ৰচিত "প্ৰাকৃত ভূগোল"ৰো এটি চমু পৰিচয় লগতে (পৃ. ১৯১) দান কৰিছে। প্ৰথম বছৰ অষ্টম সংখ্যাত "বিপুলবংশকৃত পূৰ্ণচন্দ্ৰ শাস্ত্ৰৰ প্ৰায়শ্চিত্ত নিৰূপণ" গ্ৰন্থ, গুৱাহাটীৰ কাশীৰাম বৰুৱাই কৰা জয়দেৱৰ "গীত গোবিন্দ"ৰ অনুবাদ-গ্ৰন্থ আৰু ৰঘুনাথ চৌধুৰীয়ে অসমীয়া ভাঙনিৰে সৈতে প্ৰকাশ কৰা "চাণক্য শ্লোক"ৰ সমালোচনা আৰু লক্ষ্মীৰাম বৰুৱা-প্ৰণীত "বৰ শিক্ষা"ৰ চমু পৰিচয় দান উল্লেখযোগ্য। প্ৰথম দুয়োখন পুথিৰ বিষয়-পৰিচয় আৰু আনুষংগিক প্ৰসংগৰ অৱতাৰণাই সমালোচকৰ দৃষ্টিভংগীৰ পৰিচয় দিয়ে। প্ৰায়শ্চিত্তৰ "বিধান বিধান কঠিন হ'ল নিয়মভংগৰ কাৰণো নিস্তাৰ নাছিল" বুলি দিয়া অভিমতে বিদগ্ধ সমালোচকৰ সমাজ-চিন্তাৰ পৰিচয় প্ৰদান কৰে, "এই ভাঙনি যদিও মূলৰ সদৃশ হোৱা নাই তথাপি ইয়াতকৈ বিশুদ্ধৰূপে কৰা টান" বুলি কৰা মন্তব্যই অনুবাদকাৰ্য সম্পৰ্কে লেখকৰ স্পষ্ট ধাৰণা দান কৰে। গোবিন্দৰাম চৌধুৰীয়ে পদ্যছন্দত লিখা "ধাত্ৰীশিক্ষা"ৰ চমু পৰিচয় (পৃ. ৩১৯) আৰু ৰত্নেশ্বৰ দাসৰ দ্বাৰা সংগৃহীত আৰু প্ৰকাশিত "ডাক ভণিতা" (পৃ. ৪৪৬-৪৪৮)ৰ বিস্তাৰিত সমালোচনাও প্ৰসংগক্ৰমে উল্লেখযোগ্য।

সাহিত্য-সমালোচনাৰ আৰম্ভণ

এনে সমালোচনাৰ উপৰিও "আসাম-বন্ধু"য়ে পুৰণি সাহিত্য-আলোচনাৰ পথো মুকলি কৰি দিয়ে। প্ৰথম বছৰৰ চতুৰ্থ সংখ্যাত প্ৰকাশিত 'শংকৰদেৱৰ ৰচনা—সীতা স্বয়ম্বৰ নাটক' (পৃঃ ১১৮-১২৫) আৰু প্ৰথম বছৰৰ নৱম সংখ্যাত প্ৰকাশিত 'কীৰ্তন'ৰ আলোচনা (পৃঃ ৩০০-৩০৩) প্ৰণিধানযোগ্য। এই দুয়োটি সমালোচনাত শংকৰদেৱৰ পৰিচয় আৰু তেওঁৰ ৰচনাৰ পৰিচয় দিওঁতে অনুভৱ কৰা আকৰ্ষণ আৰু গ্ৰহণ কৰা নিৰপেক্ষতা মন কৰিবলগীয়া। "আসাম-বন্ধু"ৰ প্ৰথম বছৰৰ ষষ্ঠ সংখ্যাত 'সমালোচনাৰ উপকাৰ' (পৃ. ২০২-২০৫) শীৰ্ষক ৰচনাখনিৰ লেখক "ৰ. চ." যে কোন ঠাৱৰোৱা টান। কিন্তু, এই ৰচনাখনিত সাহিত্যৰ গুণগত উৎকৰ্ষ সাধনৰ বাবে যে সমালোচনা অতি প্ৰয়োজনীয়,

সেই বিষয়ত গুৰুত্ব আৰোপ কৰাটো লক্ষ্যণীয়। লেখকে, গ্ৰন্থকাৰসকলক সমালোচকৰ কথা সহ্য কৰি শুনিবলৈ আৰু সমালোচককো কোনো গ্ৰন্থকাৰে বেয়া বুলিলেই সমালোচনা বন্ধ নকৰিবলৈ দিয়া পৰামৰ্শৰ মূলতো নিজৰ ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধনৰ প্ৰতি থকা হেঁপাহ পৰিস্ফুট হৈ উঠিছে। তেওঁ কৈছে, "ছাত্ৰৰ কথালৈ চাই যদি শিক্ষকে শিক্ষা দিবলৈ এডে তেনেহলে কি ৰূপে শিক্ষা দিয়া হ'ব?" পুনৰ কৈছে, "যদি সমালোচকক আমি শত্ৰু বুলি ভাবোঁ তেওঁ তেওঁ আমাৰ উপকাৰী।" এই প্ৰসংগটিৰ অৱতাৰণা কৰিছে—হেমচন্দ্ৰ বৰুৱাই 'আসাম নিউচ'ত ("লৰাবোধ" আৰু "শিক্ষাসাৰ" গ্ৰন্থৰ গ্ৰন্থকাৰসকলে "আসাম নিউচ"ৰ সম্পাদকক বেয়া পোৱাত), "পুথিৰ গুণাগুণ বৰ্ণনা কৰিবলৈ অনিচ্ছা প্ৰকাশ" কৰাৰ ওপৰত ভেটি কৰি। এই প্ৰবন্ধটিৰ মূল্য এতিয়াও আছে।

সৃষ্টিশীল সাহিত্য-ৰচনাত "আসাম-বন্ধু"ৱে এটা নতুন খোজ আগবঢ়ালে। এহাতে "অৰুনোদই" আৰু আনহাতে "জোনাকী" এই দুয়োৰে মাজত "আসাম-বন্ধু"ৰ এই নতুন খোজটি আমাৰ সাহিত্যৰ ইতিহাসত গুৰুত্বপূৰ্ণ খোজ। গদ্য-কাহিনী, কবিতা আৰু নাটক—এই তিনিওৰে আৰম্ভণি—"আসাম-বন্ধু"ৱে কৰি গৈছে। যদিও "অৰুনোদই"ত ইবিলাকৰ প্ৰথম সূচনা ঘটিছিল, তেতিয়াও বিশিষ্ট ৰূপ পৰিগ্ৰহণ কৰি থিয় হোৱা নাছিল। আধুনিক গদ্যই "আসাম-বন্ধু"ত থিয় হ'বলৈ শিকিলে। গদ্য-ৰচনাৰ ভিতৰত ৰূপক-আখ্যান 'বিবেক' (পৃ. ১৬৪-১৬৭),

'প্ৰমীলা' (পৃ. ২৪১-২৪৭, ২৫৬-২৬১) আৰু 'প্ৰকৃত

সৃষ্টিধৰ্মী ৰচনা লাজ কি' (পৃ. ৫৩৭-৫৪৩) এই কেইটিৰ কথা ক'ব

পাৰি। ইবিলাকত একোটি অৱস্থাৰ চিত্ৰণ, চৰিত্ৰ-চিত্ৰণ, সংলাপ আৰু বিৱৰণৰ মাজেদি গল্প কোৱাৰ ৰীতিৰ সূচনা ঘটিছে। 'প্ৰমীলা' শীৰ্ষক ৰচনাৰ নামকৰণ কৰা হৈছে 'নৱন্যাস' বুলি। ই সম্ভৱতঃ আধুনিক গদ্য-কাহিনী-বিন্যাসৰ প্ৰতিয়েই জান-নেজান ইংগিত কৰিছে। "অৰুনোদই"ত গুণাভিৰামৰ "ৰাম-নৱমী" ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল। ইয়াৰ পিছত তেনে কোনো নাট্য-প্ৰয়াস চকুত নপৰে। "আসাম-বন্ধু"ত (দ্বিতীয় বছৰ ১ম আৰু ২য় সংযুক্ত সংখ্যা) 'বিবাহ ৰহস্য নাটক'ৰ প্ৰথম অংকৰ প্ৰথম আৰু দ্বিতীয় দৰ্শন প্ৰকাশিত হয়। প্ৰাচীন সংস্কৃত নাটকৰ সূত্ৰধাৰ আৰু নৰ্তকীৰ অনুৰূপ 'মনু সূত্ৰধাৰী' আৰু 'আহ্লদী'ৰ প্ৰৱেশ আৰু কথোপকথন বিশেষ-ভাৱে মন কৰিবলগীয়া। পুৰণি পদৰ আহিত ৰচিত নান্দীত কোৱা কথা-কেইটিও তাৎপৰ্যপূৰ্ণ:..."সংসাৰেই হয় জানা মহা ৰঙ্গভূমি।

ৰঙ্গভূমি প্ৰতিৰূপ হয় জানা তুমি?
সংসাৰৰ দোষাদোষ দেখি ৰঙ্গশালে।
দোষ ত্যজি গুণ লয় মহন্তসকলে।"

অধিক কবিতা-গুণ-সমৃদ্ধ হৈছে। তাৰ ভিতৰতো 'প্ৰীভ' (ভোলানাথ দাস)ৰ 'আসামবাসী', 'মধুহাঁসি', 'ৰজনী', 'কাৰাবদ্ধ ৰাজপুত্ৰ', 'মেঘ' আদি কবিতা; ল. বে. (লক্ষ্মীনাথ বেজবৰুৱা ?)ৰ 'সন্ধ্যা' আৰু 'মৃত্যুশয্যা'; স. ব. (সত্যনাথ বৰা)ৰ 'ফুলনি', 'শান্তি আৰু আশা', 'ধুমুহা-বতাহ', 'ন'বাকাল', 'ঘোৰ চিন্তা', 'ঠেকা কাল' আদি কবিতা; ৰ. ম. (ৰত্নেশ্বৰ মহন্ত)ৰ 'দুপৰ নিশা', 'গ'ৱালীয়া বোৱাৰী', 'পক্ষী বিলাপ' আদি কবিতা; ক. ভ. (কমলাকান্ত ভট্টাচাৰ্য)ৰ 'মনৰ ভাব'ৰ দৰে কবিতাৰ, আৰু গৌ. না. দা. (?) ৰ 'আসামৰ উন্নতি কিমান' আদি কবিতাৰ প্ৰকাশ উল্লেখযোগ্য।

গৌ. না. দা.ৰ 'আসামৰ উন্নতি কিমান', ক. ভ.ৰ 'মনৰ ভাব' আৰু ভ. দ.ৰ 'আসাম বাসী'ত দেশ আৰু জাতিৰ অতীত গৌৰৱৰ মাজত প্ৰকাশিত দুখ আৰু আক্ষেপৰ সুৰৰ সাদৃশ্য মন কৰিবলগীয়া। 'আসাম বাসী'ৰ "ছি ছি অসমীয়া উঠা উঠা উঠা। চিৰনিদ্ৰা এৰি মেলা চকু দুটা"ৰ ভৰ্ৎসনা-আদেশ যেন পিছৰ কালত বেজবৰুৱাৰ কলমত "উঠ অসমীয়া নুশুবি আৰু"ৰ পৰিহাস-ভৰ্ৎসনালৈ ৰূপান্তৰিত হৈছে। "আসাম-বন্ধু"ৰ কবিতাৰ বিৱৰণ-ধৰিতা "অৰুণোদই"ৰ সমকক্ষতকৈ স্বাভাৱিকভাৱেই পৃথক আৰু উন্নত হৈ আহিছে। তদুপৰি, "আসাম-বন্ধু"ৱে অসমীয়া কবিতাৰ বিৱৰ্তনত বিশেষ ভূমিকা গ্ৰহণ কৰিলে—কবিতাৰ ছন্দসজ্জাৰ গুণগত পৰিবৰ্তন সাধনৰ দ্বাৰা। "অৰুণোদই"ত প্ৰধানতঃ ৮.৬ মাত্ৰাৰ পয়াৰ ছন্দ ব্যৱহৃত হৈছিল আৰু ইয়াৰ ভেটি আছিল পুৰণি অসমীয়া কবিতাৰ ছন্দৰ বাহ্যিক প্ৰচলিত ৰূপ। অৱশ্যে, কম পৰিসৰত ৬.৬.৮ মাত্ৰাৰ দুলড়ি ছন্দ ব্যৱহৃত হ'লেও, ই তেতিয়ালৈকে প্ৰধান হৈ উঠা নাছিল। "আসাম-বন্ধু"ত পয়াৰ আৰু দুলড়ি ছন্দই পুৰণি অসমীয়া কবিতাৰ এই দুই ছন্দ-সজ্জাৰ পৰা বেলেগ হৈ আহি নিজৰ পৰিচয় প্ৰতিষ্ঠা কৰিলে। ৰত্নেশ্বৰ মহন্তই দিগক্ষৰা (৬.৪ মাত্ৰাৰ) ছন্দৰ চতুষ্কৰ লগত পয়াৰ (৮.৬ মাত্ৰাৰ)ৰ যুগ্মকৰ মিশ্ৰণ ঘটাই নতুন ছন্দ-স্তবক সজ্জাৰ সম্পৰীক্ষা কৃতকাৰ্যতাৰে "আসাম-বন্ধু"ৰ পাতত প্ৰয়োগ কৰে। তেওঁ পয়াৰ আৰু চৌপাইৰ সংমিশ্ৰণ ঘটাযো নতুন ছন্দসজ্জা প্ৰয়োগ কৰি গৈছে। তেনেদৰে, "আসাম বিলাসিনি"তে আধুনিক অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ কৰোঁতা ভোলানাথ দাসেও অসমীয়া কবিতাত প্ৰদান কৰা ছন্দস্পন্দনৰ নৱ-ৰূপ উল্লেখযোগ্য। তেওঁ দুলড়ি আৰু একাৱলীৰ সংমিশ্ৰণত নিৰ্মাণ কৰা নতুন সজ্জাও মন কৰিবলগীয়া।[৮৫]

**কবিতাৰ নতুন ছন্দ সজ্জা**

---

৮৫ দ্ৰষ্টব্য, মহেশ্ৰ বৰা, Fundamentals of .Assamese Metre, PP. 244-248

"আসাম-বন্ধু"ৱে লেখক-লেখিকাৰ সম্পূৰ্ণ নাম নিদি নামৰ পৰিৱৰ্তে সংক্ষিপ্ত নাম-সংকেত ব্যৱহাৰ কৰি "অৰুণোদই"ৰ ঐতিহ্য অনুসৰণ কৰিছিল। দ্বিতীয় বছৰৰ প্ৰথম সংযুক্ত (১ম আৰু ২য়) সংখ্যাৰ শেষত "আসাম-বন্ধু"ৱে 'যোৱা বছৰত প্ৰবন্ধ পঠোৱা' ২৩ গৰাকী লেখক-লেখিকাৰ নাম-তালিকা এখনি সন্নিবিষ্ট কৰি দিছে। কিন্তু গৌ. না. দা., ক, শ্ৰীনগঁৱা, ৰি. বি., স. ন., শ. বা., হ. ন., ঋ. চ., বা. স., দে. ৰ. (ৰ?), গ. চ., আ. ব. স., আ. স., আ. কা. শ., প্ৰ. ম., স. ৰ., এ. বি. ই., এ. বি সি., জ. ন., উ. ম., শ্ৰী বে. ব., পি. আদি সংক্ষিপ্ত নাম-সংকেতৰ গৰাকীসকলৰ প্ৰকৃত নাম অনুমান কৰা কঠিন।

**আসাম-বন্ধুৰ লেখকসকল**

ইয়াৰ ভিতৰৰ এ. বি. সি জন আসাম-বন্ধুৰ পুথি-সমালোচক (critic) হ'ব পাৰে আৰু এই critic জন স্বয়ং সম্পাদকেই হ'ব পাৰে। জ. ন. জনো গুণাভিৰাম হ'ব পাৰে বুলি আমি ইতিপূৰ্বে উল্লেখ কৰি আহিছোঁ। ঠিক তেনেকৈ এ. বি., ই. জনো "আসাম-বন্ধু"ৰ এ'ডিটৰ, অৰ্থাৎ সম্পাদক। ইয়াৰ উপৰিও আ. ব., ব., আ., অ. ব., স, এই কেইটা সাংকেতিক নামৰ (আটাইকেইটাৰ অৰ্থ আসাম-বন্ধু, বন্ধু, আসাম-বন্ধু অসম-বন্ধু আৰু সম্পাদক বুলি অনুমান হয়) আৰু কোনো নাম-সংকেত নথকা ৰচনাসমূহ সম্পাদক গুণাভিৰামৰে বুলি গ্ৰহণ কৰাৰ থল আছে। যিবিলাক নাম-সংকেত কিছু নিশ্চয়তা সহকাৰে গ্ৰহণ কৰা হৈছে, সেই সংকেতৰ থাঁৰৰ নামসমূহ তলত দিয়া হ'ল।

| | | | |
|---|---|---|---|
| শ্ৰী ক. | — | শ্ৰীকৰুণাভিৰাম বৰুৱা | ২৪৭, ২৬১, |
| ক. ব. | — | কৰুণাভিৰাম বৰুৱা | ৩৪৯, ৩৫১, ৪৭৬, ৪৮৭ |
| ক. ভ. | — | কমলাকান্ত ভট্টাচাৰ্য | ১৬১ |
| ক. ভি. ব | — | কৰুণাভিৰাম বৰুৱা | ৩৮৬ |
| শ্ৰীকৃ. দু. | — | শ্ৰীকৃষ্ণপ্ৰসাদ দুৱৰা | ১২৪ |
| গু. | — | গুণাভিৰাম বৰুৱা | ৪১ |
| দে. ব. (ৰ) | — | দেৱীচৰণ বৰুৱা (?) | ২৭৩ |
| দে. চ. ব. | — | দেৱীচৰণ বৰুৱা | ৮৩ |
| ন. ন. মহন্ত | — | নৱনাথ মহন্ত | ১৮৯, ৩০৭ |
| শ্ৰীন. ফু. | — | শ্ৰীনবীনৰাম ফুকন | ১৩৭ |
| না. শ. | — | নাৰায়ণ শৰ্মা | ৮১, ১৭৫ |
| প. | — | পূৰ্ণকান্ত শৰ্মা | ২২৮ |
| প. শ. | — | পূৰ্ণকান্ত শৰ্মা | ১১৮, ৪৮১ |
| ভ. | — | ভোলানাথ দাস | |

| | | | |
|---|---|---|---|
| শ্ৰীভ. | — | ভোলানাথ দাস | ১০৮, ১৫২, ২২৪, ২৬৩ ৪৬৯, ৫১২, ৫৫৯ |
| ভ. দ. | — | ভোলানাথ দাস | ১৬ |
| ম. আ. | — | মুজিবদ্দীন আক্কাস | ৪১৪ |
| ৰ. | — | ৰত্নেশ্বৰ মহন্ত | ২৪৪ |
| ৰ. ম. | — | ৰত্নেশ্বৰ মহন্ত | ৩৫, ৫৩, ৭২, ৩২৪, ৪৩২, |
| ৰ. মহন্ত | — | ৰত্নেশ্বৰ মহন্ত | ৩৬, ৮৪, ১৪৩, ১৬৪. ১৭৩, ২৮৮, ৩০০, ৩১৮, ৩৬০ ৩৮১ ৩৯৬. ৪০৭, ৪৫৬, ৪৬১, ৪৮৩, ৫২৩ |
| ৰু. ব. | — | ৰুদ্ৰৰাম বড়দলৈ | ২০৭ |
| ৰ. না. ব. | — | ৰবিনাৰায়ণ বড়া | ৪১৩ |
| শ্ৰীল. না. ব. | — | শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা (?) | ৬৫ |
| ল. বে. | — | লক্ষ্মীনাথ বেজবৰুৱা | ৫৪৩ |
| ল. বে. ব. | — | লক্ষ্মীনাথ বেজবৰুৱা | ২১১, ৩২০ |
| স. ব. | — | সত্যনাথ বৰা | ৩৩, ৫০, ১৪৪, ২০২, ২৫০, ২৭৭, ৩১৮, ৩৯৫, ৪০৯, ৫০৪, ৫২৪, ৫২৮, ৫৩৬ |
| শ্ৰীস. ব. | — | সত্যনাথ বৰা | ১৬৯ |
| স্ব. ব. | — | স্বৰ্ণলতা বৰুৱা | ৪৫, ৫৪০ |
| সদানন্দ. S, সদানন্দ | } | সদানন্দ বৰা | ৩১, ৫৭, ১৩৯. ২৩২, ২৭০ |
| H | — | হেমচন্দ্ৰ গোস্বামী | ৬১ |
| শ্ৰীহ | — | হেমচন্দ্ৰ গোস্বামী | ৪৯৪, ৪৯৯ |
| শ্ৰীহঃ | — | হেমচন্দ্ৰ গোস্বামী (?) | ১৮০ |
| হে | — | হেমচন্দ্ৰ গোস্বামী | ৩১০ |
| হে. চ. গো | — | হেমচন্দ্ৰ গোস্বামী | ৩৫৪ |
| হ. গ. | — | হেমচন্দ্ৰ গোস্বামী | ৩৭৯ |

এই লেখক-সূচীৰ পৰা দেখা যায়, গুণাভিৰাম বৰুৱাই আধুনিক অসমীয়া সাহিত্যৰ বিকাশ সাধন কৰিবলৈ প্ৰবীণ আৰু নবীন দুয়ো চামৰ লেখকৰ বাবে "আসাম-বন্ধু"ৰ দুৱাৰ মুকলি কৰি দিছিল। ছাত্ৰ-ৰচনাৰ সন্নিবেশলৈও এই প্ৰসংগত আঙুলিয়াব পাৰি। লেখকসকলৰ ভিতৰত, কমলাকান্ত ভট্টাচাৰ্য, ভোলানাথ দাস, ৰত্নেশ্বৰ

মহন্ত, ৰুদ্ৰৰাম বৰদলৈ, লক্ষ্মীনাথ বেজবৰুৱা, সত্যনাথ বৰা আৰু হেমচন্দ্ৰ গোস্বামী —এই কেইটি নাম বিশেষভাৱে উল্লেখযোগ্য। সংখ্যাৰ ফালৰ পৰা ৰত্নেশ্বৰ মহন্তৰ ৰচনাই সৰ্বাধিক। তেওঁৰ পিছতে সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী আৰু ভোলানাথ দাসৰ নাম ল'ব লাগিব। "অৰুণোদই"ৰ বিষয়-বিচিত্ৰতাই অসমীয়া সাহিত্যৰ পৰিসৰ অভূতপূৰ্বভাৱে বঢ়াই তুলিলে যদিও, লক্ষ্য আৰু উদ্দেশ্যৰ সীমা "আসাম-বন্ধু"তকৈ স্বাভাৱিকভাৱেই পৃথক আছিল ; বৰং ক'ব পাৰি, "বিদ্যাৰ্থ ভাণ্ডাৰ"ৰ স্বৰূপে "অৰুণোদই"ক প্ৰতিষ্ঠা দান কৰাৰ লক্ষ্য স্পষ্টৰূপতে প্ৰকাশিত হৈছিল। "আসাম-বন্ধু"ৰ লক্ষ্য আৰু উদ্দেশ্য যদিও সম্পাদকীয়ত ঘোষণা কৰা মতে অসমৰ সৰ্বাংগীন উন্নয়নৰ বাবে এটি আন্দোলন গঢ়ি তোলা, তথাপি দেখা যায়, প্ৰতিভা সৃষ্টি কৰা আৰু প্ৰকাশ কৰাৰ প্ৰতিহে কাকতখনৰ প্ৰৱণতা অধিক। সেই ফালৰ পৰা, সৃষ্টিশীল ৰচনাৰ পৰিৱেশ গঢ়ি তোলাৰ বাবে "আসাম-বন্ধু"ৱে গ্ৰহণ কৰা ভূমিকা অসমীয়া সাহিত্যৰ ইতিহাসত বিশেষ উল্লেখযোগ্য হৈ ৰ'ব।

আধুনিক অসমীয়া ভাষাৰ প্ৰতিষ্ঠাৰ যুগত হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰামৰ ভাষা আৰু ৰচনাশৈলীয়ে দুটা 'স্কুল' প্ৰতিষ্ঠা কৰাৰ কথা পদ্মনাথ গোহাঞিবৰুৱা প্ৰভৃতি লোকসকলে উল্লেখ কৰি গৈছে।[৮৬] ইতিপূৰ্বে হেমচন্দ্ৰ বৰুৱাৰ ভাষাৰ ক্ষেত্ৰত নীতি-নিষ্ঠতা আৰু গুণাভিৰামৰ উদাৰতাৰ কথাও উল্লেখ কৰি অহা হৈছে। "আসাম-বন্ধু"ৰ আৰম্ভণী পৃষ্ঠাটিৰ 'আৰম্ভন' শব্দটিতে তেওঁ 'ন' ব্যৱহাৰ কৰিছে। হৈছে, গৈছে আদিত 'ঐ'কাৰৰ সলনি 'ই'ৰ ব্যৱহাৰ হ্ৰস্ব 'ই'কাৰ আৰু দীৰ্ঘ 'ঈ'কাৰৰ ব্যৱহাৰত নিয়মৰ শিথিলতা, 'মই' শব্দ 'ম'ৰে 'মৰ' ৰূপত ব্যৱহাৰ কৰা, আদিৰ মাজত এনে উদাৰতাৰ উমান পাব পাৰি। প্ৰকাশভংগীৰ সৰলতা প্ৰায় সকলো ৰচনাতে কম-বেছি পৰিমাণে প্ৰকাশিত হৈছে। উল্লেখযোগ্য

**ভাষাৰ ব্যৱহাৰত উদাৰতা**

গু. চ.-লিখিত 'কামৰূপীৰ পত্ৰ' শিৰোনামাৰ সৰু লেখাটি (পৃ. ১১৩—১১৫) কামৰূপৰ কথিত ভাষাত লিখা। অসমীয়া ভাষাৰ স্থানীয় কথিত ৰূপৰ লিখিত প্ৰকাশৰ নিদৰ্শন হিচাপে এই সৰু লেখাটিৰ এটি বিশেষ মূল্য আছে।

দৃষ্টিভংগী, বিষয়বস্তু, ভাষা আৰু প্ৰকাশভংগী—এই সকলো কেইটা দিশৰ পৰাই "আসাম-বন্ধু"ৱে অতি কম সময়ৰ ভিতৰতে পাঠকক আকৰ্ষণ কৰিব পৰা হৈ পৰিছিল। অৱশ্যেই, দৃষ্টিভংগীৰ মাজত সমকালীন শিক্ষিত সমাজৰ মনোজগতহে প্ৰতিফলিত হৈছে। কিন্তু, তাৰ মাজতো আমাৰ সাংস্কৃতিক-সামাজিক জীৱনৰ সমকালীন চিত্ৰ বিচাৰি পাব পাৰি। বিশেষে, এই অগ্ৰণী কাকতখনে আমাৰ আধুনিক ভাষা আৰু সাহিত্যৰ ক্ৰম-বিকশিত ৰূপৰ বাতৰি কঢ়িয়াই

৮৬ দ্ৰ. গোহাঞিবৰুৱাৰ "মোৰ সোঁৱৰণী", পৃ. ৩১

আনিছে, তেনেকৈ আমাৰ সামাজিক-সাংস্কৃতিক জীৱনৰ লগত সম্পৰ্ক থকা অনেক বিষয়ৰ সমাদ আৰু তথ্য-পাতিও কঢ়িয়াই আনিছে। এই ৰচনাসমূহৰ মাজত থকা দোষ-ত্ৰুটিবিলাকৰো সেইবাবে ঐতিহাসিক মূল্য অনস্বীকাৰ্য। অৱশ্যে তাৰ মাজত থকা 'ক্ষণকালীনতা'ৰ কথা পাহৰিব নালাগিব।

## পুনঃপ্ৰকাশৰ প্ৰয়োজনীয়তা

আধুনিক অসম, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু অসমৰ সমাজ-জীৱনৰ বিষয়ে জানিবলৈ হ'লে ঊনবিংশ শতিকাৰ পুথি আৰু কাকত-পত্ৰৰ ওচৰ চাপিবই লাগিব। কেৱল ইংৰাজী নথিতে জাতীয় জীৱনৰ সকলো তথ্য-পাতি নাথাকে; থাকিব নোৱাৰে। তদুপৰি, ব্যক্তি বা সমষ্টিৰ বাহিৰৰ ৰূপৰ আঁৰত থকা ভিতৰৰ বৌদ্ধিক বা মনোজাগতিক ৰূপৰ পৰিচয়েহে ব্যক্তিগত বা সমষ্টিগত জীৱনৰ প্ৰকৃত ৰূপৰ আভাস দিব পাৰে। আধুনিক অসম আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি সম্পৰ্কে অসমীয়া জাতীয় জীৱনৰ প্ৰাণৰ সন্ধানো দিব পাৰে ঊনবিংশ শতিকাৰ নথি-পত্ৰ সমূহেহে। সেইবাবে এৰি অহা শতিকাটোৰ ফুল-ফল, ভাল-বেয়া, গ্ৰহণীয়-অগ্ৰহণীয় সকলোবোৰ ৰচনাৰ বিজ্ঞানসম্মত অধ্যয়নৰ প্ৰয়োজন আৰু গুৰুত্ব দিনে দিনে বাঢ়ি আহিছে। এনে এটি অৱস্থাৰ পৰিপ্ৰেক্ষিতত, গোটা শতিকাৰ পুথি-পত্ৰবোৰৰ সংগ্ৰহ, সংৰক্ষণ আৰু পুনৰ্মুদ্ৰণৰ প্ৰয়োজনীয়তা অনস্বীকাৰ্য। "অৰুণোদই" আৰু "জোনাকী"ৰ মাজৰ সময়ছোৱাৰ সাহিত্য-সেতু স্বৰূপ "আসাম-বন্ধু"ৰ পুনৰ্মুদ্ৰণেও আমাৰ সমকালীন সামাজিক আৰু বৌদ্ধিক জীৱন-অধ্যয়নৰ কিছু সবল অনুসন্ধিৎসুসকলৰ হাতত তুলি দিব। আমি পূৰ্বে উল্লেখ কৰি অহাৰ দৰে, এই সমলবোৰৰ মাজত এতিয়াৰ দৃষ্টিত গ্ৰহণীয় আৰু বৰ্জনীয় দুয়োবিধ সমলকে আমি পাম। তাত হাত বুলাইহে আমি অতীতৰ সেই সময়ছোৱাত হাত বুলোৱা হ'ব। সেইবাবে, "আসাম-বন্ধু"ৰ পৃষ্ঠাসমূহ অবিকলভাৱেই পুনৰ্সংগ্ৰথিত ৰূপত দাঙি ধৰা হ'ল।

অসম প্ৰকাশন পৰিষদে "অৰুণোদই" আৰু "মৌ"ৰ পিছতে "আসাম-বন্ধু"ৰ পুনৰ্মুদ্ৰণ প্ৰকাশ কৰি এটি ঐতিহাসিক আৰু গুৰুত্বপূৰ্ণ কাম কৰিছে। তাৰ নিমিত্তে, প্ৰকাশন পৰিষদৰ সচিব শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়া প্ৰমুখ্যে পৰিষদৰ সংশ্লিষ্ট সকলোৱে ধন্যবাদৰ পাত্ৰ হৈ ৰ'ব। আমি আশা কৰিছোঁ, এই সকলোৱে সোনকালে যিখন কাকতত আধুনিক অসমীয়া সাহিত্যই পূৰ্ণ ৰূপত আত্মপ্ৰকাশ কৰিলে, সেইখনি কাকত "জোনাকী"ৰ পুনৰ্মুদ্ৰণেৰে পৰিষদে ঊনবিংশ শতিকাৰ পৰিক্ৰমা সম্পূৰ্ণ কৰি তুলিব।

"আসাম-বন্ধু"ৰ পুনঃসংকলন আৰু সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰত ন্যস্ত কৰাৰ বাবে পৰিষদৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰাৰ লগতে, যি বোৰ ত্ৰুটি-বিচ্যুতিৰ বাবে ক্ষমা বিচাৰিছোঁ। আমি অধিক বিস্তৃতভাৱে 'ভূমিকা'ত কিছু বিষয় সন্নিবিষ্ট কৰাৰ আঁচনি প্ৰথমতে লৈছিলোঁ। কিন্তু, সকলোবোৰ বিষয় সামৰাটো সম্ভৱ হৈ নুঠাত 'ভূমিকা'ৰ আকৃতি আৰু প্ৰকৃতি দুয়োটাকে সলাই "উনবিংশ শতিকাৰ পটভূমিত জাত্যাভিমান আৰু আসাম-বন্ধু"—এনে এটা শিৰোনামাৰ অধীন লেখাটোক যুক্ত কৰা হ'ল।

১ মে', ১৯৮৪
ডিব্ৰুগড়

নগেন শইকীয়া

# কৃতজ্ঞতা

"আসাম-বন্ধু"ৰ পুনৰ্মুদ্ৰণৰ ক্ষেত্ৰত সৰ্বপ্ৰথম কৃতজ্ঞতাৰ পাত্ৰী হৈছে গুণাভিৰাম বৰুৱাৰ নাতি-বোৱাৰী শ্ৰীমতী অনুপমা বৰুৱা। গুণাভিৰামৰ পুত্ৰ জ্ঞানদাভিৰাম আৰু জ্ঞানদাভিৰামৰ জ্যেষ্ঠপুত্ৰ মনোভিৰাম—এই তিনি পুৰুষে সযতনে ৰক্ষা কৰা সংখ্যাকেইটি, স্বামী মনোভিৰামৰ মৃত্যুৰ পিছত নানাজনে বিচৰা সত্ত্বেও হাতৰ পৰা এৰি নিদি ৰক্ষা কৰিলে শ্ৰীমতী অনুপমা বৰুৱাই। জ্ঞানদাভিৰাম বৰুৱাৰ জন্ম-শতবাৰ্ষিকীৰ সময়ত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীয়ে শ্ৰীমতী বৰুৱাক লগ ধৰি এই সংখ্যাকেইটি অসম সাহিত্য সভাক দিবৰ বাবে অনুৰোধ জনোৱাত, তেখেতে সানন্দে তুলি দিলে। সাম্প্ৰতিক সংকলনটি প্ৰকাশৰ বাবে আমি অসম সাহিত্য সভাৰ পুথিভঁৰালৰ পৰা লৈছোঁ। অসম প্ৰকাশন পৰিষদে "আসাম-বন্ধু" পুনৰ্মুদ্ৰণৰ বাবে পূৰ্বে লোৱা সিদ্ধান্ত ভিত্তিত উপাদানৰ দায়িত্ব আমাৰ ওপৰত ন্যস্ত কৰাত শ্ৰীমতী বৰুৱাক আমি সৌজন্য-সূচকভাৱে সাক্ষাৎ কৰোঁ; তেখেতে এই কামৰ প্ৰতি সানন্দ-শুভেচ্ছা জ্ঞাপন কৰে আৰু ইয়াৰ লগত তেওঁৰ স্বামীৰ স্মৃতি-বিজড়িত হৈ থকাৰ কথা কয়। শ্ৰীমতী বৰুৱাৰ প্ৰতি কৃতজ্ঞতা জনাই আমি আমাৰ পুনঃ-সম্পাদিত ৰূপটি স্বৰ্গীয় মনোভিৰাম বৰুৱাৰ সোঁৱৰণত উছৰ্গা কৰিলোঁ।

"আসাম-বন্ধু"ৰ একত্ৰ-সম্পাদনাৰ কামত দিহা-পৰামৰ্শ পাইছোঁ প্ৰথিতযশা পণ্ডিত প্ৰয়াত ড° মহেশ্বৰ নেওগ, অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, অধ্যাপক শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা আদি বিভিন্নজনৰ পৰা। সকলোলৈকে আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

নগেন শইকীয়া

প্ৰথম ভাগ। চৈত্ৰ শক ১৮০৬, ইংৰাজী ১৮৮৫। তৃতীয় সংখ্যা।



প্ৰথম ভাগ। বৈশাখ শক ১৮০৭, ইংৰাজী ১৮৮৫। চতুৰ্থ সংখ্যা।



প্ৰথম ভাগ। জ্যৈষ্ঠ শক ১৮০৭, ইংৰাজী ১৮৮৫। পঞ্চম সংখ্যা।

দ্বিতীয় খণ্ড। মাঘ-ফাগুন শক ১৮০৭, ইংৰাজী ১৮৮৬। ১২ সংখ্যা।



দ্বিতীয় খণ্ড। চ'ত-বহাগ শক ১৮০৭-৮, ইংৰাজী ১৮৮৬। ৩য়-৪র্থ সংখ্যা।



আসাম-বন্ধু সযতনে ৰাখোঁতা গুণাভিৰাম বৰুৱাৰ নাতি

**মনোভিৰাম বৰুৱা**

জন্ম : ১ আগষ্ট, ১৯১১ ॥ মৃত্যু : ৩০ ছেপ্টেম্বৰ, ১৯৬৯

# আসাম-বন্ধু।

মাসিক পত্র।

"নচ জ্ঞানাত্ পরং বলম্।"

প্রথম ভাগ।) মাঘ শক ১৮০৬, ইংরাজী ১৮৮৫। (১ম সংখ্যা।

## আরম্ভন।

যি জনাই এই চৰাচৰ জগৎ সৃষ্টি করি পালন করিছে, যি জনাই সদাই জগতর শুভ বিধান করিছে, সেই জনাই আমার এই শুভ কার্য্যত সহায় করোক। এই আরম্ভন শুভ হওক।

আ. ব.

# আসাম-বন্ধু।

আপোনা-আপুনি মিত্ৰভাৱে সম্বন্ধ লগাই আমি ওলাইছোঁহি; এতেকে আমাৰ অলপ পৰিচয় দিব লগীয়া হৈছে। আসামৰ বন্ধু অনেক; অনেকে অনেক প্ৰকাৰে আসামৰ হিত সাধন কৰিব লাগিছে। কোনো ৰজা ঘৰৰ বিষয়া হৈ প্ৰজাৰ সুশাসনৰ নিমিত্তে সদাই উদ্যোগী। কোনোএ বা পুথি-পাঁজি লেখি দুখীয়া মাতৃ-ভাষাৰ উন্নতি সাধিব লাগিছে। কোনোএ বা মধ্যস্থ হৈ প্ৰজাৰ দুখ-বিবৰণ ৰজাৰ আগত সহস্ৰ মুখে কব লাগিছে। এইবিলাকেই বাস্তৱিক আসামৰ বন্ধু। এই-বিলাকেৰে সহিতে তুলনা কৰিলে আমাৰ পক্ষে আসাম-বন্ধু নামে পৰিচয় দিয়া ফিতাহি মাথোন। আমি শাসন, বিচাৰ-আদি ৰাজনৈতিক বিষয়বিলাকত হস্তক্ষেপ কৰিব নোখোজোঁ। ৰাজনীতত আমি অনভিজ্ঞ। সাম্প্ৰদায়িক ধৰ্ম্ম সম্বন্ধে আমি মতামত প্ৰকাশ নকৰোঁ। ৰচনা-চাতুৰ্য্য আমাৰ নাই, আৰু তাক দেখোৱা আমাৰ উদ্দেশ্যো নহয়। ব্যাকৰণৰ সূত্ৰ লৈ আমি বাক্‌বিতণ্ডা নকৰোঁ। পৰৰ প্ৰশংসা বা পৰৰ নিন্দাৰ আমি ওচৰ নাচাপোঁ। বক্তা কোবাও আমাৰ ভাব নহয়। আমাৰ উদ্দেশ্য সামান্য। সেইয়ে,—সাধাৰণৰ মনোৰঞ্জন আৰু জ্ঞান-চৰ্চ্চা।

আন আন দেশত সাধাৰণৰ উন্নতিৰ নিমিত্তে অনেক পন্থা আছে। বৈজ্ঞানিক সভা, শিল্পকৰ্ম্মৰ মেলা আৰু সাময়িক পত্ৰিকা—এইবিলাকৰ দ্বাৰাই সভ্য-দেশত সাধা-

ৰণৰ বড় উপকাৰ হয়। কিন্তু দুৰ্ভাগ্য আসাম দেশত এই-বিলাকৰ অনুষ্ঠান নোহোৱা বাবে ইয়াৰ মানুহৰ মন নীচেই সঙ্কীৰ্ণ। শিক্ষাৰ উন্নতি নহোৱা বাবেই এই দেশৰ পূৰ্ব্বৰ শিল্প আৰু সাহিত্য প্ৰায় লোপ পাইছেহি। আন্দোলনেই শিক্ষাৰ উন্নতিৰ মূল। কিন্তু আন্দোলন কৰিবলৈকো ইয়াত কোনো উপায় নাই। আমাৰ দেশত যিবিলাক মেল হয়, সেই বিলাকত সমাজৰ আচাৰ-ৰীতিৰ মাথোন আন্দোলন হয়। সেই বিলাক মেলত বিজ্ঞান, শিল্প, সাহিত্যৰ আন্দোলন হোৱা প্ৰথা ইয়াত সম্প্ৰতি নাই। এই আন্দোলনৰ অভাৱ মোচন কৰিবৰ আশা কৰি আসাম-বন্ধু আলোচিব খুজিছে। আমি এই পত্ৰত সাহিত্য, বিজ্ঞান আৰু শিল্প সম্বন্ধে আলোচনা কৰিম। এই এই বিষয়ে সকলোৱেই নিজৰ মত ইয়াত প্ৰকাশ কৰিব পাৰিব। অনুকূল প্ৰতিকূল সকলো প্ৰকাৰৰ মতে ইয়াত ঠাই পাব। কোনো শ্ৰেণী বা কোনো বিশেষ সমাজৰ মানুহৰ আমি মুখপাত্ৰ নহওঁ। যিমতে আন্দোলনৰ দ্বাৰাই জ্ঞানৰ উন্নতি হয়, আমি তাকে চেষ্টা কৰিম।

ব,

---

# আগৰ দিন এতিয়াৰ দিন।

## প্ৰথম অধ্যায়।

### আৰম্ভণ।

আমাৰ ভাৰতবৰ্ষ। কোনো একজন বিখ্যাত পণ্ডিতে কইছে “কলিযুগৰ পৰ কাল ধৰা।” কলিতাৰ্থে অৰ্থাৎ ভাৰতৰ মতৰ, প্ৰায় সকলো দেশৰে লোক সকলে “আগৰ দিন ভাল, এতিয়াৰ দিন বেয়া” বুলি কই থাকে। আমি যেতিয়া সৰু আছিলোঁ, তেতিয়া বুঢ়া সকলক আগৰ দিন ভাল এতিয়াৰ দিন বেয়া বুলি কোৱা শুনিছিলোঁ। আমিও আমাৰ সমনীয়া সকলৰ সইতে যেতিয়া আমাৰ সৰু কালৰ কথা আলোচনা কৰোঁ, তেতিয়া আগৰ দিনৰ কথা কই অতিশয় আনন্দিত হওঁ, আৰু সেই দিনক ভাল বুলি কওঁ। এতেকে আমি এই প্ৰস্তাৱত আগৰ দিন আৰু এতিয়াৰ দিনৰ কথা আলোচনা কৰিম।

কোনো কোনো বিষয়ত আমি আমাৰ দিনক বেয়া বুলি পিতৃ সকলৰ দিনক ভাল বোলোঁ। পিতৃ সকলে আকৌ তেওঁবিলাকৰ দিনক বেয়া বুলি পিতামহৰ দিনক ভাল বুলিছিল। কোনো কোনো বিষয়ত আকৌ আমি আমাৰ দিনক ভাল পিতৃ সকলৰ দিন বেয়া আৰু পিতামহৰ দিনক আৰু বেয়া বোলোঁ। যেনে অৱস্থাৰ লোকক প্ৰশ্ন কৰোঁ, সেই লোকেই আগৰ দিন এতিয়াৰ দিনৰ বিষয়ে সেইৰূপ উত্তৰ দিয়ে। যি লোক পূৰ্ব্বে অতি নীচ বুলি পৰিগণিত হইছিল, যাৰ সামাজিক অৱস্থা অতি অনাদৰণীয় আছিল, সেই লোকে এতিয়া আগতকৈ উন্নত আৰু আদৰণীয় অৱস্থা পাইও ইয়াৰ দিনক বহু শ্ৰদ্ধা কৰে। আপোনাৰ পূৰ্ব্ব

পুৰুষৰ পৰিচয় লোকেও টান ৰূপে দিদিছে। অতি সামান্য লোকেও তাৰ আগৰ পূৰ্ব্ব পুৰুষৰ বল, বীৰ্য্য, আৰু পৰিচয় বৰ গৌৰৱেৰে প্ৰকাশ কৰে। মনুষ্য-জাতিৰ এইটো স্বভাৱ।

আগৰ দিন বুলি কোন দিনক ধৰিম, এইটো কঠিন। পুৰাণ পঢ়া লোকৰ ৰাতি আগৰ দিন, এই বৎসৰৰ পক্ষে যোৱা বৎসৰ আগৰ দিন, এতিয়াৰ দিনৰ পক্ষে পঞ্চাশ বৎসৰৰ পূৰ্ব্বকাল আগৰ দিন; পঞ্চাশ বৎসৰৰ পাছে এই কাল আগৰ দিন হ'ব। আৰু পঞ্চাশ বৎসৰৰ সেই কাল আগৰ দিন হ'ব; আগৰ দিন কেতিয়াবা এতিয়াৰ দিন আছিল, আৰু এতিয়াৰ দিন কেতিয়াবা পিছৰ দিন হ'ব। এতেকে আগৰ দিন এতিয়াৰ দিন, ই আপেক্ষিক কথা মাত্ৰ।

ৰাজ্য-শাসনৰ বৰ্ত্তমান নিয়ম মতে দুখত আৰু বেজাৰৰ সমান শাৰীৰিক স্বত্ব। কুলবিদ্যা লোক চৌৰ জাতিৰ হলেও এতিয়া উচ্চ পদ পাইছে। এই উপলক্ষে আহোম ৰজাৰ দিনটোৰ লক্ষ্য কৰি প্ৰাচীন সকলে কয় যে "আগৰ দিনত এনে কথ নোৱাৰিছিল।" এতিয়াৰ দিনৰ পক্ষে আহোম ৰজাৰ ৰাজত্বৰ সময়ে সইতে আমাৰ সাক্ষাৎ সম্বন্ধ। আহোম ৰজা সকলৰ পৌত্ৰ সকলে এতিয়াও আমাৰ দেশৰ উৎপন্নৰ অংশ বৃত্তি-স্বৰূপ খাব লাগিছে। সেই সকলে এতিয়াও আমাৰ দেশৰ লোকৰ মাজত "স্বৰ্গদেউ" হৈ আছে। আহোম ৰজাই দিয়া বৃত্তি এতিয়াও অনেকে উপভোগ কৰিব লাগিছে। আহোম ৰজাৰ পতা লোকৰ উপাধি এতিয়াও লোক সকলে ধাৰণ কৰিছে আহোম ৰজাই উঠ দণ্ড কৰা এতিয়াও কোনো কোনো লোক জীৱিত

আছে। আহোম ৰজাৰ দিনত ব্ৰহ্মদেশীয় মানৰ আক্ৰমণৰ সময়ত দৌৰাত্ম্য সহ্য কৰা এতিয়াও অনেক লোক আছে। আহোম ৰজাৰ সুখত সুখী দুখত দুখী হোৱা এতিয়াও কিছুমান লোক জীৱিত আছে। আহোম ৰজাই নিৰ্ম্মাণ কৰোৱা মন্দিৰ, খন্দোৱা আলি আৰু গড়, খন্দোৱা পুখুৰি এতিয়াও আছে। আহোম ৰজাৰ শাসনৰ শিকলী, সমাজ-বন্ধনৰ প্ৰথা আৰু সামাজিক নিয়ম এতিয়াও অনেক অংশে আছে। এই কাৰণে আহোম ৰজাৰ দিনকেই আমি আগৰ দিন বুলি এই প্ৰস্তাৱ লেখিম।

বুৰঞ্জী পাঠ কৰিলে জানিব পাৰি যে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনেই আহোম দিনাকৰ গৌৰৱৰ উচ্চ কাল। লক্ষ্মী সিংহ ৰজাৰ দিনৰ পৰা দেশত হুলস্থূল আৰম্ভ হয়। আহোমৰ জয়-পতাকা এই সময়ত অচল হ'ল। ইয়াৰে পৰা আহোম শ্ৰীভ্ৰষ্ট আৰু পৰাক্ৰম-হীন হই শেষত ৰাজ্যভ্ৰষ্ট হয়। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে ১৬৯১ শকৰ ১০ জেঠ, ইংৰাজী ১৭৬৯ সনৰ ২জুনত স্বৰ্গী হয়। আৰু তাৰ পাছ দিনা লক্ষ্মীসিংহ স্বৰ্গদেৱে সিংহাসনত আৰোহণ কৰে। এই সময়ৰ পৰাই প্ৰস্তাৱ আৰম্ভ কৰা হব, আৰু ইয়াত এক শতাব্দীৰ সেই বহুমান অধিক কালৰ বিৱৰণ সংক্ষেপে সন্নিবেশিত হব।

---

কার্য্য আছিল। বিদেশীয় লোক আহিলে তাক স্নেহ কৰি ৰাখিবলৈ মঠা বাড়ী দিয়া হইছিল। মণিপুৰীয়া কুঁৱ-ৰীৰ লগত যি বোৰ মানুহ আহিছিল, সেই বোৰক মটৈৰ কোষত্তে বহুৱাই দিয়া হল। সেই ঠাইক এই পর্য্যন্তে 'মগলু খাত' বোলে। সংসাৰত কোনো বস্তু বা কার্য্য নিষ্কলঙ্ক নহয়। চন্দ্ৰত যেনে কলঙ্ক আছে সেইৰূপে এই ৰজাৰ নিমিত্তে অসম দেশৰ বুৰঞ্জী মন্দ কৰা কার্য্যটো ৰাজেশ্বৰ ৰজাৰ আৰু কীর্ত্তি চন্দ্ৰ বৰ বৰুৱাৰ কুকীর্ত্তি বুলি চিৰকাল ঘোষিত থাকিব।

ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱ ১৬৯১ শকৰ ২০ জ্যৈষ্ঠ স্বৰ্গী হল। তাৰ পাছ দিনা রুদ্ৰ সিংহ স্বৰ্গদেৱৰ কনিষ্ঠ পুত্ৰ লক্ষ্মী সিংহ স্বৰ্গ দেৱ সিংহাসনত উঠিল। এই সময়ত দেশ ধনে জনে পূর্ণ। ইয়াকেই লোকে সুখীয়া বা শান্তিৰ কাল বোলে। এই সময়ত অসম দেশৰ সীমা এইৰূপ আছিল:—উত্তৰে ভোটৰ পৰ্ব্বত; দক্ষিণে নগা, মিকিৰ, খাচীয়া আৰু পাটোৰ পৰ্ব্বত; পূর্ব্বে মিচিমী, চিংফৌ, খামতীৰ পৰ্ব্বত; আৰু পশ্চিমে গোৱালপাৰা জিলাৰ চাবড়া ঘাট পৰগণা আৰু মানাহ নদী। অসম ৰজাৰ চাৰিও কাষে চুবুৰিয়া জাতিবিলাক কোনোএ মিত্ৰ ৰূপে আৰু কোনোএ কৰদ ৰূপে আছিল। চিংফৌ, খামতী, নগা, আবৰ, অঁকা, ডফলা প্ৰভৃতি পৰ্ব্বতীয়া জাতীয়ে সইতে আমাৰ ৰজাৰ মিত্ৰতা আছিল। এই বিলাক জাতীয়ে অসম ৰজাৰ প্ৰাধান্য স্বীকাৰ কৰিছিল। আৰু নিজৰ দেশৰ উৎপন্ন দ্ৰব্য কৰ-স্বৰূপ দিছিল। ই কাৰণে আকৌ আমাৰ ৰজাৰ পৰা সিহঁতৰ প্ৰধান প্ৰধান লোক সকলে বটি-স্বৰূপ বাৰ্ষিক বৃত্তি পাইছিল। যেতিয়াই এইৰূপে

দিয়া নহয়, তেতিয়াহে সিহঁতে নামনিলৈ আহি উপদ্ৰৱ কৰে। এই উপদ্ৰৱ-নিবাৰণৰ নিমিত্তে ঠায়ে ঠায়ে সৈন্য আৰু সৈন্যাধ্যক্ষ আছিল; আৰু সিহঁতক সহঁতে মিত্ৰতা ৰাখিবৰ কাৰণে কটকী আৰু বৰুৱা উপাধি দি কিছুমান লোক ৰখা হৈছিল। আৰু সময়ে সময়ে সেই সেই জাতীয় ডাঙৰ ডাঙৰ কোনো লোকক আমাৰ দেশৰ উপাধি দিয়া হৈছিল, আৰু সময়ে সময়ে সেই জাতিৰ ডাঙৰ লোক সকলক অসম ৰজাৰ প্ৰতি ভক্তি কৰিবলৈ শপত খুৱা হৈছিল। সেই বিলাকে সেইৰূপ শপত ভাঙিলে সিহঁতক দিব লগীয়া বস্তু দিয়া নাযায়। আৰু সেই বিলাকক সমস্ত পাহাৰ ধৰি আনি ভয় বা যায়। যি কোনোৱে আবৰি জাতিক বাধা দিয়ে, সেই লোকে ৰাজসন্মান আৰু অনুগ্ৰহ পাইছিল। কছাৰী, জয়ন্তা আৰু মণিপুৰৰ ৰজাৰে মিত্ৰতা আৰু সম্বন্ধ আছিল। মণিপুৰীয়া ৰজাই নিজৰ কন্যা দি সেই মিত্ৰতা বিশেষকৈ দৃঢ় কৰিলে। খাশীয়া আৰু গাৰোৰ ৰজা বিলাকৰেও ৰজাৰ মিত্ৰতা আছিল; আৰু ভোটৰ ৰজাৰেও মিত্ৰতা আছিল। সেই সেই জাতিৰ ডাঙৰ লোক সকলে সহঁতে আমাৰ স্বৰ্গদেৱ বিশেষ মিত্ৰতা কৰিছিল। সিহঁত কেতিয়াবা দেখিবলৈ আহিলে বিশেষ আদৰ আৰু সন্মান কৰা হৈছিল। পৰ্বতীয়া লোক মাত্ৰেই অসভ্য আৰু মহা লোভী, অথচ অহঙ্কাৰী। সময়ে সময়ে সেই সকলে আহি নামনীয়া লোকৰ ওপৰত উপদ্ৰৱ কৰিছিল। এইৰূপ নিবাৰণৰ অৰ্থে যি বিলাক কটকী বা দুৱৰীয়া বৰুৱা আছিল, সেই লোক সকল সতৰ্ক আছিল। মিকীৰ আৰু মিৰী জাতিৰ লোক অতি শান্ত প্ৰকৃতিৰ। সিহঁতেও আমাৰ

স্বৰ্গদেৱৰ প্ৰাধান্য স্বীকাৰ কৰিছিল। ৰাজেশ্বৰ ৰজাই ৰাজাধিৰাজ উপাধিৰে মোহৰ মৰাইছিল। আমাৰ ৰজাৰ অধীনে এই বিলাক ৰজা আছিল।—প্ৰথম দৰঙৰ ৰজা; এঁওৰ ৰাজধানী মঙ্গলদই। এঁওৰ ৰাজত্ব উত্তৰে কোটা পৰ্ব্বত, পশ্চিমে বড় নদী, পূৰ্ব্বে চাৰি দুৱাৰ, দক্ষিণে ব্ৰহ্মপুত্ৰ নদ আছিল। এই চাৰি সীমাৰ ভিতৰত এঁওৰ প্ৰায় ৰজাৰ তুল্য স্বাধীন ক্ষমতা আছিল। সময়ে সময়ে আসাম ৰজাক দৰঙী ৰজাই পাইক যোগান দিছিল। এই পাইক বোৰে গুৱাহাটী বড় ফুকনৰ অধীনে নিৰ্দিষ্ট কাৰ্য্য কৰিছিল। এজন দৰঙী পাইকে ঘৰৰ পৰা খোৱা বোৰা বস্তু লই আহি আন এজনক সলনি কৰে। আজি পৰ্য্যন্ত "দৰঙী পাইকৰ সলন" এই কথা ৰাষ্ট্ৰ আছে। দৰঙী ৰজাই কিমান পাইক দিছিল, তাৰ নিশ্চয় কৰা টান। বোধহয় বি ৰজাই যিমান সুবিধা পাইছিল, সিমান দিছিল, আৰু গুৱাহাটীৰ বড় ফুকনৰ আৱশ্যক মতে দিছিল। কোনো সময়ত কম কোনো সময়ত বেশী দিছিল; দহ হাজাৰ উৰ্দ্ধ আৰু তিনি হাজাৰ কম সংখ্যা আছিল। দৰঙ প্ৰদেশৰ যাৱতীয় ৰাজস্ব আৰু শাসনৰ কাৰ্য্য এই দৰঙী ৰজাই কৰিছিল। দৰঙী ৰজাই বিবাদ ভঙা-পাতা কৰিছিল, বুজি বিধান দান কৰিছিল। আৰু উচ্চ দণ্ড পৰ্য্যন্ত কৰিছিল। দৰঙ প্ৰদেশৰ সীমাৰ মাজত ভোট আৰু ডফলাৰ উপদ্ৰৱৰ বিষয়ে দৰঙী ৰজা দায়ী আছিল। দৰঙী ৰজাৰ ঘৰ কোচবেহাৰ আৰু বিজনীৰ ৰজাৰ বংশৰ। বহুকাল পূৰ্ব্বে বিজনীৰ পৰা কাটি আহি দৰঙত ৰাজত্ব কৰে। পৰিশেষত আহোম ৰজাৰ অধীন হয়। দক্ষিণ কালে বেলতলাৰ ৰজাও দৰঙী ৰজাৰ

# আসামবাসী ।

( ১ )

হে আসামবাসি ! মিনতি আমার,
নয়ন উন্মিলি দেখ একবার ;
সদাই নিদ্রিত, অতি অনুচিত,
দেখ একবার নয়ন মেলি ।
তোমা সব সম কোন্ হেন জাতি,
আলস্যের বশ ; উলটি পালটি
কোন হেন জাতি, চির-শয্যা পাতি
শুইয়াছে ; দেখ মস্তক তুলি ।

( ২ )

কোন হেন জাতি অন্ধকারে পড়ি,
আলোক এ ভয়া করে ধড়ফড়ি ?
কোনো লোকে এসে, সবেও যতনে
ধাইছে পোহরে আন্ধার ত্যজি ।
সবে সচেতন এড়িয়া আলস্য ;
সবেও আনন্দে মুখে করি হাস্য
আত্মোন্নতি-রত, দেশোন্নতি-রত ;
আসাম কেবল নিদ্রিত আঁখি ।

( ৩ )

আসাম কেবল আজিও নিদ্রিত,
আসাম কেবল আজিও ঘূর্ণিত ;
জড় বস্তু প্রায়, কিম্বা মৃত-কায়
স্বরূপ, আজিও আসামবাসী ।

নাই পরিশ্রম নাই কোনো চেষ্টা,
ভাবিছে আমরা পরম দেবতা ;
নাচিকে উন্নতি, মাত্র অধোগতি ;
বদন বিমর্ষ, নাচিকে হাঁসি ।

( ৪ )

মুখে 'নাই হাঁসি' ইংরাজে বোলে,
পরর দুখত সবে কিন্তু হাঁসে ;
একর অনিষ্ট, আন জন হৃষ্ট ;
আনর বিপদে অসীম উল্লাস ।
অসমীয়া সবে বস্তুক হাঁসয
আনর কষ্টত, চিত্ত হর্ষময়,
এনে কোনো জাতি, নাই ত্রিজগতী ;
মিছা কথা মাত্র 'নাচিকে হাঁসি ।'

( ৫ )

দেশোন্নতি বাহে, নাই তাত মন ;
কৃষি শিল্প বাণিজ্যক বিসর্জ্জন
দিয়াছে ; মিস্ত্রিরী, হালোৱা বেপারী
কিরূপে বা হব, ন করে কথা !
"তাতে বা বাঢ়ই বেপারী সকলে
"বোপা-ককা যদি গল এনেকৈয়ে"
এতিঁ কিয় যাম, সামান্য সমাজ
কিরূপে ধরিব নতুন প্রথা !

( ৬ )

হে আসাম বাসি !
"বোপা-ককা যদি গল এই মতে"
এনে কথা আরু নাকিব; মুখতে ;

ভেবে বাক্যোচিত, করিছ রক্ষিত
আর কোন রীতি ? কহিও মোক।
চুলি কাটি ক'লা "আল্বার্ট" সেওঁতা,
পিন্ধা বেদেশীয় বস্ত্র মোজা জোতা,
ব্যভিচার রাতি, মদো নাই বাকি ;
আরু কত কথা, কলে পাবা শোক।

( ৭ )

এড়া ভেবে কথা, হোৱা সচেতন,
কৃষি শিল্প হেতু করিও যতন ;
স্বাধীন ব্যবসা, হেতু করা আশা,
আলস্য-পিশাচ করিও দূর।
স্বদেশ বিদেশ করিও ভ্রমণ
বাণিজ্যর হেতু ; উন্নতি সাধন
কৰিও নিজর, করিও দেশর ;
হওক দেশর সর্ব্বাঙ্গ পুর।

( ৮ )

"বোপা-ককা মরি গল এই মতে"
এই কথা ধরি নমরা হেমতে ;
মেলিয়া নয়ন, কার্য্যে দিয়া মন
নাথাকা নাথাকা একেটা ভাবে।
চক্ষুর ওচরে করা দরশন,
জড় হিমাদ্রিরো পরিবরতন
আছয় ; ভূধর হোৱে পোতাকর
ক্রমুএ ক্রমুএ নবীনভাবে।

বৃথা গম্ভীরতা, অযাচো পটুতা,
আছয়ে আলস্য দারিদ্র্য-মূল।

( ১২ )

ছি ছি অসমীয়া ! উঠা উঠা উঠ,
চির নিদ্রা এরি মেলা চকু দুটা ;
হোৱা সচেতন, নাথাকা মগন
আলস্য-পিশাচ-ক্রোড়ে একদিন।
অনর্থর মূল অহিফেন দিবে,
গোমাংস ভাবিয়া মনর হারিবে
এড়া সর্ব্বজনে ; কার্য্যে দিয়া মন ;
করিও স্বদেশ উন্নতিশীল।

ত, ব,

---

## দেশীয় পরিচ্ছদ।

পরমেশ্বরে সামান্য পশু-পক্ষী বিলাকক দেশোপযোগী শরীরাবরণ প্রদান করি তেওঁর অনন্ত বিজ্ঞতার পরিচয় দিছে। শীত-প্রধান দেশর পশু পক্ষীর লোম আরু পাখী বড় ঘন, আরু দীঘল ; সেই বিলাকর দ্বারা সিহঁতে উত্তম-রূপে শীত নিবারণ করি জীবন ধারণ করিব পারে ; কিন্তু গ্রীষ্ম-প্রধান দেশর পশু পক্ষীর শরীরাবরণ তদ্বিপরীত; সেই নিমিত্তেই গ্রীষ্ম-প্রধান দেশর পশু পক্ষী শীত-প্রধান

দেশতৈ, আৰু শীত-প্ৰধান দেশৰ পশু পক্ষী গ্ৰীষ্ম-প্ৰধান দেশলৈ আনিলে অধিক দিন জীবিত থাকিব নোৱাৰে।

মানুহৰ দৰে পশু পক্ষী বিলাকৰ শৰীৰাবৰণ পৰিবৰ্ত্তন কৰিবৰ শক্তি নাই। মানুহ জ্ঞান-সম্পন্ন প্ৰাণী। মানুহৰ কোনো প্ৰকাৰৰ স্বাভাবিক অঙ্গাবৰণ নাই। তেওঁক পৰমেশ্বৰে যি বুদ্ধি-শক্তি দিছে, সেই বুদ্ধিৰ পৰিচালনাত দেশোপযোগী পৰিচ্ছদ প্ৰস্তুত আৰু ব্যৱহাৰ কৰি স্বচ্ছন্দে দিনপাত কৰিব পাৰে, আৰু সেই দৰে সংসাৰ চলি আহিছে।

কাপোৰ পিন্ধাৰ দ্বাৰা মানুহৰ চাৰিটা উদ্দেশ্য সাধন হয়। প্ৰথম শীত-নিবাৰণ, দ্বিতীয় বাহিৰৰ ধূলি-মাটি আৰু বৰ্ষাৰ উত্তাপৰ পৰা শৰীৰ কিছু পৰিমাণে ৰক্ষা কৰা, তৃতীয় লজ্জা-নিবাৰণ, চতুৰ্থ শোভা-বৰ্দ্ধন। এই কেইটা উদ্দেশ্য যি প্ৰকাৰ পৰিচ্ছদৰ দ্বাৰা সম্পূৰ্ণৰূপে সিদ্ধি হয়, দেশ-ভেদে আৰু শীত-গ্ৰীষ্মানুসাৰে সেই সেই প্ৰকাৰৰ কাপোৰকে ব্যৱহাৰ কৰা উচিত। শীত-কালৰ কাপোৰ গ্ৰীষ্ম-কালত অনুপযুক্ত, আৰু গ্ৰীষ্ম-কালৰ কাপোৰ শীত-কালৰ নিমিত্তে উপযুক্ত নহয়। সেই দৰে শীত-প্ৰধান দেশৰ মানুহৰ কাপোৰ গ্ৰীষ্ম-প্ৰধান দেশৰ মানুহৰ, আৰু গ্ৰীষ্ম-প্ৰধান দেশৰ মানুহৰ কাপোৰ শীত-প্ৰধান দেশৰ মানুহৰ কাপোৰতকৈ সম্পূৰ্ণৰূপে বিভিন্ন হোৱা উচিত। গ্ৰীষ্ম-প্ৰধান দেশৰ কাপোৰ লঘু, পাতল আৰু ঘৰ্ম্ম-শোষক হব লাগে। কিন্তু শীত-প্ৰধান দেশত জাৰৰ পৰিছে পাতল, আৰু লঘু কাপোৰৰ পৰিবৰ্ত্তে ডাঠ কাপোৰ বা নোমৰ কাপোৰ আৰু উম-থকা কাপোৰৰ আৱশ্যক। বিশেষতৈ শীত-প্ৰধান দেশৰ মানুহৰ শৰীৰৰ সমুদায় অঙ্গ-

প্ৰত্যক্ষ আচ্ছাদিত নহলে, জারর নিমিত্তে থাকিবর উপায় নাই, কিন্তু গ্ৰীষ্ম-প্ৰধান দেশর নিমিত্তে এই প্ৰকারর পরিচ্ছদ অসুখ-জনক, প্ৰকৃতির বিরুদ্ধ আরু অস্বাস্থ্যকর।

ইংলেণ্ড প্ৰভৃতি শীত-প্ৰধান দেশর মানুহর পরিচ্ছদ ঠাণ্ড বিলাকর দেশোপযোগী। ঠাণ্ড বিলাকর ভরির আঙ্গুলিবে পরা মূরটোকে গোটেইখিনি গা সমূলি ঢকা। বাস্তবিকে ঠাণ্ড বিলাকর দেশত সেই প্ৰকারর কাপোর বর লাগতিয়াল; তার দেখি অনেক ডেকা মানুহে ইংরাজ বিলাকর ভাল, বেয়া সকলো বিলাক কামকে অনুকরণ করিবলৈ ধরি একেবারে সম্পূৰ্ণ ইংরাজি পোযাক পিন্ধিবলৈ আরম্ভ করিছে, যিহার দ্বারা ঠাণ্ড বিলাকর শোভা-সৌন্দৰ্য্য [illegible], কিন্তু স্বাস্থ্য-রক্ষা যে কদাপি নহয়, তাক ঠাণ্ড [illegible] জানিব পারে।

এই নিয়মর দ্বারা দেশর দুটা বিষয়ত বর অনিষ্ট হৈছে। প্ৰথমে বিদেশীয় পোযাক পিন্ধিলে সেই জাতির পোযাকর পরা স্বদেশীয় মানুহ বুলি চিনা টান। সকলো দেশর মানুহরে এটি এটি দেশীয় বা জাতীয় পোযাক আছে, তার দ্বারা ঠাণ্ড বিলাকে কোন দেশীয় বা কোন জাতীয় মানুহ তাক তৎক্ষণাৎ চিনিব পারে; কিন্তু তারতবর্ষীয় বিশেষকৈ আমার আসাম দেশর মানুহর সেইটো চিনা পোৱা নাই। কোনো বিলাক একেবারে সাহাব, কোনো বিলাক অৰ্দ্ধ সাহাব অৰ্দ্ধ মুচলমান; পোযাকর দ্বারা মানুহ চিনা টান। কিন্তু এই অৱস্থা যে দেশর বিশেষ অপমানর বিষয় তাক কোনে নকবা নাই।

আমার দেশর শকতর লোক সকলে নানা প্ৰকারে সামাজিক বিষয়ত [illegible] কিছুমানে জনমীয়া বিরু-

তার পোষাকত সেই দোষ নাছিল, তেঁও বিলাকক দেখা মাত্র অসমীয়া তিরুতা বুলি চিন ধরিব পারি, কিন্তু কি দুখর বিষয় আজি কালির অনেক শিক্ষিত ডেকাই নিজে নিজে ইচ্ছা করি তেঁও বিলাকক দুর্ভাগীয়া করিবলৈ তার-বার লগাইছে। মেখেলা আরু রিহার পরিবর্ত্তে কোনো কোনোএ তিরুতার অনিচ্ছা থকাতো শাড়ির ব্যবহার করাইছে।

কাপোর পিন্ধার যি চারিটা বাই উদ্দেশ্যর কথা ওপরত কোৱা হইছে, শাড়ির দ্বারা সেই কেইটা উদ্দেশ্যর এটা উদ্দেশ্যও যে ভালরূপে সিদ্ধি নহয়, তাক কোনে নাজানে? ভদ্র আরু অপক্ষপাতী বঙ্গালী বিলাকে শাড়ির অপ-কৃষ্টতার কথা স্বীকার নকরি থাকিব নোৱারে। এজন বিজ্ঞ বঙ্গালী গ্রন্থকারে অসমীয়া তিরুতার মেখেলা রিহা প্রভৃতি পোষাক যে শাড়িতকৈ অনেক গুণে শোভাবর্দ্ধক আরু লজ্জা-নিবারক, তাক স্পষ্টরূপে প্রকাশ করিছে। আজি কালির অনেক অসমীয়া গাভরুয়ে রিহার ঠাইত এটা কুর্তা ব্যবহার করাত, রিহার যি একেরিমান দোষ আছিল, সিও নিবারণ হইছে। বর্ত্তমান সময়ত অনেক উচ্চ শ্রেণীর ভদ্র বঙ্গালী মহিলাইও তেঁও বিলাকর লজ্জাকর শাড়ির ব্যবহার এড়িবলৈ ধরিছে, কিন্তু আমার দেশর শিক্ষিত ডেকা সকলে হলে শাড়িত গুণর ভাগ বেশীকৈ দেখিছে।

যদি ইউরোপীয় তিরুতা বিলাকর পরিচ্ছদর অনুকরণ করিবলৈ খোজেন, তেনে হলেও আমার বিশেষ আপত্তি নাই, কিয়নো তেঁও বিলাকর পরিচ্ছদ সর্ব্ব প্রকারে ভাল, তার দ্বারা কাপোর পিন্ধার যি বিলাক বাই উদ্দেশ্য সেই

বিলাক সৰ্ব্ব প্ৰকাৰে সিদ্ধি হয়। ভাল বিষয়ৰ অনুকৰণ অৱশ্য কৰিব লগিয়া, তাত কাৰো আপত্তি নাই। যি সকলৰ ইউৰোপীয় মহিলাৰ পোষাক অনুকৰণ কৰিবলৈ শক্তি আছে, তেওঁ বিলাকে তাক' কৰাত দোষ নাই। কিন্তু মেখেলা রিহাৰ পৰিবৰ্ত্তে নিতান্ত কুৎসিত শাড়িৰ ব্যৱহাৰ কৰা সুৰুচি বুলিব নোৱাৰি।

বিদেশীয় পোষাকৰ অনুকৰণ কৰাত আমাৰ যি প্ৰথম অনিষ্ট হয় যথা সাধ্যে ওপৰত বৰ্ণনা কৰা হল, এতিয়া দ্বিতীয় বিধ অনিষ্টৰ কাৰণ তলত লিখা যায়।

সম্প্ৰতি দেখা যাওক যে আমাৰ ডেকা সকলে যি ইউ-ৰোপীয় পৰিচ্ছদ ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছে, সি নো আমাৰ এই গ্ৰীষ্ম-প্ৰধান দেশৰ স্বাস্থ্য-ৰক্ষাৰ পক্ষে কিমান উপযোগী।

স্বাস্থ্য-ৰক্ষাৰ ফালে চাব লাগিলে মানুহে বাহিৰে ভিতৰে ঋতুভেদে সদাই এক প্ৰকাৰ গুণ-বিশিষ্ট কাপোৰ পৰিধান কৰা উচিত। এদিনৰ ভিতৰতে তিনি চাৰি প্ৰকাৰ গুণ-বিশিষ্ট পোষাক সলালে স্বাস্থ্যৰক্ষা হোৱা টান। আমাৰ দেশ গ্ৰীষ্ম-প্ৰধান, ইয়াত জহকালি ইউ-ৰোপীয় শীত-প্ৰধান দেশৰ পোষাক পিন্ধি থকা বৰ অসুখ-জনক। সেই নিমিত্তেই প্ৰায় অনুকৰণকাৰী এই সকল ভিতৰত দেশীয় আৰু বাহিৰত ইংৰাজি পোষাক পিন্ধাৰ নিয়ম কৰি লইছে। প্ৰচণ্ড ৰদত, ভয়ানক গ্ৰীষ্মত বৰ অসুখ হলেও সভ্যতাৰ অনুৰোধত ইংৰাজি পোষাক পিন্ধিবলৈ বাধিত হয়, কিন্তু যেই ঘৰলৈ গল তৎ-ক্ষণাৎ সেই বিলাক খহাই, উদং-দেহে কিছু সুস্থ হয়। অনেকে কাৰ্য্য স্থানৰ পৰা ঘৰৰ সময়ত বাটে বাটে কোট

বিশেষকৈ তেঁওবিলাকে ঘৰে॰ বাহিৰে সদা সৰ্ব্বদা একে প্ৰকাৰৰ কাপোৰ পিন্ধে, আমাৰ মানুহৰ দৰে ক্ষণেকতে তাক সলাবৰ আৱশ্যক নহয়, কাৰণ ভাৰতবৰ্ষীয় প্ৰায় বিলাক ইংৰাজেই দিনে ৰাতিয়ে বৰ বৰ পাংখাৰ তলত থাকিবলৈ সমৰ্থ, এতেকে গ্ৰীষ্মকালতো তেঁওবিলাকে ইংলণ্ডীয় পৰিচ্ছদ পৰিধান কৰাত বিশেষ অসুখ নাপায়। আমাৰ দেশীয় বিলাকৰ ভিতৰত কেই জনে সেই দৰে নিয়মত থাকিব পাৰে?

ইত্যাদি কাৰণৰ পৰা বুজিব পাৰি যে ইংলণ্ডীয় পোষাক আমাৰ মানুহৰ নিমিত্তে স্বাস্থ্যকৰ হব নোৱাৰে। পক্ষান্তৰে ভাবি চাব লাগিলে পূৰ্ব্বকালৰ ভদ্ৰ লোক সকলৰ যি দেশীয় পোষাক আছে, আজি কালি মানুহৰ ৰুচি আৰু অৱস্থালৈ চালে তাকো একেবাৰে স্বাস্থ্যপ্ৰদ, সুখজনক বা শোভাবৰ্দ্ধক বুলিব নোৱাৰি; এতেকে আমাৰ মানুহৰ বিদেশীয় শোভাবৰ্দ্ধক পোষাকৰ অনুকৰণ নকৰি থকা টান। এতেকে আমাৰ দেশীয় পোষাকৰো কিছু পৰিমাণে পৰিবৰ্ত্তন কৰি, যেনেকৈ মানুহৰ ৰুচি, সভ্যতা আৰু দেশৰো উপযোগী হয়, এনেকুৱা এটা দেশীয় সাধাৰণ পোষাকৰ সৃষ্টি কৰিবলৈ, সমাজ-সংস্কাৰক প্ৰাচীন মহাশয় সকলৰ মনোযোগ আকৰ্ষণ হোৱা নিতান্ত আৱশ্যক।

——

অসমীয়া মানুহ কিমান সুখী! যি এই সুখর পরা বঞ্চিত হইছে, সি স্বর্গতো মনারম কিয়? উপজিলেও আপোন-বাতী মহল কিয়? আপুনি ইংরাজী পঢ়ি কামত ধরি কলা-চুমটি এড়ি কেনে চুর্কপলীয়া হইছে, তাকি চাওক চোন। আপোনাসার দরে আরু অনাচারেক অসমীয়াই এনে অমরা সুখ এড়ি মরিবলৈ ধরিছে; কিন্তু সদানন্দ হলে বর টেটন। সদানন্দে বহুৎ ইংরাজী শিকিও, সেই বিদ্যারে বহুৎ ধন ঘটিও সাত-পুরুষীয়া কলাচুমটি এড়ি দিয়া নাই। মর বোপা-ককার সকল এরিবেই কিয়? শাস্ত্রতো কইছে বোলে—

"শ্রেয়ে কিল যে বিশিষ্টিএ গহ যে কম্ম বিরুদ্ধীমঞ।
পত্তমানিণকস্মদাজুণে অনুকম্পানিহুএ বি শোভিএ।"—

যার যি কাম সহজ অর্থাৎ বোপা-ককারে পরা লাগি অহা, (যেনে সদানন্দর সাত-পুরুষীয়া কলা-চুমটি,) সেই কাম গর্হিত হলেও তাক এড়িব নাপায়; (তার দৃষ্টান্ত দেখক,) বেদ-পঢ়া বাপু সকলর মন দয়ারে কোমল হলেও, স্বেঁও লোকে মহ, ছাগলি-আদি পশু বলি দিয়াত বর নিপারুণ। কার সাহ আছে, মোর কলা চুমটিক "বিশিষ্টিএ" বোলে? ময় মুখেরে বক্তৃতা দিবলৈ, "ভারতর জয়, ভারতর জয়" করি ছিঞরিবলৈ, আসামর উন্নতি করিবলৈ, অসমীয়া বাস্তবিকাকত্তর সাহায্য করিবলৈ, আসামর পরা অত্যাচারী বিদেশী বিলাকক "এক দমুনে নিকাল করি দিবলৈ"— আদিক উপদেশ দিয়াত একেটিও ত্রুটি নকরোঁ, এই কথা সঁচা; কারণ, তাকে নকরিলে লোক মানুহে Enlightened, Civilized, Patriot, (শিক্ষিত, সভ্য, দেশ-হিতৈষী মহাত্মা) নবুলিব, আরু মান-সৎকারে নকরিব; তথাপি মর আপোনা লোকর নিচিনাকৈ মোর

নিন্দা করা যাব ; বেয়া হলে মসলা বন্ধ হব, নাইবা চুণা-পাত্তনীত ঠাই দিয়া যায়। কিন্তু মোলৈ কাকতর সম্বন্ধে কোনো চিঠি নিলিখিব ; কারণ, মর চিঠির কেতিয়াও উত্তর নিদিওঁ ; উত্তর দিলেই কাকত-চলাওঁতাবিলাকে দাম সাধিবলৈ ছল পায়, আরু মোর এটা পয়সা ভগন হয়। আরু আপুনি যে মোক আপোনার কাকত লই তার বেচ দিবলৈ, আরু মাহে মাহে তালৈ লিখিবলৈ কইছে, মোক ধরুবা পাইছে নে কি ? লোকর লাভ হব, লোকর বধ হব, সদানন্দ আকৌ লেখি আরু ধন ভরি মরিব কিয় ? বধ আরু লাভলৈ আধা থাকে যদি সদাই বিনামূলে কাকত দান করিব ; সদানন্দে কেতিয়াও ওভোতাই নিদিয়ে। আই দেউ সকলর মাজত বহি পলটো হেঁকাট্টি হেঁকারি হাতত বাতরি-কাকত লই যেতিয়া মর “বিক্রিম সম্বাদ” পর্য্য পঢ়িবলৈ ধরেঁা, আরু যেতিয়া তেঁওলোকে অর্থর ভেদাভেদ পাই এটা কথাকে মুখে মুখে দহোটা করে, গাঁবর তিরুতা আটাই কেইজনীর পরা নানা দৃষ্টান্ত দিবলৈ ধরে, আচরিত আচরিত বাতরি শুনি হাঁহিবলৈ ধরে,—আঃ ! তেতিয়া সদানন্দর আনন্দ-সাগরত তরঙ্গ উঠে। আরু কাকত নপঢ়িলে মানুহে ভেবা বোলে, Enlightened. ( শিক্ষিত ) নোবোলে। এই দুই কারণত মর অনেক বাতরি-কাকত লওঁ, কিন্তু কারো বেচ নিদিওঁ। এদিন “নলেজ সমাচারর” এজনে ধন খুজিছিল, মর উচিত উত্তর দিলোঁ, “বোবা ; এক পয়সার কাকতর দাম সাধিবলৈ আহিছা, মোর অলপীয়া ধন দিবলৈ লাজ হে লাগে।” “আসাম নিউচর’ দাম পাঁচ টকা, তাকো মর বেলি দেখি নিদিওঁ। ন যায় “ইণ্ডিয়ান্ মিরর” লই এদিন

আহৰি নাপায় ; কিন্তু হাতেৰে তলে কোনো কাম আৰম্ভ নকৰে। আৰু শেষ বা বঢ় কাৰণ, নিজ দেশৰ উন্নতি কৰিবলৈ হলেও আপোনাৰ বাহিৰে আৰু হাতত অনুৰাগীৰ টাকো নাই এই ওলালে 'আসামৰ শত্রু কিন্তু সদানন্দৰ অন-পানীয় পৰাকী সকলে বেয়া পায়। যেনেকে, বছৰেকত ছয় ঋতুত ছটা কাৰণ লাগি আছেই আছে ; এতেকে সদায়ক্ষে কাকত লিখি আপোনাক জানটৈক ভয়ায়, আপুনি আশা কৰক নাবোলা। সি যি হওক, আপোনাৰ কথাত অমাহি হলে etiquette. (দস্তুৰ) ৰক্ষা কৰা নহয়, কেৱল এই নিমিত্তেই তলত কিছুমান কথা লিখিবলৈ বাধ্য হলোঁ। আপুনি এই কথা কাকো নকব ; কাৰণ যত অসমীয়া ভাষা দেখা বুলি জানিলে বঙালী আৰু এংলো-ইণ্ডিয়ান্ বন্ধু-বিলাকে মোক বৰ ঠাট্টা কৰিব। এনেবিলাক কাৰণ থকাতো যে মই আপোনাৰ চিঠিৰ উত্তৰ দিলোঁ, এই নিমিত্তে মোক Thanks ( ধন্যবাদ ) দিব পাৰ ; মোৰ বিচিমা অনেক ভদ্ৰলোকে চিঠিৰ উত্তৰ নিদি নিজ Dignity (সম্ভ্ৰম) ৰক্ষা কৰিছে, সি আপোনাৰ অবিদিত নাই।

এতিয়া দেখোঁ কি ?—"কথা ছুৰতি ?"—সত্য, এইটো প্ৰায় সকলো অসমীয়াই জানে। "বিদেশীয় অত্যাচাৰ ?" ভেবেহলে মোৰ চাউল নহে। "জাতীয় গোৰৱ ?" ইহাক আৰ্য্য-হিন্দুৰ কুল-তিলক ব্ৰাহ্মণসকলে যে জানটৈক পাইছে। "ধৰ্ম্ম ?" ৰাম ! ৰাম ! ধৰ্ম্ম বড় অপবিত্ৰ বস্তু। আজি কালি সভ্যতাৰ কোবত, বিজ্ঞান বা অজ্ঞানৰ এনেত সক-লোৰে ধৰ্ম এৰিছে ; প্ৰায় সকলো ঠাইতে পৰা ধৰ্ম্ম বহিষ্কৃত হইছে ; যেনেকে; ইস্কুলত ধৰ্ম নাই, কলেজত ধৰ্ম নাই, সভাত ধৰ্ম্ম নাই, বাখৰি-কাকতত ধৰ্ম্ম নাই, ধৰ্ম-মন্দিৰতো

কাব্য লেখোঁ, তেন্তে ৰাজ্যৰ মাজত যুদ্ধ উত্তেজনা কৰা বুলি বগা-বৰটৈল যাব লাগিব। এতেয়া আকৌ বিপদ! মাতোঁ কোন্ অন্য সৰস্বতীক? বাইৰণৰ ( Byron ) সৰস্বতী একা? নহয়; তেওঁ বিলাতে ভাল পালেও আদি-ৰসৰ বাহিৰে তেওঁৰ আন ৰস প্ৰায় নাই। অৱশ্য বিলাতী সৰস্বতী লাগিব, দেশী সৰস্বতীৰে নহয়। হয়—পালোঁ, পালোঁ, পঞ্চৰ সৰস্বতী, (Punch) পঞ্চৰ সৰস্বতী! এৰা, এওঁৰে হে কাম সিদ্ধ হব। দেশী সৰস্বতীৰ এতিয়া মান কত? তেওঁলোকৰ পোন কথা শুনে কোনে? বিলাতী বি সকলো ভাল, দেশী বি সকলো বেয়া। সদানন্দৰ মতে দেশী অসভ্য পানী-বহাক এৰি বিলাতী সভ্য পানী-বহাক কিনিবটৈল ধৰা উচিত। বিলাতী সৰস্বতীৰ গুণ ব্ৰহ্মাই চাৰি মুখেও কই শেষ কৰিব নোৱাৰে। হে পঞ্চৰ সৰস্বতি আই! তুমি আহাঁ। আসাম-সমাজ এতিয়াও সভ্য হব নোৱাৰিলে; এতিয়াও বিলাতী পানী-বহাক, বিলাতী হেট্-কোট, বিলাতী খানাৰ মোজ বুজিলে। সদানন্দৰ পোন পোন উপদেশ কোনেও নুশুনে; অতএব হে আই মাতৃ! তোমাৰ কৃপা নহলে আমাৰ উন্নতি নাই। তোমাৰ মূৰ্ত্তি দেখি যদি নপলায়, তেন্তে আমাৰ উপকাৰ কৰই লগ। তোমাক দেখি কোনো হাঁহে, কোনো কান্দে, কিন্তু হঁহা কন্দা দুইবো উপকাৰ হব। অতএব হে বিলাতী সৰস্বতি আই! তুমি মোক Favour ( অনুগ্ৰহ ) কৰা।

সম্পাদক মহাশয়, আজি মই বৰ বেয়া বেশেৰে আছোঁ; হেট্ নাই, কোট্ নাই, সাহাবৰ বেশ একো নাই। চুৰিয়া-চেলেঙেৰে বিলাতী সৰস্বতীক সাক্ষাৎ কৰিলে তেওঁ বাৰু "ডেম্ নিগৰ নেটিভ্" বুলি খকুটৈক

উঠে, তেনে হলে মোৰ ঘৰ-খাপৰিৰ আধা পৰিবও পাৰে। চুৰিয়া-চেলেঙৰে থাকিলে ইংৰাজী কথাও নোলায়; তাৰ প্ৰমাণ দেখক, মই বিলাতী সৰস্বতীক দেশী তিৰুতাৰ দৰে আই বুলিছোঁ। তেঁও তমা হলে আজি সৰ্ব্বনাশ। আকৌ মই জোতা এড়িও তেঁওক স্তুতি কৰা নাই। এইবিলাক কাৰণত আজি মই এটা আখৰকে লিখিব নোৱাৰিলোঁ, হাতৰ কলম হাততে থাকিল। লাগে যদি ভবিষ্যতে পকৰ সৰস্বতীৰ সাহায্যেৰে কেতিয়াবা কেতিয়াবা লেখিম। মই এতিয়াই আসাম-বন্ধুৰ সম্পাদক, লেখক, গ্ৰাহক, উপগ্ৰাহক আৰু নিন্দক—সকলোকে কই ৰাখোঁ, তেওঁলোকে যেন মোৰ সৰস্বতীৰ কথাত বেয়া নাপায়; কিয়নো এওঁৰ নিচিনা হিতকাৰী কোনো নাই, আৰু "হিতং মনোহাৰি চ দুৰ্লভং বচঃ।"

Now good-by.

মই পাওঁ ঐ সম্ৰম হবলৈ,

মহাশয়,

আপোনাৰ অখিকতম বাধ্য চাকৰ,

সদানন্দ।

---

ইহঁতে ভৈয়ামর মাটিতকৈ পর্ব্বতর টিঙর সেই দুর্ভেদ্য হাবিত থাকিবলৈ যে বর ভাল পায়। ইহঁতে সেই দুর্ঘোর হাবিময় পর্ব্বতর টিঙত চাঙ-ঘর সাজি মনর সুখেরে দিন নীয়ায়। স্বভাবতেই পর্ব্বত এচলীয়া—ওপরলৈ ওখ তললৈ চাপর। গারোহঁতে সেই ওখকালে গড় দি তলর ফালে খুটা পুতি চাঙ সাজি লই সেই চাঙর ওপরত ঘর সাজি থাকে। সেই ভয়ানক হাবিয়নীত গারোর বাস-স্থানত রাতি হইছে—গারোর চোতালত বাঘ-ভালুকে নির্ব্বিঘ্নে কামোরাকামুরি করিছে হি, গারো গৃহস্থে নিশঙ্ক মনেরে শুনি আছে! দুবারমলিত বহি বাঘে পহরা দিছে হি, গারোর কটাহিতেই নাই; মহাসুখে ভগা পঁজার ভিতরত টোপনিত সি অচেতন! ই পিনে বাঘে হুঁউরিয়াইছে, সি পিনে বনরীয়া গাহরীএ চেঁচাইছে, বা ভালুকে নাকটি কুটাই কুটাই উঁই খানি ফুরিছে, গারোরে তাক উলটিও নাচায়—ভাবে যেন এই জাকে ঘরর বা গাঁবর ঘরকাজি মেনাহি পোহা পোহনীয়া গরু-ছাগলি হে! সিহঁতর বকা ডাইর সেই অবস্থালৈ মনত হলে বোধ হয় যেন সিহঁ-তর অধীনতেই বাঘ-ভালুক প্রভৃতি বনরীয়া জন্তুবোরে ওচ-রর হাবিয়নীত রাজত্ব করি আছে। নতুবা ইমানলৈ সগাই দুঠেহেই গারোহঁতকো বনরীয়া জন্তুরে এবিধ উন্নত জাতি বা মহাত্মা দার্উইনর মতে—বান্দরে বনরীয়া সাজ সলাই জীবনর ক্রমোন্নতি লভি মানুহর শারিত ভরি দিলে প্রথ-মতে যি জন্তু হয়, সেই জন্তুকে বুলি ধরি লবহে পারি। শিক্ষিত বা উন্নত গারো ভাই! মই তোমার জাতিক সিদ্ধিলোঁ বুলি থাকি মাপাহিবা বা অসন্তোষ নকরিবা। দার্উইন সাহাবর মতে সমগ্র মানব-জাতিরেই আদি-পুরুষ

বান্দৰ। এনে গাৰোহঁতে যে হাবিত ভুৱাত আৰু পৰ্ব্বত উঠাত সুচকতা দেখুৱায়, সি একো টান নহয়। হাবিত ফুৰিলে ইহঁতক বাঘেই যে, ভালুকেই যে মানুহেই এবাৰ চিনি উঠাই টান—খেৰৰ পাতৰ আঁৰে আঁৰে পা লুকাই লুকাই ফুৰি থাকে, গায় কাপোৰে গলেও কোনেও গাৰ-পঁহাৰিকে নাপায়। ইহঁতক পৰ্ব্বত উঠা দেখিলে আৰু আচৰিত হব লাগে। একেই সেই কাকিনী তামোলৰ আগৰ দৰে ওখ পৰ্ব্বত, তাতে বাট নাই; বাট লাগিলে কাইটনী, বননী ভাঙি যাব লাগে, মাজে মাজে উঠিব নোৱাৰা শিল। ই শিলে বননীয়া জন্তুৰ উপদ্ৰৱ আছেই, বাৰিষা হলে আকৌ খেৰৰী যতাৱীৰ অ'পায় চিনা জোঁকে শৰীৰৰ তেজটুপিও শুহিব খোজে। গাৰোহঁতে এই বিলাক উপদ্ৰৱ অৱলীলাক্ৰমে পৰাজয় কৰিও বেকেটৈ তেৰা-তেৰি কৰি কলিয়াই পিঠিত আহাৰীৰ দ্ৰব্যৰ থাক বা "থগা" একোটাৰে টৈসতে একেখাৰ "উস্" বোলোবো-লাকৈ সেই বাট-নোহোৱা পৰ্ব্বতৰ ওপৰলৈ উঠি যায়, দেখিলে আমাৰ সমান ঠাইত থকা কোন মানুহৰ চকু ঠৰ নহয়? কোনে বিস্ময় নামানি পাৰিব?

---

সেই সেই বিষয় পোৱা অতি বিষয়ী । এনে বিষয়ী বিষয় আমক বিশ্বাস কৰি দিছিলে । আহোম ৰজা সকলে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰি আৰু প্ৰজাৰ প্ৰতি সকলো বিষয়ৰ বাট মুকলি কৰিও কিছুমান বিষয় দুকীয়াকৈ থৈছিল । এইৰূপ বিষয় পোৱা বিষয়া এই এই ।—বড় ফুকন, এঁও ৰাজ প্ৰতিনিধি । গুৱাহাটীত থাকে । এওঁৰ ৰজাৰ তলতে ক্ষমতা । গোৱালপাৰা পৰ্য্যন্ত সমুদায় কামৰূপ, দৰং, নগাঁওৰ কলিয়াবৰ পৰ্য্যন্তে সমুদায় প্ৰদেশ অধীন আছিল । এই কেই বংশ বা ঘৰৰ পৰা বড় ফুকন নিয়োজন কৰা হৈছিল । লাঙী, লালমাথক, চেটীয়া, পিকচাই চেটীয়া, বুঢ়া গোহাই, খোঁড়া কোঁৱৰ, লুথৰাসন সন্দিকৈ, দুৱৰা, পাত্ৰ, তৰুণ দুৱৰা, দিহিঙীয়া, থকতীয়াল । এই কেই ঘৰ একে জনাৰ সন্তান কিন্তু পৰিয়াল সৰহ হোৱাত নানা ঠাইত নানা জন থকাতে সেই সেই ঠাইৰ নামে অথবা আন কোনো বিশেষ পৰিচয়ৰ কাৰণে বংশ বা ঘৰৰ সংখ্যা বাঢ়িছে ।

সদীয়াখোৱা গোহাই, বুঢ়া গোঁহাইৰ বংশৰ লোকেই এই বিষয় পায় । এইজনা গোহাই শদীয়াত থাকে । আৰু অসম দেশৰ উত্তৰ পূৰ্ব্ব প্ৰদেশৰ বৈতাপিক শাসন কৰ্ত্তা এইজনা । সেই অঞ্চলৰ প্ৰান্তবাসী আৰু মিচ্‌মী প্ৰভৃতি পৰ্ব্বতীয়া জাতি বিলাকে সইতে এইজনাৰ সম্পৰ্ক । মৰঙী খোৱা গোহাই, এই বিষয় প্ৰায় বড় পাত্ৰ তামুলীয়াৰ বংশৰ লোকেই পায় । এঁও মৰঙীত থাকে । ধনশিৰী নদীৰ পশ্চিমৰ পৰা সজাল গোহাইৰ সীমালৈকে এঁওৰ সীমা বিস্তৃত আছিল । নগা, কছাৰি, মিকীৰ প্ৰভৃতি পৰ্ব্বতীয়া জাতিৰে এওঁৰ সম্পৰ্ক । এওঁৰ অধীনে ১০০০

লোক আছিল। সদাল গোঁহাই, বড় গোঁহাই কৈবর লোকেই এই বিষয় পায়। এওঁ কলিয়াবরত থাকে। বরলী খোৱা গোঁহাইর সীমাতে পরা বড় ফুকনর সীমা পর্য্যন্ত এওঁর শাসন। উত্তর কুলতো চারি খার বা চারি দুৱার আরু ন দুৱার বিভাগো এইজনা বিষয়ার অধীন। এওঁর অধীনে ১০০০ হাজার লোক থাকে। মিরী, ডফলা, বঁকা, মিকীর, কছারী জাতিরে এওঁর সম্পর্ক। এই কেই জনাও প্রত্যেকজনী কার্য্যকারক হোৱাত ভিন্ন ভিন্ন বিভাগত বড় ফুকনর তলেই কিছু পরিমাণে স্বাধীন ক্ষমতাশালী আছিল।

কলঙর দক্ষিণ দুৱার কাজলীমুখ বোলে। সেই ঠাইত আরু আগেত কাজলী-মুখীয়া আরু দখলীকলীয়া দুজনা গোঁহাই থাকিছিল। ইহাতে প্রথম জনা বুঢ়া গোঁহাই আরু দ্বিতীয় জনা বড় গোঁহাই কৈবর। এওঁবিলাকে জয়ন্তীয়া রজা, গোভা, নেলি, দাতজ প্রভৃতির স্বাধীন রূপে রজা উপাধি পোৱা বিষয়া সকলর কার্য্যর প্রতি দৃষ্টি রাখিছিল। এওঁবিলাকর অধীনেও কিছু কিছু লোক আছিল। এওঁবিলাকর বিষয়র বিভাগ বড় ফুকনর অধীন বিভাগত পরিলেও বড় ফুকনে এওঁবিলাকর ওপরত সাক্ষাত্ রূপে একো কর্তৃত্ব করিব নোৱারিছিল। এই সকল বিষয়ার ওপরত শাসন আরু সৈন্যাধ্যক্ষতা দুইও কার্য্যর ভার আছিল। এই সকলে রজার আজ্ঞা বিনা কোনো সন্ধি স্থাপন করিব নোৱারিলেও দেশ রক্ষা করিব পারিছিল। এই সকলর এড়িও পর্বতীয়া সরহদীয়া আরু মিত্ররাজ্যো সহিতে কারবার করিবর অর্থে রজাত রহিছিল বড়ুৱা, সোনাপুরত সোনাপুরীয়া বড়ুৱা, মিকীর হাটত মিকীরর বড়ুৱা, চাই দুৱারত চাই দুৱারীয়া বড়ুৱা, চাউ-

বোরত কিছু কিছু মাটী আরু গাঁও আছিল। তার কর আরু উৎপন্ন সেই সেই জাতি বোরে পাইছিল। আরু উৎপন্ন পোৱার মানে বার্ষিক কিছু কিছু বস্তু কর স্বরূপে আহোম রজাক দিছিল। কামরূপত থকা, বিজনী প্রভৃতি ভোটর দুৱার। দরঙত কঁরিয়াপাড়া, চাইবাড়ী দুৱার এইরূপে ভোটর অধীন আছিল। আকাজী কেই বাহ এই প্রদেশ বোর কিছু পরিমাণে ভোটর অধীন থাকি-ছিল। খঁপা, ডফলা, মিকীর, নগা প্রভৃতিরো এই নিয়ম আছিল। কিন্তু সকলর কারণে এই প্রদেশ সেই সেই জাতির অধীন হলেও তার ওপরত সাধারণ কর্তৃত্ব অসম রজারেই আছিল। সেই জাতিবে সেই সেই প্রদেশত সরু সরু বিষয়াও পাতিছিল। নগাঁওত মিকিরহঁতে কিছুমান ধানর জলকর পাইছিল।

আগর নিমত বিদেশীয় জাতিরে আমার দেশর এইরূপ সম্পর্ক আছিল।

জি,

—

## করমেতি বাই।

ভারতবর্ষর দক্ষিণ ভাগত কোনো এখন দেশত বখল নামে এজনা রজা আছিল। তেঁওর পূজারী বামুণর নাম পরশুরাম। পরশুরাম পত্নির একমী জোৱালী আছিল, তেঁওর নাম করমেতি বাই। রজা আরু পরশুরামে বৈষ্ণব-

ধৰ্ম্ম মানিছিল। আগৰ কালত বৈষ্ণৱ সকলে ছোৱালী-বিলাকক লেখা পঢ়া শিকাইছিল। ছোৱালীএ লেখিব পঢ়িবলৈ শিকি ধৰ্ম্মৰ কিতাপ পঢ়িব এই তেঁওবিলাকৰ ইচ্ছা আছিল। কৰমেতিএ অলপ বয়সতেই লেখা পঢ়া ভালকৈ শিকিলে। তেঁওৰ সেই অলপ বয়সতেই বৈষ্ণৱ-ধৰ্ম্মৰ প্ৰতি ভক্তি হল। পণ্ডিত পৰশুৰামে তেঁওৰ বিদ্যা-বতী আৰু ধৰ্ম্মবতী ছোৱালীক সৎ পাত্ৰত দান কৰিলে। কৰমেতি বাইএ অনিচ্ছাৰে সইতে বিয়া কৰালে কিন্তু বিয়াৰ পিছত শহুৰেকৰ ঘৰলৈ যাবলৈ নুখুঁজিলে। তেঁওৰ এনে ব্যৱহাৰ দেখি সকলোএ আচৰিত মানিলে। কৰমেতি বাইএ নিৰ্জ্জনে অকলৈ বহি কৃষ্ণৰ নাম জপ কৰে। তেঁও সদাই কৃষ্ণৰ কথা ভাবিছিল, কৃষ্ণক উপাসনা কৰিছিল। এনেকৈ কেই দিন মান গল, তাৰ পিছত আকৌ তেঁওক শহুৰেকৰ ঘৰলৈ নিবলৈ সকলোএ চেষ্টা কৰিলে। কৰমেতিএ শহুৰেকৰ ঘৰক বিহৰ নিচিনা ভাবিছিল। তেঁও জানিছিল যে তেঁওৰ গিৰীএক বৰ ডাঙৰ মানুহৰ লৰা, কিন্তু নাস্তিক, কোনো ধৰ্ম্ম নামানে। এই নিমিত্তে তেঁও বৰ ভয় কৰিছিল। শোক আৰু দুখত তেঁও অস্থিৰ হল। তালৈ গলে তেঁওৰ ধৰ্ম্মৰ প্ৰতি যদি মন নাথাকে, ধন সম্পত্তি পাই যদি তেঁওৰ মন ধৰ্ম্মৰ প্ৰতি নাথাকে, এই ভাবি তেঁও অস্থিৰ হল। "কৃষ্ণক মই তালৈ গলে হেৰুৱাম, হায় হায় তেনে হলে মোৰ কি দশা হব; কি কৰিম" বুলি মাটীত পৰি বৰকৈ কান্দিবলৈ ধৰিলে; পিছত এই ঠিক কৰিলে যে "লুকাই বৃন্দাবনলৈ পলাই যাওঁ" এই স্থিৰ কৰি যাবলৈ বাট বিচাৰিলে, সকলো দুৱাৰ বন্ধ দেখি ওপ-ৰৰ পৰা জাপিয়াই পৰিল। তেঁওৰ শৰীৰত আঘাত

লাগিল কিন্তু তেঁওর মনত নহল যে, তেঁওর কষ্ট লাগিছে। তলত নামি বৃন্দাবনর ফাললৈ যাবলৈ ধরিলে। রাতিপুৱা পরশুরাম পণ্ডিতে উঠি দেখে যে ছোৱালী নাই, সকলো ঠাইত বিচারিলে কতো নেপালে। পিছত রজার ওচরলৈ গই কলে "মহারাজ! মোর নাক কান কটা গল মোর ছোৱালী জনী কালি রাতি কলৈ গুচি গল, মনর দুখত বনলৈ গল কি পুখুরিত পরি মরিল কব নোৱারোঁ।" রজাই এই কথা শুনি বর দুঃখিত হই তেঁওক বিচারিবলৈ চারিওফালে মানুহ পঠালে। বহুদূরৈর পরা করমেতিএ দেখিলে যে তেঁওক বিচারিবলৈ মানুহ আহিছে। কত লুকাব স্থির করিব নোৱারিলে। কেবল কবলৈ ধরিলে "কৃষ্ণ কৃষ্ণ! মোক রক্ষা করা।" পিছত সমুখত এটা মরা উট দেখি তাতেই বরকষ্টে লুকাই কৃষ্ণনাম জপ করিবলৈ ধরিলে। দুর্গন্ধত তালৈ কোনো মানুহ নগল। করমেতিএ তিনদিন একো নাখাই উপবাস করি তাত আছিল। পিছত উঠি গঙ্গাত গা ধুই ভাল কাপোর পিন্ধি আকৌ যাবলৈ ধরিলে। এনেকৈ বহু কষ্ট করি বৃন্দাবন পালেগই। বৃন্দাবন দেখিবলৈ তেঁওর বর ইচ্ছা আছিল, বহুদিনর আশা আজি পূর্ণ হল, আরু আনন্দর সীমা নাছিল। ব্রহ্মকুণ্ডর তীরত বনর মাজত ধ্যান করিবলৈ বহিল আরু কৃষ্ণ নাম জপ আরম্ভ করিলে। পরশুরাম পণ্ডিতে ছোৱালীক বিচারি বৃন্দাবনত উপস্থিত হল। তাত বহুত ঠাই আরু বনত তেঁও বিচারিলে, কতো নাপালে। এদিন এজোপা গছত উঠি কিবা পাড়িছিল, এনে সময়ত ব্রহ্মকুণ্ডর তীরত অরণ্যর মাজত ছোৱালীক দেখি, গছর পরা নামি সকলো মানুহক লগত লই তালৈ গল। তেঁও গই দেখে যে

চহুর পানীত সকলো কাপোড় ভিতি গইছে। রজাই তেঁওর ভরিত ধরি প্রণাম করিলে, কয়েদিবিলাকেও রজাক প্রণাম করিলে। রজা ই বাইক ব্রহ্মপুত্রৰ তীরত এটি ঘর করি দিবর কলো ভাবিলে। তেঁও মত দিলে, কলে "মহাপ্র, এমন কাম কেতিয়াও নকরিব; মই অরণ্যত ফলমূল খাই থাকিম, ঘর করিব নালাগে।" রজাই বহুত অনুনয় বিনয় করি এটি ঘর করি দিলে। সেই ঘরর চিন এতিয়াইলেকো আছে। তেঁও তাতে থাকিল আরু ঘরটৈল উতরি নগল। এইরূপে কয়েদিবিলাকে বহুদিন সেই অরণ্যত ফলমূল খাই, তপস্যা করি পিছত এই সংসার ত্যাগ করি স্বর্গলৈ গমন করিলে।

স্ব ন,

---

## ভাষা।

ঈশ্বরর সৃষ্টির ভিতরত মানুহেই প্রধান। আন যোর জীব জন্তু কেবল মানুহক সহায় করিবলৈ সৃজা যেন হে দেখা যায়। কিয়নো পৃথিবীত এনে এবিধ প্রাণী বা বস্তু নাই যি মানুহক এক প্রকারে সহায় নকরে। জীবির পশু পখী, পানীর মাছ মগর আদি করি সকলোবে মানুহর এটা এটা অভাব মোচন করিছে। ভাবি চালে ইয়ার পরা বুজিব পারি যে সৃষ্টিকর্ত্তাই মানুহ অলিবর নমেরে নিজর সুখ আরু সুবিধার নিমিত্তে যি যি বস্তু লাগিব, সেই যোর বস্তুর সৃষ্টি করি শেষত মানুহ সাজিলে। এই কারণে গুণ আরু ক্ষমতা অসীম। নিজর মন্য গমন জ্ঞান বুদ্ধি সকলো

আছে ; ভাল বেয়া, যুগুত অযুগুত বিচাৰি চলিবলৈ শক্তি আছে। এই বোৰ গুণৰ বলত যে মানুহে সিহঁতৰ কীৰ্ত্তিৰ বহুমতি চাকি পোজাইছে ; কিন্তু মানুহৰ সকলো অৱস্থাৰ ভিতৰত কথাকোৱা অৱস্থাটোএই প্ৰধান। ভাবি চালে তাহাই মানুহ জাতিৰ উৎপত্তিৰ কথা। সি কথকা হেছেন আন বোৰ গুণ অকামিলা হই পাছ থাকিল হেছেঁন। তাহাৰ বলত যে মানুহে মানুহ হইছে আৰু সকলো জীৱ জন্তুৰ ওপৰত একাধিপত্য কৰিব পাৰিছে। এই মহামায়া বাগ্‌দেৱীৰ উৎপত্তি জানিবটৈল কাৰ মন নাযায ? কিন্তু তেঁও অযোনি-সম্ভৱা। অসৰ বিশেষ বৃত্তান্ত বিচাৰি থোৱা বড় টান কথা। পৃথিবীৰ অনেক জ্ঞানী লোকে তাকে বিচাৰি জীৱন নিয়াইছে, তেও তাৰ সুংসূত্ৰকে উলিয়াব পৰা নাই। তেঁওলোকৰ ভিতৰত অনেকে একো নেপাই বেজাৰত বিচাৰ কেন্দ্ৰৰ বাজ হই গল। যি কেইজনে ধৈৰ্য্য ধৰি আছিল তেঁওবিলাকৰ ভিত-ৰতো মতৰ মিল নাই। কোনোএ কয় বোলে ভাষা কৰ পৰা আদিম ভাক মানুহে বিচাৰি উলিয়াব নোৱাৰে,, হইলে পুৰুষাৰ্থ কৰাও বৃথা। কোনোএ বা মানুহৰ অসাধ্য কি আছে এই ভাবি কয় যে যদিও আদি কালি আমি তাহাৰ গুৰি বিচাৰি উলিয়াব পৰা নাই তেও তাক মানুহৰ অসাধ্য বোলা যুগুত নহয়। কিজানি কেতিয়াবা একে দিন আহিব পাৰে যেতিয়া তাহাৰ গুৰি আপোনা আপুনি ওলাই পৰিব। কোনোএ আকৌ ভাষা ঈশ্বৰে দিয়া বস্তু বুলি কই বিচাৰৰ মূৰকে মাৰিছে।

কিন্তু এই বোৰ বিষয়ত ঈশ্বৰৰ গাত ভাৰ দিয়া আৰু সেকামো বুলি কোৱা একে কথা। এক প্ৰকাৰে চালে

ঈশ্বরে সকলোকে করিছে তেঁও সজা বস্তু এই সৌর জগতত বিচারি পাবটৈ নাই। তাহানো তেঁও বীজ আরু বিহিন হোর পয়া মানুহে আপোনার বুদ্ধি আরু বস্তুর বলেরে বৃহৎ বৃক্ষ জন্মাবে। ঈশ্বরে মানুহক ভাষা সৃষ্টি করিবর শক্তি মাথোন দিছিল, পিছে নিজতে সেই শক্তি খটাই ভাষা সাজি লবে। তেঁও লাওক ঢেকনি লই গছক গছ, পানীক পানী বুলিবটৈ শিকাই দিছিল এনে কথা নহয়। মানুহে তেঁও দিয়া শক্তির বলত গছক গছ আরু পানীক পানী বুলিলে! ঈশ্বরে আপোনার হাতে অঙ্কা বস্তুর চিন যেনে, যোবলেই চিন ধরিব পারি। তাক মানুহে বঢ়াব টুটাব বা বেয়া ভাল করিব নোয়ারে। কেবল যি আছে তাকে উলট পালট, জোখ পতা মাথোন করিব পারে। পানী এবিধ ঈশ্বরে আপোনার হাতে অঙ্কা বস্তু, তাক আমি কমাব বা সরহ করিব নোয়ারো। যি প্রথমে যিমান আছিল এতিয়াও সিমানেই আছে আরু বোধ হয় আগ-টৈকো সিমানেই থাকিব। নতুনটৈ মানুহে পানীর এটোপো সাজিব নোয়ারে। রসায়ন শাস্ত্রত বিদিনাক মানুহ পাণ্ডিত তেঁওলোকেও কেবল কি কি বস্তু গোট খাই পানী হইছে তাকে হে উলিয়াব পারিছে; নতুনটৈ তার এটোপো গঢ়িব পরা নাই আরু আগটৈ যে কেতিয়া বা পারিব তারো ভরসা নাই। কিন্তু সেই পানীক মানুহে নানা প্রকারে ব্যৱহার করিব পারে। পুখুরি খানি নৈ করিব পারে বা নৈ বান্ধি পুখুরি করিব পারে। ভাষা কিন্তু তেনেকুৱা নহয়। তার ওপরত আমার সম্পূর্ণ অধিকার। আমি যি করোঁ বোলো তাকে করিব পারোঁ, কমাব পারোঁ, বঢ়াব পারোঁ। আদিতে ভাষা আকারে

মিচেই সরু আছিল পিছে মানুহর উন্নতির লগে লগে সিও ডাঙ্গর হই আহিল। আজি কালি যি বোর অসভ্য জাতি আছে সিহঁতর ভাষাত বর টানে দুশ শব্দ আছে কি নাই সন্দেহ। কিন্তু সভ্য জাতির ভাষাত ঢের সহস্র গুণ শব্দ ওলাব। আরু এতিয়া নতুন শব্দর সৃষ্টি হবই লাগিছে। অসভ্য জাতি বোরে গণনাত পাঁচ বা দহটৈল লেখে কিন্তু আমি অক্ষৌহিণীলৈকে লেখোঁ। ভাষা যদি ঈশ্বরে দিয়া বস্তু হল হেতেন তেনেহলে সি কেতিয়াও এঠাইত ডাঙ্গর এঠাইত সরু নহয়। সকলো জাতির ভাষা একে নহলেও সকলো ভাষার শব্দর সংখ্যা সমান হল হেতেন। এই বোর দেখি শুনি ভাষা ঈশ্বরে সাজি দিয়া বুলি কব নোবারি। কিন্তু মানুহেহে বা সাজিলে কেনেকৈ? সিহঁতর জ্ঞান বুদ্ধি আদি করি কেইবিলাক ক্ষমতা আছে, তারেনো সিহঁতে ভাষা যেন বস্তু এটা সাজিলেনে? তাক বুজিবলৈ সিহঁতে গুণি গাঁথিছো চাব লগা হইছিল। কিন্তু দেখা যায় যে গমিব গুণিবলৈকো ভাষার সহায় লাগে। কারণ আমি কোনো কথা ভাবি চাওঁতে আপোনা আপুনি মনে মনে কথাহে কওঁ। ভবা আরু মনে মনে কথা কোবা একে; একো ভিন নাই। কিন্তু বোধ বা অনুভব করোঁতে ভাষা নালাগে; এটা মানুহক আরু এটাই গালি পারিলে বা মারিলে যে বেজার বা দুখ পায় তাক অনুভব করিবলৈ ভাষার সহায় প্রয়োজন নকরে। বেজার আপোনা আপুনি মনত উঠিব, দুখ আপোনা আপুনি গাত লাগিব। সি তার বেজার বা দুখ লাগিছে বুলি জানিব নোবোরা। কিন্তু কিয় মার খালে, কিয় গালি খালে, মারোঁতাই হকত মারিলেনে অহকত মারিলে

এই বোৰ কথা বিচাৰি চাব খুজিলে ভাষাৰ সহায় লব লাগিব।

পিছে, যেতিয়া কোনো মানুহৰ বেজাৰ বা দুখ লাগে, তাক মুখেৰে আনৰ আগত প্ৰকাশ কৰিবলৈ তাৰ মন যায়। কিয়নো এই দৰে প্ৰকাশ কৰিলে দুখৰ ভাৰ কমি পাতল হই পৰে। আৰু মানুহৰ স্বভাৱ মতে বৰ দুখ বা আনন্দ লাগিলে, লগৰিয়াৰ আগত তাক ভাঙি কবৰ ইচ্ছা হয়। সেই ইচ্ছা কেতিয়াবা এনে বলবতী হই উঠে যে মনই থাকিবই নোৱাৰি। এনেকুৱা অৱস্থাত মানুহে কথা কবলৈ আৰু এটা সহায় পায়।

আমাৰ হাত ভৰি আদি কৰি এটাই বোৰ অঙ্গৰে একোটা ঈশ্বৰে দিয়া শক্তি আৰু নিয়ম আছে। সিইতে সেই নিয়ম অনুসৰি সেই শক্তি খটায়। এজন যদি থকা মানুহে উঠি যাবৰ মন কৰিলে তাৰ ভৰি আপোনে আগ বাঢ়ে। ভৰিৰ বলেৰে চলাব নালাগে। খোজ কাঢ়োঁতেও বল খটাব লগা হোৱা হেঁতেন, অলপ দূৰলৈকে গলেই বুজি উঠা মানুহৰ নিচিনা ভাগৰ লাগিল হেঁতেন। কিন্তু আমাৰ কেৱল ভৰি হোৱাৰ, পাৰ একো নহয়। হাতো তেনেকুৱা। তাত থকা সমস্ত হাত তোলোঁতে পেলাওঁতে আমি বল দিয়া যেন পৰ নেপাওঁ। আমি ভাত খাব খুজি ভাবিলেই হাতে ভাতৰ গৰাহ তুলি লয়। এই দৰে আমাৰ ভিতৰৰ যন্ত্ৰ বোৰো সদাই কাম কৰিবলৈ আগ বাঢ়ি আছে। আমি আজ্ঞা অৰ্থাৎ ইচ্ছা কৰিলেই কামত লাগি যায়। কথা কোৱাঁতো সেই প্ৰকাৰ। আমাৰ বাক্-যন্ত্ৰ বোৰ সদাই কাৰ্য্যলৈ সদাই আছে, আমি ইচ্ছা কৰা মাত্ৰেই জিভ, দিয়া ওঁঠ আৰু ভিতৰৰ যন্ত্ৰ বোৰ সকলো লৰিব ধৰে।

প্ৰথমে যি জন মানুহে বস্তুৰ নাম দিলে, তেওঁ হয়তো লতা বা গছ একোপা দেখি সেই কথা আন একন লগৰি-য়াক মুখেৰে জুটাই কবলৈ ইচ্ছা কৰিলে। ইচ্ছা বৰ প্ৰবল হই উঠিল, তেওঁ ও বৰ যত্নশীল হল। তেতিয়া খোলা মানুহৰ মুখৰ পৰা কথা ওলোবাৰ দৰে ‘গছ’ এই কথাটো ওলাই পৰিল।

ইকালে হয়তো হাতেৰে আঙুলিয়াই দেখুৱালে। তেওঁৰ লগৰিয়া জনে বুজিলে যে তেওঁ, ডাল, পাত থকা উদ্ভিদ্ ডাতকে গছ বুলিলে। সেই দিনৰ পৰা তেওঁলোকে গছক গছ বুলিব ধৰিলে। এই দৰে আন বস্তুৰো নাম দি পৰস্পৰে আপোনাৰ মনৰ ভাব প্ৰকাশ কৰিব পৰা হল। পিছে লাহে লাহে এটা বস্তুৰে অনেক নাম ওলাল। পানীক জল, বাৰি নীৰ আদি বহুত নাম দিলে।

আমাৰ শাস্ত্ৰত বিবোৰ মূল-মন্ত্ৰ আছে, সেই বোৰ চুটি চুটি একোটা শব্দ মাথোন। মানুহৰ মুখেৰে প্ৰথমে সেই বোৰেই ওলাইছিল। সূৰ্য্যক দেখি প্ৰথমে মানুহে যি নাম দিলে, সেইটোএই তাৰ মূল-মন্ত্ৰ হল, চন্দ্ৰক দেখি যি নাম দিলে সেইটো চন্দ্ৰৰ মূল-মন্ত্ৰ হল। এই দৰে ভাষাৰ সৃষ্টি হয়। আমাৰ দেশৰ ঋষি-মুনি বিলাকেও বিচাৰি ইয়াকে থিৰাং কৰি থৈছে।

ল, ব,

---

# স্তুতি ।

নিরাকার হ'য়ো থেকে শরীরীর মতে,
সংসারর সব কাজ নিরন্তর করে,
চক্ষু নাই দেখিছে সকল
আকাশ পাতাল জলস্থল,
কাণ নাই সকলো শুনিছে,
হাত নাই সকলো ধরিছে,
চরি নাই সর্ব্বত্রেতে করিছে গমন,
ভজো তাঁরে ভজো সদা ওই শুদ্ধ-মন ।
সংসারক জানন্ত যি জনে,
কিন্তু তাক কোনেও নাজানে,
পুরুষ-প্রধান যেন জন,
সৃষ্টি-স্থিতি-প্রলয়-কারণ,
ভজো ভাই ! তাক সদা এই শুদ্ধ-মতি,
বোলা সদা "প্রভো! মোর ঘুচোবা দুর্গতি ।"
আকাশ পৃথিবী সব ঢাকে,
ব্যাপি আছে প্রতি প্রাণে প্রাণে,
শরীরর প্রতি লোম-কূপে,
ব্যাপি আছে অনন্ত-স্বরূপে,
মহা-শক্তি রূপে থাকি প্রতি পদার্থত,
সংসারর ক্রিয়া-কাণ্ড চলায় সতত ।
যেন মহা-পুরুষক নিতো,
উপাসনা করা শুদ্ধ-চিত্তে,

ভজি তাক শুদ্ধ কৰা মন,
কৰা তাৰ মহিমা কীৰ্ত্তন।
বোলা "মুখ! সদা তাক কৰা প্ৰণিপাত,
"অন্তৰ, সোঁৱৰা তাক পূজা কৰা হাত!"
বিষয়ীৰ শৰীৰে থাকয়,
বিষয়-বিকাৰে নোচোৱয়,
( পদুম-পাতৰ পানী-প্ৰায়
ভিন্নৰূপে থাকে এক ঠাই )
যিবা মহা-পুৰুষক ভজা তাক নিত্যে,
ভজা ভাই! পবিত্ৰ-অন্তৰে ভক্তি-বিত্তে।
স্তুতিত সন্তোষ নাই যাৰ,
নোকোৱয় গালিতো বিকাৰ,
সমভাবে আছে সৰ্ব্বদাই,
চেতনতো অচেতন প্ৰায়,
সেই মহাপুৰুষক ভজা নিত্যে নিত্যে,
ভজা ভাই পবিত্ৰ-অন্তৰে হৃষ্ট-চিত্তে।
ইন্দ্ৰিয়াদি কৰিয়া দমন,
বিবেক কৰিয়া বৰ্দ্ধন,
ধাৰ্ম্মিক সকলে সৰ্ব্বদায়,
উপাসিয়া যাক সুখ পায়,
পবিত্ৰ আনন্দ লভে, ভজা ভাই! তাক,
বোলাহা "সুমতি-বুদ্ধি দিয়োক আমাক।"
খ্ৰীষ্টীয়ানে পূজে "খ্ৰীষ্ট" বুলি,
বাইবেল-স্বৰ তুলি তুলি,
"বিচমিল্লা" মন্ত্ৰৰ মাজে,
ভক্তিভাৱে পূজিছে "ইস্লামে"

# সদানন্দৰ সানমিহলি টোকা।

---

শ্ৰীপক্-সাধুটৈ ধন্যঃ।

১। হাতী ধান খাবলৈ আহিল; তিনি ভাল কেঁচা কলা-গছ তিনি ভাৰ জোৰ কৰিলোঁ। এভাৰে খোৱালে, এভাৰে কোঁপালে, এভাৰে দুই দেখিয়েই দুনাল; দুই দেখি দুনাল দি ভাৰ, হাতী খেদি দিলোঁ সেই ভাৰেৰে।

২। এদিন এজনা ৰজা এখন ইস্কুল চাবলৈ গৈছিল। ছাত্ৰবিলাকৰ আগত ইস্কুলৰ অধ্যাপকে যত্নৰমতে মূৰৰ টুপি সোলোকাই ৰজাক সন্মান নকৰিলে; কিন্তু বাটত আগ বাঢ়ি গৈ ৰজাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি কলে যে, তেওঁ টুপি সোলোকাই ৰজাৰ আগত মূৰ কোঁওৱা হলে ছাত্ৰ-বিলাকে ভাবিলেহেঁতেন যে সিহঁতৰ অধ্যাপকতকৈও জগ-তত এজন ডাঙৰ মানুহ আছে, আৰু সেই দিনিৰে তেওঁক কম মান কৰিলেহেঁতেন।

৩। এজনা মুন্সিফ ডাক্তৰীয়াৰ কহাৰিত হৰিপদ দত্তে কলে, "দেউতা, মোৰ নাম হৰিপদ দত্ত, বাড়ী শ্ৰীহট্ট।" ডাক্তৰীয়াই খোচৰৰ কাকত লেখোঁতে কূটাই মাৰিলে—"হৰিপদ দত্ত(অ), বাড়ী শ্ৰীহট্ট(অ), গোল মৰিচ(অ)।" হৰিপদে নাকেটৈ উত্তৰ দিলে—"হয় দেউতা, খায়নি হে মহয়।"

৪। এদিন এজনা মহাকবিয়ে তেওঁৰ প্ৰেমীয়েকলৈ বৰ মৰমেৰে পদ্যত এখনি দুশাৰি কথাৰ চিঠি লিখিবলৈ অভিলাষ কৰি প্ৰথম শাৰি লিখিলে—'তুমি তুমি অ মোৰ প্ৰিয়তম।' কিন্তু দ্বিতীয় শাৰি লিখোঁতে ভাবিও নুৱাৰ

মোৰ্‌ৰাৰিলে ; পাছে বৈষ্ণৱীয়েকলৈ সেই কথা লিখি আৰু নিজেই সেই শাৰি পূৰাই দিবলৈ প্ৰাৰ্থনা কৰি চিঠি এখন পঠাই দিলে। বৈষ্ণৱীয়েকে এই উত্তৰটি দ্বিতীয় শাৰি কৰিলে—"খা দৈ বাঁহ গাধ খাবৰ মন।।"

৫। এদিন এটা শিকাৰীয়ে গঁড় মাৰিবলৈ যাওঁতে বৰফিটৈলৈ দুই দিনলৈ লগত এটা কলা মানুহ লৈ গৈ-ছিল। যেতিয়া গঁড় ওচৰ পালেহি, তেতিয়া শিকাৰীয়ে ভাৰ কলে—"দুই দে, দুই দে।" কলাই বোলে—এঃ আজি ভাত খোৱা নহল।" "কেৰ কথা, দুই দে, দুই দে।" "এঃ কলাই, আজি ভাত খোৱা নহল।"

৬। এদিন দিন-দুপৰত এটা মতালীয়ে আহি আন এটা মতালীক সুধিলে, "ভাই, কোৱাচোন্ এইটো সূৰ্য্য নে চন্দ্ৰ? মই বহুত পৰ ভাবিও ঠিক কৰিব পৰা নাই।" দ্বিতীয় মতালীয়ে বহুত পৰ সূৰ্য্যলৈ চাই উত্তৰ দিলে "মই অনেক দিন এই গাঁৱলৈ অহা নাই, এইটো সূৰ্য্য নে চন্দ্ৰ ঠিক কৈ কব নোৱাৰোঁ।"

৭। এজনা কোঁচ-কোৱা ডকডক অহা দেখি এটা মানুহে সুধিলে "কেনি আইছ, বপা, কোঁচাল বলদ গৰু এটা দেখা পালে নে?" তেওঁতে তেওঁকে গৰু খোজা বুলিব পাৰি উত্তৰ দিলে, "আলো, মই বপা; গৰুলৈ মন কৰিবলৈ নহল্; কিন্তু বপা, লাওমূৰা গৰু এটাক সেই বাঁহ-কোপাৰ তলতে থিয়া খাই থকা দেখিলোঁ।"

৮। এটা ধৰ্ম্ম-মন্দিৰত (নাম-ঘৰত) একাষে তিৰোতা আৰু আন কাষে মতা বহিছিল। মতা-দলৰ ভিতৰত তিৰুতাবে কথা পাতি হাই কৰাত আচাৰ্য্য বা বক্তৃতা দিয়া পুৰোহিতে বৰ খং কৰিলে। ইয়াতে এজনী তিৰো-

এবেলেহে বিষয়াৰ "শলা" জাতি সেই কামটৈ প্ৰাৰ্থনা কৰিলে। যদিও ভাইএক সম্পূৰ্ণৰূপে উপযুক্ত আছিল, আৰু পুৰণালিএক চতুৰ্থ শ্ৰেণীৰ পক্ক আছিল, তথাপি বিষয়াই পুৰণালিএকক কাম দিলে; আৰু ভাইয়েকক কলে, "তই এতিয়া কামৰ উপযুক্ত নৌ হ, আৰু বছৰ চাৰেক কাম শিক, এটা বাৰ খালি হলে পাবি।" ভাইএকে উত্তৰ দিলে, "কথাই এই কেই বছৰ কাম শিকাৰেই কি ফল পালোঁ পালোঁ, আৰু তোৰ ঘৰত কাম শিখিলো, আৰু তোৰ ওচৰতেনেকো নমৰোঁ মাহে মাহে; কিন্তু শলা যদি কেতিয়াবা তোৰ "শলা"-ভব পাৰোঁ, তেতিয়া হলে তোৰ ওচৰত কাম বিচাৰি আহিম।" এই বোলোতেহে বপুৰাই নিজ দেশো পৰিত্যাগ কৰিলে। হে কেমিলিৰ ভাইএক! তোমাৰ আগত বাবুতে নিজ বংশ নেদেখে, বিদ্যা-বুদ্ধি নেদেখে, ভাল বেয়া নেদেখে, একো নেদেখে, কেবল তোমাক হে দেখে। তুমি এই জগতত সকলোতকৈ বেচি ভাগ্যৱন্ত জীৱ; এতেকে তোমাৰ শ্ৰীচৰণত সদানন্দৰ কোটি কোটি দণ্ডবৎ।

টীকা।—যি পৰৰ কয়ে, ঘৰৰ খায়, বাপ মৰোঁতে দিয় যায়, তাৰ নাম কাম-শিকাৰু। কেমিলিৰ ( Family ) অৰ্থ পৰিয়াল, পৰিয়ালৰ সাৰ ঘৈণী; এতেকে বাবু সকলৰ মতে ঘৈণীয়েই হে পৰিয়াল; ঘৈণীৰ ভাই "শলা"; অতএব কেমিলিৰ ভাইএকৰ অৰ্থ "শলা"। কিন্তু সদানন্দে 'শলা' বুলি বৰ লোকক অপমান কৰিব খোজেবোলে।

S.

---

# খেতি।

আমালোকর দেশর খেতির বিষয় আলোচনা করাও এই ক্ষুদ্র পত্রিকা খনর এটি মহৎ উদ্দেশ্য। সেই নিমিত্তেই আজি এই কেই সারী আসামর খেতির দুরবস্থার কথা পাঠক সকলক উপহার দিলোঁহঁক। যদি আজি কালি অন্য কোনো বিষয়ত্তে আসামর অলপ উন্নতি হইছে, খেতির বিষয়ে একেবারেই নাই ; বরং অধোগতিহে।

ভাবি দেখিলে তার কারণ দুটা। প্রথম খেতিয়ক বিলাকর আখরেরে সইতে পরিচয় নথকা। দ্বিতীয় খেতি করা সকলোএ নীচ বলি ভবা।

খেতিয়ক বিলাকে লেখা পঢ়া নেজানে গুণেই তাকিলও নোবোজে যে পৃথিবীর ভিতরত মানুহর যদি কিবা নিতান্ত প্রয়োজনীয় বস্তু আছে, তেনেহলে সি একমাত্র খেতি। আরু ভদ্র লোকে এইটোও নেজানে যে, যি জীবিকা নির্ব্বাহর নিমিত্তে মানুহে রাতি পুবার পরা গধুলিলৈকে সাধ্যমতে পরিশ্রম করি ধন উপার্জ্জন করে, সেই জীবিকা কেবল খেতিত উৎপন্ন হোবা বস্তুর ওপরত। আমার দেশর মানুহ অলপমান শিকা বুজা হলেই ভদ্রবিলাকর মনত খেতিলৈ অশ্রদ্ধা ভাবর উদয় হয়। কিন্তু ভদ্রবিলাকে নাজানে যে ভদ্রবিলাক শিক্ষিত হই খেতির উন্নতির চেষ্টা করিলে শীঘ্রে সিদ্ধি হব পারে। আমালোকর দেশর মানুহ শিকিছেই বা কইছে কি? আসামর অতি উচ্চ শিক্ষা এণ্ট্রেন্স পর্য্যন্ত। ধনী আরু ভদ্রলোক সকলে লরাক এণ্ট্রেন্স পরীক্ষাটি পাস করাব পারিলেই, ভদ্র-

বিদ্যাকে টকা ঘটার সার্থক হল আরু লরা পঢ়ার লাগা ধারর পরা মুক্ত হল যেন বিবেচনা করে। এনে সমস্ত খেতির বিষয়তে বা অন্য কোনো বিষয়তে উন্নতির আশা করা যে নিতান্ত ভুল, ইয়াক কোবারে আবশ্যক নাই। কিন্তু সেই নিমিত্তেই যে ভবিষ্যতর উন্নতিলৈকো আশা নকরিমহঁক এনে নহয়। সকলো সরুর পরাকে ডাঙর হয়। সকলোরে আদিও আছে অন্তও আছে। খেতিয়াবা এনেকুয়া দিনো আহিব পারে, যেতিয়া সকলো আসামবাসীয়ে একেমন একেপ্রাণ হই আপোন আপোন অভাব বুজিব পারি সকলোএ দেশর অভাব মোচন করিবর নিমিত্তে বদ্ধপরিকর হব। আমালোকে খেতির অবস্থা বুজাবলৈ আরু অন্য কথাত পরিবোঁহঁক। মানুহর খেতিলৈ ইমানে ঘিণ কিয়? লাজ নাই। লাজ নাই কিয়? আমালোকে খেতি করিবর শিকন নেজানো। তেনেহলে আমালোকর লাজ দোষ নে, খেতির লাজ দোষ? যদি আমালোকর লাজেই দোষ, তেনে হলে খেতিলৈ অশ্রদ্ধা করোঁহঁক কিয়? এইটো আমালোকর অসম শিক্ষার ফল। এনে শিক্ষাতকৈ শিক্ষা নকরাই শ্রেয়। যি শিক্ষার পরা সহজে স্বাধীন ভাবেরে আরু সুখেরে ধন উপার্জন করিব পরা উপায়লৈ অশ্রদ্ধা জন্মিছে, তেনে শিক্ষা নোহোরাই ভাল। অন্য কি আজি কালি গাঁৱলীয়া পাঠশালাত পঢ়া লরাইও খেতি করা লাজ যেন বিবেচনা করি চাকরি বিচারি ফুরিছে। এই বিলাক মানুহর বিশ্বাস আছে যে যি মানুহে লেখা পঢ়া জানে বা যি একো কামকে করিব নেজানে, খেতি করা সেই মানুহর হে কাম। কিন্তু এই সিদ্ধান্ত অন্ধবিশ্বাসর

পৰাই যে দেশত সৰ্ব্বনাশ উপস্থিত হইছে, সেই কালৈলে কাৰো দৃক্‌পাত নাই । আমালোকৰ দেশৰ মানুহে "খেতি" বুজিলে সাধাৰণতঃ ধান সৰিয়হ, মাহ, আৰু কুঁহিয়াৰৰ খেতিকে বুজে । সেই বোৰৰ বাহিৰেও অন্য বস্তুৰ যে খেতি কৰিব পাৰি; তাক কোনেও আৰু জানিবলৈকো চেষ্টা নকৰে । হয়তো আমালোকৰ কিছুমান পাঠকেও বিশ্বাস কৰিবলৈ সংশয় কৰিব যে আজি কালি সকলো বিষয়তে যি "বিলাত" সভ্যতাৰ অতি উচ্চ টিঙত উঠিছে, সেই বিলাতৰ মানুহৰ মাজতো সকলো বিষয়ত কৈ খেতিত যে আদৰ বেসি । আৰু তেওঁলোকে খেতি নকৰে, প্ৰায় এনেকুৱা বস্তু নাই ।—সেই বোৰৰ ভিতৰত প্ৰধান এই কেইটা—গাখীৰ, মঙহ, মৌ, ঘাঁহ, গোমধান আৰু আলু । এনেকুৱা খেতি কৰিলেই ইমান লাভ কৰে যে, যদি এজন গৃহস্থৰ ওপৰত লিখা কেইটাৰ এটামানো খেতি থাকে তেনেহলে আৰু তেওঁ জীৱিকা নিৰ্ব্বাহৰ অন্য উপায় বিচাৰিব লগাত নপৰে । কিন্তু আমালোকৰ দেশত মানুহে ২।৩ বিধকৈ খেতি কৰিও বহুত দিনে খাবৰ নিমিত্তে কিনিব লগাত পৰে । ইয়াৰ কাৰণ কি ? তেওঁলোকে খেতি নিয়ম বুজি নকৰে । আমালোকে খেতি কৰাৰ নিয়ম বুজ নেপাওঁহঁক । সেই নিমিত্তেই আমালোকৰ দেশৰ মাটি ইমান "সাৰুৱা" থকাতো মানুহে খেতি কৰি লাভ কৰিব নোৱাৰে । সেই নিমিত্তেই খেতি আমালোকৰ দেশত সাধাৰণ মানুহৰ কামৰ তলত গণ্য । যদি আমাসৰ মানুহে মাটিৰ গুণাগুণ বুজি অৰ্থাৎ কি গুণৰ মাটিত কি শস্যৰ খেতি কৰিলে ভাল হয়, ইয়াক জানি খেতি কৰিলেহেঁতেন, তেতিয়া বোধ হয় সকলো মানুহে আমাক অন্যান্য দেশতকৈ সাৰুৱা বুলিবলৈ

বাধ্য হলহেঁতেন। কিন্তু সেই আশাৰ পথত অনেক বিঘ্ন আছে। প্ৰথমতঃ দেশীয় মানুহ বিলাক শিক্ষিত হোৱা আৱশ্যক; আৰু দ্বিতীয়তঃ শিক্ষিত হই ক্ষেতিক অৱজ্ঞা নকৰিবলৈ শিকা আৱশ্যক। আজি কালি অনেক ভদ্ৰ লোকে ( যিবিলাকে গৱৰ্ণমেণ্টৰ চাকৰি বিচৰা নকৰে, বা কৰিবলৈ নাপায় বুলিএই নকৰে ) দুজন, চাৰি জনে সইতে গোট খাই কুম্পানি খুলি কোতা, নাৰিকল, লোণ, তেল ইত্যাদিৰ ব্যৱসায় কৰে। অৱশ্যে ব্যৱসায় কৰা বেয়া নহয়। ব্যৱসায় ক্ষেতিতকৈও দেশৰ উন্নতিকাৰক। কিন্তু আমাৰ বিবেচনাত আগেএ ক্ষেতি পিছে হে ব্যৱসায়। কাৰণ দেশজাত বস্তুৰ ব্যৱসায়ৰ দ্বাৰাহে দেশীয় মানুহৰ ধিমান মান আৰু দেশৰ উন্নতি বৃদ্ধি হয়, অন্য বস্তুৰ দ্বাৰাহে সিমান নহয়। কিন্তু ক্ষেতি নহলে ব্যৱসায় কৰিবলৈ বস্তু পাব কত? অতএব ক্ষেতিএই ব্যৱসায়ৰ মূল। আমা-সত কি উপায়েৰে নো ক্ষেতি কৰিলে মানুহৰ অলপ লাভ হব, অকা বাৰলৈ সেই বিষয়ে লিখিবলৈ চেষ্টা কৰিমহঁক। পৰমপিতা পৰমেশ্বৰৰ ওচৰত এই ক্ষুদ্ৰ পত্ৰিকা খানৰ দীৰ্ঘায়ু কামনা কৰি প্ৰবন্ধ শেষ কৰিলোঁহঁক।

H.

——

# ছাত্ৰজীৱন।

---

ছাত্ৰ-জীৱনক দুভাগ কৰিব পৰা যায় ; নীচেই লৰা কালৰে পৰা কিছু জ্ঞান হোৱালৈকে বা পোন্ধৰ ষোল বছৰলৈকে একভাগ, আৰু দ্বিতীয় খণ্ড বাকি গোটেই ভাগ। প্ৰথম খণ্ডত আমি শিক্ষক বা আই-বোপাইৰ হাতত হে পৰোঁ, আৰু তেইএ যি শিক্ষা দিয়ে তাকে লওঁ। কিন্তু এই সময়ত আমি নিজে কি ভাল কি বেয়া তাক বাচি লব নোৱাৰা শক্তিকে সৎসঙ্গত পৰিলে জ্ঞানী আৰু কুসঙ্গীৰ সঙ্গত পৰিলে মূৰ্খ হওঁ। এই অৱস্থাত আমি যেনে স্বভাৱৰ হই উঠোঁ, ডাঙৰ হলে সেই স্বভাৱ কেতিয়াও ভালকৈ নুগুচে। এতেকে এই অৱস্থাত যি লৰা যেনে হয়, সি কেৱল শিক্ষক আৰু মাক-বাপেকৰ দোষত হে হয়। লৰাৰ মন চকোৱা মাটিৰ দৰে, যি বস্তুৰে গঢ়া পেলোৱা সেইএ তাতে জন্মিব। লৰা ডাঙৰ আৰু বুঢ়া হই আহে যাবে ক্ৰমে ধৰ্ম্ম, নীতি আৰু বিদ্যাৰ আলোচনাৰ দ্বাৰায় তাৰ মন পোহৰলৈ আহিব লাগে। নীচেই সৰু-কালৰে পৰা লৰাই যাতে মিছা কথা নকয়, আৰু ডাঙৰৰ উপদেশ গ্ৰহণ কৰে, তাৰ নিমিত্তেও যত্ন কৰা উচিত। এই বাল্য-শিক্ষাৰ অভাৱত যে বহুত লৰাক বাট এৰি অবাটে যোৱা দেখা যায়। আৰু লৰাৰ যি শিক্ষা ছোৱালীবিলাকৰ পক্ষেও সেই শিক্ষাই হব পাৰে। পোন্ধৰ ষোল বছৰলৈ লৰাই নিজৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক উন্নতিৰ নিমিত্তে নিজে চিন্তা কৰিব নোৱাৰা হই থাকে, তাৰ

পিছত বেয়া সমাজৰ ভিতৰত সদাই ঘূৰ্ফুৰিলে লৰা নষ্ট হবৰ বৰ ভয় থাকে। এনেকৈ ভলে মানুহে সৰহ জীৱনটোতে লোকৰ অনুকৰণ কৰে, আৰু সদাই ভাল সঙ্গত থকা অসম্ভৱ. এই নিমিত্তে তেঁওলোকৰ স্বভাৱ বেয়াকৈ পৰিবৰ্ত্তন হব পাৰে; কিন্তু ২৫-৩০ বছৰলৈ ভালে থাকিব পাৰিলে সিফালে ভিমান সঙ্কট নাই। প্ৰথম অৱস্থাতে স্বভাৱৰ এই দৰে গঢ় লাগিলে, আৰু মাকে-বাপেকৰ হলত নিশ্চিন্ত হই বিদ্যা শিকা কৰিব পাৰিলে, লৰায় বুদ্ধি চোকা হই কালত তেঁও এজন বিদ্যাৱন্ত হব পাৰিব। কোনো কোনো মানুহে কয় যে কঁপালে মানুহৰ ভাল বেয়া কৰে, আৰু যাৰ ভাল হব লগিয়া তাৰ ওফিৰে পৰা ভাল হৈ আহে; কিন্তু প্ৰকৃত পক্ষে ওপৰত কোৱা মতে যি লৰাই শিক্ষা পায়, সেইএ ভাল হয়। কঁপালক ধৰাৰ আৰু আন একো অৰ্থ নাই যেন বোধ হয়। ষোল বছৰৰ ঊৰ্দ্ধ হলেই লৰাই কি কৰিলে নিজৰ উন্নতি হয়, তাক জানিব পৰা হয়। অতএব আমি যাক্য যা ছাত্ৰ-জীৱনত সুন্দৰ স্বভাৱ আৰু সুন্দৰ শিক্ষা লভিলে, আমাৰ আগলৈ বাঢ়ি অহা জীৱন-স্বৰূপ গছৰ গুড়ি শকত হয়, আৰু শেষত সুন্দৰ ফল-ফুল ধৰে। সুস্বভাৱযুক্ত হোৱা এটা মাই কথা, তাৰ পিছত যে বিদ্যা। বিদ্যা অৰ্থে অকল লেখা-পঢ়াক ধৰা যায় যদি, বিদ্যা শিকি বহুতৰ ভাল চৰিত্ৰ নোহোৱাও দেখা গইছে। লেখা-পঢ়াৰ দ্বাৰাই আমি সকলো ভাল বেয়া জানিব পৰা হওঁ হয়, কিন্তু কেৱল অমুকটো কৰা ভাল অমুকটো বেয়া, এই মাত্ৰ জনাৰ পৰা একো বিশেষ গুণ নধৰে। যি কাৰ্য্য ভাল বুলি জনা যায়, সেই কাৰ্য্য নিজে কৰি আমাক দৃষ্টান্ত দেখুৱাও এটা

প্রধান কার্য্য, আরু ইয়ার দ্বারাই আমাক দেখি বহুতে ভাল হবর সম্ভাবনা। ছাত্র-অবস্থা বড় সুখর কাল। এই কালত আমার মনত সকলো ভাল বস্তুর গুটা রুই শেষত অর্থাৎ সাংসারিক অবস্থাত তার ফল ভোগ করিবর সময়। সাংসারিক অবস্থা যে কি অসুখজনক, তাক ছাত্রবিলাকে ভালকৈ বুজি উঠিব নোৱারে। বিয়া করাই আনি যেতিয়া গৃহস্থ হওঁ, তেতিয়া যে কি চিন্তা, কি ভয় আরু কি সতর্কতার আবশ্যক, তাক ভাবি চালে সেই অবস্থা জীবনর সহজ বুলি নে জ্ঞান হয়। সংসারত সোমাইও শিকিব লগিয়া বহুত কথা আছে; তাত প্রকৃত ঘটনা দেখি শুনি প্রকৃত জ্ঞান হয়, কিন্তু ছাত্রাবস্থাত সেই সেই কার্য্য বা ঘটনা নঘটাত আগেয়ে কি উপায়র দ্বারাই সেই সকলো সিদ্ধ হব, তার শিক্ষা হয়।

পূর্ব্বে কোৱা হইছে যে ছাত্র-জীবন বড় সুখর কাল। এই কালর শিক্ষার ওপরত আমার ভবিষ্যতর মঙ্গলামঙ্গল বিশেষকৈ নির্ভর করে। এতেকে এই সময়ত আমার কি কি প্রধান গুণ থকা উচিত, তার বিষয় অলপ কই এই প্রসঙ্গ শেষ করা হল। নম্রতা, সন্তোষ, ভক্তি আরু পরিশ্রম, এই চারিটা গুণ ছাত্রর পক্ষে চারিটা মহারত্ন। অহঙ্কারী হলে মন সদাই নিরানন্দ হই থাকিলে, গুরুর বাক্যলৈ অৱজ্ঞা করিলে আরু নিজে যত্ন নকরিলে বিদ্যা-রত্ন কেতিয়াও লাভ নহয়। অহঙ্কারী মানুহে আপোনাকে আপুনি বহুত জনা গুণী ডাঙর মানুহ যেন জ্ঞান করে; এতেকে সি চিরকাল মূর্খ আরু সকলোরে ঘৃণনীয় হই থাকে। যার মন সদাই চঞ্চল, তারো কোনো কথাই ভাল নালাগে দেখি স্থির হই বিদ্যা শিকা টান হয়। অহ-

শেষত গুৰু বা শিক্ষকৰ বাক্য অৱহেলা কৰিলে আৰু নিজে যত্ন নকৰিলে কোনো বিদ্যাকে শিকা অসাধ্য। সকলোশেষত আৰু এটী কথা আছে যে প্ৰায় সকলো ছাত্ৰকে তেঁওলোকৰ সেই পঢ়া অৱস্থাত যেনে কোমল-হৃদয় আৰু উদাৰ-স্বভাৱ দেখা যায়, তেনে মানুহ সংসাৰত পোৱা বৰ টান। এই দেখি তেঁওবিলাকে যেন তেঁওলোকৰ এই সত্যপ্ৰিয়, অপক্ষপাতী আৰু কৰুণ-হৃদয় হোৱা স্বভাৱটী সংসাৰত সোমালেও থাকে, ইয়াৰ নিমিত্তে চকু ৰাখে, এই আমাৰ একান্ত বাঞ্ছা।

শ্ৰী ন, শা, ব,

---

# ঘৰি।

টক্ টক্ কৰি, চলি যায় ঘৰি,
আপনি বাজাএ তাৰ।
ভাগৰ বেজাৰ, নাই জ্ঞান তাৰ,
ঘূৰি ফুৰে অনিবাৰ।
আপত্তি ওজৰ, হেলা হানিকৰ,
নকৰে কেতিয়াও সি।
কায়-বাক্য-মনে, চলিছে যতনে,
তিলেকো নাথাকে বহি।
নিৰ্দ্ধাৰিত ঠাই, যেতিয়াই পায়,
টং টং বাজে ঘৰি।

ধরি বর কামী, এনেহরা আদি,
কাম্মত নপত্রে মন।
বহি ওই খাই, দিন রাতি যায়,
কাম মার আর্কেঁ। ধন।

শ্রী ম, ম,

---

# গারো-বৃত্তান্ত।

---

( ৩৬ পিঠির পরা ক্রমাস্বয়ে। )

কোনো ঠাইতৈন যাব লাগিলে ও খাদর এপরত বা যোকোচার ভিতরত সেই ভাতর চৌপালাটি লই যে খোজ-ভাজে। পাত্ত বা কাঁহিত ভুরাই ভাত খাবলৈ যোলে গারোহঁতর খিণ লাগে। আমার দরে রাখি উঠিএই সিহঁতে ভাত নাখায়। চুপরীয়া ভাত রাখি থই দিল, সেই ভাত গধূলি খায়, আরু পুৱা ভাত খাবলৈ যদি পুৱাতৈন সেই দরে ভাতর চৌপোলা বান্ধিবলৈ ধরে। গারোহঁতে এই দরে এসাঁজর ভাত এসাঁজে খায়। বাহি বা কর্কুরা ভাত গারোহঁতর বড় আদরর বস্তু।

"হিঙল আরু মদর জোজা" গারোহঁতর বর আদরর বস্তু। তুমি আমি টকা এটা পালে যিমান সন্তুষ্ট হম, সিহঁতে মদর "জোজা" এটা পালেই সিমান সন্তুষ্ট হয়। "হিঙল" ইহঁতর চিরকলীয়া আহার। গারোহাট-বজারত "হিঙল" বা শুকান মাছ গুটি অগোরা চূণা আরু মদর

"খোজাৰ" ( মধ্য-ভাগ ) দিনে একোকে নাপায়। সাধাৰণ মধ্যভৈক পোহনীয়া যদ্যপি ইহঁতৰ বৰ হেপাহ। ইহঁতে বৰ কষ্টেৰে একো জোখা পোহ-নীয়া মদ কৰে। এই পোহনীয়া মদ এটা পোকৰ ৰস। ইয়াক কৰিব লাগিলে ইহঁতে মদৰ জোখা এটা সাঁচি থই দিয়ে। সেই মদ-জোখাত পোক লাগিলে ও ফুলিয়ায়। পাছে গেলি পচি, পোক লাগি, মদৰ ভিতৰৰ এটা পোকে আন এটা খাই চাৰি পাঁচ বছৰৰ মূৰত সেই মদৰ পাত্ৰটোত এটা বৰ ডাঙৰ পোক হই থাকে। সেই পোকটি উলিয়াই আনি কূটায়। কূটালে পোকটোৰ পেটৰ পৰা যি ৰস ওলায়, তাকে ইহঁতে পোহনীয়া মদ বোলে। এই পচা, পোক দিয়া মদবিলা-ককো সিহঁতে বৰ স্পৃহাৰে খায়। এই পচা-দুৰ্গন্ধ মদেই সিহঁতৰ পক্ষে ইন্দ্ৰৰ অমৃত; আনে হলে দুৰ্গন্ধত তিনি আজিৰ দূৰৰ পৰা নাক কোঁচায়। ইহঁতে চৰাইবিলাক মাৰি গোট বথলিয়াই থুইত ধৰি থাকে, কলা পৰি আহি-লেই অথলিয়াপথলিয়া কৰি কাবুৰিখটৈল খায়। ইহঁতে গৰু, মহ, কুকুৰ, সকলো খায়। ইহঁতৰ গতিমতি দেখি বোধ হয় ইহঁতে মনবমতে মানুহৰ সভ্যতো আত্মসাৎ কৰিব পাৰে। ইহঁতৰ আকাৰ-প্ৰকাৰ, আচাৰ-ব্যৱহাৰ দেখিলেই বোধ হয়, এই বিলাকেই আমাৰ পুৰাণিত লেখা অসুৰ আৰু দানৱবিলাকৰ বংশ।

গাৰো-পিছল। ইহঁতে পৰ্ব্বতত থাকিলে গোটাই মাজত হই থাকে; গাত কপোৰৰ টুকো মাথোন। তিনটা দুবিধ, দায়া জোবাজী সকলো দিছাড়ে, বেম-পিঁয়াজৰ মদ হে! সকলোএ এটা একেটা পৰাত থাকে। মাক-

বাপেক এক্কালে থাকে, পুত্তেক খোবারীএক একালে থাকে। ঠৈরামটৈল নাথিলে ইহঁত্তে প্রায় কংকালত্তে একো জৌখর কপিং মেরাই আছে। এই নরে কপিং নরা মাহুহ এটিক পিঠিত থাকেরে দেখিলেই জানিবা, এথেত্ত গারো। খাংটি এঁওর সর্ব্ব সম্পত্তির ভঁড়াল। সর্ব্বপর ভিতরত্ত আলু, কচু বা আদা কেত্তোখরমান, ভাত্ত কেটৈপামান, শুকান জলকীয়া কেটামান, আরু তার ওপরত্ত মেরাই বাক্কি থোবা গছর ছাল একো ভুখরি। জার বাক্কি এই গছর ছালখনিকে জানিবা কাপোর করে। ছালখনি কলা পুরণি কম্বলর নরে বর কোমল, আরু কাপোরর নরে বর লেতু লেতু। এই বিলাক দেখিলে আমার আগর মুনি ঋষিবিলাকর পরিধানটৈল মনত্ত পরে। পঞ্চবটীত মুনি-কন্যাবিলাকে কেনেটৈক গছর ছাল পিন্ধিছিল, রাম-লক্ষ্মণে কেনেটৈক গছর বাকল পিন্ধিছিল এইবিলাক দেখিলে বুজি পাইছোঁহি।

গারোর নরিয়া। এই গারোঁগাঁওবিলাকত্ত পা-উখহা খহ-তোবা আরু দূষিত রক্তর নরিয়ার ভাগেই প্রায় সরহ। কুষ্ঠরোগর প্রাবল্য ও কম নহয়। যা-তলা গারো প্রায়েই কুঠীয়া হব। অখম্য আহার, অখম্য রূপে থকা, নির্ল্লজতার কথা কব নোয়ারা, এই বিলাকেই যে এই বিলাক রোগর প্রধান কারণ, তাক আরু কব নালাগে। এই পর্ব্বতীয়া ঠাইবিলাকত্ত বহুতর "গরমী" (উপদংশ)আরু বিবিধ "ঔদ্ভিদিক রোগ" হোবা ও দেখি, কিন্তু ইহার কারণ কি ঠাবর করিব নোয়ারিলোঁ। সাধারণতঃ যি যি কারণর পরা এই রোগ ঘোর হয়, অসভ্য গারো আরু হাবাহঁতর ভিতরত্ত সেইবিলাকর প্রাবল্য অনুধাব করিবটৈল মনত্ত

কোনোবা দূৰৈত থাকে, সিহঁতক বাতৰি দিয়ে। দূৰৈৰ পৰা সিহঁত নাহে মানে শটোক একোকে নকৰে। নাহে নাহে মৰা শটো উখহে, গেলে, পচে, তাত পোক দিয়ে, আৰু মকৰবিলাক এডোখৰ এডোখৰ ছুই খাই যাবলৈ ধৰে—তেও কটাহিত নাই, সিহঁতে সেই বিকৃত শটোকে আগত লই ভূতে থকাৰ দৰে থাকিব, তাৰ ওচৰত খাব, তাকো খুৱাব, তাৰ লগতে শুব!!! মৰা শটো যদি কাৰবাৰ তিৰুতা হয়, তেনেহলে মুনিহটোৱে পটি খহি নাহায় মানে সেই শটোৰ লগত জীৱিতৰ দৰে ব্যৱহাৰ কৰিব; আৰু যদি কোনো গাৰোৱণীৰ মুনিহ হয়, তেন্তে তাইও সেই নিয়মকে আচৰিব। মৰা শটোক ইহঁতে নিতৌ তেল ঘঁহি কাপোৰ পিন্ধাই ধৰ পীৰাৰ ওপৰত বহুৱাই পাল পাতি পিৰীয়েক বা ঘৈনীয়েকে, মাক বা বাপেকে ভাত কঁটিয়াব। মৰা শই আৰু কেতিয়াবা ভাত খাব পাৰে নে? ভাত নাখালেই পাৰে মানে কান্দিব। ছুটৈপা বা এটৈপা ভাত কঁটিওৱা হলে আকৌ আগৰ দৰে চাঙ্গৰ ওপৰত, আঠুৱাৰ ভিতৰত শুৱাই থয় দি, পাছে যে নিজে ভাত খাবলৈ বহে। যেতিয়া শটো বৰকৈ উখহে, গাত ছোলা থাকিলে সি ফাটিবলৈ ধৰে, হাত দিলেই মঙহ উঁৱলি যায়, তেতিয়া তাক কঁটিয়াবলৈ এৰে। এই আচাৰটো দেখিলে গাৰোহঁত যে কিমান অঁজলা, তাক বুজিব পাৰি, আৰু সিহঁতৰ অজ্ঞতাক উপলক্ষ কৰি, আপোনাআপুনি মনতে হাঁহি উঠে! যি কি হওক, গাৰোৰ প্ৰেম আৰু গাৰোৰস্নেহৰ এইটো উজ্জ্বল প্ৰমাণ। দুই তিনি বছৰৰ মূৰত দূৰৈৰ জাতিবিলাক আহিলে মৰা শটোৰ হাৰ কেতান (মকৰবিলাক

টো আগেএই খঁহি যায়) পূড়িবলৈ নিয়ে। কোনো কোনো ঠাইত তোৰালীর বা লরাব কার কেডাল মাক বাপেকক শোধাইও দিয়েগৈ। ইয়ার পরাই বোধ করোঁ "হার-শোধোৱা" কথাটো আমার ইয়াত প্রচলিত হৈছে। পারোবিলাকে এই দরে মরা মানুহর সৎকার করে।

শ্রী র, ম,

---

## রহস্য।

১। খাত্তা পরগণার গৌরীচন্দ্র চৌধারীর পুতেকর বিয়ার ধন তুলিবলৈ চৌধারীএ তেঁওর পরগণার রায়তক মতাই আনিলে আরু সকলোরে পরা বরজনি ধন ললে। গাপপারা নামে কছারী এটাই ধন দিব নোৱারত চৌধারীএ তাক বন্দি করি থলে। গাপপারা ঘরলৈ যোৱাত পলম দেখি তাক মাতিবলৈ তার ভাইএক মোখোরা আহিল। গাপপারাই চৌধারীক কলে, "বাপ, মোক এড়ি দি। মোর গুড়গুড়ীয়া ভাইটোকে মগা থই যাও। ঘরর পে ধন আনি তোক দেও।" চৌধারীএ সুধিলে, "গুড়গুড়ীয়া ভাই কি অ?" গাপপারাই কলে, "বাপ, "তোর মাইএক জেনবা মোর বাপাই আনলাক, তয় জেনবা মাইএর লগত আহিলি, তয় মোর গুড়গুড়ীয়া ভাই হলি।" গৌরীচন্দ্র আশ্চর্য্য হল।

(ক্রমশঃ)

# আসাম-বন্ধু।

মাসিক পত্ৰ।

"নচ জ্ঞানত্ পৰং বলম্।"

প্ৰথম ভাগ। ) চত শক ১৮০৮, ইংৰাজী ১৮৮৬। ( তৃতীয় সংখ্যা।


## আগৰ দিন এতিয়াৰ দিন।

### তৃতীয় অধ্যায়।

### প্ৰজা।

আসাম-বন্ধুৰ ৪১ পিঠিৰ পৰা।

অসম দেশৰ প্ৰজা প্ৰধানকৈ দুই ভাগে বিভক্ত। প্ৰথম কাড়ী দ্বিতীয় চমুৱা। কাড়ী বোলেই আহোম বিলাকৰ শাসনৰ নিয়ম মতে অতি তলতীয়া শ্ৰেণীৰ বা সাধাৰণ প্ৰজা। পূৰ্ণানন্দ বুঢ়া গোঁহাই ডাঙৰীয়াই কইছিল বোলে "কাড়ী কঠীয়াতলী।" কাড়ীৰ পৰা মানুহ গই চমুৱা হয় আৰু চমুৱাৰ পৰা বিষয়া হয়। কাড়ী পাইক ৰজা আৰু ৰাজ্যৰ অধীন। ৰাজকীয় কাৰ্য্য কাড়ীএ কৰে। আৱশ্যক হলে অস্ত্ৰ

লই ৰণলৈকো যায়। চমুৱা পাইকে নিৰ্দ্দিষ্ট কাৰ্য্য মাত্ৰ কৰে। কিন্তু সিপাহী সকলে অস্ত্ৰ ধৰি ৰণলৈ যাবায়। কোনো এক সময়ত এই দেশৰ এনে অৱস্থা আছিল যে সকলো প্ৰজাই সকলো ৰাজকীয় কাৰ্য্য কৰিছিল। তেতিয়া শিক্ষিত আৰু বিশেষ সৈন্য নাছিল। দেশৰ সকলো প্ৰজাই অস্ত্ৰ লই ৰণলৈ গৈ বিদেশী লোকৰ সইতে যুদ্ধ কৰিছিল। বিশেষ বিশেষ কাৰ্য্যৰ নিমিত্তে লোকৰ আৱশ্যক হোৱাত চমুৱা শ্ৰেণী হল। আৰু সেই সকল লোকৰ দ্বাৰাই কাৰ্য্য কৰাবৰ কাৰণে কেতবিলাক বিষয়া নিয়োজন কৰা হইছিল। বিষয়া সকলে মাসিক নিৰ্দ্দিষ্ট টকা নাপাইছিল। সেই সকলে নিজে প্ৰতিপালন হবলৈ কেতবিলাক পাইক বা মানুহ পাইছিল। সেই মানুহৰ দ্বাৰাই তেওঁবিলাকৰ প্ৰয়োজনীয় সকলো কাৰ্য্য কৰাইছিল। আৰু ৰজা আৰু ৰাজ্যৰ অৰ্থে যি নিৰ্দ্দিষ্ট কাৰ্য্য কৰিব লাগে তাকো সমাধা কৰিছিল। এইৰূপে বিষয়াৰ অধীনৰ চমুৱা মানুহবোৰে নিৰ্দ্দিষ্ট কাৰ্য্য মাত্ৰ কৰিছিল। কাঁড়ী-মানুহবোৰৰো সেইৰূপ নিৰ্দ্দিষ্ট কাৰ্য্য আছিল। চমুৱা যেনতো কাঁড়ী বা অতি তলতীয়া শ্ৰেণীৰ প্ৰজা আছিল। কাঁড়ী শব্দৰ নানা জনে নানা অৰ্থ কৰে। সেই কালৰ যুদ্ধৰ প্ৰধান অস্ত্ৰ কাঁড় লই যুদ্ধলৈকো যাব পৰাৰ কাৰণেই বোধ হয় কাঁড়ী বুলিছিল। চমুৱাহলে মানুহ বিশেষে কোনো এটা 'নিৰ্দ্দিষ্ট কাৰ্য্য কৰা লোকৰ শ্ৰেণীলৈ যায়। সি আৰু সাধাৰণ কাৰ্য্য কৰা লোকৰ শ্ৰেণীত নাথাকে। কিয়নো কাঁড়ীয়ে সকলো কাৰ্য্যকে কৰে। কোনো সময়ত আকৌ কোনো নিৰ্দ্দিষ্ট কাৰ্য্য কৰা শ্ৰেণীলৈ নিমিয়াকৈও ৰজাই চমুৱা কৰিব পাৰে আৰু কৰিছিল। চমুৱাৰ অনেক পেল বা বিভাগ। কাৰ্য্য বা

ব্যৱসায় অনুসাৰে খেল বোলে। যেনে সোণাৰীৰ খেল, গায়নৰ খেল। অনেক চমুৱা খেল একত্ৰ হৈ যিজন বিষয়াৰ অধীন, সেই সকল খেলকে সেই বিষয়াৰ খেলৰ লোক বোলে। যেনে ঢেকিয়াল ফুকণৰ খেলৰ সোণাৰীৰ খেল। বিশেষ বিশেষ কেতবিলাক খেল একে লগ হৈ কোনো ঠাইত থাকিলেও কেতিয়াবা সেই সমুদায়ক এখন খেল বুলিছিল। যেনে বড় ফুকণৰ খেলৰ মৰীয়া খেল। কোনো খেলৰ সকলো মানুহ একে লগে নাথাকে। একে খেলৰ মানুহ অনেক ঠাইত থাকিব পাৰে। তাৰ বাবা তাৰ খেলৰ স্বত্বৰ ব্যাঘাত নজন্মে। কেৱল সেই লোকে সেই খেলৰ নির্দ্দিষ্ট কার্য্য মাত্ৰ কৰি থাকিব লাগে। যদি কোনো লোকে এইৰূপ কার্য্য নকৰে তাক "ভগনীয়া" বোলে। ভগনীয়াক খেলৰ বিষয়াই বলেৰে নির্দ্দিষ্ট কার্য্য কৰাব পাৰে। ব্ৰাহ্মণ সকলৰ মাজতো কাঁড়ী আছিল। কিন্তু সেই সকলে হীন কার্য্য নকৰিছিল। আৰু কাঁড়ী বুলিলে সকলো কার্য্যকে কৰিব লাগে। কাঁড়ী আৰু চমু-ৱাৰ নির্দ্দিষ্ট কৰা পীয়লৰ কাকত আছিল। কাঁড়ীৰ পৰা চমুৱালৈ যদি কোনো লোক যায় তাৰ নাম কাঁড়ীৰ কাক-তৰ পৰা কটাব লাগে। আৰু কটোৱা বিধানো আছিল। নাম নকটালে সি যেই কি বিষয় পাওক কাঁড়ীএই থাকিল। ৰজাতীয়াৰ বড়বড়ুৱাই এদিন কাঁড়ীৰ হিসাব লোৱাত এক দল কাঁড়ীৰ মাজত এটা পাইক নোলাল। সেই পাইক-কটো কলৈ গল এই বিষয়ৰ অনুসন্ধান হবলৈ ধৰিলে। কাঁড়ী গোপন কৰা এটী গুৰু অপৰাধ। বিষয়াৰ প্ৰতি বড়-বড়ুৱাৰ বড় ক্ৰোধ হ'ল আৰু তাৰ দণ্ড কৰিবৰ স্থিৰ হল। সেই বড়বড়ুৱাই যে সেই জন কাঁড়ী পাইক তাক কোনেও

কৰ নোৱাৰে। পাছে বড় বড়ুৱাই যেতিয়া দণ্ড বিহিবলৈ মন কৰিলে তেতিয়া এটা বতাই মৰণত শৰণ দি অঁঠুকাঢ়ি বড়বড়ুৱাক জনালে দেৱতা ঈশ্বৰ "ছাঁ দেখিছে যা দেখি-ছেই পাইক গুনাৰ।" এই কথা শুনা মাত্ৰেই বুদ্ধিমান বড়-বড়ুৱাই জানিলে যে নিজেই সেই কাঁড়ী পাইক। পাছে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱক জনাই কাঁড়ীৰ কাকতৰ পৰা গুনাই চমুৱাত সোমাল।

কাঁড়ীৰ পৰাই নাম কাটি ৰজাই সত্ৰ বা দেৱালয়ৰ পাইক বা ভকত কৰে। কোনো লোকক বন্দী দিয়ে। চাৰিটা মানুহে এটা গোট পাইক হইছিল আৰু এটাক এপোৱা। কাঁড়ী কি চমুৱা উভয়তে এইৰূপ পাইকৰ গোটগণনা। প্ৰতি কাঁড়ী-পাইকে এটা নিৰ্দ্দিষ্ট সময় পৰ্য্যন্ত ৰজাৰ বা বিষয়াৰ কাৰ্য্য কৰিব লাগে। সেই কাল অতীত হলে আন পাইকে তাক সলনি কৰে। খাটনীৰ কাল নহ দিলেই অতি দুখ। চমুৱা হই খিৰিলাক মানুহ কোনো বিশেষ খেলত সোমায় সিও এইৰূপেই কোনো এক সময়ত খাটনি কৰে। সময়ে সময়ে খাটনি কালৰ ন্যূনাধিক হয়। চমুৱা খেলৰ লোক সকলে সেই খেলৰ লোকে যি কাৰ্য্য কৰিব লাগে সেই কাৰ্য্য শকৰে পৰা শিকা কৰে। শিক্ষিত হলেই সেই কাৰ্য্যত প্ৰবৃত্ত হয়। যেতিয়ালৈকে শিকাত দুঠে তেতিয়ালৈকে সি কাৰ্য্যত হাত নিদিয়ে। যেনে সোনাৰীৰ খেলৰ লোক সকলে শকৰে পৰা সোনাৰীৰ কাৰ্য্য শিকা কৰে। যেতিয়া ৰজাঘৰীয়া কাম কৰিব পৰা হয় তেতিয়াহে সেই কাৰ্য্যত সোমায়।

কাঁড়ী পাইকৰ এটা নিয়ম এই যে ১৬ বছৰ নহয় মানে সি পাইকৰ গণনাত নপৰে। ১৬ বছৰ হই গলেই

সি পাইকৰ গণনাত পৰে। পাছে পাইকৰ গণনাত পৰে এই ভয়তে মুনিহ নবা বিলাকে অনেক মহলৈকে কাপড় নিপিন্ধিছিল। অধিক কি অনেক সময়ত তাহঁত নবাই খুটা বেড় ইত্যাদিৰ আড় লই ফুৰিছিল। কাঁড়ী পাইকৰ ওপৰত যি বিষয়া থাকে সেই বিষয়াই সময়ে সময়ে খাটনি খাটিবৰ যোগ্য মানুহ বিচাৰি ফুৰিছিল। অনেক বিষয়াই আকৌ পাইক গোপন কৰিছিল। ধৰা পৰিলে সেই বিষয়াই উগ্ৰদণ্ড পাইছিল। কাঁড়ী আৰু চমুৱা বিনে মহন্ত, ভকত 'দেৱলীয়া' পাইক আৰু গোলাম এই কেইবিধ প্ৰজাও আছিল। এক প্ৰকাৰে এই পাঁচ বিধ প্ৰজাও চমুৱা। কোনো সত্ৰ বা ধৰ্ম্মালয়ত যি সকলে ধৰ্ম্ম চৰ্চ্চা কৰে আৰু দেশত ধৰ্ম্ম প্ৰবৰ্ত্তায় সেই সকলেই মহন্ত। সেই সত্ৰৰ আৰু মহন্তৰ সেৱা শুশ্ৰূষা কৰিবলৈ যি লোক নিযুক্ত হয় সেই বোৰ ভকত। কোনো দেৱতাৰ বা দেৱমন্দিৰৰ কৰ্ম্ম কাৰ্য্য চলাওঁতা লোকক দেৱলীয়া বোলে। সত্ৰ আৰু দেৱালয়ৰ অথবা কোনো কোনো মহন্তৰ আৰু কোনো বিষয়াৰ কাজ কাম কৰা লোক সকলক পাইক বোলে। কোনো লোকৰ দাসত্ব কৰা লোক সকলেই গোলাম। গোলামৰ ওপৰত গৃহস্থৰ সম্পূৰ্ণ কৰ্ত্তৃত্ব। তাক দান বিক্ৰয় হস্তান্তৰ কৰিব পাৰে। পুত্ৰ কন্যাৰ ওপৰতো পিতৃ মাতৃৰ সেই ৰূপ স্বত্ব। যি সকল লোকক ৰজাই কোনো ধৰ্ম্মালয় বা দেৱালয়ত অথবা আন কোনো লোকক সমৰ্পণ কৰে তাৰ ৰাজদণ্ড বিনে ৰাজকীয় সকলো ৰাব গুচে। অৰ্থাৎ ৰজা ঘৰৰ কৰ কাটল, পদ, পঞ্চক, বেঠ, বেগাৰ, জলকৰ, ধৰকাৰ, চোৰ, ছিনলা, ধুমছি, মাকেশা, দান, খুত, দণ্ড, বন্ধ, হাট, ঘাট, চকী, কাট এই সকলৰ দায়ৰ পৰা—সেই

বোৰ মানুহ মুক্ত হয়। যাক সেই বোৰ মানুহ দিয়া হয় সেই সকলেই এই বোৰ যাব লব পাৰে। আমি যি সময়ৰ কথা লেখিছোঁ সেই সময়ত অসম দেশৰ প্ৰজা সংখ্যা ২৪ লক্ষৰ অধিক নাছিল। (ক্ৰমশঃ)

---

# তিনটী নাই-উন্নতি কেনেকৈ ?

এই জগতত প্ৰাণী বিলাকৰ উন্নতিৰ দুটি পথ। এটি মোক্ষ-প্ৰাপ্তি—আনটি সাংসাৰিক সুখৰ বৃদ্ধি। এই দুয়ো পথ পৰস্পৰ বিৰোধী। সংসাৰৰ সুখত থাকি মোক্ষ পাবলৈ ইচ্ছা কৰা বামনে চন্দ্ৰ ধৰিবলৈ ইচ্ছা কৰাৰ নিচিনা। মোক্ষলৈ হাবিলাষ কৰিলে সংসাৰৰ সুখ-বাশিত জলাঞ্জলি দিবলাগে। যাৰ মন সদাই সেই জগৎকৰ্ত্তাত মগন হইছে—সুখত, দুখত—ভোজনত, উপবাসত—নিদ্ৰাত, জাগৰণত—গমনত, বিৰা-মত—একোতেই সেই জগৎ-পালকৰ পৰা নিবৃত্ত নহয়, তেঁৱেই মোক্ষাভিলাষী—উন্নত-মন—মনুষ্যৰ কৰ্ত্তব্যত আৰু সংসাৰৰ কাৰ্য্যত বিমুখ। তেঁও নিজেও বঞ্চিত আৰু কোনোৱেও তেঁওৰ পৰা সাংসাৰিক সুখ নেপায়। যদি তেওঁৰ পাচ লবলৈ খোজা তেন্তে ঘৰ-বাড়ী—ভাই, ভগিনী—পিতৃ, মাতৃ—শত্ৰু, মিত্ৰ—বন্ধু, বান্ধৱ—এটাইকে পাচ পেলাই লেঙুটি লই সেই জনৰ ওচৰলৈ যোৱা।—তোমাৰ আশা সকল হব—পৰম আৰু নিত্য আনন্দত মন মগন হব—সাংসাৰিক দুখে তোমাক চুবলৈকো নোৱাৰিব—অন্তত মুক্তি হব। ইফালে যদি তুমি হৰিণ-নয়নাৰ প্ৰেমৰস

পাবলৈ হাবিলাষ কৰা—পুত্ৰৰ গদগদ কথা শুনি শৰীৰ জুৰোৱলৈ ইচ্ছা কৰা—পৰৰ আৰু সুস্বাদু বস্তু খাই উদৰ তৃপ্তি দিবলৈ খোজা—অথবা যদি আন কোনো ক্ষণিক সুখত তত হেৰুৱাব খোজা,—তেন্তে প্ৰথম জনৰ ওচৰলৈ নেযাবা—তেওঁৰ পৰা উপকাৰ পাবলৈ ইচ্ছা নকৰিবা—গই অনৰ্থক সময় নষ্ট নকৰিবা—কিয়?—তোমাৰ উদ্দেশ্য ভিন্ন—সঙ্কল্প ভিন্ন—মনৰ গতি ভিন্ন—তুমি ভিন্ন॥

প্ৰথম পথটি কঠিন,—কিন্তু তাৰ ফল অমৃত-ৰস—অপ-ৰিমিত অনন্তকালিক আৰু এক।

দ্বিতীয়টিৰ ফল—প্ৰথমে আপাত-মধুৰ—পিচত কষায়-ৰস—ক্ষণিক আৰু অনেক।

প্ৰথমটি যেনে উন্নত, তেনে তাক পাবৰ উপায় বিলাকো অতি কঠিন। এই কাৰণে মানুহৰ মন প্ৰায়েই তাৰ ওচ-ৰলৈ যাব নোখোজে—গ'লেও অনায়াসে কৃতকাৰ্য্য হোৱা কঠিন আৰু বহুত বিঘ্ন। বিঘ্ন কি?—তেওঁৰ মন সংসাৰা-বদ্ধ। সহজ চেষ্টাতো তাক হঠাৎ এৰিব নোৱাৰে। যাৰ চিত্তে সংসাৰ এৰি অইন ঠাইত চৰিব লাগিছে—তেওঁ বিঘিনিৰ পৰা উত্তীৰ্ণ—এতেকে প্ৰাপ্ত-মোক্ষ। আমি প্ৰথম পথৰ ওচৰলৈকো যাব পৰামাই, সেই কাৰণে তাক পোৱাৰ উপায়ৰ আলচ কৰিবলৈও ইচ্ছা নকৰো। দ্বিতীয় পথত আছোঁ, এই কাৰণে সেই বিষয়ে গোটাদিয়েক কথা কম। আগেয়ে কোৱা হৈছে সাংসাৰিক উন্নতি কি?—সে সুখৰ বৃদ্ধি। সুখ কিহেৰে হয়?—সৎশিক্ষা-সৎসাহস—সদ্-আচৰণ। তেতিয়া যাৰ এই তিনোটি লোপ পায়—তেতিয়া তেওঁ হৃৎপিণ্ড—নাইবা জ্ঞানহীন মৃতবৎ। আমি কি কাণত পৰিছোঁহি—ইও নেই।

মহাৰাজ জনমেজয়ে মহৰ্ষি বেদব্যাসৰ মুখে ভবিষ্যতৰ মঙ্গলামঙ্গলৰ ব্যাখ্যা শুনি যেতিয়া কলিকালৰ মানুহৰ—আচাৰ, ৰীতি, নীতি, চেষ্টা, চৰিত্ৰ, আকৃতি, প্ৰকৃতি, পৰমায়ুৰ সীমা আৰু কেনেকৈ আকৌ সত্যযুগ হব,—এই বোৰ প্ৰশ্ন কৰিলে, তেতিয়া তেওঁ কলে ;—জনমেজয় ! কলিকালৰ মানুহবোৰে যেতিয়া অন্যায় আচৰণ কৰিব—তেতিয়া তেওঁলোকৰ পৰমায়ু লাহে লাহে কমি যাব—আয়ু কমিলে বলক্ষয়—বল গুছিলে মলিন—তাৰ পিচত ব্যাধি আৰু ব্যাধি হলে মৰৰ অৱসৰ তাৰ হব—এনেকৈ আকৌ যুগৰ পৰিবৰ্ত্তন হোৱাৰ আৱশ্যক হোৱাত সেই যুগৰ সৃষ্টি হব। পাঠক! সেই দূৰদৰ্শী মহাত্মাৰ কথাবোৰ আপুনি ঐতিহাসিক নাইবা উপন্যাস কথা বুলি নেভাবিব। আজি কালিৰ দেশৰ অৱস্থা দেখিলে—ই যে প্ৰকৃত বেদবাক্য তাত একনো সংশয় নাই।

মন উন্নত হোৱাৰ মূল—সংশিক্ষা, ই স্বীকাৰ কৰিব লগা কথা। যেনেকৈ মূল নাথাকিলে কোনো বস্তু ক'তো থ'ব নোৱাৰে, তেনেকৈ সংশিক্ষাৰ অভাৱত মন উন্নত নহয়—ক'তো ঠাইকিব নোৱাৰে। আজি কালিৰ শিক্ষা প্ৰবৃত্তিবোধক নহয়—ইন্দ্ৰিয়ৰ উত্তেজক—উত্তেজক পদাৰ্থ মাদক—মাদক পদাৰ্থে ইন্দ্ৰিয়ৰ অসৎ প্ৰবৃত্তি বৃদ্ধি কৰে,—এই কাৰণে তাৰে শেষত অনেক অনিষ্ট হয়।

অল্পপতো এই নতুন শিক্ষা প্ৰণালীৰ দ্বাৰাই—নবা বিলাকৰ, বিলাস, সুখভোগ,/ইন্দ্ৰিয় সেৱা আৰু অনুকৰণ বৃত্তি সকলে পৰা অনেক পৰিমাণে প্ৰবল হয়। সেই বৃত্তিবোৰে তেঁওলোকক প্ৰায়ে প্ৰকৃতিত নেবাখি ল'বাবে পৰা—ইন্দ্ৰিয় সেৱা—অপেয় পান আদি অনেক জীৱন-নাশক কাৰ্য্যলৈ

টানি নিয়ে। এই কাৰণে অনেকে সংস্কাৰত থাকিব নোৱাৰি অৱশেষে অনেক অসৎ কাৰ্য্যত মগ্ন হই অন্তত, অনেক কাৰণে জীৱন হেৰুৱায়।

আমি স্বীকাৰ কৰোঁ—এইবোৰো সাংসাৰিক সুখ; কিন্তু তাৰ ধন আৰু সময় আছে। পূৰ্ব্বকালৰ সেই ভীম, অৰ্জ্জুন, ভীষ্ম, কৰ্ণ, জৰাসন্ধ আদি মহাত্মা সকলৰ শৰীৰবলে, কাৰ্য্যবলে, সাহসবলে আৰু প্ৰতিজ্ঞাবলে অলপ আলচ কৰি চোৱা। তেঁওলোকেবো এনে শৰীৰনাশক কাৰ্য্য কৰি নিজে প্ৰাণ হেৰুৱাব নোৱাৰিলে হেতেন নে? তথাপি কিয় অনেক কষ্ট স্বীকাৰ কৰিও নিজ প্ৰতাপত আৰু কঁপাৰলে গুৰুৰ চৰণত আত্মা সমৰ্পণ কৰিছিল। সকলে পৰা সুন্দৰীৰ প্ৰেম পাশত বদ্ধ আছিল নে, নিজ জাতীয় শিক্ষাত মন মগন কৰিছিল?—তাত কি হৈছিল—শৰীৰ হৃষ্ট, পুষ্ট, বলিষ্ঠ—মন উন্নত আৰু সাহস-পূৰ্ণ—দীৰ্ঘায়ুঃ আৰু কীৰ্ত্তি!! (ক্ৰমশঃ)

মা, প.

---

## দুপৰ-নিশা।

১

কতো সাঁ-সুৰে নাই

জানিবা মৰাৰ প্ৰায়,

নিদ্ৰাৰ কোলাত সব প্ৰাণী অচেতন।

নানাবিধ চিন্তা করি,
তুখীয়া শয্যাত পড়ি
তুখীয়া গৃহস্থ শোকে চিন্তাকুল মন।
মাজে মাজে—বৈরী আই
কন্দা নখা পিচুকায়,
চৌপাশি ভাঙিব খুলি হৃদয়-রতন
পুত্রমুখে স্তন থবি
মুখে গুণ্ গুণ্ করি
গৃহস্থর পাশে শয্যা করিছে শোভন।

২

গৃহকর্ম্ম হাতশারি
যত বোৱারী জিয়ারী,
সাধু কথা শুনি শুনি তাগর পলাই,
কথা শুনা সাঙ্গ করি
বিবিধ যেলত থবি
নাহে নাহে তাগরলা দেহক শুরায়।
মাজে মাজে তুখীয়াই
সপনত বস্তু পাই
আনন্দতে চৌপাশিতে হাঁহে মিচিকাই,
সাব পাই খপিয়াই
হাত মেলি মেলি চাই
নেপাই একোকে শোকে বুকু ফুকুরায়।

৩

মাজে মাজে চেগ বুজি
খাবে কাণে ভজি গুজি,
চুব কৰিবর মনে চোৰ বপুৱাই,

গৃহীসব শুইছেনে
সারে আছে, মনে-মনে
সহাবি বুজিয়া দুবে—আহে আক যায়!
চকুত টোপনি নাই
দুবে ধুম্-খুলি যাই
কাক মাবে কেনে কবি চিন্তিছে উপায়,
প্রভু-ভক্ত চেকুরাই
নগ পানে প্রাণ যায়,
অর্থ-আশা পবিহবি কভোবা পলায়।

৪

গছব ডালত থাকি
ডোকাব আড়লে ঢাকি,
কপোত কপোতী দুয়ো—কমিক উপাই
মহা সুখে নিদ্রা যায়,
আনো পক্ষী সমুদায়,
কেবল কোঢ়ান কবে যতেক কেঁচায়।
গানিকে গাবিছে কিবা
মাত-বোল সুশুনিবা
আন পক্ষী সকলক শুনায় শুনায়?
প্রকৃতিব সুশোভন
মূর্ত্তি কবি নিবীক্ষণ,
আনন্দে মজিয়া কিবা ঈশ গুণ গায়?

৫

যতেক জোনাকীকুল
আনন্দতে বিয়াকুল,
উড়ে ঘুবি ঘুবি মনে উঠে মনে যায়;

জোনৰ জোনাক চাই
আপোনাকো পাহৰাই
নিজকো একন জোন বুলি ভকোন্দায়!
পৰ্ব্বতৰ কেউ-কাষে,
উঠি ফুৰে মহোল্লাসে,
দেখিলে সি সৌন্দৰ্য্যক মনত খেলায়,
প্ৰকৃতি-দেৱীৰ খোপাত,
শোভা কৰে অসংখ্যাত
সোণৰ ফুলৰে যেন চহু চমকায়!!

৬

শীত বায়ু বহে তায়,
ঝিলীএ কৰিছে গান,
শুনি জগতৰ যেন প্ৰাণী সমুদায়,
মোহ গৈ নিদ্ৰা যায়,
কাৰো গাত তত নাই,
হাই-উৰষিৰে ভৰা বিশ্ব মৃত-প্ৰায়!
চাতক-চাতকী সুখে,
আকাশত ঊৰ্দ্ধমুখে,
জোনৰ কিৰণ কৰে শৰীৰ বুৰাই
জুৰাইছে মন-প্ৰাণ
—অমৃত কৰিছে পান,
যেন তৰি চোৱা সবে নয়ন জুৰায়!

ৰ, মহন্ত।

---

# " বেল পৰিমাণে বাঢ়ে, তিল পৰিমাণে টুটে"।

" বেল পৰিমাণে বাঢ়ে, তিল পৰিমাণে টুটে" এই পটন্তৰটী সকলোৰে মুখে মুখে আছে; আৰু মানুহৰ নৰিয়া বা কোনো বেদনা হলে সকলোএ ইয়াকেই কয়। কিন্তু মত্তাৰুত চাবলৈ গলে এই পটন্তৰটীৰ দুটা অৰ্থ দেখিবলৈ পোৱা যায়। প্ৰথমতে ৰোগীৰ আৰাম যে অতি লাহে লাহে হয়, আৰু লাহে লাহে আৰাম হবলৈকে যে ধৈৰ্য্য লাগে, সেই নিমিত্তে ৰোগীৰ সান্ত্বনা আৰু ধৈৰ্য্য হবলৈ এই কথাটী ( অৱশ্যে সঁচা হওক বা মিছা হওক ) কোৱা যায়, আৰু কোৱাৰ পৰা উপকাৰো পোৱা যায়। দ্বিতীয় অৰ্থ হৈছে যে ৰোগ হওঁতে অতি শীঘ্ৰে হয় কিন্তু ভাল হবলৈ বহুত দিন লাগে। অৱশ্যে চাবলৈ গলে এই অৰ্থত এই পটন্তৰটী নিতান্ত ভুল। কোনো মানুহৰ ৰোগ একে দিনাই বা অতি কম সময়ৰ ভিতৰত নহয়। নৰিয়া ভাল হবলৈ যিমান দিন লাগে, নৰিয়া হবলৈকো সিমান দিন লাগে। নৰিয়াৰ গুটী মানুহৰ গাত যেতিয়া হয় তেতিয়া সেই গুটী দেখিবলৈ পোৱা নাযায়। যেনেকৈ এখন চহাই-পোৱা মাটিত কেৱল মাটিহে দেখিবলৈ পোৱা যায়, আৰু তাত যিবোৰ গছৰ গুটী থাকে সেই বোৰ দেখিবলৈ পোৱা নাযায় মানুহৰ গাতো কেৱল গাকেহে দেখিবলৈ পোৱা যায়, আৰু ৰোগৰ গুটী দেখা নাযায়। কিন্তু এজাক বৰষুণ দিলে যেনেকৈ গুটীবোৰ গজি আহে, সেই দৰে যিদিনা মানুহৰ বহুত অপায় হয় সেই দিনা ৰোগৰ গুটী গোজে

গতি আছে; আৰু তেতিয়াহে মৰিয়া হইছে বুলি ৰোগীএ জানিব পাৰে। যদি এই ৰোগৰ পুলি হওঁতেই অৰ্থাৎ প্ৰথম অৱস্থাতে সাৱধান হোৱা যায় তেনে হলে সি উদ্গতি কৰিব নোৱাৰি ক্ৰমে সাৰকাটিবলৈ ধৰে।

এই সময়তে পাঠক সকলে সুধিব পাৰে "কেতবোৰ মানুহ বৰ দুখীয়া আছে; আৰু তেওঁ বিলাকে যদি কেতিয়াবা বৰ টান বদত এদিন ভুবিবলৈ পায় বা বৰষুণত তিতে, তেনেহলে তেও বিলাকৰ মৰিয়া অতি অলপ সময়ৰ ভিতৰতে কিয় হয়?" এই দুখীয়া মানুহবিলাকৰ দুখেই ৰোগ; তেওঁ বিলাকৰ গাত দুখৰূপ ৰোগ সদাই আছে; আৰু দুখৰূপ ৰোগৰ দুঃখ ব্যতিক্ৰম। সেই কাৰণে তেঁও বিলাকৰ অলপ দুখতে ৰোগ হয়।

অৱশেষত আমি কওঁ যে "বেল পৰিমাণে বাঢ়ে তিল পৰিমাণে টুটে" এই পটন্তৰটীৰ বাবে যদি "তিল পৰিমাণে বাঢ়ে আৰু তিল পৰিমাণে টুটে" এনেকুৱা এটা পটন্তৰ থাকিল হেতেন তেনেহলে ৰোগীবো ধৈৰ্য্য ধৰিবলৈ সাহনা হল হেঁতেন, আৰু মানুহেও শৰীৰৰ নিয়ম লঙ্ঘন কৰিবলৈ ভয় কৰিলে হেঁতেন। সে. চ. ব.,

---

## জাননী!!

লাগে এটা ডাক্তৰ চাকিৰী কাম। দৰমহা ২৫০ টকাৰ কমত আৰম্ভ কৰা নাযায়। মই সকলো ডাক্তৰ সৰকাৰী কামৰ লায়ক; কিয়নো মোৰ বৰ ডাঙৰ পেট আছে, আৰু বিদ্যা-বুদ্ধি বৰ কম থকাত ধটা-লোটা বিদ্যাত মই অতি পাৰ্গত, জগৎ বিখ্যাত; ধটা-লোটাৰ অৰ্থে মই কৰিব

মোৰামো, এনে সৰু কাম নাই, সাহাব হাকিম সকলৰ ভবিৰে মোৰ হাতৰে খিন্দেহেদেই নাই। এনে দুটা গুণ একেজন মানুহতে পোৱা টান; অতএৱ যাৰ কাম থাকি আছে, তেওঁ এই চেপ লেড়িৰ, মোক মোৰ কামে জনাওক। মই অনেক চাৰ্টিফিকেট পাইছো জগৎ বিখ্যাত শ্ৰীল শ্ৰীযুক্ত মহামান্ত মদামন্দ একৃস্ ওৱাই জেড্ এচ্ কেচ্ হেঁচ্ মহাশয় প্ৰবল মহিমাৰ্ণবৰ চাৰ্টিফিকটৰ ( খোচমাদি কাকতৰ ) আচল নকল।

এইঃ—

" ইয়াৰ বাবায় খোচমাদ লেখা যায় যে শ্ৰীযুত দুদোদৰ চন্দ্ৰ বাবুৰ পেট দুৰ্জ্জয় (Gigantic) তেওঁৰ গাৰ গড় বড়কৈ ওকণা গজাটোপৰ দিচিনা; তেওঁৰ ফটোগ্ৰাফটো ( চিত্ৰটো ) এখন ঘূৰণীয়া ফেৰ যেন দেখি। এদিন জনেটো মানুহে ধৰি তেওঁক হাতীৰ ওপৰত তুলি দিয়া হৈছিল। এজনী তিকতাই সৰু লৰা এটা আনি এই হাতীটো দেখুৱাইছিল।—"বোপাটি; চোৱাচোন্, সৌ টো হাতী আহিছে।" "আই, কোন্ টো হাতী, কোন্ টো হাতী, ওপৰৰ টো নে, তলৰ টো?" "যেই বিটোৰ পেটটো ডাঙৰ।" "দেখোন্ আই, দুইটাৰে পেট সমান।" ইয়াৰ বাবায়েই সৰ্ব্ব সাধাৰণে তেওঁৰ পেটৰ জোখ জানিব পাৰিব। এতেকে এওঁৰ সমান আহুৰ নৰকাৰী কামৰ লায়ক মানুহ কোনো নাই; কিয়নো শাস্ত্ৰতে কইছে "অস্থিতো বা মস্তিতো বা স্থুল-কায়ঃ প্ৰশস্যতে।" এওঁৰ সৰস্বতী আইৰে সমাই বিবাদ; অৰূপতে এওঁ "তো তো পণ্ডিত, লেখাপঢ়া-বৰ্জিত।" সকলো বিদ্যাৰ সমাধি এওঁত ঘটা-মোটা-বিদ্যাত যাৰ; তেওঁ সকলোকে এই বিষয়ত তেৰ পেলায়, তাত কোনো সংশয় নাই, মই এই কথা শপত খাই কওঁ। এওঁ এবাৰ একজন বড় সাহাবৰ

তবিৰ ওচৰত থাঁহু কাঢ়ি হাত যোৰ কৰি কবলৈ ধৰিলে,—“হুজুৰে খোদাৱন্দ দুনিয়াৰ মালিক গৰীপৰ Father mother” (মাইকি-বাপেকি), “you live I live, you die I die.” (আপুনি কাম এটা দি জীয়ালেহে জীও, নিদি মাৰিলেহে মৰো।)। “বাল্য-কালে ইspelling book reading, লেকিন কিন্তু এখন little little forgetting (সৰু কালত ইংৰাজি আখৰ খোটোৱা কিতাপ পঢ়িছিলো, কিন্তু এতিয়া ভাবে অলপ অলপ পাহৰিছোঁ।) এই কথা কই ওলগ এটা লই পেটটো ছিপ্ মাৰি দাঙি সাহাবক দেখাব ধৰোঁতেই সাহাবে কলে, “বস্, বস্, হাম দেখা।” টোম আচ্ছা আডমি আছে। কোৱা বাহুল্য যে এই বাৰ তেঁও এটা বৰ ডাঙৰ কাম পাইছিল; কিন্তু এই কাম পেট-পোলোৱাৰ কাম নাছিল, উঠিলহি কথা কাম আছিল; এই দিনিৰেহে তেঁও তাক সমূলি চলাব নোৱাৰিলে; তথাপি সেই সাহাবৰ অনুগ্ৰহতে বহুৎ টকা খটিলে। সি যি হওক, এওঁ বৰ উপযুক্ত মানুহ; কিয়নো তেঁওৰ ডাঙৰ পেট আছে আৰু বিনা দৰকাৰত খোচামোদ কৰাত বৰ পাৰ্গত।”

---

## বিবেক।

১

কোন সিদ্ধি সবে সবে মানব অন্তৰে
সদাই কৰিছে বাস? মুহূৰ্ত কাৰণে
কোনো কালে কোনো জনে মায়াহত হৃদে
আছে চিৰকাল বসি অমৰ আসনে?

বয়সে প্রবীণ অতি, বহুদর্শী জন,
চিত্ত থামী যেন তার জ্ঞানেরে গঠন ;
সুস্থির মূরতি, জ্ঞান-গর্বিত বদন,
অটল সাহস, যেন গম্ভীর বচন।

২

বজ্রাক নকরে তয় প্রজাক নকরে,
যশোন্মত্ত বীরজনে তুচ্ছ ভাবে মনে ;
সদা সুমন্ত্রণা মাত্র দম্ভিত অন্তরে
দিয়া থাকে জ্ঞান-পরিমার্জ্জিত বচনে।
অন্যায় অধর্ম পাপে যদি নর মন
হোরে প্রলোভিত ; ক্রোধে করিয়া গর্জ্জন
নিশিবে অন্তর থাকি বিদারি হৃদয়
"নাবাইবি" "নকরিবি" এই কথা কয়।

৩

বারণ মুশুনি তার যদি নরগণ
লিপ্ত হোরে সেহি কার্য্যে ; সন্তাপ-অগনি
অটল সাহসে দিয়ে করিয়া জ্বলন
বজা প্রজা ধনী দীন একোকে নগনি।
দিয়ে গালি নানারূপ করিয়া গর্জ্জন,
কর্কশ বচনে করে অন্তর দাহন ;
কি ধমী কি মানী সুখী বজা প্রজা বীর
সেহি তিরস্কারে সবে হোরে নতশির।

৪

জ্ঞানেরে রচিত দেহ, জ্ঞানেরে হৃদয়,
কোন প্রিয় বন্ধু এই অন্তর ভিতরে,

অন্যায় দেখিলে ক্ষণে বাৰণ কৰয়,
যতে ততে সৰ্ব্বদাই হিত চিন্তা কৰে ?
জানিছোঁ বিবেক নামে সেহি বিজ্ঞজন,
কৰে হিতাহিত জ্ঞান মনে বিতৰণ।
ধন্য হে বিবেক তুমি ধন্য মন্ত্ৰীবৰ;
ধন্য তুমি চিৰবন্ধু হীন মনুষ্যৰ।

---

বন্ধো !

সিদিনা শিক্ষিত ডেকা এজনা ডাক ঘৰৰ পিয়ন এটাৰ হাতত ধৰি অকস্মাৎ আমাৰ ঘৰত ওলালহি। থিয় দিয়েই "বন্ধু" বুলি টলকাই সাদৰৰ মাত আমাৰ সগালে, আমাৰ মনটো হৰ্ষবাই উঠিল। আথ্ বেথ্কৈ হস্তৰূপ পদ্মাসনকে আগ বঢ়াই দি বহুৱালোঁ, বন্ধুৱে আপুনি আপোনাৰ পৰিচয় কৰলৈ ধৰিলে। মোৰ নাম আসাম-বন্ধু। নগাৱেঁই মোৰ জন্ম ভূমি। গুণ-বস্তু মোৰ জনক। প্ৰবৃত্তি মোৰ জননী। শ্ৰীকৃষ্ণৰ নন্দালয় গমনৰ দৰে ময়ও উপজিয়েই কলিকাতা ৰাজধানীলৈ যাও তাৰ পৰাহে এতিয়া ওলাইছোঁহি। গৰ্গৰ নিচিনা ভাল ভাল পণ্ডিতে গণি পাড়িহে মোৰো এই নামটো ৰাখিছে। মই বড় ডাঙৰ কাৰ্য্যৰ মানুহ নইও তথাপি নামৰ দৰেই কাম কৰিম বুলি থিৰ কৰিছোঁ। লোকৰ হিত সাধনা মোৰ ব্ৰত। শিল্প সাহিত্যৰ আলোচনা, জ্ঞানৰ চৰ্চ্চা এইয়ে মোৰ কাৰ্য্য। ৰাজনীতি, ব্যাকৰণ, পৰৰ স্তুতি, নিন্দা, ধৰ্ম, এইবিলাকৰ ওড়িলৈকে নাযাঁও। বিদেশত ডাঙৰ হই অহাৰ বাবে মোৰ বেশ ভূষাত, গাত, মাত কথাত অলপ বঙালি চিন থাকিব পাৰে। মানুহ হলে ময় শুদ্ধ অসমীয়া।

নাজানো আমাৰ মাত কথাৰ ভাঁজ কাজ যেনেকৈ নহওক, আমাৰ পুথি পাঁজি বিলাক শুদ্ধ হওক বা অশুদ্ধ হওক, ব্যাকৰণৰ বাহ্ বিস্তাৰ ভাৰত তাতো একো নকৰ। আমি যোগ পৰ্য্যন্ত কষ্ট পাওঁ, দুৰ্ভিক্ষত খাবলৈ নাপাই মৰিএই যাওঁ, তেও একো হানি নাই, তাত তেঁও মাত মাতিলে বা সহায় কৰিলে কেনেবাকৈ ধৰ্ম্মৰ দোষে চুব। আমি খালত পৰি মৰোঁ। তেঁও চুলি নধৰে; ধৰ্ম্মে চুব পাৰে। মনুষ্য জাতিৰ জ্ঞানেই সকলো বিষয়ৰ মূল, মানুহৰ সাধিক কাৰ্য্য কিহেৰে হয় তাক জানিবৰ নিমিত্তেই জ্ঞান শিক্ষাৰ আৱশ্যক। এই জ্ঞান কেৱল বিদ্যাৰ দ্বাৰা উপাৰ্জ্জন হয়। আমাৰ বন্ধুএ ধৰ্ম্মৰ হাত সাৰি কেনেকৈকেনো বিদ্যাৰ আলোচনা কৰিব, কেনেকৈকেনো জ্ঞানৰ চৰ্চ্চা কৰিব, কেনেকৈকেনো সাহিত্যৰ উপকাৰ সাধিব, আমি একো বুজিব পৰা নাই। আমি আশা কৰোঁ। আমাৰ বন্ধুএ সকলো বিষয়তে আমাৰ সহায় হবলৈ পাছ ভাৰি নকৰিব। অথবা অন্য পত্ৰিকা খন আকৌ এবাৰ চাই সাৱটোকে সজাই লব।

নগাঁও ২৬ ফাল্গুন।<br>১২৯১। দীন<br>শ্ৰী—শৰ্ম্মা।

টীকা—সাম্প্ৰদায়িক ধৰ্ম্ম সম্বন্ধে আমি আন্দোলন আৰু মতামত প্ৰকাশ নকৰোঁ। যাৰ যি সাধ্য তাৰ বাহিৰে যোৱা অনুচিত আৰু অসাৰ্থক। কেৰ্কেটুৱাৰ বাঁহৰ পাত যেনে তেঁও আমাকো সেইৰূপ।—স, আ, ব.

# ৰহস্য।

## ( আসাম বন্ধুৰ ৭২ পিঠিৰ পৰা )

গৌৰীচন্দ্ৰে তামোল চোবাই আছিল। ওঁঠত চুণ লাগিছিল।—কাৰো ওঁঠত চুণ লগা দেখি নোকোৱাটো বৰ দোষ। গাপপাৰাই চৌধাৰীত কলে "বাপ! তোৰ ওঁঠত চুণ লাগিছে।" চৌধাৰীএ খঙকৈ তাক আৰু ধন দাঙিলে। তাতে যোগোৱাই কলে "কাকা! তাৰ মুখত চুণেই লাগক বা—লাগক আমাৰ কথা মানকে।—

২। হাজোলৈ মাধৱ মহীয়া অনেক যাত্ৰী যায়। এদিন মাধৱ মাক গোবেবী আন যাত্ৰীৰ লগত হাজোলৈ গ'ল। হাজোৰ দেৱালয়ৰ যে কি দেৱতা তাক মাধৱ মাকে নাজানিছিল। মাটিমন্দিৰলৈ গৈ জানিলে যে হাজো দেৱালয়ৰ দেৱতা মাধৱ। সকলো যাত্ৰী বেৰিজ্ঞা গোঁসাইৰ আগলৈ গ'ল পাণ্ডাই সকলোকে আঁঠু কাঢ়ি সেৱা কৰিবলৈ কলে। তাই আঁঠু না কাঢ়ি থিয় হৈ থাকিল। পাণ্ডাই সুধিলে "কিয় আঁঠু নাকাঢ়া।" গোবেবীএ কলে "বাপাৰ আয়ুঃ নষ্ট হব মই সেৱা কৰিব নাপাৰো"—পাণ্ডাই সুধিলে কিয়? গোবেবীএ কলে মোৰ আপোনাৰ নামো মাধৱ এই গোঁসাইৰ নামো মাধৱ। মই তাৰ আইএক হওঁ।—পাণ্ডাই চমৎকাৰ মানি একেই নির্বাদি দিলে।—আৰু দক্ষিণা নললে।—গোবেবীৰ কেনে প্ৰগাঢ় ভাৱ?

---

# ফঁকৰা ।

১। বাৰে হাত জানৰ তেৰে হাত কটা, ভাল মাৰিলি বাপৰ বেটা। পুঠি ধৰিছা পাছে পাছে বল, বৌ বৰালি সৰকি গ'ল ॥

২। ছল চাই কঠিয়া, পাৰিবা কলিয়া, গাত মেপেলাবা পানি। চুৰটৈক আনিবা, দেখুৱাই পুৱাবা, তাকেহে মাৰিবা জানি ॥

৩। জলত উপজি থলত বাস। ব্ৰহ্মা বিষ্ণুএ বোলে কিনো অদ্ভুত? মাকে চুলে জিজীয়ে পুত।

৪। শিল গোট উটি আছে জলৰ ওপৰে।
তাতে বহি গীত গায় মনুৱা বান্দৰে ॥

৫। তিনি খুলা খাই ভকত বোলায়।
সাত খুলা খাই মহন্ত ( দুই দেশ ) বেড়ায় ॥

৬। কন্যা এটী আছে ঘোৰ পঞ্চ বৰ্ণ ধৰে।
আশীষ দিবত যদি আশীৰ্ব্বাদ কৰে ॥

৭। ভকত ! ভিক্ষা দিও আহাঁ।
দহ সজিয়া ভেকোলা যদি আছে তাৰ কথা কোৱা।

৮। মুহুই ভুমুণী তুলি দিলে বোজা।
মপাচি মুঠামি হ'লগাই ওজা ॥

মন্তব্য। কোনো জনে ইয়াৰ অৰ্থ লেখিলে তাক ছপাত আপত্তি নাই। ( উদ্ধৃত )

---

# বঙালী।

আমাৰ দেশৰ পূব দক্ষিণ উত্তৰ কালে খামতী, চিংফৌ, নগা গাৰো, খাচিয়া, ভোট আবৰ প্ৰভৃতি পৰ্ব্বতীয়া জাতি। পশ্চিম কালে বঙাল দেশ।—গোৱালপাৰাৰ ইপাৰে হাদীবাচকী বা বঙাল হাট।—সেই পৰ্ব্বতীয়া জাতি বোৰক আমি যেনে ভাবে ভাবোঁ বঙালকো আমি সেই ভাবেই ভাবোঁ।—ইঁহতো বিদেশী, অসভ্য, অশুচি। সিঁহতো বিদেশী, অসভ্য, অশুচি। আমাৰ দেশৰ মানুহ আৰু সেই পৰ্ব্বতীয়া মানুহক এৰি পৃথিবীৰ আন যি মানুহ সেই সকলোৱেই বঙাল। বঙাল বুলিলেই অশুচি অপবিত্ৰ জাতি। এই কাৰণে কোনো আধুনিক কবিএ লেখিছে "দেশে সিংহসমা, বনে পশুসমা, দেশান্তৰে জম্বুকাঃ। আহাৰে বক-কাক-শূকৰ-সমাঃ ছাগোপমা মৈথুনে। ৰূপে মৰ্কটবৎ পিশাচ বদনাঃ বক্ৰাঃ খলা, দুৰ্জ্জনাঃ। বাঙ্গালা যদি মানুষা হৰি-হৰি, প্ৰেতাস্তদা কীদৃশাঃ॥"

মোৱামৰীয়াৰ বিদ্ৰোহৰ সময়ত আমাৰ দেশলৈ কাপ্তান ওৱেলস্ চাহাব আহে। তেওঁৰ লগত হিন্দুস্থানী সিপাহী আৰু বঙালী মানুহ আহে। মানক খেদি যেতিয়া ব্ৰিটিশ গবৰ্ণমেণ্টে এই দেশ ললে, তেতিয়া অনেক বঙালী আমাৰ দেশলৈ আহে।—অধিক কি আমাৰ দেশত ইংৰাজৰ অধিকাৰ হলেও আমাৰ সাধাৰণ মানুহে বঙালৰ দিন বুলিহে কয়। ব্ৰিটিশ পতাকাৰ লগত আৰু তাৰ পাছে কিছুমান দিনলৈকে যি বোৰ বঙালী আমাৰ দেশলৈ আহিছিল সেই সকলে আমাৰ মানত ইংৰাজৰ তলতে মৰ্য্যাদা ললে। বঙালী আৰু ইংৰাজৰ ভিতৰত আমাৰ মানুহে সইতে বঙালীৰেই সাক্ষাৎ

সাদৃশ্য। ইংৰাজৰ আচাৰ ব্যৱহাৰ আমাৰ দেশতকৈ বহু হাজাৰ মাইলৰ দূৰৈ। বঙালীৰ আচাৰ ব্যৱহাৰেৰে অনেক সাদৃশ্য।—এই কাৰণে বঙালী আচাৰ আমাৰ অনুকৰণীয় হল। কছাৰীৰ আমলা আৰু আন বিষয়া বঙালী। স্কুলৰ শিক্ষক বঙালী। স্কুলৰ ভাষা হ'ল বঙালী।—আমাৰ শিক্ষাৰ আদর্শ প্রায় সর্ব্ব প্রকাৰে বঙালী হ'ল।—আমাৰ নিজৰ দেশৰ লোক সকলে সেই সময়ত ইংৰাজৰ নিয়মে বড় অথবা লাগতিয়াল বিষয় পালিবলৈ অসমর্থ আছিল। ইংৰাজৰ নিমত সকলো কথাই লেখা পঢ়াৰ কাম। আমাৰ পূর্ব্বৰ বিষয়া সকলে সেই ৰূপ শিক্ষা পোৱা নাছিল। যি সকলে বিষয় কর্ম্ম কৰে, শিক্ষা দিয়ে, সেই সকলেই সমাজৰ নেতা। আমাৰ মানুহে সেই ৰূপ উচ্চ অৱস্থা সাধাৰণৰ লগত সদাই লগ লাগি থাকিব পৰা বিষয় সকলত বঙালীএই এক প্রকাৰে আমাৰ সমাজৰ নেতা হল। খোৱা, পিন্ধা ফুৰা, কথা-কোৱা, লেখা পঢ়া, খেমালি, সত্তাৰ-ৰক্ষা, বিলাস, আমোদ সকলো বিষয়তে বিদেশী বা বঙালী ৰীতি নীতি আৰু কার্য্য ক্রমে আমাৰ ভিতৰত সোমাল। উচ্চ শ্রেণীৰ লোকেই প্রথমে সমাজৰ নিয়ম পৰিবর্ত্তন কৰে। পুৰণি গুচাই ন কথা উলিয়ায়। পাছেহে সেই কথা সামান্য শ্রেণীলৈ বই যায়। সেইৰূপে ওখ থাকৰ লোকৰ ভিতৰতে প্রথমে পৰিবর্ত্তন সোমাবলৈ ধৰিলে। আদকবীয়া, চৈনাশাক খাৰৰ আঞ্জা, খড়িকাত দিয়া মাছৰ সলনি ডাল্না, কাৰি, চাট্নী, মোচাৰ ঘণ্ট, কালিয়া, কাবাব, পোলাও সোমাল। তিল-পীঠা, খোলা চাপৰি পীঠা, সান্দহ, দোৱা-ভজাচিৰা, কড়াই গুড়ী; পীঠা গুড়ী, কোমল চাউল, গুড়ৰ সলনি কটী, পুৰী, জিলিপী, সন্দেশ, মতিচুৰ, ছানাবড়া আছিল। কপালী

মুগা পাটৰ চুৰীয়া, বুকুচোলা, আঙা, বচোৰাল, বঙালী ধনীয়াৰ লগতে মলমল তাঞ্জৰ ধুতী, * কুৰ্তা কামিজ, যামি-য়ান, চাপকন চোলা, আমাসা, যোড়াশা, টুপী, শাল, কমাল জোতা মুজা, পাওজামা সোমাল। বিয়াহৰ ওজা ডাওনাৰ লগতে যাত্ৰা, বাই গান আহিল। হোলোৰ মাও, দোলা, ঘোড়াৰ লগতে পাৰ্মসে মাও, গাড়ী, পালকী আহিল। লীলা মালা, গুণমালা, স্যমন্ত-হৰণ, অসমীয়া পদ-পুথীৰ ঠাইতে আন বঙালী পুথী আহিল। সাঁচিপতীয়া পুথী চাপতে গল। পঁচি, চৌপট, বাঘবোল, ডটাগুটীৰ লগতে তাস, সতৰঞ্চ, "বেট বল" আহিল। আমাৰ দেশত ইমানে সি-জনৰ ঘৰত খোৱাৰ যি বাধা আছিল সি গুছিবলৈ ধৰিছে। তামোলৰ পৰিবৰ্ত্তে মলাদপাত হব ধৰিছে। পূৰ্ব্বে যি কাৰ্য্যত ৮ বেমু প্ৰায়শ্চিত্ত লাগিছিল সেই ৰূপ অনেক কাৰ্য্য বিলাক আৰু আমোদৰ কাৰ্য্য হ'ল। বঙালী ব্যাধি প্ৰকৃতি ম। ভূত মা প্ৰেত অনেক ব্যাধি আমাটৈ আহিল। চীনৰ বাসন বেলোৱাৰী বাসনৰ ব্যৱহাৰ বজাৰৰ মিঠাই ব্যৱহাৰ চলিল। পাহৰথা, দীঘল চুলি অথবা টিকী ৰখাৰ ঠাইত মূৰত শক চুলি হ'ল। গোঁফ দাড়ী ৰখাৰ ব্যৱহাৰ চলন হই আহিছে। কালৰ গতিত অনেক ন ন কথা আমাৰ মানুহে ল'ব অথবা কৰিব লাগিছে। অনেক বিদেশী অথবা বঙালী কথা আমাৰ ভিতৰত সোমাইছে। কেত বিলাক ভাবে আৰ্কো এনে ভাবে সোমাইছে যে হঠাৎ আমি এক্কিব মোৱাবেঁ।।

* নোট—এই কাৰণে একমা পণ্ডিতে কইছে। "মল-মল তাৰৰ ধুতীৰ বোকৃত হূঢ়ী টকা, চিৰা বনাতী জোতা। ইত্যাদি।

এই দেশলৈ আহিবলৈ বিদেশৰ লোকৰ পক্ষে তেনে সুযোগ নাছিল। ক্ৰমে অনেক সুবিধা বাঢ়িছে। যেতেকে সুবিধা বাঢ়িছে তেতেকে বিদেশী লোক সৰহ আহিব লাগিছে। আমাৰ মানুহো সৰহ পৰিমাণে বিদেশলৈ যাবলৈ ধৰিছে। আমাৰ মানুহেৰে সেই বোৰ মানুহৰ নানা কাৰ্য্যত ইমান লগা-লগা হইছে যে তাক গুছাব নোৱাৰি। যি বিলাক পৰিবৰ্ত্তন হইছে তাৰ অনেক বোৰ নিৰ্দ্দোষি। কিছু পৰিমাণে দূষণীয়ও আছে। যদিচ বঙালী বা বিদেশী লোকক আমি অতি অশুচি অপবিত্ৰ অসভ্য দেখোঁ আৰু ওপৰত দিয়া আধুনিক কবিৰ দৰে আমিও বিবেচনা কৰোঁ তথাপি অযাচিতে অজ্ঞাতে আমি সেই বোৰ বিদেশী নিয়ম লইছোঁ। মানুহে লোকক দেখি কাম কৰে সেই কাৰণেই আমিও সেই বোৰ দেখি কাম কৰিছোঁ। যি সময়ত আমি বিদেশী আচাৰ নীতি লও সেই সময়ত বিদেশী ভাৱ আমাৰ মাথাকে। সুগম, সুচল, সুবিধাৰ নিয়ম বা বিধানকে আমি ধৰোঁ।—ক্ৰমে ধৰিব লাগিছোঁ। এৰিব নোৱাৰোঁ। এই ৰূপ হোৱাতো আমি অনেক সময়ত দেখিবলৈ পাওঁ যে দুৰ্ভাগ্য বিদেশী বা বঙালী বিলাক তেও আমাৰ নামত ঘৃণিত।

আমাৰ দেশত এতিয়া যি সমস্ত লোক আছে সেই সকলোবোৰ যে আদিবাসি এনে নহয়। কোনোএ বা আজি, কোনোএ বা পাঁচ শ বছৰৰ পূৰ্ব্বে ইয়ালৈ আহি ইয়াৰ মানুহে সইতে মিহলি হইছে। নানা দেশৰ লোক আহি ইয়াত বসতি কৰি ইয়াৰ মানুহ হই পইছে। আমাৰ দেশৰ [illegible] ব্ৰাহ্মণ বহুত সকলোএ কণৌজপুৰ বা কাণ্যকুব্জৰ লোক বোলা বুলি কয়। অনেক ভাল ভাল লোকৰ কোনোএ

নদীয়া শান্তিপুৰৰ, কোনোএ বিক্ৰমপুৰৰ, কোনোএ নেপালৰ, কোনোএ জনকপুৰৰ, কোনোএ বেহাৰৰ শ্ৰীক্ষেত্ৰৰ পৰা অহা বুলি কয়।—এনে কওঁতে তেওঁ বিলাকে এনে গৌৰৱেৰে কয় যেন এই দেশৰ হীনাৱস্থা মুক্তি কৰিবলৈহে যেন তেওঁ বিলাক আহিছিল। পূৰ্ব্বকালত যি সকল বঙালী বিদেশী আমাৰ দেশলৈ আহিছিল সেই সকলক সেই কালৰ মানুহে আদৰ কৰি মাটী বাড়ী ছোৱালী দি পাতিছিল। ৰুদ্ৰ সিংহ স্বৰ্গদেৱে অনেক বিদেশী মানুহ আনি দেশত নানা কথা চলাইছিল আৰু পাতিছিল। আন আন ৰজা আৰু বিষয়া সকলেও বিদেশীক বৰ শ্ৰদ্ধা আৰু মৰম কৰিছিল। সেই কাৰণেই সেই সময়ত এই দেশলৈ অহা বিদেশী লোকে ইয়াত বসতি কৰিছিল। ইংৰাজৰ দিনতো প্ৰথমে অনেক বঙালী মানুহে আমাৰ দেশত বিয়া সম্বন্ধ কৰি যেনে তেনেকৈ অনেকে থাকিল। সেই কাৰণে আমাৰ দেশৰ অনেক ঠাইত গোভোজ ঘোষ, ৰামলোচন সেন, ভোলাই বসু, ভেবেৰা ওসওৱাল পোৱা যায়। ৰামৰম মুখোপাধ্যায় আৰু মাহুৰী মুণ্ডীৰ পুতেক, গোবিন্দ চন্দ্ৰ দাস, ৰতি সিং হত্ৰী আৰু চন্দ্ৰা কনিতামীৰ পুতেক চান্দ সিং এইৰূপ অনেক লোক আছে। সেই সকলে আমাৰ দেশৰ খেলত সোমাই বৰ চক খাই মিতিৰে কুটুমে ভালে আছে। এতেকে এইটো সিদ্ধান্ত কৰিব পাৰি যে বিদেশী বঙালী বুলি কাৰ্য্যতঃ আমাৰ মানুহে বৰ ঘৃণা নকৰে।

কিন্তু এনেই যদি দেখা যায় বঙালী বুলিলে আমাৰ মানুহৰ পক্ষে বৰ ঘৃণাৰ কথা। কিছু কাল পূৰ্ব্বে বঙালী কিছুমান অশিক্ষিত আৰু নীচ প্ৰকৃতিৰ লোকে আমাৰ দেশলৈ আহি অনেক সময়ত অনেক কুকাৰ্য্য কৰিছিল সেই

কাৰণেই বঙালীৰ প্ৰতি সাধাৰণৰ তেনে ঘৃণাৰ ভাব হ'ল। আৰু ইয়াৰ হ'ল যে কবিৰ কল্পনাই ঠাই পালে। সেই ভাব এতিয়াও উম্মোচিত হোৱা নাই। বঙালীৰ আচাৰ নীতি বহু অংশত্ৰে আমাৰ মানুহে নস্ন কিন্তু লোকক ঘৃণা কৰে। ইয়াৰ কাৰণ কেৱল সেইটো মাত্ৰ অনুমান হয়। ক্ৰমে বঙালী শিক্ষিত লোক বিলাক এই দেশলৈ আহিব, আমাৰ মানুহ বিলাক বিদেশলৈ যাব, আৰু শিক্ষাৰ দ্বাৰাই সংকীৰ্ণ ভাব বিলাক গুছিব আৰু ঈশ্বৰৰ পিতৃত্ব, মনুষ্যৰ ভ্ৰাতৃত্ব ভাব ব্যাপক হ'ব তেতিয়াহে দূষণীয় ভাব গুছিব। আমাৰ কৰ্ত্তব্য এইটোহে দেখা যায় যে বঙালীকো ভাই কৰাই যেন দেখোঁ।

হিমালয়ৰ গৰ্ভত উৎপত্তি হই ব্ৰহ্মপুত্ৰ নদ যেনে ৰূপে আমাৰ দেশেৰে বই গই পদ্মা নদীৰে লগলাগি সুবিস্তাৰ যেমনা নাম ধৰি মহাসমুদ্ৰত পৰিছে সেই ৰূপে আমি সংকীৰ্ণ ভাব এৰি বিদেশী বঙালীৰে মিহলি হই উন্নতি সমুদ্ৰত পৰো এই কথা সাব্যোগত কৰিব পাৰিলে দেশৰ মঙ্গল হয়।

আ, ব,

---

## গৰু ম'হ।

খেতিৰ প্ৰধান অঙ্গ বা সাধক গৰু ম'হ। আমাৰ দেশৰ প্ৰায় প্ৰজাই কৃষিজীৱি। বজাৰ পৰা প্ৰজালৈ সকলোৰে অলপ অচৰণ খেতি আছে। গোৱালীত চাইজনী কীনতি গাই, দুহাল গৰু, এহাল ম'হ, গুটীত, দুজনী ম'হ ধৰত, ভৰ্ত্তাল এটা হলেই আমি চহকি। তাৰে লগত থাকবলি ভাল বিলেক, দুসহনিলাক পাট মুগাৰ কাপৰ হলেই

সোণৰ ওপৰত সুৱগা। কৃষিজীৱিৰ পক্ষে গৰু মহ নিতান্ত প্ৰয়োজনীয়।

আমাৰ গৰুৰ অৱস্থালৈ চালেই আমাৰ খেতিৰ অৱস্থা জানিব পাৰি। আমাৰ দেশ অৰণ্যময়। ঘাঁহৰ কোনো অভাৱ নাই। তেও দুঃখৰ বিষয় এই যে গৰু বোৰ প্ৰায়েই চেৰেলা। হৃষ্ট পুষ্ট নহয়। শক, দুৰ্ব্বল, প্ৰায় উজলিত পাড়ি মৰা, চেঙ্গৰ চেং লগা। অথচ ম'হ কিলাক তাৰ বিপৰীত। ম'হ বোৰ ডাঙৰ, বলি, শকত আৰু বলৱন্ত। কিন্তু গাখীৰৰ পক্ষে হলে আন দেশৰে তুলনা কৰিলে ম'হবোৰ দুইও হীন। যেতিয়ালৈকে ইয়াৰ অৱস্থা ভাল কৰিব নোৱাৰি তেতিয়ালৈকে খেতিৰ অৱস্থা ভাল নহয়। তাৰ উন্নত অৱস্থা সপুনৰ দৰেই থাকিব। গৰুৰ দুৰৱস্থাৰ প্ৰধানকৈ দুটি কাৰণ। প্ৰথম—অকাল উৎপত্তি, দ্বিতীয়—গৃহস্থৰ অনাস্থাৰমতা আৰু অপ্ৰতিপালন। পশু পক্ষী নৰ সকলো প্ৰাণীৰে শিশু, যুবা, বৃদ্ধ, এই তিনি অৱস্থা। অৱস্থা ভেদে বল শক্তি কাৰ্য্য সকলোৰে ভেদ। আমাৰ দেশৰ মানুহৰ দৰে গৰুকো পূৰ্ণ বয়স নৌহওঁতেই সন্তান উৎপাদনত প্ৰবৃত্ত হবলৈ দেখা যায়। সেই কাৰণে তাৰ পোৱালি বোৰ শক আৰু দুৰ্ব্বল হয়। দুৰ্ব্বল হলেই সকলো প্ৰকাৰ ৰোগে আশ্ৰয় কৰে আৰু ৰোগি হলেই অল্পায়ু হয়। পাছে আকৌ এইৰূপ দুৰ্ব্বল প্ৰাণীৰ সন্তান হই ক্ৰমে অতি হীন হয়। যাৰ গৰু আছে সেই সকলে পশুপালন নাজানে বুলি কলেও দোষ নাই। গোহালিতে প্ৰায় বেলি ১১ বজা মানলৈকে গৰু থাকে। গোহালিৰ অৱস্থা অতি শোচনীয়। গোহালীৰ ওচৰতে গোবৰৰ ঢেঁকী, তাক সৰা পোঁচা নাই। আন খানা বা খাবৰ বস্তু গৰুক দিয়া দূৰৈত থাওক, বৰং ভাতৰ ফেণ চাউলৰ

যদি পুলকণকো দিয়া নহয়। ভাগ কেৱল বছেৰেকলৈ চতৰ বিহৰ দিনা দিয়া হয়। এনে মূল্যবান সম্পত্তি তাৰ ৰক্ষক প্ৰায়েই লৰা হোৱালী. সিহঁতে যদি গৰু ভালকৈ চৰালে ভাল, নাই নাই, গৃহস্থৰ মূৰ নাই। 'আপুনি নি খায় সেই মতুৰা আন কোনো বস্তু দিয়া নহয়। গৰুৰ তক্য এনে যে তাক আহৰণ কৰাত মনুএ মিচাকে মাতিব দিছে। এনে গৰুৰ তকা আহৰণ আমাৰ দেশত নাই। হালোৱা গৰু হালৰ পথা মেলি দি আৰু মূৰ লোৱা নাযায়। একে-বাৰে গধুলি অনা হয়। আমাৰ মানুহে গো সেবা গো প্ৰতিপালন ভালকৈ নাজানে সেই কাৰণেই কোনো এজন চিন্তাশীল লোকে কইছে "অসমৰ গৰু তোটৰ চৰ অতি জনত।" আমাৰ যি জনী কীৰতি গাইএ /৮০ তিনি পোৱা গাখীৰ দিয়ে সেই জনী বড় কীৰতি। ম'হৰ পক্ষে ও যদি গৃহস্থৰ সেই ৰূপ প্ৰতিপালন হই থাকে তথাপি সি তাকৰ জত। যথেষ্টা ক্ৰমে চৰে পুৱাই মেলি দিয়া হয়। তাকৰ মানুহে চৰায়। বনবীয়া বলিষ্ঠ ম'হৰ বাবাই ঘৰছিয়া ম'হৰ পোৱালী হয়। এই কাৰণে ইহঁত বলিষ্ঠ শকত তাকৰ আৰু কেশিষলৈ চিকুণ। ম'হৰ দৰে গৰুকো যদি খুটিৰ নিয়মে ৰখা যায় আৰু প্ৰতিপালনৰ নিয়ম উন্নত কৰা যায় গৰুৰ অৱস্থাও ভাল হব সন্দেহ নাই। প্ৰতিপালনৰ উপায় বিষয়ে পাছে লেখা যাব। ক

---

## নগৰ সাগৰ আৰু সাগৰ নগৰ।

কালৰ গতিত, নগৰ সাগৰ, সাগৰ নগৰ হয়।
ইতো পৃথিবীত চিৰ কাল কাৰো, সমভাবে নাহি যয়।

পাঠক! ওপৰত কোৱা কথা যে সঁচা ইয়াৰ ফল হাতে হাতে পাব পাৰি। কাৰো চিৰকাল সমানে নাযায়; গগণস্পৰ্শী গিৰি শৃঙ্গও ভূমিকম্পৰ দ্বাৰা সময়ত অতল সাগৰ ৰূপে পৰিণত হয়, আৰু অতলস্পৰ্শী-সাগৰ গৰ্ভও সময়ত নগৰ হৈ উঠে। নদ, নদী, সাগৰ-গৰ্ভত মনুষ্যৰ আবাস ভূমি হয়, আৰু অট্টালিকাদি সুশোভিত জনপদত মকৰ কুম্ভীৰাদি বাস কৰে; কালৰ গতিৰ মহিমা বুজা মনুষ্য-শক্তিৰ বহিৰ্ভূত।

তোমাৰ পূৰ্ব্ব পুৰুষ সকল দেশৰ ভিতৰত গণ্য মান্য আৰু অতুল সম্পত্তিৰ অধিকাৰী আছিল, তেঁও বিলাকৰ ইঙ্গিতত কাৰো সৰ্ব্বনাশ আৰু কাৰো সৰ্ব্বকাৰ্য্য সিদ্ধি হইছিল। কিমান গৃহস্থ তেঁও বিলাকৰ পৰা প্ৰতিপালিত হইছিল, হয়তো তুমি এতিয়া ভিক্ষাজীৱী; তুমি আজি পৰিচয় দিলেও তুমি যে তোমাৰ প্ৰতাপান্বিত পূৰ্ব্ব পুৰুষ বিলাকৰ বংশধৰ, তাক মানুহে বিশ্বাস নকৰে। অথবা তোমাৰ পূৰ্ব্ব পুৰুষ সকল নিতান্ত দুৰ্গত আছিল, কিন্তু তুমি এতিয়া দেশৰ ভিতৰত এজন গণ্য মান্য হৈ উঠিছা, তোমাৰ পূৰ্ব্ব অৱস্থা পাহৰি তোমাক সকলোৱে মান সন্মান কৰিছে, তোমাৰে সাক্ষাত আৰু কথা বাৰ্ত্তা হবলৈ পালেও অনেকে চৰিতাৰ্থ হইছে।

বহু দিন হোৱা নাই, আমাৰ আসাম-ৰজা কি আছিল আৰু আজি তেঁও বিলাকৰ সন্তান সন্ততি সকলৰ কি অৱস্থা হইছে। আসাম দেশৰ অসংখ্য প্ৰজাৰ ধন প্ৰাণ যাৰ হাতৰ মুঠিৰ ভিতৰত আছিল, যাৰ আজ্ঞা মাত্ৰ অসংখ্য সেনা সমৰাগ্নিত জাপ দিবলৈকো পৰাঙ্মুখ ন হইছিল, যাৰ আদেশত অসীম মহা প্ৰাণী বিনষ্ট হইছিল, তেঁওৰ সন্তানৰ আজি

দুৰৱস্থা দেখিলে তেঁও বিলাক যে সেই মহা প্ৰতাপান্বিত বংশৰ সন্তান তাক বিশ্বাস কৰাই টান।

আসাম এখনি ক্ষুদ্ৰ দেশ, এই দেশৰ কথা এৰি দি ভাৰতবৰ্ষ আৰু ইংলণ্ডৰ অৱস্থাৰ প্ৰতি মনোযোগ দিয়া। এই দুখন দেশ কি আছিল আৰু এতিয়া কি হইছে।

এক সময়ত ভাৰতবৰ্ষ পৃথিৱীৰ মুকুট স্বৰূপ আছিল, ভাৰতবাসীৰ কাৰ্য্য কলাপ পৃথিৱীৰ অন্যান্য জাতিৰ আদৰ্শ হইছিল, ভাৰতত কোনো বস্তুৰে অভাৱ নাছিল। ধন-সম্পত্তি, উৎসাহ, বীৰত্বত ভাৰত বাসী সমুদয় পৃথিৱীবাসী অপেক্ষা অগ্ৰগণ্য আছিল। শস্ত্ৰ বিদ্যা, শাস্ত্ৰ বিদ্যা বিজ্ঞান প্ৰভৃতিতো ভাৰত অদ্বিতীয়। ভাৰতৰ সমকক্ষ কোন আছিল? দয়া দাক্ষিণ্য, ৰাজনীতি, সমাজনীতি, সাহ, ধীৰত্ব, ৰণনৈপুণ্যাদি সদ্গুণত ভাৰতবাসী অলঙ্কৃত আছিল।

ভাৰত অসাধাৰণ দেশ। ভাৰতবাসী বিলাকে স্পৰ্দ্ধা কৰি নিজ মাতৃ ভূমি ভাৰতক সমুদয় পৃথিৱী বুলি উল্লেখ কৰি গইছে। বাস্তৱিক তেঁও বিলাকৰ এই উক্তি নিতান্ত অন্যায় নহয়, পৃথিৱীৰ ভিতৰত ভাৰতবৰ্ষৰ দৰে আচৰিত নাই। পৃথিৱীৰ নানা দেশত যি বিলাক নানা বিধ পদাৰ্থ আছে সেই সকলোকেই প্ৰায় ভাৰতবৰ্ষত পোৱা যায়। ভাৰত প্ৰকৃতিৰ ভৰ্ড়াল। চিৰ হিমাবৃত পৰ্ব্বত শৃঙ্গ, বিস্তৃত মৰুভূমি, ডাঙৰ নদী, সৰোবৰ, সোণ, ৰূপ, হীৰা মুক্তাৰ আকৰ, আফ্ৰিকাৰ অসহ্য গ্ৰীষ্ম, গ্ৰীণলণ্ড প্ৰভৃতি দেশৰ দৰে ভয়ানক শীত, ৰুশিয়া'ৰ দৰে সমতল ঠাই, আইস-লণ্ডৰ দৰে উষ্ণ প্ৰস্ৰৱণ, শীত আৰু গ্ৰীষ্ম প্ৰধান দেশৰ নানাবিধ ফল মূল, সহস্ৰ প্ৰকাৰৰ মানুহ, অনেক প্ৰকাৰৰ ভাষা, ভাৰতৰ বাহিৰে আৰু কোন দেশত আছে? এতেকে

সমুদয় পৃথিৱীৰ ভঁড়াল স্বৰূপ ভাৰতবৰ্ষকে পৃথিৱী বুলি নিৰ্দ্দেশ কৰা অন্যায় বুলিব নোৱাৰি।

ভাৰত প্ৰকৃতিৰ দুৰ্গ; সেই নিমিত্তেই বিদ্যা বুদ্ধি সম্পন্ন পৰাক্ৰমী আৰু পূজনীয় আৰ্য্য সকলে ভাৰতবৰ্ষত প্ৰথমতে উপনিবেশ সংস্থাপন কৰে। ভাৰতৰ উত্তৰে চিৰ হিমাবৃত হিমালয়, উত্তৰ পশ্চিম ফালে অলঙ্ঘ্য পৰ্ব্বত শ্ৰেণী, পূৰ্ব্ব সীমাও আসামৰ পূৰ্ব্ব সীমাস্থ পৰ্ব্বত আৰু নিবিড় অৰণ্য, দক্ষিণ ফালে মহা সমুদ্ৰ, এই চতুঃসীমাৰ ভিতৰৰ ঠাই ভাৰতবৰ্ষ। পুৰণি পুথীত ইয়াৰ যেনে বিবৰণ পোৱা যায়, তাক পঢ়িলে জানি যে আজি যদি ৰামচন্দ্ৰ, ভীষ্ম, যুধিষ্ঠিৰ প্ৰভৃতি আৰ্য্য প্ৰধান সকল চিন্তা-তন্দ্ৰৰ পৰা আধুনিক ভাৰতৰ চতুৰ্দ্দিগে পৰিভ্ৰমণ কৰে, তেনে হলে পূৰ্ব্বৰ ভাৰতবৰ্ষই যে এই দেশ তাক শপত খাই কলেও পতিয়াব নোৱাৰিব।

খৃষ্টাব্দৰ প্ৰায় ৩৫০ বৎসৰৰ পূৰ্ব্বে যেতিয়া মহাবীৰ সেকন্দৰ সাহ পাৰস্যাদি ৰাজ্য জয় কৰি, উপস্থিত হয়, তেতিয়া তেঁও ভাৰতৰ সমৃদ্ধি আৰু সভ্যতা দেখি একেবাৰে আচৰিত হইছিল। ভাৰত-বাসীৰ অতুলনীয় ৰূপ গুণ, বিদ্যা, বুদ্ধি, আচাৰ, ব্যৱহাৰ, সাহ, বীৰত্ব, আত্ম-গৌৰব আৰু নৃত্য গীতাদি সদ্গুণ আৰু সৎকাৰ্য্যত তেঁও মোহিত হইছিল। সেই সময়ত ভাৰতৰ মহা মহা নগৰ বিলাক সকলো প্ৰকাৰে অমৰাৱতী তুল্য আছিল।

চতুষ্পাদ জন্তুৰ ভিতৰত সিংহ যেনে শ্ৰেষ্ঠ, সেই দৰে ভাৰত-বাসী আৰ্য্য পুৰুষ সকলো পৃথিৱীৰ সকলো জাতিৰ ভিতৰতে সিংহবৎ শ্ৰেষ্ঠ আছিল, তেঁও বিলাকৰ মথাগ্ৰত আঘাত কৰে এনে কাৰো সাধ্য নাছিল।

ভাৰত যে এক সময়ত বিদ্যা বুদ্ধি সম্পন্ন সমৃদ্ধিশালী স্বাধীন ৰাজ্য আছিল এই কথা এতিয়া কবি কল্পনাৰ সদৃশ হইছে। বিদেশীয় বিলাকৰ কথাকে নকও আমাৰ স্বদেশীয়, স্বজাতীয় বিলাকেও ভাৰতৰ পূৰ্ব্ব গৌৰৱৰ কথা কবি কল্পনাত হে পেলাব খোজে।

খ্ৰীষ্টৰ ৫৫ বৎসৰৰ পূৰ্ব্বে যেতিয়া জুলিয়স সিজৰে ইংৰাজৰ দেশ বৃটন আক্ৰমণ কৰিবলৈ যায়, তেতিয়া বৃটন-বাসী বিলাকৰ দুৰবস্থা দেখি তেঁও বৰ লজ্জিত হৈছিল। তেঁও দেখিলে যে তেঁও বিলাকে যি বিলাক মানুহেৰে যুদ্ধ কৰিবলৈ আহিছে, সিহত অৰ্দ্ধ পশু আৰু অৰ্দ্ধ মনুষ্য, সিহঁতৰ ঘৰ পৰ্ব্বতৰ গুহা, কাপোৰ গছৰ বাকলী আৰু পশুচৰ্ম্ম, আহাৰ কেচা বা আধা পোৰা মঙহ, অলঙ্কাৰৰ পৰিবৰ্ত্তে শৰীৰৰ সকলো অঙ্গ প্ৰত্যঙ্গ কলা, ৰঙা, হালধিয়া ৰঙেৰে ৰঞ্জিত, মুখৰ আকৃতি বান্দৰৰ তুল্য, আৰু ভাষা ততোধিক দুৰ্ব্বোধ্য। কিন্তু আজি ইংলণ্ডৰ তুলনা দিবৰ ঠাই নাই। যেনে হীনাৱস্থা আছিল, এতিয়া তেনে অতুলনীয় উৎকৃষ্টাৱস্থা প্ৰাপ্ত হৈছে। যি ইংলণ্ডৰ পজা দেখি ৰোমান আৰু নৰ্ম্মাণ বিলাকে উপহাস কৰিছিল, সেই ইংলণ্ডত আজি গগণস্পৰ্শী প্ৰকাণ্ড প্ৰকাণ্ড অট্টালিকা ৰাজিৰ সংখ্যা কৰা কঠিন। যি ইংলণ্ডৰ কেচা মঙহেই উৎকৃষ্ট খাদ্য আছিল, সেই ইংলণ্ডত আজি কালি ইমানবিধ ৰাজযোগ্য উৎকৃষ্ট খাদ্যৰ ব্যৱহাৰ হইছে যে তাৰ নাম কই অন্ত কৰাই টান। ইংলণ্ড এতিয়া ইমান ঐশ্বৰ্য্যশালী হৈছে যে তাক পৃথিৱীৰ কোনো দেশেৰেই তুলনা দিব নোৱাৰি। ধন বোলা, সাহ বোলা, বীৰত্ব বোলা, সকলো গুণতে ইংলণ্ডবাসী বিলাকৰ সমকক্ষ জাতি পৃথিবীত নাই বুলিলেও অত্যুক্তি নহয়।

যি আমেৰিকা চাৰিশ বছৰ পূৰ্ব্বে অৰণ্যময় আছিল সেই আমেৰিকা এতিয়া উন্নতিশীল লোকেৰে পৰিপূৰ্ণ। অষ্ট্ৰেলিয়াৰো সেইৰূপ কথা। ফনিচিয়া, গ্ৰিস, ৰোম, কাৰ্থেজ, ট্ৰয় প্ৰভৃতি যি ৰাজ্য এক কালত অতি প্ৰধান আৰু আদৰ্শ স্বৰূপ আছিল সেই ৰাজ্যৰ এতিয়া নামো নাই। সময়ে সময়ে অনেক দ্বীপ সমুদ্ৰৰ গৰ্ভত লয় পাইছে। আৰু অনেক নন দ্বীপ সমুদ্ৰৰ মাজতে ওলাইছে। অনেক বিল খাল এতিয়া মাৰ গই ক্ষেতিৰ ঠাই হইছে। আমাৰ দেশৰ মাজুলীৰ যি ঠাইত আউনিআটী সত্ৰ আছিল, যি এখান নগৰৰ দৰেই আছিল সি এতিয়া লুইতৰ গৰ্ভত। আৰু যিঠাইত এতিয়া সত্ৰ হইছে সেই ঠাই অৰণ্যময় আছিল। কালৰ বিচিত্ৰ গতি। ৰথচক্ৰৰ গতি যেনে কালৰ গতি তেনে। কি নিয়মে এই সমস্ত ঘটনা ঘটে তাক কালৰো যি জন অন্তক তেঁওহে জানে। ইতি।

ন, পৰিবৰ্ত্তিত।

---

## মধুহাঁহি।

হাঁহা হাঁহা শিশু, হাঁহা পুনৰ্ব্বাৰ,
তব মধুহাঁহি পৰাণ আমাৰ
জুড়ায়; পুনৰ খিলি খিলি কৰি
হাঁহা প্ৰিয় শিশু হাঁহা আৰবাৰ।

মুক্তা প্ৰায় তব ক্ষুদ্ৰ দন্ত কিটী
ৰক্ত ওষ্ঠ মাজে কৰি প্ৰদৰ্শন,

নীলাব্জ বৰণ মেঘ কোণ ফুটি
দেখোৱা আমাক হসিত বদন।

কোনে কয় পদ্ম অতি শোভাকৰ?
গোলাপ কুসুম বৰণ অমল
শোভাময় কোনে কহয়; থাকোঁতে
শিশুৰ সহাস্য বদন কমল?

কিবা দৃশ্য আছে ঘোৰে মনোহৰ
শিশুৰ হসিত বদন সমান?
যদি আছে বোলে, বোলোক অপৰে,
আমি কিন্তু তাবি নাহি পাওঁ আন।

হাঁসা হাঁসা, শিশু, হাঁসা পুনৰ্ব্বাৰ,
তব মধু হাঁসি পৰাণ আমাৰ
জুড়ায়; পুনৰ খিলি খিলি কৰি
হাঁসা প্ৰিয় শিশু হাঁসা আৰবাৰ।

শ্ৰীত



# আসাম-বন্ধু।

মাসিক পত্ৰ।

"নচ জ্ঞানতৃ পৰং বলম্।"

প্ৰথম ভাগ।] বৈশাখ শক ১৮০৭, ইংৰাজী ১৮৮৫। [চতুৰ্থ সংখ্যা।


## আগৰ দিন এতিয়াৰ দিন।

### চতুৰ্থ অধ্যায়।

#### ৰাজধানী — ৰঙপুৰ নগৰ।

মুংবিং মুংজাও দেশৰ ৰজা চুকাফাই তেঁওৰ বংশৰ ৰজাৰ কৌন্ত্ৰৰ লগত বিৰোধ হোৱাত ভটীয়াই আহি দেশ জয় কৰিবলৈ ইচ্ছা কৰিলে। আহোমৰ উপাস্য দেৱতা চোম দেৱ, মুংকঙ দেশৰ ৰজাৰ হাতত আছিল। সেই চোম দেৱ দেৱতাক চুৰ কৰি মুংকঙ দেশৰ পৰা চুকাফাই আহিলে। বুঢ়া গোঁহাই, বড় গোঁহাই দুজন সেনাপতি আৰু মন্ত্ৰীএ সইতে ষতাল হাতী, ঘোড়া আৰু ১০৮০ মানুহ লগত লই চুকাফা ৰজা পশ্চিমৰ কালে আহিল, বাটত ন'বা পৰ্ব্বতীয়া নগা ইতে

তেওঁক অৱৰোধ কৰিছিল কিন্তু সেই সকলোকে চুকাফাই পৰাস্ত কৰি কামৰূপলৈ আহিল। তাতে কিছুদিন থাকিল। পাছে ক্ৰমে তিপাম, শলগুড়ী, হাবুঙ আৰু শিমলু গুড়ীত কিছু কিছু দিন থাকি শেষত চড়াই দেৱলৈ আহিল। সন ১২৩৮ ইংৰাজী আৰু ১১৬০ শকত সেই ঠাইতে নগৰ কৰিলে।

আহোম বিলাক পৰ্ব্বতীয়া মানুহ। পৰ্ব্বতীয়া লোকৰ প্ৰায় ওখ ঠাই-বৰত থকা অভ্যাস, সেই কাৰণেই আহোম ৰজা সকলে ঠাই-বৰত বাস কৰিছিল। ১৩২০ শকত চুডাফা ৰজা সিংহাসনত উঠিল। এওঁৰ দিনত ন'ৰা ৰজাই দেশ আক্ৰমিবলৈ আহে; পাছে চুডাফফাই ন'ৰা ৰজাৰে সইতে সন্ধি কৰে। এইজনা ৰজা এজন ব্ৰাহ্মণৰ ঘৰত সৰুতে প্ৰতিপালিত হৈছিল। আৰু সিংহাসনত উঠিও সেই ব্ৰাহ্মণক লগত লই নগৰলৈ আহিল। ব্ৰাহ্মণৰ আগৰ ব্যৱহাৰ আৰু ধৰ্ম্মৰ প্ৰতি ৰজাৰ মন ঢাল খোৱা আছিল। শত্ৰুৰ আক্ৰমণৰ হাত সাৰিবৰ অভিপ্ৰায়ে আৰু চড়াই দেৱৰ ব্ৰাহ্মণ ধৰ্ম্মৰ লোক তাকৰ হোৱাত চুডাফফা ৰজাই ১৩২৫ শকত চৰগুৱাত নগৰ কৰিলে। চৰগুৱা দিহীঙৰ ওচৰত। ক্ৰমে আহোমৰ পৰাক্ৰম বৃদ্ধি আৰু প্ৰায় কামৰূপ পৰ্য্যন্ত ৰাজ্য বিস্তাৰ হবলৈ ধৰিলে। চুহুমুঙ নামে এজনা ৰজাই দিহিঙ চাৰিঙ, তিপাম আৰু তুঙখাঙ নামে চাৰিখন নগৰ কৰি তাত তেওঁৰ চাকি জলা কোঁৱৰ পাতিলে। সেই কোঁৱৰ সকলৰ সন্তান সন্ততি সেই নগৰৰ নামেই পৰিচিত হ'ল। ১৪৬১ শকত চুহুমুঙ ৰজাক তেওঁৰ পুত্ৰ চুক্লেনমুঙে এটা মিমিৰাৰ হতুৱাই প্ৰাণ বধ কৰালে। আৰু নিজে সিংহাসনত উঠিল। চৰগুৱা নগৰত এই জনা ৰজা

থাকিবলৈ ইচ্ছা নকৰিলে। সেই ঠাইৰ যি কালনৈ তাৰ সেই কালেই যেন ভেঁও ভেঁওৰ-তেজ দেখে এনে হয়। [illegible] সকলোৰো অপ্ৰিয় হ'ল। আন এঠাইলৈ নগৰ নিবলৈ ইচ্ছা কৰি চুক্ৰেমমুঙে গড় গাঁওকে নগৰৰ উপযুক্ত দেখি তালৈ নগৰ নিলে। ৰজাৰ নগৰৰ চাৰিও কালে গড় বান্ধি নগৰ কৰাত নগৰৰ নাম গড় গাঁও হ'ল। গড় গাঁও নগৰৰ ক্ৰমে শ্ৰীবৃদ্ধি হ'ল। মীৰ জুম্‌লা নবাবে যেতিয়া এই দেশ আক্ৰমিবলৈ আহে তেতিয়া ইয়াৰ পৰা জয়ধ্বজ সিংহ ৰজা পলাই গইছিল।

অনেক বছৰৰ পাছত চামগুড়িয়া কৈবৰ চুলিকফা নামা ৰজা সিংহাসনত উঠে। এই জনা ৰজাৰ অত্যাচাৰৰ নিমিত্তে দেশৰ প্ৰধান লোক সকলে বিৰক্ত হই গদাধৰ কোঁৱৰক ১৬০৩ শকত ৰজা পাতিলে। এই সময়ত দেশত এক প্ৰকাৰ হুলস্থুল হোৱাত গদাধৰে বৰকলা নামে ঠাইত নগৰ কৰিলে। আৰু তাতেই সিৰুবী ঘৰত উঠিল। বৰকলা বৰ আহল ঠাই। সেই কাৰণে এই জনা ৰজাই মেটেকা নামে এঠাইত এখন নগৰ কৰে।

১৬১৭ শকত গদাধৰ সিংহ স্বৰ্গদেৱ স্বৰ্গী হোৱাত তেওঁৰ পুত্ৰ ৰুদ্ৰ সিংহ সিংহাসনত উঠিল। আৰু বৰকলাৰ পৰা নগৰ সেই মেটেকালৈ নিলে। আৰু এই নগৰৰ নাম ৰঙ্গপুৰ থ'লে। কামৰূপৰ ৰজা ভগদত্তৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষ পুৰ। তেঁও আৰকালি থাকিবলৈ ৰঙ্গপুৰ নামে এখন নগৰ কৰে। সেই নগৰ অদ্যাপিও প্ৰসিদ্ধ হই আছে। ৰুদ্ৰ সিংহ স্বৰ্গদেৱেও সেই অনুসৰি মেটেকাত কৰা নগৰৰ নাম ৰঙ্গপুৰ থ'লে। এই জনা ৰজাই এই নগৰৰ নিৰ্মাণ উন্নতি কৰিলে। এওঁৰ পাছতো শিৱ সিংহ প্ৰমত্ত সিংহ ৰাজেশ্বৰ

সিংহ স্বৰ্গদেৱে ইয়াৰ উন্নতি সাধে। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ মৃত্যুৰ সময়ত অৰ্থাৎ ১৬৯১ শকত ৰঙপুৰ নগৰৰ অৱস্থা এইৰূপ আছিল।

ৰঙপুৰ নগৰ দিখৌ বা দিখু নদীৰ একধাৰত। ই দীঘলে তিনি মাইল মান আৰু পথালিও এমাইল মান আছিল। ইয়াত ডাঙৰ আলি দুটা আছিল। সৰু সৰু আলিও কিছুমান আছিল। শ্ৰেণী বদ্ধে বজাৰ বা দোকান নাছিল। ৰজাৰ নগৰলৈ বোৱা আলিৰ কাষৰত মুসলমানৰ ঘৰ আছিল। সেই সকলৰ কোনো কোনো তিৰুতাই বজাৰত বীহা, মেখেলা, কাপোৰ, কেঁচ মণি প্ৰভৃতি বস্তুৰ পোহাৰ দিছিল। শাক পাচলি, চাউল, ধান, লোণ, তেল, শৰিয়হ, গুৱা প্ৰভৃতিৰ পোহাৰ নাছিল।

নগৰৰ সাধাৰণ লোক সকলৰ দোখোটলিয়া বা তিনি খোটলিয়া এটা বা দুটা ঘৰ আছিল। প্ৰায় লোকৰে ঘৰৰ একাষৰে তামোল, পাণ, আম, কঠাল, শাক পাচলিৰ বাৰী আছিল। সৰহ পৰিয়াল থকা চহকি মানুহবোৰে তিনিটাৰ অধিক ঘৰ আছিল। নগৰ বাসী লোক সকলৰ ঘৰবোৰ তেনে শ্ৰেণীবদ্ধ ৰূপে সজা নহয়। ৰজাৰ যি বিলাক বিষয়া নগৰত থাকে তেওঁ বিলাকৰ ঘৰ ৰজাৰ নগৰৰ পথা-দূৰৈত। ৰাজধানী নগৰৰ উত্তৰ কাষে ৰজাৰ নগৰ। ইয়াৰ চাৰিও কাষে ইটাৰ গড়। এই নগৰ দীঘলে এক মাইলৰ কিছু অধিক। এই নগৰ প্ৰবেশ কৰিবলৈ তিনি খন দুৱাৰ। দক্ষিণৰ ফালক বৰ দুৱাৰ, পূবৰ ফালক পানী দুৱাৰ, পশ্চিমৰ ফালক ন দুৱাৰ বোলে। উত্তৰ কাষে দুৱাৰ নাই। ধৰৰ পাছ, দেখি ঘৰকাৰেও বোলে। বৰ দুৱাৰ পাৰ হই পোনেই মানুহৰ ঘৰ পায়। সিপাহী, চেঁকেলা, বৰুৱা প্ৰভৃতি

ৰজাৰ কৰ্ম্মচাৰী সকল ইয়াত থাকে। ৰজাৰ বড় চ'ড়াৰ মুখত এটা বাট চ'ড়া। এই বাট চ'ড়া সোমাই বড় চ'ড়া পায়। ইয়াৰ চাৰিও কালে সুদা ঠাই। তাক খলা বোলে। এই খলাৰ কাণতে ফুকন বড়ুৱা কি আন যি সকল বিষয়াই ৰাতি জগা-ৰত থাকে সেই সকলৰ বহা ঘঃ পালি ঘৰ। বড় চ'ড়াত উঠি-ৰৰ পূৰ্ব্বে যি সকল বিষয়াই ভৰি ধোৱে সেই সকলৰ বহাও সেই ঠাইতে। এই ধোৱ ঘৰক পানীচোৱা ঘৰ বোলে।

বড় চ'ড়াৰ ভেটী বড় ওখ। এই ঘৰটো কেৱল খোটালিও। ই দীঘলে চুপে লইতে ১২০ হাত আৰু পথালীয়ে কাষিৰে লইতে ৪০ হাত। বড় চ'ড়াৰ পৰা কিছু দূৰৈত ৰজাৰ চৌল বা গড় ভিতৰ। ইয়াৰো চাৰিও কালে প্ৰাচীৰ। ইয়াত প্ৰবেশ কৰাৰ তিনি খন দুৱাৰ। প্ৰথম ওঁবিকা দুৱাৰ। ইয়াক পাৰ হই দোলা কাসৰিয়া চ'ড়া। ইয়াত দোলা কাসৰিয়া আৰু সেই সকলৰ অধ্যক্ষ প্ৰহৰি স্বৰূপ থাকে। বড় দুৱাৰৰ অধ্যক্ষ দুদুৰা চোৱা বড়ুৱা। এওঁৰ অধীনতে নিৰ্দ্দিষ্ট কৰ্ম্মচাৰীএ সময় নিৰূপক দবা কোবায়। গড় ভিতৰৰ উজনী আৰু নামনীত দুখান দুৱাৰ। ইয়াক চাউডাঙৰ দুৱাৰ বোলে। ৰজাৰ চাউডাঙ বা অস্ত্ৰধাৰী, প্ৰহৰি আৰু ৰক্ষক থাকে। এই চাউডাঙৰ দুৱাৰৰ উজনী খনক কাদুগঁয়া দুৱাৰ, শিশিৰী দুৱাৰ আৰু মাটী ঘৰৰ দুৱাৰো বোলে। নামনী খনক কমলা বড়ীয়া দুৱাৰো বোলে, গোঁসাই ঘৰীয়া দুৱাৰো বোলে। উজনী খন দুৱাৰে ফুকন বড়ুৱাৰ বৈমী 'সকল গড় ভিতৰলৈ যায়। এই দুৱাৰে গলেই কুঁৱৰী সকলৰ চৌল পায়। নামনী খন চাউডাঙৰ দুৱাৰে গলে গোঁসাই ঘৰ পায়। পৰ্ব্বতীয়া গোঁসাই প্ৰভৃতি ৰজাৰ গুৰু কেইজনা এই পিনে যায়। ওঁবিকা দুৱাৰেই গড় ভিতৰৰ প্ৰধান পথ। চাউডাঙ দুৱা-

আন কৰ্ম্ম হিন্দুবোৰেই কৰে। পাছলৈ যেতিয়া বহুলোকে হিন্দু ধৰ্ম্মত আদৰি দীক্ষিত হ'ল আৰু হিন্দু আচাৰ ব্যৱহাৰ ল'লে তেতিয়া কৈৱৰ্ত্ত কলিতা প্ৰভৃতি জাতিৰ লোকেই সেই সেই কাৰ্য্য কৰিব পৰা হ'ল।

বৰ ঘৰ, তলাতল ঘৰ আদি যি পকী ঘৰ সেও ৰজাৰ নগৰৰ ভিতৰতে; ৰজাই তাত থকা নকৰিছিল। কেৱল সময়ে সময়ে তালৈ গৈছিল। এই দুটি বৰ উৎকৃষ্ট প্ৰকাৰৰ ঘৰ। ৰজাৰ খোৱা, শোৱা, ৰজকেলোলী কৰা প্ৰভৃতি সকলো কাৰ্য্যৰ নিমিত্তে এই ঘৰ প্ৰস্তুত। এই দুটি ঘৰ ছিলে আচৰিত চাবৰ নিমিত্তে কোনো আশ্চৰ্য্য স্থান নাছিল। ৰজাৰ হাতী ঘোঁৰা যিবোৰ নিতান্ত আৱশ্যকীয় সেই বোৰ ৰজপুৰ নগৰৰ ভিতৰতে আছিল। আন বোৰ নগৰৰ বাহিৰে ৰখা হৈছিল।

সাধাৰণৰ শিক্ষাৰ নিমিত্তে কোনো বিদ্যালয় নাছিল। ফুলেশ্বৰী কুঁৱৰীৰ যি পঢ়াশালী সেও ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত প্ৰায় নাই বুলিলেই হয়। নগৰৰ ভিতৰত বিষয়া সকলৰ কোনো কোনো জনাৰ ঘৰতে বা আঁতৰত ছাত্ৰৰ শালী আছিল। তাৰ কতো ১০ জন কতো ২০ জন ছাত্ৰ আছিল। এই ছাত্ৰ শালাৰ সংখ্যা জানিব নোৱাৰি। ছাত্ৰ শালাত প্ৰায় ব্ৰাহ্মণৰ ল'ৰাই পঢ়ে। কচিৎ কায়স্থ, কলিতা, আহোম জাতিৰ বিষয়াৰ ল'ৰাই পঢ়ে। অসমীয়া ভাষা শিক্ষাৰ কোনো পাঠশালা নাছিল। মাটীৰ পীৰাৰ ঘৰ কাকতি আৰু মজুমদাৰৰ ঘৰৰ ল'ৰা কিছুমানে শিক্ষা কৰিছিল। শিল্প বিদ্যা, গীত, বাদ্য প্ৰভৃতি শিক্ষাৰ নিৰ্দ্দিষ্ট ঠাই নগৰত নাছিল। সেই সেই ব্যৱসায় কৰা লোকৰ খেলে খেলে মানুহ বোৰে নিজৰ ঘৰতে বা গাওঁত সেই সেই বিদ্যা শিক্ষা কৰিছিল। ৰজপুৰৰ উজনী আৰু নামনীত দুখান

ধনে দান, ধনে মান, ধনে ধর্ম্ম হয়।
যদি ধনী জনে নাহি জ্ঞান উপার্জ্জন॥
প্রথমতে জ্ঞান আর্জ্জে করিয়া যতন।
তবে সে ধনীর হয় সফল জীবন॥
ধনবান নর যদি হোয়ে অজ্ঞান।
সেহি ধনে করে নানা পাপ আচরণ॥
কালি, ভাঙ্গ, মদ খাই রোগগ্রস্ত হয়।
কিম্বা বেশ্যা সেবি করে সেহি ধন ক্ষয়॥
চিরকাল রোগ ভুঞ্জি অন্তে যমালয়।
যাস্ত মহা দুঃখে থই পুত্র ভার্য্যা চয়॥
কিম্বা খেলি পাশা দ্যুতো তাচ্ আর কড়ি।
আর আর আন পাপ কর্ম্ম সমাচরি॥
ইহলোকে অপযশ আর দুঃখ ভোগ।
নরকে পচয় অন্তে গৈয়া যমলোক॥
কিম্বা সেহিজন হয়া অত্যন্ত কৃপণ।
ধন সাঁচি কষ্টে করে কালক যাপন॥
কৃপণর মনে সুখ নাই কদাচন।
সদাই ভাবনা থাকে চোরে নিব ধন॥
চন্দুকত ভরি কিম্বা মাটির তলত।
পুতিয়া রাখন্ত ধন করিয়া যুগুত॥
পরকো লোন্নারে নিব ভুতুরে আপুনি।
সেই ধন পাই চোর হয় মহা ধনী॥
পোতন্তে থাকন্ত কিম্বা পৃথিবী মধ্যন্ত।
কিম্বা দাহ করে অগ্নি লাগিয়া ঘরত॥
কিন্তু যদি জ্ঞানী হয় ধনবান জন।
তাঁহার পুণ্যর কথা নাযায় কথন॥

ধন ত্যজি কৰে সেহি শুদ্ধ যোগী জন।
দৰিদ্ৰৰ দৰিদ্ৰতা কৰয় মোচন ॥
দেশৰ উন্নতি কৰে স্থাপি বিদ্যালয়।
পথিকৰ হেতু পথে থানে জলাশয় ॥
থানে থানে সাজি দিয়ে বিশ্ৰাম মন্দিৰ।
বাটৰুৱাই সুখ পেলে হৈ ভাত থিৰ ॥
বৈদ্যশালা আদি স্থাপে ব্যয় কৰি ধন।
যত দানে তুষ্ট ৰাখে গাঁৱা ভূঁঞা গণ ॥
পৃথিবীত পুণ্য কৰ্ম্ম আছয় যতেক।
ধনী যদি জ্ঞানী হয় আচৰে ততেক?

প, শ,

---

## শঙ্কৰ দেৱৰ ৰচনা—সীতাস্বয়ম্বৰ নাটক।

সুবিখ্যাত কুসুম্বৰ ভূঁঞাৰ ঘৰত শকাব্দা ১৩৭১ শকত শঙ্কৰ দেৱৰ জন্ম হয়। তেওঁ এই দেশতে সংস্কৃত ভাষা শিক্ষা কৰি বিদেশলৈ যায়। তাৰ পৰা আহি বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰে। সেই সময়ত সংস্কৃত ভাষা শিক্ষা কেৱল ব্ৰাহ্মণৰ মাজতে আছিল। সাধাৰণ লোক সকল অশিক্ষিত আছিল। আমাৰ ধৰ্ম্ম পুস্তক সকলোবোৰ সংস্কৃত ভাষাত লেখা। সেই কাৰণে ধৰ্ম্ম বিষয়ক কথা আৰু ধৰ্ম্মও সেই কালত অতি অলপ লোকে জানিছিল। সাধাৰণ লোক সকল অজ্ঞান-সমুদ্ৰত পৰি আছিল বুলিলেও হানি নাই। ধৰ্ম্ম প্ৰচাৰেই শঙ্কৰ দেৱৰ মুখ্য ব্ৰত। পাছে এই

কাৰ্য্যত বিঘ্ন জন্মে এই কাৰণে তেঁও তেওঁৰ পৈতৃক পদ আৰু বিষয়কো ত্যাগ কৰিলে। ধৰ্ম্ম প্ৰচাৰৰ নিমিত্তে তেঁও নানা উপায় কৰিছিল। সাধাৰণৰ মাজত ধৰ্ম্ম প্ৰচাৰ হবৰ কাৰণে তেঁও সৰল ভাষাৰে ভাগৱত, পুৰাণ প্ৰভৃতি নানা গ্ৰন্থ অনুবাদ কৰি প্ৰচাৰিছিল। মাধৱ দেৱ, নাৰায়ণ দাস প্ৰভৃতি তেঁওৰ শিষ্য সকলেও তেওঁৰ উপদেশ আৰু আদৰ্শ অনুসৰি সেই ৰূপ উপায় কৰিছিল। পুস্তক পাঠ আৰু আলোচনা কৰি আৰু নানা স্থানলৈ শিষ্য পঠাই তাৰ দ্বাৰাই তেঁও ধৰ্ম্ম প্ৰচাৰ কৰিছিল। ৰাম, কৃষ্ণৰ কোনো কোনো বিৱৰণ তেঁও নাটকৰ আকাৰে ৰচনা কৰি অভিনয় কৰিছিল। এইৰূপ অভিনয় কৰোঁতে গীত বাদ্যৰ ব্যৱহাৰ হোৱাত সাধাৰণৰ মন একেবাৰে আকৃষ্ট হইছিল। ধৰ্ম্মকথাৰ আলোচনা অতি নীৰস আৰু পুস্তক পাঠো তিমান সুলভ আৰু সুগম নাছিল। এইৰূপ নাটকৰ অভিনয় কৰাৰ দ্বাৰাই ৰাম কৃষ্ণৰ প্ৰধান প্ৰধান কাৰ্য্য আৰু চৰিত্ৰ, সকলোৰে প্ৰিয় আৰু আলোচ্য হ'ল।

উক্তনীত চতুৰ্ব্বিধ ধৰ্ম্ম প্ৰচাৰ কৰি শঙ্কৰদেৱ কামৰূপৰ পাটবাউসীলৈ গ'ল। তাতো সেইৰূপ নিয়মেৰে কৃষ্ণ গুণ আৰু নাম প্ৰচাৰিলে। তাৰ পৰা কোচবেহাৰলৈ গই তাতো সেইৰূপে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিলে। তেঁওৰ প্ৰিয় শিষ্য সকলেও তেঁওৰ [illegible] যোগ দান কৰিছিল। তেঁওৰ প্ৰচাৰ [illegible] দেখা গ'ল। হৰিভক্তি আৰু হৰিনাম সাধাৰণৰ মনলৈ গ'ল। সেই সময়ত মানুহৰ যি নাম ৰখা হৈছিল সি অতি নীৰস আছিল। কিন্তু শঙ্কৰ দেৱৰ প্ৰচাৰৰ অল্প পাছতে ভাল ভাল নাম দিয়া হল। মানুহৰ আচাৰ পবিত্ৰ আৰু নিৰ্ম্মল হ'ল। কালক্ৰমে ১৪৯১ শকত কোচবেহাৰত শঙ্কৰ দেৱে মানৱ দেহ পৰিত্যাগ

কৰিলে। তেঁওৰ ধৰ্ম্মই মূল মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম্ম নামে পৰিচিত হ'ল। শঙ্কৰ দেৱে সীতা স্বয়ম্বৰ, পাৰিজাত হৰণ, ৰুক্মিণী হৰণ প্ৰভৃতি সাত খানি নাটক ৰচনা কৰে। ভাগ-ৱত আৰু কোনো কোনো পুৰাণ আৰু পৌৰাণিক বিবৰণ সংস্কৃতৰ পৰা অনুবাদ কৰে। এই সকল অনুবাদ একেবাৰে শ্লোকে শ্লোকে প্ৰকৃত অনুবাদ নহয়। অনেক ঠাইত ভাব মাত্ৰ ৰখা হইছে। কীৰ্ত্তন, দশম নামে দুইখানি গ্ৰন্থও সেইৰূপ সঙ্কলিত বিবৰণ মাত্ৰ। শঙ্কৰ দেৱৰ জন্ম আমাৰ দেশৰ আলী পুখুৰী, টেম্বুৱাণী বা বড়দোৱাত। বড়দোৱাৰ শিলি-খাতে আউজি তেঁও কীৰ্ত্তন ৰচনা কৰে। আমাৰ দেশেই তেঁওৰ লীলাৰ স্থান। আমাৰ দেশতেই তেঁও ধৰ্ম্ম প্ৰচাৰ কৰে। আমাৰ মানুহেই তেঁওৰ প্ৰচাৰিত "কৃষ্ণ কৃষ্ণ ৰাম ৰাম" নাম লইছে। কোচবেহাৰৰ সিফালে তেঁওৰ প্ৰচাৰ কাৰ্য্য যোৱা নাই, উজনী, কামৰূপ আৰু বেহাৰেই মহাপুৰুষীয়া সকলৰ "তিনি ৰাইজ"। এতেকে তেঁওৰ পুস্তক সকলো আমাৰ অসমীয়া পুথী। কিন্তু সেই পুথীৰ ভাষালৈ চালে এইটো ঠাৱৰ জানি যে ভাৰতবৰ্ষৰ যি যি জাতিৰ সংস্কৃত ভাষাই মূল সি সি জাতিৰেই শঙ্কৰ দেৱৰ পুস্তক সকল সম্পত্তি। সেই সকলে অতি অল্প শ্ৰমতে তাক বুঝিব পাৰে। সেই ভাষাই সেই সময়ৰ "সাধু ভাষা" অৰ্থাৎ সাধু সমাজৰ ভাষা।

শঙ্কৰ দেৱে যি বোৰ নাটক ৰচনা কৰিছে সেই বোৰৰ ভাষা তেনে নহয়। অধিক কি, সেই আদৰ্শ লই তেঁওৰ শিষ্য আৰু আনে সেই সময়ত আৰু তাৰ পাছে যি যি নাটক ৰচনা কৰিছে তাৰ ভাষা হিন্দুস্থানী। প্ৰকৃত পক্ষে মৈথিলী বা ত্ৰিহুতী ভাষা মিশ্ৰিত ব্ৰজ ভাষা। বৃন্দাবনতেই প্ৰথমে কৃষ্ণ

লীলা নাটকৰ অভিনয় হয়। ৰাম লীলাৰ অভিনয়ও সেই অঞ্চলতে। হিন্দুস্থানত দুৰ্গোৎসৱৰ সৰ ৰাত্ৰিত যি ৰামলীলা হয় সেইটো আমাৰ শঙ্কৰ দেৱে প্ৰচাৰিত ভাওনাৰ দৰে। আমাৰ ভাওনাৰ নেতা সকলে যেনেকৈ শৰীৰত বৰ্ণ দি আৰু প্ৰাচীন পৰিচ্ছদ আৰু বেশ অনুকৰণ কৰে তাতো সেইৰূপ। এতেকে সেই আদৰ্শেই শঙ্কৰ দেৱে ভাওনাৰ অভিনয় এই দেশত চলালে।

তেওঁৰ প্ৰথম বয়সত পদ্য আৰু নাটক ৰচনাৰ ৰুচি হয়। নানা দেশৰ ইতিহাস আৰু অবস্থাত এই কথাৰ বিশেষ প্ৰমাণ পোৱা যায়। ক্ৰমে পদ আৰু নাটকৰ দ্বাৰা ভাষাৰ প্ৰতি যেতিয়া সাধাৰণৰ মন যায় তেতিয়া গদ্য গ্ৰন্থৰ সৃষ্টি হ'বলৈ ধৰে।

আমি ওপৰত কইছো, শঙ্কৰ দেৱৰ নাটকৰ ভাষা ব্ৰজ ভাষা মিশ্ৰিত মৈথিলী ভাষা। তাৰ লগত উড়িয়া ভাষাৰো অনেক কথা মিহলি আছে। প্ৰতি ৰচনতে তাৰ উদাহৰণ পোৱা যায়। এজন অসমীয়া পণ্ডিতে কইছে "অটে বাঢ়ে বটে গৌড়ে (বঙ্গে) মিথিলায়াঃ থিক থিক" "আকা উকাচ সৌমাৰে, কামৰূপে হেবি হেবি।" প্ৰকৃতে সীতা-স্বয়ম্বৰ প্ৰভৃতি নাটকৰ ৰচনাত এনে "থিক" শব্দ অনেক ঠাইত পোৱা যায়। প্ৰাচীন কালত নাটকৰ ভাষাই এইৰূপ আছিল। "তোহোৰ, মোহোৰ, যাকেবি কয়লি, ঐসন ভেল, হামাৰ, বৈসে" প্ৰভৃতি কথা তীৰথ, অঞ্চলত প্ৰচলিত। ভাণ্ডক, যাণ্ডক, প্ৰভৃতি শঙ্কৰ দেৱৰ কথা উড়িষ্যা দেশত চলিত। এইৰূপ ভাষাৰে নাটক ৰচনা কৰি যে শঙ্কৰ দেৱে আমাৰ দেশৰ সম্পত্তি কৰিলে এনে নহয় ব্ৰজ ভাষাৰ যি যি ঠাইত আদৰণীয় আৰু আদৰ্শ সি সি ঠাইৰ লোকৰো সেই সমস্ত গ্ৰন্থ আৰু ৰচনা সম্পত্তি।

পশ্চিমৰ ফালে ভাট নামে একদল ব্যবসায়ী লোক আছে। এই ভাট হিন্দু আৰু মুসলমান দুই জাতিতে আছে। হিন্দু ভাটক ব্ৰহ্মভাট, মুসলমান ভাটক ৰাজভাট বোলে। ভাট বিলাকে নানাবিধ পদ্য আৰু গীতছন্দে পৌৰাণিক কথা, ইতিহাস, গ্ৰাম নগৰাদিৰ বিবৰণ গাই শুনায়। সেই সমস্ত বিবৰণ অতি উত্তম। শঙ্কৰ দেৱৰ আৰু তেঁওৰ পাছৰ নাটক ৰচয়িতা সকলৰ নাটকত এইৰূপ ভাটৰ উক্তি পোৱা যায়। এই উক্তিক ভটীমা বোলে। শঙ্কৰ আৰু মাধৱৰ নানা সময়ৰ ৰচিত অনেক ভটীমা পুথীৰ আকাৰেৰে সঙ্কলিত হইছে। এনে অনেক ভটীমা আছে যাক শঙ্কৰ বা মাধৱে বা এই দেশৰ আনে ৰচনা কৰা বুলি আমি বিশ্বাস কৰো কিন্তু ভাটীৰ পৰা যি ভাট আমাৰ দেশলৈ আহে তাৰ মুখে সেই ভটীমা শুনা যায়। "প্ৰাতুঃ সময়ে যশোৱা জননী, মুখ চুম্বই শ্যাম জগাৱনকো উঠ মেৰি লাল, মদন গোপাল ইত্যাদি।" আমাৰ ভটীমা পুথীত এইটো ভটীমা থকাত আমি তাক শঙ্কৰ দেৱে কৰা বুলি জানিছিলো। পাছে ভাটীয়লীয়া ভাটৰ মুখে এই ভটীমা শুনি এনে অনুমান হয় পশ্চিম অঞ্চলৰ ভাটৰ উক্তিকে অনেক সময়ত শঙ্কৰ দেৱে অবিকল গাইছিল আৰু পুথীতো সে-ৰূপেই অবিকল তোলা হইছে। কোনো কোনো ভটীমাত সংস্কৃত কাব্যৰ কোনো কোনো অংশ অবিকল উদ্ধৃত কৰা হইছে। যেনে জয়দেৱৰ গীতগোবিন্দৰ "গোপীপীনপয়োধৰমৰ্দ্দিতনিৰ্দ্দয়কৰযুগশালি।"

এইৰূপ হলেও শঙ্কৰ দেৱে তেঁওৰ ৰচনাৰ দ্বাৰা সুন্দৰে কৃতকাৰ্য্য হইছে। তেঁওৰ পদ্য পুথী ব্যৱহাৰ নহয় আমাৰ এনে কোনো সকাম নাই। তেঁওৰ পদ্য পুথীৰ অনেক ৰচনা

আৰু তাৰ আমাৰ পণ্ডিত কি চহা সকলোৰে কণ্ঠত শুনা যায়। খড়িকটীয়াই খড়ি কাটোঁতে ডোমে মাছ মাৰোঁতে, বিয়া, সভা, উৎসৱ সকলোতে শঙ্কৰ দেৱৰ পদ ব্যৱহৃত। তেঁওক যি বিলাকে মানাযে সেই বিলাকেও সেইৰূপ কাৰ্য্যত তেঁওৰ পদ ব্যৱহাৰ কৰে। তেওঁৰ পুথী সাহিত্য বুলিলেও বা কি, ধৰ্ম্মশাস্ত্ৰ বুলিলেও বা কি, একে ৰূপে আমাৰ দেশত আদৰণীয়। শঙ্কৰ দেৱে সীতা-স্বয়ম্বৰ পাৰীজাত-হৰণ ৰুক্মীণী-হৰণ প্ৰভৃতি সাত খানি নাটক ৰচনা কৰে। তাৰে সীতা স্বয়ম্বৰ নাটক খানি তেজপুৰৰ শ্ৰীযুত হৰি বিলাস গুপ্ত দ্বাৰা ছাপা কৰা হই প্ৰচাৰিত হইছে। এই জনাই অনেক পুৰনি পুথী সংগ্ৰহ কৰি মুদ্ৰিত কৰিছে। আমাৰ পুৰণি পুথি বোৰ এইৰূপে মুদ্ৰিত আৰু প্ৰচাৰিত হলে দেশৰ অনেক উপকাৰ হয়। আমাৰ সকলো লোকে এই কাৰ্য্যত প্ৰচাৰকক সাহায্য কৰা উচিত। এই নাটক কেতিয়া ৰচনা কৰা হয় তাৰ নিৰ্ণয় নাই। ইয়াৰ শেষত মুক্তি মঙ্গল ভটীমাত লেখা আছে।

"ৰামক পৰম ভকতি ৰস জান।
" শ্ৰীশুক্লধ্বজ নৃপতি প্ৰধান।
" ৰামক বিজয় কৰাবুত নাট।
" মিলব তাহে বৈকুণ্ঠক বাট।"

ইয়াৰ দ্বাৰা কোঁচবেহাৰৰ শুক্লধ্বজ বা চিলাৰায় ৰজা বা দেৱানৰ অনুমতি মতে এই নাটক ৰচিত আৰু অভিনীত হইছিল। ১৪২০। ২৫ শকত শঙ্কৰ দেৱ উজনীৰ পৰা ভটিয়াই গই পাটবাউসীত বাস কৰে। ১৪৫০ শকত নৰনাৰায়ণ ৰজা কোঁচবেহাৰৰ সিংহাসনত উঠে। এওঁৰে ভাতৃ শুক্লধ্বজ। শঙ্কৰ দেৱৰ মৃত্যু ১৪৯১ শকত হয়। সেই এ হলে ১৪৫০

আৰু ১৪৯১ শকৰ মাজৰ কোনো সময়ত এই নাটক ৰচনা কৰা হয়।

সংস্কৃত নাটকৰ সূত্ৰধাৰ প্ৰধান নেতা। শঙ্কৰ দেৱৰ নাটকতো সেই সূত্ৰধাৰ এজন প্ৰধান নেতা। হিন্দু নাটক মাত্ৰতে সূত্ৰধাৰৰ প্ৰাধান্য। নবদ্বীপৰ ভাৰতচন্দ্ৰ কৱিএ ১৬৭৪ শকত চণ্ডীনাটক নামে যি নাটক ৰচে তাতো সূত্ৰধাৰ আছে। সূত্ৰধাৰে নাটকৰ বিবৰণ প্ৰথমে প্ৰকাশ কৰে। যি নেতা যেতিয়া প্ৰবেশ কৰে, যি কৰ্ম্ম আৰু কৰে তাক সূত্ৰধাৰে সূচাই দিয়ে। এই নাটকত প্ৰথমে সূত্ৰধাৰে নান্দী গাই নাটকৰ বিবৰণ কোৱাৰ পাছত ৰামলক্ষ্মণ, সীতা আৰু সখী দশৰথ ৰজা প্ৰবেশ কৰে। পাছত সশিষ্যে বিশ্বামিত্ৰ ঋষি প্ৰবেশ কৰি দশৰথ ৰজাত ভিক্ষা মাগে। ৰজাই ভিক্ষা দিম বোলাত ঋষিএ কিছু দিনৰ কাৰণে ৰামলক্ষ্মণক তেঁওৰ যজ্ঞ ৰক্ষাৰ কাৰণে নিব খোজে। দশৰথ ৰজাই এই কথা শুনি অমান্তি হ'ল। তাতে ঋষি মহা অসন্তুষ্ট হই কোপিত হয়। পুত্ৰ বৎসল দশৰথ ৰজাই যি ৰূপে ঋষিৰ লগত পুত্ৰক পঠাব লাগিব বুলি মূৰ্চ্ছিত হইছিল আৰু ঋষিএ যি ৰূপে কোপ প্ৰকাশ কৰিলে তাক শঙ্কৰ দেৱে অতি সংক্ষেপে ভালকৈ বুঝাই দিছে। দশৰথ ৰজাৰ চৰিত্ৰ আৰু পূৰ্ব্বকালৰ ঋষি সকলৰ বিশেষতে বিশ্বামিত্ৰ মুনিৰ হঠাৎ ক্ৰোধৰ পৰিচয় পোৱা যায়। পূৰ্ব্ব কালৰ ঋষি সকলে দহ হাজাৰ বৎসৰ বায়ু ভক্ষণ কৰি তপস্যা কৰে অথচ অকস্মাৎ কাম ৰিপুৰ বশীভূত হয়। অনেক প্ৰাচীন ঋষি সকলৰ বিষয়ে এই ৰূপ কথা আছে। বিবাহৰ সময়ত সীতাৰ মুখচন্দ্ৰিমা নিৰীক্ষণ কৰি বিশ্বামিত্ৰৰ অনুষ্মাই তাৰ পৰিচয়।

সীতা সাধ্বী আৰু তেঁওৰ অতি কষ্টতো ৰামৰ প্ৰতি অবিচলিত প্ৰেম। পূৰ্ব্বজন্মৰ পৰা এই প্ৰেম চলিছে। ৰামচন্দ্ৰে যেতিয়া ধনু ভাঙিবলৈ ধনু হাতত লয় তেতিয়া তেঁওৰ পাছে কষ্ট হয় এই ভাবি সীতাৰ যেনে উগুল থুগুল হইছিল তাক শঙ্কৰ দেৱে সুন্দৰে দেখাইছে। ৰামৰ সত্য-প্ৰিয়তা, পিতৃভক্তি, গুৰুভক্তি, বীৰত্ব আৰু প্ৰেম, দশৰথৰ পুত্ৰবৎসলতা, সীতাৰ নিৰ্ম্মল সাধু পতিব্ৰতা গুণৰ পৰিচয় কৰিএ দেখুৱাত কৃতকাৰ্য্য হইছে। আদ্যোপান্ত ৰামায়ণ পঢ়িলে ইয়াৰ কোনো কথাত লড় চড় পোৱা নাযায়। সাতকাণ্ড ৰামায়ণ পঢ়ি যেনে যাৰ চৰিত্ৰ মনত অঙ্কিত হয়, সেই চৰিত্ৰ শঙ্কৰ দেৱে এই ক্ষুদ্ৰ পুথী খনিতে দেখুৱাইছে। এই নাটকত অনেক বিবৰণ পদেৰেও কোৱা হইছে। যি বিলাক সংস্কৃত শ্লোক এই নাটকত আছে সেই বোৰ অতি মধুৰ। আৰু গীত বোৰো সেইৰূপ কোমল আৰু সংক্ষেপ। এই নাটক আমাৰ দেশৰ যি সকলে অভিনয় কৰে সেই সকল অশিক্ষিত আৰু চহা। যদি শিক্ষিত সমাজত উন্নত আৰু শিক্ষিত প্ৰকাৰে ইয়াৰ অভিনয় হয় তেন্তে সি নিসংশয়ে আৰু উন্নত ভাব ধাৰণ কৰিব। আ, ব,

---

# আসামৰ উন্নতি কিমান।

ভাই অগ্ৰণীয়া, গমি চোৱা চোন,
উন্নতি তোমাৰ কিমান হল।
ইংৰাজৰ ৰীতি, ইংৰাজৰ নীতি,
শিকাত সময় কিমান গ'ল। ১।

ইংৰাজী পোশাক, ইংৰাজী আহাৰ,
ইংৰাজৰ চিন, হইছে সব।
কিন্তু ইংৰাজৰ, জ্ঞান বুদ্ধি বল,
একতা উদ্যম, ক'ত নো তব? ২।
ইংৰাজী "মেজাজ," ইংৰাজৰ চোলা,
ইংৰাজৰ টুপি, ইংৰাজী খোজ।
ইংৰাজৰ কাঁটা, ইংৰাজী চামচ,
খাইছা অনেকে, লুকাই ভোজ। ৩।
ইংৰাজী পাতলুন, ইংৰাজৰ জোতা,
ইংৰাজী দস্তানা, ইংৰাজী মাত।
আৰ্য্যৰ উপাধি ঘিণ কৰি এড়ি,
খুজিছা হবলৈ, ইংৰাজী জাত'। ৪।
আজি ধৰা ধামে ইংৰাজ ব্ৰাহ্মণ
দ্বিজ পাদোদক মুক্তিৰ হেতু,
দ্বিজ পদ ৰজঃ সৰ্ব্বৰোগ নাশে
দ্বিজ পদ সেৱা ভৱৰ সেতু। ৫।
আৰ্য্য কুল জাত, আৰ্য্য সুত তুমি,
আৰ্য্যৰ নিয়ম, এড়িলা কিয়?
ইংৰাজৰ গুণ লব নোৱাৰিলা
ইংৰাজী দোষকে কৰিলা প্ৰিয়? ৬।
ভাই অসমীয়া, গমি চোৱাচোন,
উন্নতি তোমাৰ কিমান হল!
ইংৰাজৰ ৰীতি, ইংৰাজৰ নীতি,
শিকাত সময় কিমান গ'ল। ৭।

---

আৰ্য্য কুল ধৰি মাত্ৰ পাঁচ বেশি
আৰ্য্য নাম শুনি লাগে সে কিস ? ১।
আজি আৰ্য্য জাতি অতি অদ্ভুত
সি হেতু এড়িছা আৰ্য্যৰ চিন ? ২।
লোৱা ৰাজ বেশ, লোৱা ৰাজ ভাষা,
বেজাৰ আমাৰ একনো নাই।
কিন্তু কোৱা চোন, ইংৰাজী মাহাত্ম্য,
ইংৰাজী বৰণ, ক'ত নো তাই ? ৩।
উদ্দেশ পত্ৰিকা, ইংৰাজী পতাকা,
নগৰে নগৰে উড়াই দিছে।
এতিয়া ইংৰাজ জগতৰ গুৰু,
ইংৰাজৰ ভুল ক'তো নিমিলে। ৪।
ইংৰাজৰ দেশ পুণ্যভূমি আজি,
বিজ্ঞানৰ বলে ভুৱন-জয়ী
শিশিকি বিজ্ঞান অজ্ঞান আঁধাৰে
আহা অসমীয়া পতিত হই। ৫।
বিলাতী কাপোৰ পিন্ধিছা যদিবে
কৰিতে প্ৰস্তুত শকতি নাই।
উন্নতি উন্নতি কৰি দিন ৰাতি
ধুম বাঁধি ধুদা কৰিছা হাই। ৬।
ইংৰাজী চামচ ইংৰাজৰ কাঁটা
ইংৰাজী কটাৰি লইছা কৰে।
ইংৰাজী চাবোন প্ৰিয় বৰ তল
না জানা কেনেকৈ মুণ্ড কৰে। ৭।
তাই অসমীয়া গধি চোৱাচোন
উন্নতি তোমাৰ কিমান হ'ল।

ইংৰাজৰ ৰীতি, ইংৰাজৰ নীতি,
শিকাত সময়, কিমান গ'ল। ৮।

---

ভাই অসমীয়া, দেশ বাসী মোৰ,
চকু মেলি চাই, কিয় যে দেখা?
গোটাই ভাৰত, জাগৰিত আজি,
টোপনি যাম নে আমিহে একা? ১।
ভাৰত বৰ্ব্বৰ আন আন জাতি
উন্নতি সোপানে বাঢ়িছে আগ।
সম্পদ সভ্যতা পাব সি বিলাকে
আমি সো কেলেই নৰ্ম্মও ভাগ? ২।
যিবাটে দি গই, আন ভাৰতীয়ে
দেশৰ উন্নতি কৰিছে কুৰি,
সেই বাটে গ'লে অৱশ্যে আমাৰো
ছিগিব টৌটুৰ বিপদ জৰি। ৩।
মন্ত্ৰৰ সাধন শৰীৰ পাতন
ন কৰিলে কেও সিধি না পায়।
উদ্যম নহলে কাঁইট মুচুলে
মুকুতা গোলাপ পোত্ৰা না যায়। ৪।
আৰ্য্যৰ নিয়ম, আৰ্য্যৰ ধৰম,
শিকা যতনেৰে, আৰ্য্যৰ ভাষা।
অনাৰ্য্য সভ্যতা, শিকা হানি নাই,
নলৰা আচাৰ ধৰম নাশা। ৫।
আৰ্য্যৰ পুৰাণ, আৰ্য্য ভাগৱত
শ্ৰুতি, স্মৃতি, বেদ, যতনে পঢ়া।

আৰ্য্য শিল্প বোৰ, যতনেৰে শিকা,
দেশকো শিকোৱা, যন্তৰ * গঢ়া। ৬।
ভাই অসমীয়া, গমি চোৱাচোৱা,
উন্নতি তোমাৰ কিমান হ'ল।
ইংৰাজৰ নীতি, ইংৰাজৰ ৰীতি,
শিকাত সময় কিমান গ'ল। ৭।

---

আমি অসমীয়া, গৰব আমাৰ,
স্বৰ্গৰ মামনী থাকত থকা,
ভাটিৰ প্ৰদেশ ম্লেচৰ মুলুক
ভাটিৰ মানুহে অনাৰ্য্য পকা! ১।
আসাম বঙ্গাল, স্বৰগ নৰক,
অসমীয়া দেৱ বঙ্গালি ভূত।
উড়িয়া মাদ্ৰাজী, পঞ্জাবী নেপালী,
মৈথিলী বেহাৰী নৰক-দূত। ২।
এনে অহঙ্কাৰে গোলিছে আসাম,
আমি অসমীয়া মৰিছোঁ হায়।
নাজানোঁ কেতিয়া এনে অজ্ঞানতা
গুছিব আমাৰ কিনো উপায়? ৩।
সকলোকে এৰি, আমি অসমীয়া,
সাগৰ মন্থনে বাচিছোঁ আগ।
অসন্তৱ আশা কৰিছোঁ মনত
আনক দিদিম সুধাৰ ভাগ। ৪।
নাজানো পুৰাণ, বুৰঞ্জি নাবানোঁ,
নিচিনো আপোন ককাই ভাই,

* যন্ত্ৰ।

কৰোঁ মৰামৰি, পাড়োঁ মানা গালি,
আর্য্য সুত গণে মৰম নাই। ৫।
হায় কেতিয়ানো আমাক সুমতি
পৰম ঈশ্বৰে দিবনো বুলি?
দিমনো কেতিয়া ভাৰত-সন্তানে
ভাই বুলি সুধা মুখত তুলি! ৬
হায় কেতিয়া নো আর্য্য সুত গণে
সহোদৰ বুলি কৰিম লেখ?
হম নো কেতিয়া উড়িয়া বঙ্গালি
মৈথিলী বেহাৰী, সইতে এক? ৭।
ভাই অসমীয়া, গর্ম্মি চোৱাচোন
উন্নতি তোমাৰ কি মান হল।
ইংৰাজৰ ৰীতি, ইংৰাজৰ নীতি,
শিকাত সময় কিমান গ'ল।

গো, না, দা। *

---

# আমাৰ মানুহ।

অতি পূর্ব্বে আমাৰ দেশেৰে আন দেশৰ লোকৰ চলাচলৰ উপায় বড় অসুচল আছিল। বাট পথ ভাল নাছিল, চোৰ ডকাইতৰ ভয় আছিল। নাৱেৰে অহাযেনাবো বড় কষ্ট আছিল। গুৱাহাটীৰ ভাটী হাতীমুৰাৰ ওচৰত দুইতৰ দুইও পাৰে ছুটা পাক বা ওভোতনী আছিল। ইয়াৰ

* এই প্রবন্ধত আর্য্যশব্দৰ ব্যাপ্তি কিমান ভাক জনা টান হইছে। স.

নাম " লাহ বিলাহ পাক " সেই সময়ত নৌকা পথে অহা যোৱাৰ এনেই অসুবিধা তাতে আকৌ এই দুটা ভয়ানক বাধা। গুৱালপাড়াৰ ভাটী পগলাটেকৰ পৰা আমাৰ দেশলৈ অহা দুইও পাৰে পৰ্ব্বত ; অনেক ঠাইত পানীৰ বাৰু টান। পগলাটেক লাটুমাৰ শিল, সৰাই পৰ্ব্বত শঙুণ চুঁচী-যোদ্ধা, পানীখাইতী, তাতীমৰা, ধনপুৰ, শিঙ্গৰী, শিলঘাট. ৰুদ্রেশ্বৰ প্রভৃতি শিলৰ পানী বড় টান আছিল। মাত্রেবে উজাই অহা বড় উজু নাছিল। এনেকি যে গুৱাহাটীৰ পৰা ৰঙ্গপুৰলৈ যি পুৰুষে নৌকা বাই তিনিবাৰ উজাই গইছে সি দুৰ্ব্বলী বুলি গণ্য হইছিল আৰু ছোৱালী নাপাইছিল। বাবে আকৌ হাবি আৰু বাটবো জেমে দুগম নাছিল। এই কাৰণে বিদেশী লোকৰ চলাচল তিমান নাছিল। যি আহিছিল সি প্ৰায় আৰু দেশলৈ উভতি নগাইছিল। মীৰ-জুমলা প্রভৃতি বিদেশীয় আক্রমণকাৰীএ যে পৰাস্ত হই যোৱা সুগ্রীৱ পৰা জানি, তাৰ ইও এটা কাৰণ। বঙাল দেশৰ ফালে যে কামৰূপক ডাকিনী যোগিনীৰ ঠাই সিংহে বিচৰণ কৰা তিৰুতাৰ ৰাজ্য বুলি প্রবাদ আছে তাৰো এই কাৰণ অনুভৱ হয়। দেশৰ এইৰূপ অৱস্থা হোৱাতো ৰাজেশ্বৰ সিংহ স্বর্গদেৱৰ দিনত ইয়াৰ প্রজা সংখ্যা ২৪ লক্ষ বুলি কোৱা আছে। মৱাণৰ উপদ্রৱতে অনেক লোক ভাগে। সেই সময়ত মানুহ দাতীয়ে দুৱাৰে গ'ল। বঙাল দেশ-লৈকো অনেক গ'ল। প্রজা ইমান কমিল যে চাৰিটা মানুহৰ ঠাইত তিনটা মানুহে এটা গোট পাইক হ'ল। ইয়াৰ দ্বাৰা এইটো সিদ্ধান্ত কৰিব পাৰি যে পাইক খটা লোকৰ চাৰি ভাগৰ এভাগ মানুহ দেশৰ পৰা আন ঠাইলৈ গই অথবা মৰি নষ্ট পালে।

মোৱামৰীয়া বা মৰাণৰ উপপ্লৱৰ পৰা দেশ সুখিৰ মৌচঁওতেই মানৰ আক্রমণ আৰু দেশ ভগম হ'ল। এইবাৰ প্রজাৰ অশান্তিৰ সীমা নোহোৱা হ'ল। অনেক লোক ভাগি ভটীয়াই গ'ল, অনেক লোকক মানে মাৰিলে আৰু অনেক লোক মানে বন্দী কৰি লই গ'ল। দেশ উছন্ হোৱাৰ দৰে হ'ল। হাবীৰ মাজত অনেক ঠাইত গাওঁৰ পুখুৰীৰ বাড়ীৰ চিন দেখি। অনেক সমাজ আৰু খেল শূন্য হ'ল। শিল্পকৰ লোকৰ খেল ভাগিল বা উপান্ত হ'ল। প্রজাৰ ইমান ক্ষয় হ'ল যে ব্রিটিশ গবর্ণমেণ্টে যেতিয়া দেশ ললে, তেতিয়া যদিচ ভগনীয়া লোকক ঘুৰি দেশলৈ আহিবলৈ আজ্ঞা প্রচাৰ কৰা হইছিল তথাপি সমুদায় দেশৰ প্রজা সংখ্যা বাৰ লক্ষ মানহে আছিল। এইৰূপ প্রজা ক্ষয়ৰ কাল কেবল দুকুড়ী মান বছৰ।

ব্রিটিশ শাসনৰ নিমিত্তে দেশত পথ ঘাট ভাল হইছে। বামে কি নাৱে যোৱা অহাৰ বড় সুবিধা হইছে। এনেকি গোটেইখান দেশৰ ইমুৰলৈ আহি ঘুৰি সিমুৰলৈ যাওঁতে আজি কালি দহদিনেই অধিক। কালৰ বিচিত্র গতি! যিঠাইত আগেএ বড় সঙ্কট আছিল সেই বোৰো প্রায় সুচল হইছে। ব্রিটিশ মূল ধনেৰে অৰণ্যময় প্রদেশ বোৰ ভাল হইছে। চাহৰ কৃষি আৰু বাণিজ্যৰ দ্বাৰা দেশৰ মহৎ উপকাৰ হইছে। চাহবাড়ী বোৰ এতিনিও গবর্ণমেণ্টৰ আন অনেক বিভাগ সৃষ্টি হইছে দেশৰ আয় উৎপন্নৰ বেহা বেপাৰৰ অনেক বাট ওলাইছে। সেই কাৰণে বিদেশৰ পৰা ক্রমে ক্রমে লোক আহিছে। যদিচ কিছুমান আকৌ বিদেশলৈ গইছে তথাপি অনেক লোক এই দেশতে ৰই গইছে। ইয়াৰ দ্বাৰা প্রজাসংখ্যা বৃদ্ধি হ'ব লাগিছে।

এতিয়া আমাৰ প্ৰজাসংখ্যা প্ৰায় ২০ লক্ষ বুলিব পাৰি। আমি আশা কৰিছোঁ তলত লেখা তিনটা কাৰণৰ নিমিত্তে আমাৰ প্ৰজাসংখ্যা ক্ৰমে সৰহ হ'ব।

প্ৰথম—আমাৰ দেশৰ মাটী উৰ্ব্বৰা; খাজানা কম আৰু এই মাটীভোগ কৰোঁতে আমাৰ চুবুৰিয়া বঙাল দেশৰ দৰে অধিক ব্যয় নালাগে। আমাৰ হাবি মাটী অনেক। অল্প আয়ত্তে তাক ভাঙ্গি লোকে খেতি কৰিব পাৰে। অতি কম হলেও আমি আমাৰ হাবি মাটীবে প্ৰায় এতিয়াৰ সমান প্ৰজা চহকি কৰিব পাৰোঁ। মুঠতে কৰ লাগিলে আমাৰ মাটী সাস্তা।

দ্বিতীয়—আমাৰ দেশত শিল্পকৰ আৰু বনকৰা শ্ৰমজীবী যি আছিল তাৰ অনেক নষ্ট পাইছে। এতিয়া চাহবাড়ী, ৰেইলওৱে প্ৰভৃতি বিভাগত কাম কৰিবলৈ বিস্তৰ লোকৰ প্ৰয়োজন। আৰু এনে লোকৰ প্ৰয়োজন যি উন্নতৰূপে কাৰ্য্য কৰিব পাৰে। আমাৰ তেনে অসমীয়া মানুহ নাই। যি আছে সি ধন লই পৰৰ চাকৰি কৰাৰ অভ্যাস নথকাৰ কাৰণতে হওক বা অহঙ্কাৰ এলাহৰ বশবৰ্ত্তী হোৱাৰ কাৰণতে হওক বা আপোনাৰ পৰিয়াল পালি আন কাম নকৰিবলৈ ইচ্ছুক নোহোৱাতে হওক অথবা বহু অভাৱ নোহোৱাতে হওঁক এতিয়া ম'কে ওলোৱা কাম কৰিব নোখোজে। আমাৰ মাটী সাস্তা। প্ৰায় লোকেই খেতিয়ক। প্ৰজাই আপোনাৰ যি মাটী আছে তাৰে খেতি কৰি যি অলপ অভাৱ আছে তাক নাবি থাকে। যদিচ পূৰ্ব্বতকৈ আমাৰ মানুহৰ অনেক অভাৱ বাঢ়িছে তথাপি এই পৰিমাণে বঢ়া নাই যে আনৰ কাম কৰে। খেতি কৰি যি পায় তাতেই আমাৰ অধিকাংশ লোক সন্তোষ। যি দেশত মাটী সাস্তা

আৰু কেতিয়াক লোকৰ সংখ্যাই বি অলপ সৰহ, সেই দেশত আন কাৰ্য্যে ঠাই নাপায়। আমাৰ দেশৰ মাৰুত কৃষিৰ ইমান প্ৰভাৱ যে ধোবা, নাপীত, চমাৰ, কমাৰ, কুমাৰ প্ৰভৃতি-এও জাতীয় ব্যবসায় এড়ি কেতি কৰে। আমাৰ যি অলপ শিল্প আছে সিও কেবল সামান্য অভাৱ মোচনৰ উপযোগী মাত্ৰ। দেখি শুনি এতিয়া বেপাৰ কৰা আৰু উচ্চ শ্ৰেণীৰ লোকৰ যিৰূপ শিল্প যন্ত্ৰৰ আৱশ্যক সেইটো আমাৰ নাই। সুতৰাং ভিন্ন দেশৰ পৰাহে তেনে মানুহ আহিব লগীয়া হইছে। ভাল মিস্ত্ৰী বা বাঢ়ৈ চমাৰ, কমাৰ, ৰাজ মিস্ত্ৰী সকলো বিদেশী লোক। এইবোৰ মানুহ নহ'লে আমাৰ সমাজ এতিয়া থাকিব নোৱাৰা হইছে। চাহৰ কুঠী আৰু ৰেইলওৱে প্ৰভৃতিত যেনে যেনে বন কৰোঁতা লোক লাগে তেনে লোক আমি যোগাব নোৱাৰোঁ। সেই বোৰ মানুহো বিদেশৰ পৰা আহিব লগীয়া হইছে। যি সকলক সেই বোৰ লোক লাগে সেই সকলৰ ধন সৰহ। আন ঠাইৰ পৰা লোক আহিলে সৰহ ধন নিদিলে মানুহ নাহে এই কাৰণে সেই সেই শ্ৰেণীৰ লোকে সৰহ ধন পায়। এই হকে আমাৰ দেশত কাম আৰু কাম কৰা মানুহ মৰগ; ধন সাস্তা। আমাৰ দেশত মিস্ত্ৰী বাঢ়ৈ, কুলী প্ৰভৃতিৰ যিমান মাহিলি উৎপন্ন ভাটী দেশত তৃমাহতো তিমান নাপায়। বস্তুও আমাৰ দেশত মৰগ। এতিয়া দেখি শুনি আমাৰ যি অভাৱ হইছে সেই অভাৱ মোচন কৰিবলৈ যি যি বস্তু লাগে তাক কিনোতে আমি ভাটী দেশতকৈ অপেক্ষাকৃত সৰহ ধন দিওঁ। অকল যে সেই বস্তুৰ মূলধন আৰু তাৰ বিয়াজ বা উৎপন্ন দিও এনে নহয় তাৰ ওপৰত আৰু কিছু দিওঁ। এতিয়া যিৰূপে দেশত উন্নত কাৰ্য্য আৰু ব্যবসায় চলিবলৈ ধৰিছে তাৰ দ্বাৰা

ক্ৰমে বিদেশী লোক আমাৰ দেশলৈ আহিব যে তাৰ সংশয় নাই।

তৃতীয়—আমাৰ দেশত বিবাহৰ নিয়ম ঢিলা হোৱাৰ কাৰণে বিদেশীয় লোকে বসতি কৰিবলৈ সুচল পায়। দেশীয় লোকে ছোৱালী খুজি বিয়া বাক কৰাওঁতে অনেক ব্যয় কৰিও কেতিয়াবা কৃত কাৰ্য্য নহয়। কিন্তু বিদেশী লোকে প্ৰায় তেনে অকৃত কাৰ্য্য নহয়। ইয়াৰ কাৰণ এই যে আমাৰ কোনো শ্ৰেণীৰ মানুহতকৈ বিদেশীয় সেই শ্ৰেণীৰ প্ৰায় মানুহৰ উৎপন্ন সৰহ। আমাৰ মানুহে বিদেশীয় লোকেৰে মিতিৰ কৰিবলৈ তেনে বৰ বেয়া যেন প্ৰায় নাপায়। অনেক সময়ত জাতি বা কুল মৰ্য্যাদাকো কাতি কৰি থই কাকো কাকো মিতিৰ কৰা দেখা যায়।

ওপৰত যি কাৰণ দেখুউৱা গ'ল তাৰ দ্বাৰা এইটো নিশ্চয় জানি যে আমাৰ দেশৰ প্ৰজা সংখ্যা বৃদ্ধি হব'ৰ বৰ সুগম উপায় হইছে। আমাৰ দেশলৈ ভিন্ন দেশৰ লোক আহিবৰ যিমান সুগম উপায় হ'ব তিমান ভাল। আমাৰ মানুহে বিদেশলৈ যিমান যাবলৈ সুবিধা পাব তিমান ভাল। বিদেশীয় লোকৰ প্ৰতি আমাৰ বিবাহৰ নিয়ম দৃঢ়ৰূপে চলাব পাৰিলে দেশৰ আৰু উন্নতি হয়। আমাৰ দেশকে সংকোচ মাৰি ধৰি থাকিলে আমাৰ উন্নতি তিমান শীঘ্ৰে আৰু ভালকৈ নহয়। বিদেশীয় লোকে সইতে পৰস্পৰ সকলো বিষয়তে সহায় দিয়া দি কৰিলে আমি উন্নতিৰ বাটেত ভালকৈ যাব পাৰোঁ।

অ., ৰ.

---

শুদ্ধনী—১৩২ পৃ. ২১ পংক্তিত "এডিমিও" ৰ স্থলত "এডিমেণ্ড" হব।

# সদানন্দৰ সমাচাৰ।

মই এদিন খবৰ পৰা বতাহ লবলৈ ওলাই গৈ দেখোঁ যে এঠাইত এজাক মানুহে বৰকৈ গিৰ্জ্জনি মাৰি হাঁহিছে। তাত কি হইছিল জানিবৰ নিমিত্তে মানুহ বিলাকৰ মাজত সোমাই গৈ দেখোঁ যে এটা ডাকোৱালে চিঠি এখনৰ দিশটো গৰাকি বিচাৰি ফুৰিছে, আৰু যাকে চকুৰ আগত দেখিছে তাকে মাতি শুনাইছে; ইয়াতেই সকলো মানুহে ইমানকৈ হাঁহিছিল, আৰু হাই কৰিছিল; কিয়নো তাৰ ওপৰৰ কথা বিলাক আৰু আখৰ গিনি অলপ অদ্ভুত ৰকমৰ আছিল। যাৰ নামে সেই চিঠি আহিছিল, তাৰ নামটো ডেৰ হাতমান দীঘল; কুকুৰা ঠেঙীয়া আৰু ঔটেঙীয়া আখৰেৰে লিখা হোৱাত সি আঢ়ৈ হাত মান ঠাই জুৰিছিল। মই সোমোৱা মাত্ৰকে মোকো সেই ডাকোৱালে সেই চিঠিখন দেখালে। মই আধা ঘণ্টা মান পুৰুষাৰ্থ কৰি ছুটামান আখৰ হে মাতিব পাৰিলোঁ; কিন্তু এটা কথা ভালকৈ বুজিব পাৰিলোঁ যে ই কোনোবা শিক্ষিতা আইদেউৰ চিঠি। পৰৰ তিৰুতাৰ চিঠি পঢ়া ব্যাধিটো সকলোৰে আছে; তিৰুতাৰ চিঠি পঢ়িবলৈ, আখৰ কেইটাৰ গঢ়, চিঠিৰ ভাষা, লেখিকাৰ নাম, ইত্যাদি কথা সমালোচনা কৰিবলৈ তাকে আশ্ৰয় কৰি নানা কথা উলিয়াই ৰঙ্গ ধেমালিকৈ দিনটো নীয়াবলৈ সকলো ডেকাই লোভ কৰে। এই সোঁচোৰা ৰোগ সদানন্দৰো আছে। এই নিমিত্তে সেই চিঠি খন পঢ়াৰ লোভত ডাকোৱালক টপৰাই মাত লগাই কলোঁ, "হেৰ, এইখন দেখোন মোৰে চিঠি, তই ইমান পৰে দিয়া নাই কিয়?" মই মোৰ নিজৰ নামকে মাতিব নোৱাৰাত সি জানিলে যে সেই চিঠি

মোৰ মহয়, তথাপি এজন গৰাকি পোৱাত তাৰ বাৰ সাবি- বলৈ ছল পাই মোৰ মুখলৈ চাই চিঠিখান মোক দি পাছুলৈ নাচাই লৰ ধৰিলে। তাক বোৱা দেখি মঞ চিঠিখন মেলি লৰালৰিকৈ নামটো দেখিলোঁ; মোৰ কপালত এটা নহয় দুটা নাম ওলাল; কিন্তু নাম পঢ়ি একো অৰ্থ পদাৰ্থ ধৰিব নোৱাৰিলোঁ। প্ৰথম নামটো "শ্ৰীমতী মনিৰাম শৰ্ম্মা;" এই নাম পঢ়ি এঁও মতা নে তিৰুতা, তাকে ঠিক কৰা মৰ টান হ'ল। "শ্ৰীমতী" স্ত্ৰী-লিঙ্গ, "মনিৰাম শৰ্ম্মা" পুং-লিঙ্গ; এঁও লেখক নে লেখিকা তাক জনাৰ উপায় কি? এইৰূপে ভাবি লেখক বা লেখিকাক নেদেখিলে লিঙ্গ-নিৰ্ণয় কৰা অসাধ্য দেখিলোঁ। দেখিলেই বা জানিম কিৰূপে? আজি- কালি মতা-তিৰুতাৰ সাজত বিভিন্নতা উলিওৱা প্ৰায় অস- ম্ভৱ। দ্বিতীয় নামটো "শ্ৰীমতী কুমাড়ী মত্তমাতঙ্গিনী বড়ুৱা দেবী সুন্দড়ী"। এই নামৰ লিঙ্গ-নিৰ্ণয় কৰিবলৈ ব্যাকৰণ আৰু অভিধান খোলোঁতে খোলোঁতে মোৰ মূৰ ঘূৰিবলৈ ধৰিলে। সেইহে মঞ এই স্থিৰ কৰিলোঁ, হয় এঁও মতা, নহয় তিৰুতা (কোমোৱা বৰুৱানী); আৰু যদি এঁও কোমোৱা তিৰুতা হয়, তেন্তে (উনবিংশ শতাব্দীৰ) মতা-তিৰুতা। এই ৰূপে নাম এড়ি চিঠিখন পঢ়িবলৈ ধৰিলো; কিন্তু তিনি ঘণ্টাৰ মূৰতে তিনটা আখৰো সংশয় নাৰি পঢ়িব নোৱাৰিলোঁ। তাৰ পাছত মঞ আঠজন ডেকাৰ সহায় খুজিলোঁ; তেঁওলোকেও তিৰুতাৰ চিঠি বুলি শুনি অতি বজ মনেৰে মোক সহায় কৰিলে। এই মন্ত্ৰযন্ত্ৰে (নয়ো এই জগতে) ন কণ্ঠা খাটি কৈয়াই চিঠি পঢ়াৰ দৰে চিঠিখান এইদৰে পাঠ কৰিলো:—

"প্ৰাণাধিক পূজ্যবন্ধু—

"আপোনাড় আমাৰ নিউচতে ওলোৱা ২৫ আত্ৰমৰ পত্ৰড়

"পাথ কড়ি ও মর্ম্ম অবগত হই এবং অন্যান্য মানুহক সর্ব্ব
"পূর্ব্বক ঝনা ঝাই জে "পবা আসাম বন্ধু" নাম দিয়া এথন
"মাচিক পত্রিকা প্রকাচমান হবেক ঐ পত্রিকাৎ নো কি কি
"বিচই থাকিব তাক জনা ঝাৎ নাহি পোয়া—কেবল বিজ্ঞান
"সাহিত্য এবং শিল্প কি জানো কি ভিণ্টা অর্থ বুঝিব
"নোআড়িলাম—ইহাতে বিজ্ঞাব কথা থাবিব কিনা এবং
"কিতাপড় বিগ্যাপন্ দিবলই পাড়িমহকনে কি মই কর্ত্তৃক
"কফ্তা কিতাপ আছে অচমিআ ভাচাব আপোনাকেও দিম
"ঝানাই অধিনি হৎকে নিতান্ত বাধীৎ কড়িবেন আরু এথান
"কাগচ আমালোকড় নামক মাচিক মাচিক পথাই দিব
"আমবা আমাব অচমীয়া ভাচাব উন্নতি ব্রত্তে ব্রতনী হই
ৰহিছোহক—আউসি একাদশীব ব্রতডকৈ টান বরত—
কাগচ না পথাইলে তিবিব সাও লাগ্রিব অতি সোন কালতে
উত্তব লিখিব এতদর্থে আজিলই ইমানকছে চবিমই নিবেদনং
ইতি ১ ফাল্গুণ চন এক আঠ আঠ বাণ। শ্রীমতী মণিৰাম শর্ম্মা
শ্রীমতী কুমাড়ী মত্ত মাতঙ্গিনী বড়ুৱা দেবী সুন্দড়ী" চিঠি খানব
ওপবত এই কথা লিখা আছিল, "প্রানাধিক পৃয়তম শ্রীযুক্ত
বাবু 'বৈকুণ্ঠ নাথ দত্ত ১০ আর্মিনিয়ান ইষ্ট্রীট কলিকাতা
এজেণ্ট লম্বোদৰ বৰা বি এ ৩৪ আমহৰ্ষ্টে ইষ্ট্রীট মধু সুদন
গুপ্ত এজেণ্ট নগাও' ডাকবিয়া মহাচই মহিমা বড়াবড়েষু
লিখনং কার্য্যঞ্চ পবে।

চিঠিখান সম্পূর্ণরূপে পাঠ কবাব পাছত জনা গ'ল যে
ভেঁওলোক বাস্তৱতে তিকতা। ময় বহুৎ মানুহক শুধি
জানিব পাৰিছোঁ যে শ্রীমতী মনিৰাম শৰ্ম্মা আমাৰ মৃত মনি
ৰাম বাবুৰ সকজনী বৈণীএক; নাম সুলভা; বহুৎ তিকতাই
এলাগী বুলি মাতে। শ্রীমতী মণিৰাম শৰ্ম্মা, বুলিলে মণিৰাম

শৰ্মাৰ বৈণীএকক বুজায়! কোন্ জনা পাণিনিৰ 'বিয়াকৰ্ণ' মতে, তাক হে জানিব পৰা নগল। দ্বিতীয় লেখিকাৰ আগৰ নাম হেনো মাহুকী আছিল; এই নাম দুটি আৰু চহা অসমীয়া নাম হোৱাত নতুন দস্তুৰ মতে 'মত্ত মাতঙ্গিনী' এই উৎকৃষ্ট নাম দিয়া হইছে। আমাৰ নৱবন্ধুৰ এক বঙ্গে কইছে বোলে বামুণৰ তিকতা বিলাকে দেৱী লিখে; আৰু শূদ্ৰিৰ অবিবাহিতা ছোৱালী বিলাক কেদেসী বা বান্দৰী হলেও সুন্দৰী লিখাৰ প্ৰথা চলিছে। দেৱী আৰু সুন্দৰী দুইও লিখাৰ কাৰণ কোনো বঙ্গে কব পৰা নাই।

আজি ইমান দিনে এই চিঠিৰ গৰাকিক বিচাৰি পোৱা নাই। তাক বাতৰি কাকতত ছাপি দিলে কি জানি অসমীয়া ভাষাৰ বিধতা সকলে লেখিকা সকলক বঁটা দি সেই চিঠি ইস্কুলৰ পঢ়া কিতাপৰ শাৰিত পেলায়, আৰু তাৰ ভাষা পঢ়ি অসমীয়া লৰা বিলাক "জানান্ধ" হয়, এই ভয়তে মই ইমান দিন মনে মনে আছিলোঁ; এতিয়া আসামৰ ইস্কুলত অসমীয়া ভাষা চলাৰ ভয় গুচাত এই চিঠি আসাম-বন্ধুলৈ পঠালোঁ। বন্ধুএ তাক ছপালে ময়ো " তিৰিৰ সাওৰ " পৰা ৰক্ষা পাওঁ, আৰু শিক্ষিতা লেখিকা সকলৰ " প্ৰাণাধিক পূৰ্ণতমে " ও সেই চিঠি দেখা পায়। সাতামেও।

---

## স্বাধীনতা নে স্বেচ্ছাচাৰ।

আজি কালি ইংৰাজী শিক্ষাৰ প্ৰাবল্যত তিকতা-কা-জলৈ শিক্ষিত-সাধাৰণৰ বড় কণাদৃষ্টি পৰিবলৈ [illegible]। ঘাটে, বাটে, সকলো ঠাইতে শিক্ষিত তেকাবিলাকে স্ত্ৰী-জনৰ কাষ দুঁৰিব-দুঁৰিব ডেঁকালোকক [illegible]

মুকলি কৰিবলৈ আলচ কৰি থাকে। ওড়নি গুচ্ছাই গিৰি-য়েকে ঘৈনীয়েকে হাতত ধৰাধৰি কৰি ৰাজ-বাটেৰে “ৰতি-কন্দৰ্পৰ যুগল মূৰ্ত্তিৰ দৰে” আজি-কালি যেইএ ফুৰিব পাৰে, শিক্ষিত ডেকা সকলে তেঁওকে সুশিক্ষিত, সভ্য আৰু উন্নতমনা বুলি বিবেচনা কৰি থাকে। আমাৰ আজিৰ এই প্ৰবন্ধৰ মূল উদ্দেশ্য এই যে, আমাৰ তিৰুতাবিলাক সম্প্ৰতি যি অৱস্থাত থাকে সেই অৱস্থা স্বাধীন নে পৰাধীন, তেঁও লোকৰ উপযোগী নে অনুপযোগী, আৰু তেঁও লোকক বিদেশীয় অনুকৰণেৰে আজি কালি শিক্ষিত ডেকা বিলাকে যিকেৰি স্বাধীনতা দিবলৈ মন মেলিছে, সি কিমান যুক্তি-সঙ্গত তাৰে বিচাৰ কৰা।

অসমীয়া-গৃহস্থৰ ঘৰত সম্প্ৰতি ঘৈনীয়েই সৰ্ব্বময়ী কৰ্ত্ত্ৰী। পৰিয়ালৰ ভিতৰৰ সকলোৰেই ঘৈনীৰ হাতে তোলা বস্তু খাব লাগে; কোনো বস্তু লাগিলেও ঘৰৰ ঘৈনীএ সেই বস্তু নিদিলে আন কোনেও দিওঁতা নাই। অসমীয়া ঘৈনীএ গিৰিয়েকৰ ঘৰলৈ আহি কিছুমান দিন শাহুৱেকৰ আল-পৈচান ধৰিয়েই আথলৰ ভাৰ মূৰত লয়। পৰিয়ালৰ ভিতৰত ঘৈনীত বাজে আন কোনেও ভোকত ভাত আৰু পিয়াহত পানী দিব নোৱাৰে। পথাৰৰ পৰা হাল মেলি অহাত পৰিশ্ৰমত হালোৱাৰ তালু শুকাই আহিছে, ভোকত পেটৰ নাড়ী ডাল ছাল সেই সময়ত হালোৱাৰ দুঃখ বুজি ঘৈনীএ ভাত দুটামান আৰু পানী এটুপিৰে তাক পুৰ্তো নকৰিলে, আন কোনে হালোৱাৰ মৰম পতিয়াব? স্বাধীন গৃহস্থৰ সেই সময়ত হয়তো তাৰ কালি হলে চোতালৰ আগত বহি পিঠিত বজ-ৰদ লগাই খোৱা-খোৱাৰ লগত মধুৰ আলাপত মগ্ন বা সময়ান্তৰে কাৰ্য্যান্তৰত বন্দী। ৰাতি পুৱালে; কেচুৱা লৰা-ছোৱা-

নীএ ধাৰিপাটিতে "আই ভোক" "বোঁ মান" কৰি চিঁঞৰিবলৈ ধৰিলে ; বৈনী ব্যতিব্যস্ত হই উঠিল ; সোনকালে শয্যা এৰি লৰা-ছোৱালীৰ জেলা-জোট ভাঙিবলৈ ধৰিলে। বৈনীএ সাং-সাৰিক প্ৰাতঃকৃত্য কৰি উঠিল ; স্বামীন গৃহস্থ তেতিয়ালৈকে সুখ-শয্যাত টোপনিৰ কোলাত অচেতন। এই দৰে সকলো কাৰ্য্যতে আমাৰ বৈনী ঘৰৰ সৰ্ব্বময়ী কৰ্ত্ৰী, গৃহস্থৰ লক্ষ্মী-স্বৰূপা, সংসাৰৰ অধিষ্ঠাত্ৰী দেৱী। তেঁওলোক বাহিৰলৈ ওলাই মুকলি-মুৰীয়া হই ফুৰিব নোৱাৰিলেও তেঁওলোক অন্তঃপুৰত আৱদ্ধ থাকি কোনো কষ্ট নেপায়। সেই অৱস্থা-তেই তেঁওলোকে গৃহস্থৰ সংসাৰৰ ওপৰত যিমান ক্ষমতা চলায়, মুকলি-মুৰীয়া স্বাধীন গৃহস্থ সিমান ক্ষমতাৰ অধি-কাৰী নহয়। আজি কালি ইংৰাজী শিক্ষাৰে যিবিলাক শিক্ষিত হইছে, যিবিলাকে নিজৰ সকলো বেয়া—ভালো বেয়া লোকৰ বেয়াও ভাল বুলি বিবেচনা কৰি থাকে, তেঁও লোকে আমাৰ বৈনী সকলক "সভাৰ ময়না" বুলি ভাবিব পাৰে, আৰু গৃহি-নীক গৃহস্থৰ লক্ষ্মী-স্বৰূপা বোলাত তেঁওলোকে অযথা বৰ্ণনা কৰিছোঁ বুলি বিবেচনা কৰিব পাৰে, কিন্তু বাস্তবিকেই যদি এনে বিবেচনা কৰি থাকে তেঁওলোক ভ্ৰান্ত।

আমাৰ বৈনীবিলাকে পতিগৃহাগতা হইএই অৱশ্য একে-বাৰেই সংসাৰৰ বৈনী হই পৰিব নোৱাৰে। কেই বছৰ মান তেঁও লোক পৰীক্ষাৰ উনতীয়া হই থাকিব লাগে। ই সাংসাৰিক কাৰ্য্যৰ মহলা ; শাহু, জেশাত, আৰু অন্যান্য মাত্ত জন এই মহলাৰ পৰীক্ষক। যেতিয়া পৰীক্ষক সকলে দেখিলে যে বোৱাৰী চাবতিয়াল হই উঠিছে, সংসাৰ কি বুজিছে, গৃহিনীৰ আবশ্যকতা জানি উঠিছে, স্বামী কি বস্তু তাৰ মোল বুজিছে, সংক্ষেপতঃ যেতিয়া গৃহিনীয়ে গৃহাশ্ৰমৰ

তত্ত্ব-ভেদ কৰি উঠিছে বুলি সাহু-শহুৰে জানিব পাৰে, তেতিয়াই লাহেকৈ ৰক্ষা শাহুএ সাংসাৰিক কাৰ্য্যৰ ভুঁৰুলি গাভৰু বোৱাৰীয়েকৰ কান্ধত দিয়ে; তেতিয়াই যৈনী গৃহস্থৰ সংসাৰৰ কৰ্ত্ৰী, পৰিয়ালৰ শক্তিৰূপা হই পৰে। এই পৰীক্ষাৰ সময় কেৰি বোৱাৰীৰ পক্ষে অৱশ্যে কিছু কষ্টৰ সময়; এই খিনি সময়তে বুলিলে তেঁও লোকক "সজাৰ ময়না" বুলিব পাৰি কিন্তু বিশেষকৈ গমি চালে ই একো নিন্দনীয় কাৰ্য্য নহয়। সংসাৰ সুখময় কৰিবৰ নিমিত্তে, গৃহস্থ-যৈনীৰ ভবিষ্য-জীৱন ও সাংসাৰিক বন্ধন অতুল আনন্দ মিশ্ৰিতকৰিবৰ নিমিত্তেই শাহুআদি মান্য জনৰ হাতত ছোৱালী যৈনীৰ পৰীক্ষা। সাংসাৰিক কাৰ্য্যত উত্তীৰ্ণা আৰু সংসাৰাশ্ৰমত বুঢ়া হোৱা শাহু-শহুৰৰ হাতত নতুনকৈ সংসাৰাশ্ৰমতে যুব- শুমুৱা বোৱাৰীৰ পৰীক্ষা। এই দৰে পৰীক্ষাত উঠি দুই তিনি ল'ৰাৰ মাইকী হলে বোৱাৰী গৃহস্থৰ দক্ষিণ হাত হই পৰে, সংসাৰাশ্ৰমৰ মূলীভূতা হয়।

আমাৰ এনে বোৱাৰীবিলাকে কোনো স্কুলৰ শিক্ষা নেপায়, তথাপি তেঁওলোকে সংসাৰাশ্ৰমৰ অতি লাগতিয়াল সকলো বিষয়তে আজি কালিৰ স্কুলৰ শিক্ষা পোৱা বোৱাৰী জিয়াৰী বিলাকতকৈও বহুত গুণে শ্ৰেষ্ঠৰূপে শিক্ষিতা হই উঠে। আহা!! তেঁও লোকৰ গুৰুজনত ভক্তি, ধৰ্ম্মত মতি, কাৰ্য্যত ৰতি আৰু সংসাৰত প্ৰীতি দেখিলে মনত কেনে বিমল আনন্দ ওপজে। যিবিলাক নব শিক্ষিতে বালিকা আৰু অপকা গৃহিণীক সংসাৰত স্বাধীনা কৰি শাহু-শহুৰৰ ওপৰতো যৈনী কৰি দিব খোজে আমি সিবিলাকৰ মতত কেতিয়াও মান্তি নহওঁ আৰু প্ৰাৰ্থনা কৰোঁ। যেন আমাৰ অসমীয়া দেশত চিৰ-প্ৰচলিত অসমীয়া নিয়মৰ অন্ত পেলাই

এনে আচহুৱা নিয়ম নচলায়। সংসাৰাশ্ৰমগত দেশীয় নিয়ম! তুমি আমাৰ দেশীয় বৈদীৰ শৰীৰত স্ত্ৰীজনোচিত লজ্জা, শ্ৰমশীলতা, আৰু কাৰ্য্য-কুশলতা দি তেওঁলোকক ভূতপূৰ্ব্ব আৰ্য্য ৰমণী বিলাকৰ উপযুক্ত জিয়াৰী বুলি চিনাকি দিয়াইছা, তোমাক শত-সহস্ৰ দণ্ডবৎ। তুমি ভাৰত ৰমণীক ৰমণীকুলৰ শিৰোগতা কৰিছা, তোমাৰ অস্তিত্বৰ নিমিত্তেই জগতৰ ৰমণীকুলে সাংসাৰিক কাৰ্য্যত ভাৰত-ৰমণীৰ শিক্ষা লভিব লগীয়া কৰিছা, তোমাক প্ৰণাম।—          (ক্ৰমশঃ)

ৰ, মহন্ত।

---

## কুলনি।

কি অপূৰ্ব্ব শোভা          তুমি মনো লোভা
আজি মোৰ কুলনিত।
চকু তৃপ্তিকৰ,          অতি মনোহৰ
দেখি মন হৰষিত।
যেই কালে চাঁও,          ৰ লাগি ৰও
লৰিব নোখোজে চকু।
শৰীৰ অচল,          কিন্তু চল মন
কৰে আনন্দত ফুহু।
তোমাৰ সোঁৱৰে,          প্ৰাণ জুৰ কৰে
তাতে সুশীতল বাত।
গোন্ধ উৰুৱাই,          ধীৰে বই যায়
অমৃত ঢালিলা গাত।
গোলাপ ইণ্ডিলে,          হৰষিত মনে
থিয় তোমোবাক লই।

নব সাজ কবে, বত বনে বনে
বসন্ত বলিয়া হই ॥
ইকালে টগব, ঢগা মনোহব
জোনব মুখলৈ চাই ।
আপোনাব ৰূপ, দেখি একে ৰূপ
হাঁহি মাবে মিচিকাই ॥
জুতি জাঁই ফুল, হই বিয়াকুল
বিধু-মধু পান কবি ।
হাত তুলি তুলি, নাচে ঢুলি ঢুলি
বতাহব ডিঙি ধবি ॥
আকৌ এই কালে, পাস মুবি চালে
দেখোঁ শোভা বিতোপন ।
চম্পা ৰূপবতী, সুন্দবী মালতী
মোহি নিয়ে মোব মন ॥
বজনি গন্ধাব, আনন্দ অপাব
মুখত নধবে হাঁহি ।
ৰূপ ববণীয়া, জোনকো জিনিয়া
ফুলি আছে তিনি পাহি ॥
বতাহত হালি, কবে কোলা কোলি
ইডালে সি ডাল ধবি ।
চুমা আলিঙ্গন, দিয়ে অগনন
সাপটা সাপটি কবি ॥

স, ব,

---

# আসাম-বন্ধু।

মাসিক পত্ৰ।

"নচ জ্ঞানাত্ পৰং বলম্।"

প্ৰথম ভাগ।] জ্যৈষ্ঠ শক ১৮০৭, ইংৰাজী ১৮৮৫। [পঞ্চম সংখ্যা।

## আগৰ দিন এতিয়াৰ দিন।

### পঞ্চম অধ্যায়। *

### ৰাজ কৰ্ম্মচাৰি—বিষয়া।

দেশৰ শাসন আৰু ৰজাৰ কাৰ্য্য চলোৱাৰ নিমিত্তে অনেক বিষয়া আছিল। বুঢ়া গোহাঁই, বড় গোহাঁই, বড় পাত্ৰ গোহাঁই এই তিনি জনা প্ৰধান। এই তিনি জনাৰ প্ৰথম দুজনাৰ পূৰ্ব্ব পুৰুষ খুনলুং খুনলাইএ স্বৰ্গৰ পৰা নামি অহা বুলি প্ৰসিদ্ধ। বড় পাত্ৰ গোহাঁই চুপিম্ফা ৰজাৰ অজ্ঞাত পুত্ৰ কনচেঙৰ সন্তান। এই তিনি জনাক

* এই অধ্যায়ৰ পৰা অকৈৰ অধ্যায়লৈকে তামুলী-ফুকনৰ পুথিৰ অনেক সাহায্য লোৱা হইছে।

ডাঙ্গৰীয়া বোলে। তিনিও জনার-সমান মৰ্য্যদা। ইয়াৰ ভিতৰত যি জনাই বাজ মন্ত্ৰী বিষয় পায় তেঁও প্ৰধান। জনাই চুকিয়া ১০০০ মানুহ পায়। এই কেইজনে কেঁকোৰা-দোলা, বাঁহৰ উকা গামোছা লগোৱা আঁড়োৱাল, সোণৰ চুলাৰে পানী জাপী, পাখী বিচুনী, মাল লগোৱা বিচুনী, কেশ কৰা তনচা পায়। এঁও বিলাকৰ ঘৈণী সকলে পাৰ্হিচাঙ্গি আক ৰবৈ দিয়া সোনৰ চুলাৰে জাপী পায়। এই কেই জনক ৰজাই "ডাঙ্গৰীয়া" বুলি সম্বোধন কৰে। আক এঁও বিলাকে ৰজাক "স্বৰ্গদেৱ" বোলে আক নিজৰ কথা কব লাগিলে "স্বৰ্গ দেবৰ পাইক" বুলি কয়। এই তিনি জনা ডাঙ্গৰীয়াই সেৱা কৰিলেহে ৰজা অভিষিক্ত হয়। এই কাৰণে তিনিও জনে একে লগে ৰজাৰ নগৰত কি আন ঠাইত দেখা দেখি হব নোৱাৰে। ৰজাৰ সন্মুখত বড় চড়াত বা নগৰৰ ভিতৰত সাক্ষাৎ পায়। পাছে এই তিনিও জনে গোপনে ইঙ্গিতে মেল কৰে এই ভাবি বড় চড়াত এঁও বিলাকক পীৰ পেলাবলৈ সন্মুখত পীৰ পেলাবৰ ঠাই দিয়া হয়। এই কেই জনে পৰস্পৰে "আপ" বুলি সম্বোধন কৰে। এই কেই জনাই ৰজাৰ আগলৈ গলে হাতী ঘোড়া দোলাত উঠি যায়। আগত বিলতীয়া গায়নে গাই যায়। নগৰ সোমালে ক্ৰমে ক্ৰমে একো একো পদ এড়ে। ৰজাৰ ভিতৰলৈ গলে এজন তামুলী লিগিৰাই হাঁচটী লই যায়। বড় চড়ালৈ গলে তৰি ধুই ঝুলনী কাপড়ৰ ওপৰে যায়। তিনি খৰীয়া কঠৰ তলীয়ৰী গুছাই বড় কাপড়ৰ ঝচুলা লই সভাত পশ্চিম মুখে বহে। এই তিনি জনা ডাঙ্গৰীয়াই ৰজাৰ প্ৰধান মন্ত্ৰী। স্বৰ্গদেৱে বড় চড়াত দক্ষিণ মুখে সিংহাসনত বহে।

এই তিনি জনা ডাঙৰীয়াৰ তলতে সদীয়া খোৱা, মৰঙী খোৱা আৰু শলাল গোহাঁই। এই কেই জনাৰে সমান মৰ্য্যদা। কিন্তু মৰ্য্যদা অনুসাৰে মান পোৱাৰ কিঞ্চিৎ তাৰতম্য আছে। দাতীয়লীয়া বিষয়া বুলি এওঁ বিলাকক কিঞ্চিত বিশেষ ৰূপে চিহ্নিত কৰা হইছে। এই কেই জনাৰ (প্ৰকৃত প্ৰস্তাৱে হলে তিনি জনা ডাঙৰীয়াৰ) তলতে বুঢ়া বড়ুৱা। এওঁ দেশৰ প্ৰধান বিচাৰক। এওঁ নগাৰলৈ গলে নগাত টাঙন ধৰা যায়। ৰূপৰ চুলাৰে পাৰী জাপী টুপী জাপী কেবৰ পাখী বিছনী, পাঁচনী হতীয়া বিছনী, আগ ধঁৰা ৰূপৰ বেৰি দিয়া লাখুটী লই আছে। বড় ছুৱাৰৰ পৰা মাতিবৈ নগৰ সোমায়। ওপৰত পাছৰ পৰা বড় জাপী ধৰি আছে। বড় চড়ালৈ যাবৰ পূৰ্ব্বে তৰি ধুই যায়। বড় চড়াত তিনি খনীয়া মেলা চাল কঠত বানতৰ মচুলা লই বহে। আগতে কল পাতত বালি দিয়ে তাতে পীক পেলায়। বড় বড়ুৱাই সদাই বড় চড়াত বহি মেল সোধে। এও মহলে ন্যায় সোধা ফুকনে বহি সোধ সোধে।

মাও বৈচা ফুকন বজাৰ মাও বৈচা খেলৰ অধিপতি। পানী ফুকন গুৱাহাটীত পানী চকি নামে অশ্বক্ৰান্তত যি চকী আছিল তাৰ গৰাকি। ভিতৰুৱাল ফুকন বজাৰ ভিতৰুৱাল লোক সকলৰ গৰাকি। এই সকলত বাজেও দুজনা দিহীজীয়া ফুকন। এই দুজনাই দিহীজ অঞ্চলৰ কৰ্ম্ম কাৰ্য্যৰ প্ৰতি দৃষ্টি কৰে। দুজনা ডেকা ফুকন—ন ফুকন আৰু চেটীয়া ফুকন। এই কেই জনা ফুকনেই প্ৰধান। এওঁ বিলাকে পাইঁ চাল্লী, উকা বড় জাপী, ৰূপৰ চুলাৰ পাৰী জাপী কেৰ বিছনী, পাখী বিছনী, টুপী জাপী, দীঘল নদীয়া ধৰা বিছনী, চাল কঠ, বনাতৰ মচুলা, ৰূপৰ বেড়ি দিয়া লাখুটী

মৰ্য্যাদা পায়। নেওগ ফুকন এই সকলৰ গৰাকি। তাৰ সোধা ফুকন বিচাৰক। চাংৰুং ফুকন এই তিনিও জনা সমান। এই কেই জনাৰে সমান মৰ্য্যাদা। সিবুকীয়াল ৰাজ খোৱা আৰু বচা ৰাজ খোৱা এই দুজনা সমান। এঁও বিলাকে বচা আৰু সিবুকীয়াল নামে দুই সীমান্তপাতি দুত্ৰ বিভাগ শাসন কৰে। এঁও বিলাকে লোৰ চেকৰ লগোৱা চাকি পায়। এই দুজনাত বিনে দিহীজীয়া দুজনা, শল-গুড়ীয়া দুজনা, অভয় পুৰীয়া তিনি জনা, মাৰ ভৰীয়া একজনা, দিখৌ মুখীয়া একজনা, খিলাধৰীয়া একজনা, গজ পুৰীয়া একজনা, দৈৰঙীয়া তিনি জনা; সৰ্ব্বমুঠে ১৪ জনা ৰাজ খোৱা। এঁও বিলাকৰ মৰ্য্যাদা সমান। গুৱাহাটীত থাকিলে পাঁহিচাকি পায়। এই কেই জনাই দিহীং, শলগুড়ি, অভয়পুৰ, মাৰ ভাল, দিখৌ মুখ, খিলাধাৰী, গজপুৰ, দৈয়াঙ্গ বিভাগৰ শাসন কাৰ্য্য কৰে। দুজনা চেটীয়া পাত্ৰ বড়ুৱা, দুজনা বৰ কনীয়া বড়ুৱা আৰু একজনা চাৰ কম্বৰ বড়ুৱা এই কেই জনাৰ সমান মৰ্য্যাদা। ওপৰত কোৱা বিষয়া কেই জনাক "বাহুৱা বিষয়া" বোলে। এঁও বিলাকৰ ওপৰত প্ৰাদেশিক শাসন আৰু বিচাৰৰ ভাৰ। স্বৰ্গ দেৱৰ ভিতৰুৱাল অৰ্থাৎ নিজৰ কৰ্ম্মকাৰী কেই জন মান বিষয়া আছে। সেই সকল এই। চোলা ধৰা ফুকন—স্বৰ্গ দেৱৰ পৰিচ্ছেদাদি তত্ত্বাৱধাৰক আৰ খেলৰ গৰাকি। ক্ষাৰ ঘৰিয়া ফুকন—ক্ষাৰ বাৰুদ ও অস্ত্ৰাদিৰ তত্ত্বাৱধায়ক। ঢেকিয়াল ফুকন—ঢেকিয়াল নামে খেলৰ গৰাকি। নাও শলীয়া ফুকন—নৌকাদি নিৰ্ম্মাণ কৰা লোকৰ খেলৰ গৰাকি। তামুলী ফুকন—ৰজাৰ তামুলী খেলৰ অধ্যক্ষ। এই পাঁচ জনা সমান বিষয়া। ৰূপৰ চুলাটি পাণী জাপী পায়। চাদী, সেৰ টুপী জাপী, পাখী বিছনী, দোৱল দুৱলীয়া

খিৰুমী, ৰূপৰ বেড়ি দিয়া লাখুটী, চাম কঠ, এই কেই জনা মিয়াই মৰ্য্যদা অনুৰূপ ব্যৱহাৰ কৰিব পাৰে। চিৰিঙ্গ ফুকন—আহোমৰ পূজা সেৱাৰ কাৰ্য্য কৰা লোক সকলৰ গৰাকি। কাঠ বৰুৱা, কাকতী আৰু মজুমদাৰ প্ৰভৃতিৰ ওপৰত। শুল পানী বৰুৱা—বৰ ভঁড়ালৰ গৰাকি। এই তিনিও জনা সমান এঁও বিশাকে ৰূপৰ চুলাৰে পানী জাপি পায়। পাৰ্হিচাঙ্গি, ৰূপৰে বেড়ি বন্ধা লাখুটী ও দীঘল মলীয়া ফুল কটা বিহুৱী পায়। জাল তাৰি ফুকন—ৰজাই মৃগয়া কৰাৰ জাল ইত্যাদিৰ কাম কাজ কৰা খেলৰ গৰাকি। গন্ধিয়া বৰুৱা—সুগন্ধ দ্ৰব্যাদি প্ৰস্তুত কৰা আৰু যোগনীয়া খেলৰ গৰাকী। মজুমদাৰ বৰুৱা—কাকতি প্ৰভৃতি খেলৰ গৰাকি। খনিকৰ বৰুৱা—খনিকৰৰ খেলৰ গৰাকি। সেন চোৱা বৰুৱ—ৰজাক সেন যোগি বজ দেখুৱা খেলৰ লোকৰ গৰাকি। এই কেই জনাই চেঁকৰ দিয়া চাঙ্গি দোলা পায়। ৰজাৰ জোৱাই সকলে বিষয় নাপালেও বড় ভড়ালী বৰুৱাৰ সমানে মৰ্য্যদা পায়।

তিনি জনা গোঁহাইৰ ল'ৰি গোঁহাই সকলে ৰূপৰ চুলা চেঁকৰ দিয়া পাৰ্হি চাঙ্গি, বাগত দিয়া বহা কঠ পায়। চাম মাই বৰুৱা—ৰজাৰ চাম মাই খেলৰ গৰাকি। তিপমীয়া বাজ-খোৱা তিপমীয়া খেলৰ গৰাকি। হাতী বৰুৱা—হাতী ধৰা মানুহ মাউত ইত্যাদি খেলৰ গৰাকি। ঘোঁৰা বৰুৱা—ঘোঁৰা পিকোৱা আৰু ধৰা মানুহৰ খেলৰ গৰাকি। কুকুৰা চোৱা বৰুৱা—কুকুৰা চোৱা প্ৰহৰি খেলৰ গৰাকি। এওঁৰ অধীনতেই তাঁৰ পৰ ধৰা মানুহ থাকে। এই কেই জনা সমান মৰ্য্যদাৰ বিষয়া।

সোণ কামৰীয়া বৰুৱা—ৰজাৰ সোণাৰ ওপৰে যাৰ পৰা [illegible] খেলৰ লোকৰ গৰাকি। চৈকেলা [illegible] এঁও গৰাকি।

চাউ তাল বৰুৱা—চাউ তালৰ খেলৰ গৰাকি। কলকীয়া বিলাকৰ দণ্ডবন্ধাদি কাৰ্য্য নিৰ্ব্বাহ কৰা আৰু শান্তি ৰক্ষা কৰাই চাউ তালৰ কৰ্ম্ম।

জৰা ধৰা বৰুৱা—ৰজাৰ ভোগজৰা প্ৰভৃতি লগত লই যোৱা আৰু তাকে ৰখা লোকৰ খেলৰ গৰাকি।

দৰব ধৰা বৰুৱা—যি সকল লোকে ৰজাৰ আগত ৰজাই খোৱা দৰব আগবঢ়াই দিব পাৰে সেই খেলৰ গৰাকি।

কাঠ কটীয়া বৰুৱা—কাঠ কটীয়া খেলৰ লোকৰ গৰাকি। মলিয়া বৰুৱা—ফুল মালা ইত্যাদি যোগোৱা খেলৰ গৰাকি। ঘিউ বৰুৱা—ঘিউ চিণী প্ৰভৃতি খাদ্য দ্ৰব্য যোগোৱা আৰু ৰখা মানুহৰ খেলৰ গৰাকি। এই কেই জনা বৰুৱাৰ সমান মৰ্য্যদা। গজ পুৰীয়া বৰুৱা—গজ পুৰীয়া খেলৰ লোকৰ গৰাকি। শিলা কুটি বৰুৱা—শিলৰ কাৰ্য্য কৰা লোকৰ গৰাকি। চড়াই মৰীয়া বৰুৱা—চড়াই মৰীয়া খেলৰ গৰাকি। খেহু চোচা বৰুৱা—খেহু চাচি লজা লোকৰ খেলৰ গৰাকি। ভুতকীয়া বৰুৱা—ৰজাৰ কৌতুকত অহা লোকৰ খেলৰ গৰাকি। ছুৱৰী বৰুৱা—ছুৱৰী লোকৰ খেলৰ গৰাকি। এই কেই জনা বিষয়া সমান। এই সকল ৰজাৰ নিজৰ কাৰ্য্য সম্পাদক বা ভিতৰুৱাল বৰুৱা।

ৰজাৰ কুঁৱৰী আৰু ৰজা হব পৰা কোঁৱৰ সকলৰ বেলেগ বেলেগ খেল আছে। সেই খেলৰ লোক সকলে সেই সেই কুঁৱৰী সকলৰ সকলো কৰ্ম্ম সম্পাদন কৰে।

বাৰ দলীয়া ফুকন—বাৰ ডলীয়া কুঁৱৰীৰ খেলৰ গৰাকি। পৰ্ব্বতীয়া ফুকন—পৰ্ব্বতীয়া কুঁৱৰীৰ খেলৰ গৰাকি। খলিয়া ফুকন—এজনা কুঁৱৰীৰ (খলিয়া) খেলৰ লোকৰ গৰাকি।

---

# কিয়নো নাজাগে আমাব মন।

(১)

অরুণ উদিছে, জগত জাগিছে,
অবণ্যে বিহঙ্গ গাইছে গীত।
যত পশুগণে, চড়িছে কাননে,
ফুটিছে কুসুম মোহিয়া চিত॥
মধুব সুত্রাণ, কবি সবে দান,
বহিছে ধীবি ধীবি প্রভঞ্জন।
সবেও জাগ্রত, নিজ কার্য্যে রত,
কিয়নো নাজাগে আমাব মন?

(২)

ক্রমে ভানুকব, হইছে প্রখব,
ক্রমেই ধবণী উত্তপ্ত অতি।
গাল ছায়াতলে, জীব্র দলে দলে,
প্রচণ্ড কিবণে সভয় মতি॥
পুব্রা এক ভাব, এবে আন ভাব,
কালে ঘটে সদা পবিবর্ত্তন।
কিয় পবিবর্ত্ত, নাই ই মনত,
কিয়নো নাজাগে আমাব মন?

(৩)

আছে ববিকবে, জগত পোহবে.
পুনঃ পবিবর্ত্ত কবিছে মেঘে।
বিশ্ব অন্ধকাব, মৃত্যু চপলাব,
গবজনে জীব্র বিস্ময় দেখে॥
ক্ষণে পুনর্ব্বাব, যায় ব্রষ্টিধাব,
আঁতবয় মেঘ, স্থিব গগন।

কত পৰিবৰ্ত্ত, ঘটে নিৰিবত্ত;
কিয়নো নাজাগে আমাৰ মন ?

( ৪ )

গ'ল দিনমণি, আহিল ৰজনী,
ফুটিল অম্বৰে নক্ষত্র মালা।
কৰি মধু হাঁসি, উদিলেক শশী;
মত্ত নিশাচৰ হৰ্ষে উতলা॥
শ্রম কৰি দিনে, এবে হৰ্ষ মনে,
লভিছে বিশ্রাম মানুৰ গণ।
শ্রম কথা দূৰ, চিৰ নিদ্রাতুৰ
কিয়নো নাজাগে আমাৰ মন ?

( ৫ )

দিন, ৰাতি যায়; সূৰ্য্য, চন্দ্ৰ, যায়;
পক্ষ মাস বৰ্ষ কত অতীত।
তেও মোৰ মন, কিয় অচেতন,
আছয় কেৱল চিৰ নিদ্রিত ?
ইপোনে সিপোনে, চাও যেই পোনে,
পকৱা পিপৰা পৰাণীগণ।
সবে কাৰ্য্যে ৰত, আছয় জাগ্রত;
কিয়নো নাজাগে আমাৰ মন ?

শ্রীভ।

---

# বিহু।

পণ্ডিত সকলে আকাশ মণ্ডলক দ্বাদশটা ৰাশিৰে ভাগ কৰিছে আৰু তাত বিষুৱ, মকৰ আৰু কৰ্কট ৰেখা মাযে

তিনটা ৰেখা কল্পনা কৰিছে। আকাশ মণ্ডলত সূৰ্য্যক পৃথিবীএ সদাই প্ৰদক্ষিণ কৰিব লাগিছে। এটা ৰাশিত সূৰ্য্য এমাহ থকা যেন দেখি। এটা ৰাশি পৰিত্যাগ কৰি আন এটা ৰাশিলৈ যোৱাৰ দিনকে "সংক্ৰান্তী" বোলে। বাৰ মাহত বাৰটা সংক্ৰান্তী। পৃথিবীএ সূৰ্য্যক প্ৰদক্ষিণ কৰোতে কেতিয়াবা সূৰ্য্যে সইতে পোন কেতিয়াবা কতিয়া হয়। বিষুব ৰেখাৰ উত্তৰত যেতিয়া সূৰ্য্যক থকা দেখি তেতিয়া উত্তৰায়ণ আৰু তাৰ দক্ষিণত থাকিলে দক্ষিণায়ণ বোলে। পুহ মাহৰ ধনুৰাশি এৰি মাঘ মাহৰ মকৰ ৰাশিলৈ আহিবৰ দিনা মকৰ (মাঘ) সংক্ৰান্তী ; চৈত্ৰৰ মীন ৰাশি এৰি বৈশাখৰ মেষ ৰাশিলৈ আহিবাৰ দিনা মেষ (বিষুব) সংক্ৰান্তী, আহিনৰ কন্যা ৰাশিক এৰি কাৰ্ত্তিকৰ তুলা ৰাশিলৈ অহাৰ দিনা তুলা সংক্ৰান্তী বোলে। আহাৰ গই শাওন সোমাবৰ দিনা দক্ষিণায়ণ সংক্ৰান্তী ; মকৰ সংক্ৰান্তীৰ আৰু এটা নাম উত্তৰায়ণ সংক্ৰান্তী।

সূৰ্য্যৰ আৰু পৃথিবীৰ পৰস্পৰ স্থিতি অনুসাৰে ঋতু হয়। আঘোন পুহত জাৰ। পুহ গই মাঘ সোমালে জাৰে বুঢ়া অৱস্থা প্ৰাপ্ত হয়। পাছে ক্ৰমে গুছে। আঘোন পুহত প্ৰজা সকলে শালিধান কাটি নানাবিধ শাক পাছলি আৰ্জ্জে। সেই কাৰণে উত্তৰায়ণ সংক্ৰান্তী বা বিহু "ভোগালী" কিয়নো ন ধান, ন মাহ, ন তিল, ন আলু প্ৰভৃতি বস্তুৰে নানা-বিধ উপাদেয় পীঠা লাড়ু প্ৰভৃতি খোৱা বস্তু কৰি খাব পাৰি। মাঘ মাহৰ পৰা সূৰ্য্যৰ গতি ক্ৰমে উত্তৰ কাষলৈ হয়। দিন দীঘল হ'বলৈ ধৰে। কেতিয়াকে নঘাটী নয়। বঢ়ুৱা বৰকিয়া নয়। কেতিৰ বছৰ আৰম্ভ হয়। সকলোৱে ন ধান ন মাহ ইত্যাদি গোটাবৰ কাৰণে স্বচ্ছল অৱস্থা হয়। আৰু

কালি প্ৰাণী বৃক্ষ লতা সকলোএই মুহূৰ্ত্তো অপৰিস্কাৰ আক ক্ষীণ হয়। মাঘ মাহ পড়িলেই সেই অবস্থা গুছে সকলো ভাল হই আহে। সকলোৰে মনত আক শৰীৰত এটা উত্তেজক স্বাধীন আক স্ফূৰ্ত্তিৰ ভাব উদয় হয়। অধিক কি গাক মহকো উদক মেলা হয়। আৰ গুছি বসন্ত কালৰ উদয় হয়। এই সকল কাৰণত মাঘ "পুত্ত মাহ"। মাঘৰ বিহুৱে পৰা সকলোএ মিত্তিৰ কুটুমৰ ঘৰলৈ যায়। খোৱা লোৱা আমোদ কৰে। শীতৰ কষ্টৰ পৰা মুক্ত হোৱাৰ বাবে প্ৰকৃতিএ নব শোভা ধাৰণ কৰে। সূৰ্য্যৰ তেজৰ নিমিত্তে প্ৰকৃতিৰ এইৰূপ অবস্থা হোৱাত আক আগলৈ আক ভাল হ'ব এই আশা কৰি আগৰ ঋষি সকলে মাঘী সপ্তমীত সূৰ্য্যক সকৃতজ্ঞ চিত্তে অৰ্ঘ্য দান কৰিছিল কিয়নো সূৰ্য্যৰ তেজৰ মহিমাত সকলো ভূত বা প্ৰাণী পদাৰ্থে নব জীবন পালে।

ক্ৰমে সূৰ্য্যৰ তেজ বৃদ্ধি হয় তাৰ লগে লগে প্ৰকৃতিৰো শোভা আক বৃদ্ধি হ'ল। গছ বৃক্ষ লতা অধিকাংশৰ ন পাত ওলায় আম জাম কঠাল প্ৰভৃতিৰ ফুল ওলাবলৈ ধৰে। মাজে মাজে দুজাক এজাক বৰষুণ পৰিবলৈ ধৰিলে পথাৰৰ ঘাহ দুবৰী সতেজ হয়। প্ৰজাই সবিয়হ সংগ্ৰহ কৰিলে প্ৰকৃতিৰ ৰুদ্ৰমূৰ্ত্তি তিৰোহিত হয়। ফাগুনৰ নজোন ওলালে লোকৰ আক আশা বৃদ্ধি হয়। আক উৎসাহ বাঢ়ে যি বায়ুএ আৰ কালি গা ঠৈৰজা লগাইছিল সেই বায়ু স্নিগ্ধ হবলৈ ধৰিলে। বসন্ত কাল পড়িল; ইফালে ভড়ালত ধান, সিফালে আৰ কালিৰ দুঃখ গইছে; ভবিষ্যতলৈ ভাল দিনৰ আশা হইছে; প্ৰকৃতি সতেজ হইছে। সকলো প্ৰাণী উৎসাহিত ও উল্লাসিত হল। কুলি, সখীয়তী প্ৰভৃতি চড়াইএ

গছত পৰি সুন্দৰ সুৰ বান্ধি মাতিবলৈ ধৰিলে। নানা বিধ বনপুষ্প ফুলি ঝকমকাবলৈ ধৰিলে প্ৰকৃতি উন্মাদিত হল। ভগবানে নৱ ৰূপ ধৰিও বৈকুণ্ঠৰ শোভা পাহৰি পাৰ্থিৱ প্ৰকৃতিৰ লগত ধূলি মাটী পাখীৰে গীত পদ গাই খেমালি কৰিলে। আৰু মানুহ কি পদাৰ্থ? সকলোএ সেইৰূপ গীত পদ গাই খেমালি কৰিবলৈ আৰম্ভিলে। নানা গীত নানা লোকে নানা মতে নাচি গাবলৈ ধৰিলে। প্ৰেমিকৰ প্ৰেম, ভক্তৰ ভক্তি উদয় হল। সেইৰূপে আপোনাৰ মনৰ ভাব প্ৰকাশিত হবলৈ ধৰিলে; ভাৰতবৰ্ষৰ সকলো ঠাইলৈকে চোৱা এইৰূপ দেখিবা। কোনো ঠাইত "হলি" কোনো ঠাইত "কাৰ্ত্তিক পূজা" কোনো ঠাইত "মদন চতুৰ্দ্দশী" বা "মদন কামৰ বাঁশ" মহা উৎসৱ। স্বাভাবিক অৱস্থাত যাক অশ্লীলতা বোলা যায় এই অৱস্থাত তাৰ ভাব ঢিলা। "সংহতি কাৰ্য সাধিকাৰ" ৰূপক মূৰ্ত্তিৰ পূজাত আৰ্য্যাবৰ্ত্ত প্ৰবাহিনী হই যায়। সূৰ্য্যৰ গতি ক্ৰমে উত্তৰ কাললৈ হবলৈ ধৰিলে—দিনৰ পৰিমাণ দীঘল ৰাতিৰ পৰিমাণ চুটী হল। ক্ৰমে ভাল দিন পাই লোক সকলে আহু কেতিলৈ মন দিলে। কুহিয়াৰ পেৰা হল। ইক্ষুৰস গুড়ত পৰিনত হল। ক্ৰমে মীন ৰাশি এৰি সূৰ্য্য মেষলৈ গতি কৰিবলৈ ধৰিলে। লোকৰ নাচ, বাগ, গীত, বাজনাৰ বৃদ্ধি হল। কোনো ঠাইত "চড়ক" কোনো ঠাইত আন কোনো প্ৰকাৰ খেমালী। চতৰ ২৯ তাৰিখে "উৰুকা" বা বিহুৰ অধিবাস। বুঢ়া বুঢ়ী, ডেকা ডেকেৰী কোনোএ ৰঙে খেমালিএ নাছু মাৰিবলৈ গ'ল। বোৱাৰী জীয়াৰীএ কাপড় কানি ধুই ঘৰ দুৱাৰ পৰিষ্কাৰ কৰিলে। নবাই গৰু গাই বিচাৰিলে। ৰাতি প্ৰভাত হ'ল। দেশ উৎসাহত

পূর্ণ। কৃষিজীবীৰ সংখ্যাই এই দেশত অধিক। মাহ হাল-খিবে গৰুৰ স্নান সমাপন কৰি লাউ বেঙেনা হালধি গাত চটিয়াই এড়ি দিয়া হ'ল। গধূলি ম পথা পালে। লোক সকলে গাধূই নাম কীৰ্ত্তন কৰি অৱস্থা অনুসাৰে ভাল বস্তু খালে। পিতা মাতা গুৰু জনক সেৱা ভক্তি কৰিলে। ৬০ চৈত্ৰত পুৰণি বছৰ গল। গৰুৰ বিহু গ'ল। পাছ দিনা নৱ বৰ্ষ প্ৰবেশ। দেশত মহা আনন্দ খিতিৰ কুটুম্বৰ ঘৰলৈ যোৱা, গোসাই ঘৰলৈ যোৱা, প্ৰিয় জনক কাপড় দিয়া, আদৰ সন্মান কৰা সম্পূৰ্ণ আমোদ। বিশেষকৈ ডেকা ডেকৰীৰ নাচ গীতৰ প্ৰভাৱ বাঢ়িল। যত্ন অসম্পূৰ্ণ হলেও নাচ গীতৰ আমোদ প্ৰবল। এই কাৰণেই চতৰ বিহু "ৰঙালী"। এইৰূপে কিছু দিন আমোদ আহ্লাদ বৰ খেমালিত গ'ল। সূৰ্য্যৰ তেজ প্ৰখৰ হ'ল। কৃষি আৰু আন কাৰ্য্যলৈ লোকৰ মন গ'ল। গ্ৰীষ্মৰ প্ৰভাৱত কাৰ্য্যৰ বেগত প্ৰকৃতি উত্তেজিত হ'ল। বসুমতি ঋতুমতি নৱবৰ্ষৰ শস্য উৎপত্তিৰ নিমিত্তে প্ৰস্তুত। সূৰ্য্য প্ৰখৰ জ্যোতিৰে সমুদ্ৰৰ জলৰাশি আকাশলৈ নি মেঘৰ দ্বাৰাই পৃথিবীত ঢালিবলৈ ধৰিলে। পৃথিবী জলপূৰ্ণ। পথাৰ শস্য পূৰ্ণ। ক্ষেত্ৰিক উৎসাহ পূৰ্ণ। বৰ্ষা কাল গল। জন্মাষ্টমীৰ উৎসৱ শেষ হ'ল। পিতৃ লোকৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ হোৱাৰ পাছত নৱৰাত্ৰি অতিৰিক্ত শ্ৰম আৰু অতিৰিক্ত বৰ্ষাৰ কাৰণে লোকৰ মন শিথিল। কিছু কন্যা পৰিত্যাগ কৰি সূৰ্য্য তুলালৈ যায়। "কাতি বিহু" আমোদ তিমান নাই। উৎসাহ তিমান নাই। ভড়ালত ধান তাকৰ। কেৱল শাস্ত্ৰ সমস্ত বিহু পালন। এই নিমিত্তে "কাতি বিহু কঙালি।"

বৈজ্ঞানিক অথবা সমাজিক যি ভাবে চোৱা সেই ভাবেই

"বিহু" চিন্তাৰ বিষয়। প্ৰকৃতিৰে সৈতে উল্লসিত হৈ আমি "বিহু" প্ৰতিপালন কৰো। সকলো অনুষ্ঠানৰে প্ৰথম অৱস্থা সাধাৰণ আৰু ভাল। ক্ৰমে কালৰ গতিত কেতো বিলাক অকামিলা কথা যোগ হৈ অনুষ্ঠান বোৰ দূষিত কৰে। এতেকে সমাজ সংস্কাৰক সকলে বিহুৰ সাৰ ভাগ ৰাখি অসাৰ ভাগ পৰিত্যাগ কৰিবলৈ যত্নবান হোৱা উচিত।

বি, ব,

---

( খাসিয়া পৰ্ব্বতৰ ওপৰত থিয়দি )

## মনৰ ভাব।

কিয় চকুৰ পানী বহিছে সঘনে,
কিয় চকু একে টকে চাইছা সেই পোনে!
দেশৰ অৱস্থাত দুখী, বুজি তোমাৰ আখি,
তাতে বুজি কান্দি, চাহা দুঃখ অভিমানে!

কি দেখিছা! সোণৰ আসাম মাটি,
সুবৰ্ণ প্ৰসূতি ভূমী তেও ভিখাৰিণী!
কি দেখিছা! সোঁৰোপা আসাম বাসীক,
অচেতন, অজীৱন, অচল বন্দী।
কি দেখিছা! কাঙাল বিদেশী জন
যেথা আসি ধনী সিও লভিছে প্ৰচুৰ উচ্চ অভিমান।
ধিক্ আমি অসমীয়া নিৰ্জ্জীৱ পৰাণ।

কি দেখিছা! মহৰি, কেৰাণি ধৰি কলম কানত,
আধাপেটী ভাত মাত্ৰ কপাত পাৰ্ব্বত,

কাছুটী, চেলেঙ সবই খোজব বেগত।
উৰ্দ্ধশ্বাসে লবড়িছে নিজ আপীসত ॥
হজুবব বাগ আৰু গড্ড হাকিব মাত্র কবিছে ধ্যান।
ধিক্ আমি অসমীয়া নির্জীব পবাণ ॥
এই দবে মাহ শেষে দৰ্মহাব দিন
কেঁয়া মুদি ধকয়াই সাধিলেছি ঋণ
লম্বা বঙ্গা খাতা মেলি দিছে সমিধান।
ধিক্ আমি অসমীয়া নির্জীব পবাণ ॥

কি দেখিছা ! অসমীয়া ! খুচুবা দোকানীগণ
সিও তোমাক ঋণ জালে কবিছে বন্ধন।
পবব গোলাম মাত্র দেশী ভদ্রগণ,
মৌজাদাব, মহবি সবে কাপ কাঁঠিত মন
স্বাধীন বৃত্তিব প্রতি সবে অচেতন
ধিক্ আমি অসমীয়া নির্জীব পবাণ।

কি দেখিছা ! অসংখ্য জাহাজ, নৌকা নদীব বক্ষত,
সবিহ, কপাঁহ, লাহা বববব বোজ, ভবাই বুটত
শুহিছে বিদেশীয়ে, এইরূপে প্রতি বোজ,
দেশিব আকাল বিদেশিব মহাভোজ।
নিদ্রিত আমাব মন নাই নকবে কান
নিজব ধন লোকে খায় নাই একো জ্ঞান
ধিক্ আমি অসমীয়া নির্জীব পবাণ।

কি দেখিছা ! কাণীব খোলাত বহি কত জন,
কবিছে হুচুবি গপ অকথ্য কথন
কতো হইছে, কেতিয়াক হাজাব পুবাব,
কতো হইছে বেপাবি সহস্র টকাব

কোনোএ কৰিছে গাণ ভুজনে একনে,
কোনোএ বা ওলাইছে দেশ পৰ্য্যটনে,
কতো ভাঙ্গি কতো পাতি গৈলা স্থানে স্থান
ধিক্ আমি অসমীয়া নিৰ্জীব পৰাণ।

কি দেখিছা! শিক্ষিত যুবক যিবা কেই জন
সমাজৰ ভয়ত সদা সঙ্কুচিত মন।
বোপা ককাৰ নিয়মক দৃঢ় মনে ধৰি,
থইছে সত্যক লুকাই ধৰ্ম্ম অনাদৰি
সত্যৰ আশ্রয় বিনা সুসাহস কাৰ?
মিছা ৰূপ কাঁইট জেঙ্গে ভেটি সত্য দ্বাৰ,
নিজোন্নতি, দেশোন্নতিৰ থাইছে মুৰ
দুনাও দুভৰী কৰি সদায় আতুৰ,
কৰোঁ বুলি ধৰোতেই হেকয়াসে ঘোৰ।
ঊনবিংশ শতৰ প্রায় পৰিলহি ওৰ
নিজৰ আৰু দেশৰ প্রতি নাই মন কাণ,
ধিক্ আমি অসমীয়া নিৰ্জীব পৰাণ।

গিৰিক সম্বোধি হঠাৎ শক্ত-শুনোকাৰ
অকস্মাৎ শুধিলে মোক, "আসাম আজিকাৰ"
হায়! কি বিষাদ কথা শোকৰ সাগৰ
ভাবাহা ভাবুক আসাম কি তোমাৰ?
ভাবাহা ভাবুক তোমাৰ কোন অধিকাৰ?
জেম্ব শক্তিৰ জক্ত আমি কৰিছো হাহাকাৰ!
বল শক্তি জ্ঞান বুদ্ধিত সমান অধিকাৰী
তথাচ অসমীয়া কীয় নবিত্র ভিখাৰি?
ধিক্ মান হীন আমি আসাম নিবাসী।

যবত থাকিও আমি সদায় প্ৰবাসি
বাগীচাম সাহাব অধীনাৰ, তাবো ধম মাম
কিন্তু আমি অসমীয়া নিৰ্জীব পৰাণ।

এতিয়াও আছে কিছু আমাৰ উপায়
উঠা অসমীয়া হই এক মন কায়।
দেশৰ নিমিত্তে সদা কৰাহা যতন
এলাহত পৰি কাল নকৰা হৰণ
জি জাতিত নাই "একতা" "জাতী'তা"
সি জাতিৰ নাম—পৰৰ অধীনতা
অতএৰ সবে কৰা দৃঢ় পণ,
স্বদেশৰ হীত চিন্তা সৰ্ব্বক্ষণ
ন হয় কি সুখ মনত উদয় এবাৰ ?
ভাবিং দেখা যেবে "আসাম আজি কাৰ" ?
দেখা বঙ্গ কেনে বঙ্গে উন্নতি সাধয়
ৰাখিছে নিজৰ সত্ব পৰক নেদয়
শিল্প বাণিজ্যাদি যত উন্নতিৰ পথ
সকলোতে মত্ত বঙ্গে সিদ্ধ মনোৰথ
নতুন নতুন কত বাতৰি কাকত
সাধিছে দেশৰ হিত হইয়া বেকত
আসাম তোমাৰ কপালৰ গুড়ি, দেখা—
"নিউচ" খনি মবো মবো প্ৰায় সদায় আধা লেখা॥
"মিহিৰ" "দৰ্পণ." বিলাসিনী". (কলৈ) গল
হায়! নিষ্ঠুতিৰ বকত সকলো হৰিল!
কিনো বিধাতাৰ কোপ তোমাৰ প্ৰতি.
কিয় নহয় দেশীয়ৰ সত্ত্ব বুধি মতি ?

বাতৰি কাকতত যাৰ নাই ভাবনা,
সি দেশত বৃথা উন্নতিৰ আশা?
কি লেখিলে বিধতায় তোমাৰ কপালে?
আসাম বাসীক সৰ্ব্বনাশে পালে!
বিদেশীয়েই কি নিব সৰ্ব্বস্ব তোমাৰ?
ভাবুক এবাৰ ভাবা আসাম "আফ্রিকাৰ"?
আসামৰ মাটী পৰম উৰ্ব্বৰা
এনে ভূমীৰ যদি আদৰ নকৰা
ভাটীৰ চাউল আমদানি নহলে?
ধিক্ অসমীয়া তোমাৰ জীৱন মচলে।
নিদ্ৰা পৰিহৰি এবাৰ ভাবা কি হল!
"ঘৰত জুই যোদ এলাহত তেও বিহ্বল।
এতিয়া নকৰা মন নিচিন্তা উপায়,
পিচত পস্তাবা সবে খাবলৈ না পায়।
লাগিব হুবগৈ সবে বিদেশীৰ চাকৰ
তেতিয়া বুঝিবা সবে আসাম "আফ্রিকাৰ"?

(পৰিবৰ্তিত) ক, ভ,

মন্তব্য। পৰ্ব্বতৰ শিখৰত উঠি এই জনা লেখকে অপূৰ্ব্বৰূপে এই ভাব প্ৰকাশ কৰিছে। লেখকৰ ভাব আক ছন্দ দুয়ো ম।

---

# স্বাধীনতা নে স্বেচ্ছাচাৰ।

(১৪৩ পৃষ্ঠাৰ পৰ।)

যাৰ অনুগ্ৰহত ভাগকল্পা জীৱনে তাগৰ পদুলায় ক্ষুধাতুৰে আহাৰ পায়, তৃষ্ণাতুৰে পানী পায়, হায়! কেনেকৈ তেঁওক পৰাধীনা বুলিব? সাবিত্ৰী, সীতা, শকুন্তলা, ইত্যাদি আৰ্য্য ৰমণীবিলাক পৰাধীনা? এওঁলোকেই যদি পৰাধীনা

হ'ব লাগিল· সংসাৰত স্বাধীনা তিকতা কোন? স্বাধীন শব্দ-ৰেই বা অৰ্থ কি? আহা! পতি-ভক্তি, গুৰুজনৰ প্ৰতি শ্ৰদ্ধা, সাংসাৰিক কাৰ্য্য কুশলতাই এঁও লোকৰ জীৱনক কি পবিত্ৰ কৰি তুলিছিল, কি মধুৰ সজ্জাৰে সজাই, স্বৰ্গীয় ভাবেৰে অনুপ্ৰাণিত কৰি অমৰ-বাঞ্ছনীয় কৰি তুলিছিল! সেই নিমিত্তেই সাবিত্ৰী জগৎপূজনীয়া; সীতা লক্ষ্মীস্বৰূপা। আজি কালিৰ অৱৰোধ প্ৰথাৰ বহিৰ্ব্বৰ্ত্তিনী গাভৰুএ নতুন শিক্ষাৰে শিক্ষিতা হই গিৰিয়েক যোগেশ্বৰ বাবুক হয়তো “প্ৰাণৰ যোগেশ” বা “প্ৰাণনাথ” “প্ৰিয়তম” (ডাৰ্লিং) বুলি তেঁওৰ মন তুষিব পাৰে, কিন্তু আমাৰ চহা নিয়মৰ তলতীয়া সাধাৰণ অসমীয়া গাভৰুএ যি ভয়, ভক্তি ও প্ৰেম মিশ্ৰিত ভাবেৰে গিৰিয়েকক দেখে ও তেঁওৰ লগত ব্যৱহাৰ কৰে, নৱ শিক্ষিতাৰ অন্তঃকৰণত সেই ভাব নাই—তেঁও গিৰিয়েকক জীৱনৰ সঙ্গী এজন বুলি অনুমান কৰে, আমাৰ চহা বোৱাৰীএ গিৰিয়েকক তাইৰ জীৱনৰ অধিকাৰী বুলি ভাবে; “সুলোচনা” বোৱাৰীএ গিৰিয়েকৰ লগত লগৰীয়াৰ ব্যৱহাৰ কৰে, “ৰূপহীএ” তেঁওক ইষ্টদেৱৰ দৰে দেখি চকুলৈ চাই কথা কবৰ সাহ নেপায়। এজনাই শাহু-শহুৰক সামান্য বুঢ়াবুঢ়ীৰ লগত গণ্য কৰি কাপোৰ বাতে উড়াই নিব খোজে, আন জনাই তেঁও লোকক পিতৃ-মাতৃৰ দৰে গুৰুজন ভাবি তেঁও লোকৰ পদধূলি গ্ৰহণ কৰি নিজক ভাগ্যৱতী বিবেচনা কৰে। এজনাই শাহু-শহুৰে কেনেবাকৈ দেখা পায় বা মাত শুনে বুলি সদাই সহ চিত্তা হই থুৱে, আন জনাই সিহঁতক মানুহ যেনকে নেদেখে। চহা, আৰু নতুন শিক্ষাৰ ইমান প্ৰভেদ! মনোমত গহনা দি সন্তুষ্ট কৰি ৰাখিব নোৱাৰিলে এজনাই গিৰিয়েকক বিষ চকুৰে দেখে, আন জনাই

গিৰিয়েক আৰু সিন্দুৰৰ কোটচৌকো সৰ্ব্ব-সম্পত্তি বিবেচনা কৰি যি অৱস্থাত থাকে, তাতে কপালক খিয়াই মৰৰ সুখেৰে দিন কটায়।

সেই শিক্ষিতেই দুঃখিত অন্তঃকৰণেৰে কওঁ যে আজি কালিৰ তিৰোতাবিলাকক যি বিধৰ স্বাধীনতা দিবলৈ উলিয়াইছে, সি "স্বাধীনতা" নহয় "স্বেচ্ছাচাৰিতা।" তিৰোতাক নিজৰ ইচ্ছাৰ তলতীয়া কৰি দিব না লাগে; শাহু শহুৰক তল পেলাই গাভৰু বোৱাৰীক সংসাৰৰ সৰ্ব্বময়ী কৰ্ত্রী কৰি দিয়া একেবাৰেই অযুক্ত। সেই বিষয়ে মহৰ্ষি মনুৱে হাত ডাঙি ডাঙি মনু-সংহিতাত "নস্ত্রী স্বাতন্ত্র্যমৰ্হতি" "পিতা ৰক্ষতি কৌমাৰে ভৰ্ত্তা ৰক্ষতি যৌবনে" ইত্যাদি ৰূপে উপদেশ দি গৈছে। এই বিলাক কথাত যে অশেষ সাৰ আছে, আমি তাক ভাবি চাব লাগে। সীতা, সাবিত্রী শিক্ষিতা বোৱাৰী আছিল—তেঁও লোকৰ ভিতৰত অয়নৰ পাতি পাতি বাঢ়িও লৈছিল, কিন্তু তেঁও লোকে কেতিয়াও মাক জনৰ মানত আঘাত কৰা নাছিল তেঁও লোকে ভক্তি জল সিঁচি সেই মানক অধিক কৰি পৰিপুষ্ট কৰি তুলিছিল। পৰ-পুৰুষক তেঁওলোকে ভাই বা পিতাকৰ দৰে দেখিছিল, কিন্তু আজি কালিৰ নৱশিক্ষিতাই গিৰিয়েকৰ লগৰীয়া দুজন-বা একজন ডেকাৰ লগত মুখ চুপতি মৰা বা দুই চাৰিটা ৰহস্য কৰা একো অসৎ কাৰ্য্য যেন অনুমান নকৰে। হায়! কালৰ কি পৰিবৰ্ত্তন! সময়ৰ কি বৈচিত্র্য! আই সাবিত্রি! এবাৰ এই মৰ্ত্ত্যভূমিলৈ নামি আহি তোমাৰ বোৱাৰী জীয়াৰী বিলাকক চাই যোৱাহি, তেঁও লোকে লাহে লাহে কেনেকৈ বিপথা হবলৈ ধৰি তোমালোকৰ জগৎ-পূজ্য নামত কলঙ্ক আনিবলৈ ধৰিছে। তুমুকি মাৰি চাই তাৰ প্ৰতিকাৰৰ

উপায় কৰি থোৱাহি। মব ডেকা! তোমাৰ ভ্ৰম বুজা, তোমাৰ গ্ৰীক শিক্ষা দিয়া কিন্তু স্বাধীনতাৰ ছল কৰি স্বেচ্ছাচাৰ নিদিবা বা দেশী শিক্ষা এড়ি বিদেশী শিক্ষা নিদিবা।

ৰ, মহন্ত।

---

# বিবেক।

মই এদিন ফুৰে তে ফুৰে তে এটা চাৰি আলীৰ মুকত উপস্থিত হলোঁগৈ। তাতে সৌভাগ্যক্ৰমে এজন অসাধাৰণ পণ্ডিতৰ লগত মোৰ দেখা হল। পণ্ডিত জন বুঢ়া আছিল। আহা! তেঁওৰ কি শান্ত গম্ভীৰ প্ৰকৃতি! কি সৰল স্বভাৱ! দেখিলেই ভক্তিৰ উদয় হয়। এনে বোধ হয় যেন সংসাৰৰ লগত তেঁওৰ কোনো সংস্ৰব নাই অথচ সকলোৰে হিতাকাঙ্ক্ষী। মই সেই মহাপুৰুষ জনৰ ভৰিত দীঘল হই পড়ি হাত যোড় কৰি সুধিলোঁ। মহাশয়! এই ঠাইৰ নাম কি? আৰু আপুনিবা কোন এই চাৰি আলীৰ মুকক শোভিত কৰিছেহি? পণ্ডিত জনে মিচিকিয়াই হাঁহি উত্তৰ কৰিলে হেৰা পথিক! তুমি মোক চিনিব পৰা নাইনে? মোৰ নাম "বিবেক"। মই সদায় জ্ঞান চৰ্চ্চাতেহে দিন নিয়াঁও। মোৰ কেইটামান প্ৰিয় ছাত্ৰ আছে তেঁও বিলাকে মোৰ ইয়াতে জ্ঞান আলোচনা কৰিবলৈ সদাই আহে। এই চাৰি আলীৰ ওচৰতে মোৰ পঢ়াশালী, এখন আছে। আৰু এই চাৰি আলীৰ মুকৰ নাম "ভ্ৰম"। দুৰ্ভাগ্যক্ৰমে ইয়াৰ পূৰ্ব্বে মোৰ এই পণ্ডিতজনৰ লগত কেতিয়াও দেখা হোৱা নাছিল তেঁওৰ নামো কেতিয়াও শুনা নাছিলোঁ তেঁও কৃপা কৰি মোক তেঁওৰ

পৰিচয় দিলে তথাপি মই এতিয়াও তেওঁক ভালকৈ চিনিব নোৱাৰিলোঁ। তেওঁক দেখিয়েই পৰা মোৰ মনত ভক্তিৰ উদয় হইছে। মোৰ মনৰ সকলো কথাকে এই দৰে তেওঁৰ আগত ভাঙ্গি কবলৈ ধৰিলোঁ। মহাশয়! মই ৰোগ, শোক, ভয়, দাৰিদ্র্য প্রভৃতি সাংসাৰিক কষ্ট সহ কৰিব নোৱাৰি এই পৰ্য্যটন ব্রতৰ আশ্রয় লইছোঁহি। কলৈ যাম কি কৰিম একোকে থিৰ কৰিব পৰা নাই। বহু দিন এই দৰে ঘূৰি ঘূৰি আজি আহি আপোনাৰ ওচৰ পাইছোঁ। এই বাটটোৰ নাম কি তাক মই নাজানোঁ। সৌৱা যে আৰু তিনিটা আলী দেখা গইছে তাৰেই বা নাম কি? আৰু তাৰ ভিতৰৰ কোনটোৱে গলে কোন ঠাইত উঠিব পাৰি তাকো নাজানোঁ। এতেকে মোক অনুগ্রহ কৰি ইয়াৰ সবিশেষ বৃত্তান্ত জানিবলৈ দিলে চৰিতার্থ হম।

বিবেকে কলে "পথিক! তোমাৰ কথা শুনি মই বৰ দুঃখীত হলোঁ। তুমি ডেকা মানুহ; এই ডেন বয়সত তুমি সংসাৰিক দুঃখ, শোক আদি সহিব নোৱাৰি অবশ্য কৰ্ত্তব্য সংসাৰ ধৰ্ম্ম পৰিত্যাগ কৰি ভাল কৰা নাই। পৃথিৱীত যিমান আশ্রম আছে তাৰ মাজত গৃহস্থাশ্রমেই সকলোতকৈ প্রধান। যি হওক তুমি যি বাটেৰে ইয়ালৈ আহিছা তাৰে অলপ দূৰতে এজন ভালৰ অধ্যাপকৰ এখন পঢ়াশালী আছে মোৰ বোধ হয় তুমি সেই অধ্যাপক জনৰ চকুত নপৰিলা পৰা হলে তোমাৰ অন্তৰত উদাসীন ভাব অলপ মানো থাকিব নোৱাৰিলে হেতেন। তেওঁৰ নাম "ধৈৰ্য্য"। ধৈৰ্য্য মোৰ এজন প্রধান শিষ্য"।

"তুমি যি বাটেৰে ইমান দূৰলৈ আহিছা তাৰ নাম "দুশ্চিন্তা"। সংসাৰৰ বিঘ্ন বিলাক অতিক্রম কৰিব নোৱাৰি

তোমাৰ দৰে আৰু বহু বহু ভেকাই সন্ন্যাসীৰ বেশ ধৰি অনেকে আছে হয় কিন্তু ভাগ্যগুণে যাৰ লগত মোৰ প্ৰিয় শিষ্য ধৈৰ্য্যৰ দেখা হয় তেঁও কেতিয়াও ইমান দূৰৈলৈ আহিব নোৱাৰে। ধৈৰ্য্যে তেঁওক অশেষ প্ৰকাৰ শান্ত্বনাৰ দ্বাৰাই ক্ৰমে সুশিক্ষিত আৰু স্থিৰ কৰি সংসাৰলৈ ওভোতাই পঠাই দিয়ে।

“ মোৰ প্ৰিয় শিষ্য ধৈৰ্য্যৰ পঢ়াশালীলৈ মই সদাই অহা যোৱা কৰি থাকোঁ আৰু মাজে সময়ে তেঁওৰ ছাত্ৰ বিলাকৰ পৰীক্ষা লওঁ। যি ছাত্ৰে মোৰ পৰীক্ষাত উত্তীৰ্ণ হব পাৰে তেঁওক মই পুৰস্কাৰ আৰু এখন প্ৰশংসা পত্ৰ দি বিদায় দিও। এই দৰে মোৰ মৰমৰ পাত্ৰ হৈ বেইএ আকৌ গৃহস্থাশ্ৰমৰ আশ্ৰয় লয় তেঁওৰ সাংসাৰিক সুখৰ সীমা নাথাকে। কিন্তু দুৰ্ভাগ্যক্ৰমে যি জনে ধৈৰ্য্যৰ বা মোৰ আগত নপৰে তেঁওৰ বৰ দুৰ্গতি হয়। তুমি সমুখতে যি তিনটা আলী দেখিছা তাৰ এটাৰেও তুমি নাযাবা, গ'লেই তোমাৰ বিপদ ঘটিব।

পথিক! দুশ্চিন্তা পথৰ ওচৰত যি বাটটো দেখিছা তাৰ নাম “উন্মাদ”। উন্মাদ পথ কিমান দুৰৈত কত উঠিছে কোনোএ কব নোৱাৰে। এই বাটৰ মুৰতে যি বিলাক ডাঙৰ ডাঙৰ ঘৰ দেখিছা সেই বিলাক ঘৰ বিপদৰ ভঁৰাৰ মানুহে তাক “মদৰ দোকান” বোলে। মোৰ লগত তোমাৰ দেখা নহলে তুমি অৱশ্যেই তালৈ গ'লা হেতেন গ'লেই তোমাৰ ৰক্ষা নাছিল। নাজানি মুগুনি বহু মানুহে সেই বাটেৰে গৈ বিপদত পৰিব লাগিছে। পথিক! এই পিনে চোৱা সাপৰ দৰে যি বেঁকা বেঁকী এটা বাট দেখিছা তাৰ নাম “আত্ম হত্যা। মোৰ লগত দেখা নোহোৱাত তোমাৰ নিচিনা বহু মানুহে সেই বাটেৰে গৈ প্ৰাণ হেৰুৱাইছে। মই

তোমাক যি অপ্রহত্যা নামে বাটৰ কথা কলোঁ তাৰ মুৰতে "দুৰ্ম্মতি" নামে এজনী ৰূপবতী বেশ্যাৰ ঘৰ আছে, তাই এই অবস্থাৰ বাটকৰুৱা মানুহ লগ পালেই তাক তৎক্ষণাৎ বিমোহিত আৰু জ্ঞান শূন্য কৰি, দয়া, ধৰ্ম্ম ইত্যাদি তেওঁৰ গাত যি যি বহু মূল্য অলঙ্কাৰ থাকে তাকে ছলে বলে কাঢ়ি লই তাৰ পৰিবৰ্ত্তে তাই হিংসা, অধৰ্ম্ম, খলতা, পৰনিন্দা ৰূপ ভয়ানক হলাহল হাতত দি তেওঁক বিদায় দিয়ে। বিদায় কৰি দিয়াৰ পিছে পথিকে আৰু বহু দূৰৈলৈ যাব নোৱাৰে। সোন কালেই মৃত্যু আহি লগ ধৰি পৃথিবীৰ পৰা চিৰ দিনৰ নিমিত্তে তেওঁক আতৰাই লই যায়। শ্ৰীম, মু,

গুৱাহাটী।

---

# উন্নত্তিৰ চাৰিখান দুৱাৰ।

মনুষ্য জাতিৰ এতিয়া যেনে অবস্থা চাৰি বা পাঁচ বছৰ পূৰ্ব্বে তেনে নাছিল। সেই সময়ত এতিয়াৰ দৰে চাৰি খনি দুৱাৰ মুকলি নাছিল বা নহইছিল। মনুষ্য ইতৰ প্ৰাণীতকৈ বিবেচনা আৰু বুদ্ধিত শ্ৰেষ্ঠ। এই বুদ্ধিৰ ক্ৰমোন্নতি আছে। পশু পক্ষীৰ মাজতো বুদ্ধিৰ বিশেষ পৰিচয় পোৱা যায়। কিন্তু তাৰ উন্নতি নেদেখি। পাঁচশ বছৰ পূৰ্ব্বে টোকোৰা চৰাইৰ বাহ যেনে এতিয়াও তেনে। কিন্তু মানুহৰ বুদ্ধি কৌশল উন্নতিশীল হোৱাত সেই কালৰ ঘৰৰ অবস্থা এতিয়াৰ ঘৰৰ অবস্থাৰে একে নহয়। আমাৰ উন্নতিৰ, যি বিলাক বাট উলিওৱা হইছে তাৰ মাজত এই চাৰিটা বাট প্ৰধান।

প্ৰথম কম্পাস বা দিক্ নিৰূপক যন্ত্ৰ। সমুদ্ৰত জাহা-

জেহাজ বা নাও অহা যোৱা কৰাত পূর্ব্বে বড় অসুবিধা আছিল। আজি চাৰিশ মান বছৰ হ'লছে চুম্বক বা মেগনেট্ লো আবিষ্কাৰ হল। ইয়াৰ কাইটৰ মুখ সদাই উত্তৰ কাললৈ পোন হই থাকে। এই কাইটৰ দ্বাৰা কম্পাস যন্ত্র প্রস্তুত হ'লত তাৰে যিঠাইত যেতিয়া থকা যায় দিক্ নিৰূপন কৰা ঢিলা হ'ল। সেই কাৰণে সমুদ্রেদি নানা দেশলৈ যোৱা অহা সুচল হ'ল। বেপাৰৰ সুগম উপায় হল। নানা ঠাইৰ বস্তু নানা ঠাইলৈ আমদানি ৰপ্তানি হবলৈ ধৰিলে নানা দেশৰ মানুহ নানা দেশলৈ যাবলৈ ধৰিলে। এই ৰূপ হোৱাত সভ্যতা বৃদ্ধিৰ এখান বড় দুৱাৰ মুকলি হ'ল।

দ্বিতীয়—পূর্ব্বে মানুহে হাতেৰে পুথী লেখিছিল তাৰে পুথীৰ জ্ঞান সাধাৰণত প্রচাৰ হবৰ সুচল উপায় নাছিল। কোনো দেশৰ বা সময়ৰ জ্ঞান বা জ্ঞানৰ কথা সেই সময় বা সেই ঠাইতে আছিল। কিন্তু ছাপাৰ যন্ত্র প্রচাৰ হলত সেই অসুবিধা নিবাৰণ হল। এক দেশৰ এক সময়ৰ জ্ঞানৰ কথা আৰু জ্ঞানীৰ মনৰ ভাব নানা দেশলৈ যাবলৈ ধৰিলে। ছাপা যন্ত্রৰ দ্বাৰাই হাজাৰ হাজাৰ পুথী প্রচাৰিত হ'ল। সময়ৰ দূৰতা গুছিল।

তৃতীয়—বাষ্প বা ভাপৰ যন্ত্র। ইয়াৰে নানা ঠাইলৈ যাব পৰা নানা কাৰ্য্য সাধিব পৰা অনেক উপায় সৃষ্ট হইছে। ভাপৰ জাহাজ, ভাপৰ গাড়ী, ভাপৰ যন্ত্র এই বোৰৰ দ্বাৰা মনুষ্যৰ কিমান উপকাৰ সাধন হব লাগিছে তাক সকলোএ জানে।

চতুর্থ—তাড়িত যন্ত্র—বিজুলী যন্ত্র তাক। ইয়াৰ দ্বাৰাই টেলিগ্রাফত বার্ত্তা অহাযেনাৰ যি উপায় হইছে তাক কোৱা বাহুল্য।

গাৰো সহজে মনেৰে বিশ্বাসী খ্ৰীষ্টীয়ান হ'ল। আৰু এনেও আছে যে বহুত খ্ৰীষ্টীয়ান গাৰোএ খ্ৰীষ্টৰ নামকে নাজানে, সিহঁত কি হইছে একো কব নোৱাৰে। সিহঁতে ইয়াকে জানে যে দহোটা খিপিনে গইছে, সেই পিনে গলেই ভাল ভেছেলৈ হলেই থাকোক বা জোঙ্গেই থাকোক। ইহঁতে আৰু এটা কথা জানে—দেৱতাৰে খিৰ্জা ধৰলৈ গই "পাশমা" কৰিবলৈ লাগে।

গাৰোৰ ভিতৰত তিকতাৰ মৰ্য্যাদা। তিকতা গাৰো-সমাজৰ মহাশক্তি। গাৰোহঁতৰ ভিতৰত লৰাতকৈ ছোৱালীৰ আদৰ অধিক। ছোৱালীয়েই সিহঁতৰ সৰ্ব্বসম্পত্তিৰ গৰাকী। আমাৰ মাক-বাপেকে লৰা হলে আনন্দত মগ্ন হয় ছোৱালী হলে কেৱে নৈত উটাই দিবলৈ কয়। গাৰোহঁতে ছোৱালী হলে ঢুলি-তালি ডাম্বৰ-দীষল কৰিবলৈ দিয়ে, আৰু লৰা হলে বাতৰিকে নলয়। আমাৰ পুতেকৰ পুতেক উত্তৰাধিকাৰী, গাৰোহঁতৰ জীয়েকৰ পুতেক বা ভাগিনীয়েক সৰ্ব্ব-সম্পত্তিৰ গৰাকী। তিকতাৰ সামাজিক অৱস্থালৈ চালে অসভ্য গাৰো সমাজ সভ্যতম ইংৰাজ-সমাজৰ লগত বহুত মিলে। অমিল অল্প গাৰোৱণীয়ে লেখা-পঢ়া কাক বোলে কব নোৱাৰে, গাৰোৱণীয়ে গা চিকুনকৰি নজনে। বিবি বিলাকে জানিবা লেখিব পঢ়িব জানে, আৰু উন্নত ৰুচিৰ দাসী হই গাৰ খুন বঢ়োৱাত খৰ কাজি। ইয়াত বাজে সকলো একে বুলিলেই হয়। ইংৰাজ-সমাজত তিকতাৰ যিমান আয়ম্, যিমান মান, গাৰো-সমাজত গাৰোৱণীৰো সিমান আয়ম্, সিমান মান। সাহাৰ আৰু প্ৰেমে হাতত ধৰাধৰি কৰি ফুৰিলে যেনেকৈ ইংৰাজ সমাজে নিন্দা নকৰে, গাৰোৰ লগত গাৰোৱণীয়েও গাৰোৰ

দুখৰ অৰ্দ্ধ ভাগিনী হই লগে লগে ফুৰিবলৈ গাৰো-সমাজে ধৰ্ম্মিক যেন বিবেচনা নকৰে। ইংৰাজৰ দৰে গাৰোএ খাবৰ সময়তো সকলোৱে একে পাত্ৰতে খাবলৈ বহে। এদিন গাৰোবুঢ়ী এজনীয়ে খাই যোৱাত তাইৰ পাত্ৰতে বহি তাইৰ গিৰিয়েকক খোৱা দেখিছোঁ, তিৰুতাক সন্মান কৰা গাৰোহঁতৰ আদৰণীয় নিয়ম; গাৰোবিলাক বিবাহতেকৈ খ্ৰীষ্টীয়ান হ'ব লাগিছে, বোধ কৰোঁ। অৰ্দ্ধ-শিক্ষিত খাসৰ শাস্ত্ৰ প্ৰকৃত গাৰোৰ সঁচ এটিও নাথাকিব। আৰু চিৰ-কাল এই দৰে চলি থাকিলে যে গাৰো-সমাজ এদিন ইংৰাজৰ দৰে উন্নত সমাজ হ'ব, তাক নিবাং কৰি ক'ব পাৰি।

গাৰোবিলাকৰ মাজত, আমাৰ কোনো গোঁসাই বা মহন্ত সকলে ধৰ্ম্ম প্ৰচাৰ কৰিলে সিহঁতে হিন্দু ধৰ্ম্মও গ্ৰহণ কৰিব পাৰে। ধৰ্ম্ম প্ৰচাৰকৰ এনে বৃত্তি না-মাটো আছে। গাৰো বিয়া। ওপৰত কৈছোঁ যে গাৰোতকৈ গাৰোৱনীৰ মৰ্য্যাদা সৰহ। বিয়াতো গাৰোৱনীৰ হাত ওপৰ। আমাৰ হলে দৰাই বিয়া কৰায়, গাৰোহঁতৰ ছোৱালীএ বিয়া কৰায়। আমাৰ কালে দৰাই ছোৱালী খাচে, গাৰোহঁতৰ ছোৱালীয়ে দৰা খাচে। আমাৰ ছোৱালী দৰাৰ ঘৰলৈ গৈ দৰাৰ ঘৈণী হয় সিহঁতে দৰাক কন্যাৰ ঘৰলৈ নি ঘৰজীয়া ৰাখে। ইয়াৰ পৰা সকলোৱে অনুমান কৰিব পাৰে যে অসভ্য গাৰোহঁতে সভ্যতাৰ ভাব লেখুতা বহুত অসমীয়া আৰু বঙ্গালী জীয়াহঁতৰ দৰে পেটৰ পোৱালীক অৰ্থৰ নাগৰিৰ নোহৰা লোভত মুক হৈ চিৰকালৰ নিমিত্তে দুখৰ অতল সাগৰত পেলোৱায়। গাৰো-মাক-বাপেকে ছোৱালীৰ গাৰ ধন লব নোৱাৰে, গতিকেই বুজিব পাৰি ন তিয়হৰ জানিব দৰে হুনীয়া গাৰো-ছোৱালী কেতিয়াও

মাক-বাপেকৰ পৈশাচিক লোভত বধ হই মৰাপাটৰ জুৰে পকাচুলীয়া, দাঁত-সোলোকা আৰু গাৰ মঙহ সোপোৰা-গুপুৰি দিয়া বুঢ়াত পৰি ঢুকলীয়া ৰজনত্বে বাৰী হৈ ভ্ৰূণ-হত্যাদি অশেষ মহাপাতকেৰে পাপিনী ন হয় গতিকেই বুজিব পাৰি যে গাৰো-দম্পতি বহুত অসমীয়া আৰু বঙালি-দম্পতিত কৈ অনেক পৰিমাণে সুখী। গাৰোনী গাভৰু হই উঠিলেই নিজৰ দৰালৈ চকু দি থাকে। মনৰ জোখাই দৰা পালে (আৰু দৰাৰো যদি কন্যাত মন পৰে) উভয়ৰে বিয়া হয়। লাজা গোঁসাইৰ আগত দেওৰা পুৰোহিতে গাৰো-গাৰোৱণীৰ এই বিবাহ-কাৰ্য্য সম্পাদন কৰি দিয়ে। দেওৰাই লাজা গোঁসাইক গাৰো-গাৰোৱণীৰ প্ৰেম-বন্ধনৰ সাক্ষী কৰি দুইকো বিয়াৰ ডোলেৰে সাজোৰে। বিয়াৰ দিনা গাৰোৰ আনন্দৰ ঠাই নাই! সাধাৰণ আৰু পোহনীয়া মদৰ সাগৰত বিয়াৰ দিনা গাৰো-গাৰোৱণীয়ে বুৰিয়াই জীয়াতে স্বৰ্গৰ দুৱাৰৰ বাট বিচাৰে। গাৰো-বাদ্যভৰ গাত সেই দিনা ৰজা-বাদস্বাৰ আমোদ-প্ৰমোদ! মদৰ বাগিয়ে সেই দিনা পাৰ্থিব-গাৰোক বৈকুণ্ঠ-বাসী কৰে!

বিয়াৰ সকলো আয়োজনাদি হলে দেওৰায়ে এজোৰ কুকুৰা আনি লাজা-গোঁসাইৰ গুড়িত একে লগে দুইবো টোঁটু কাটি লাহেকৈ গোঁসাইৰ কাষতে থই দিয়ে। এই কুকুৰা-জোৰৰ আয়ুৰ আৰু অন্যান্য আকৃতি-প্ৰকৃতিৰে গাৰোইতে দৰা কন্যাৰ সুখৰ সূচনা কৰে। সিইতে বিশ্বাস কৰে যে যদি দুয়োটা চৰায়ে লৰচৰ নকৰাকৈ একে লগেই মৰে, তেন্তে হলে দৰা-কন্যাৰো একে লগেই চিৰকাল যাব; যদি মতা চৰাইটো আগেয়ে মৰে, তেন্তে দৰা আগে মৰিব; আৰু মাইকী চৰাইটো আগে মৰে কন্যা আগেয়ে মৰিব

যদি জপিয়াই কোনোবা এটা দূৰৈত মৰেগৈ। তেনে হলে সেই লগ ভাজি যোৱাতো মতা হলে দম্পতিৰ সুখৰ, বৰঞ্চ সদাই বিপদ ঘটাব, আৰু মাইকী হলে কন্যাৰ পৰা এই বিপদৰ সম্ভাৱনা কৰা যায়। এই সোপা ছই গলে বৰা গাহৰি বা গৰু আৰু কুকুৰা চৰাই কিছু মানেহে উৰৰ পূজা কৰি গাৰোহঁতে বিয়াৰ কাম সমাধা কৰে। গাৰো-সমাজত বাল্য বিবাহ নাই বুলিও দেখিব লাগিছে যে? যি সমাজত বিয়াৰ এনে নিয়ম, তাত মুনিহ বা তিৰুতা কোনোবা বৰ কুস্বভাৱৰ হলে যে এটাই এটাক এৰি আন এটাক বিয়া কৰাব পাৰে তাকো নেদেখাকৈয়ে সহজে অনুমান কৰি লব পাৰি।

ৰ, মহন্ত।

---

# তিনটি নাই—উন্নতি কেনেকৈ ?

শিক্ষা নাই—শিক্ষা নাই—এই চীৎকাৰ কিয়? সাহিত্য, গণিত, ভূগোল, ইতিহাস, বিজ্ঞান আদি কৰি কিমান অসংখ্য বিষয় আছে; তাৰে ক্ৰমে তাৰাৰ নিয়ম প্ৰণালী, গ্ৰহ-নক্ষত্ৰাদিৰ দূৰত্ব পৰিমাণ, পৃথিৱীৰ স্থান নিৰূপণ, ঐতিহাসিক ঘটনাৰ চৰম-ফল, যৌগিক বস্তুৰ মূল নিৰ্ণয়, ইত্যাদি অনেক বিষয় জনা যায়; তথাপি শিক্ষা নাই—শিক্ষা নাই—এই বিকল চিঞৰণীৰ সকাম কি? ভাল মানিলোঁ, উচ্চ উচ্চ বিষয় আছে, উচ্চ উচ্চ শিক্ষা আছে, তুমিও এই এটাই বোৰকে জানা; কিন্তু এই শিক্ষাৰে আপোনাৰ, আপোন দেশৰ আপোন কৰ্ত্তব্য কৰ্ম্মৰ প্ৰকৃত উদ্দেশ সিদ্ধ হয়নে? যি

শিক্ষাৰে এই তিনটি উদ্দেশ নিসিদ্ধে, সি শিক্ষাই নহয় শিকো তাৰো জন্ম বিফল, জীৱন ধাৰণ বিফল, জন্মৰ উদ্দেশ বিফল— তেনে শিক্ষা কৰিলেও হয়, ন কৰিলেও হয়। মর সাহিত্য আদি এটাই বোৰ বিষয়কে জানোঁ, সুতৰাং “ময় বড় পণ্ডিত” সদাই মোৰ এই অভিমান—কাৰণ মোৰ শিক্ষা-বৃক্ষৰ মূলত নীতি বা ধৰ্ম্মসাৰ নাই; এতেকে পলশুৱা গছৰ নিচিনা মোৰ শিক্ষা অসাৰ। কাৰো দুঃখ দেখিলে তাৰ দুঃখ গুচুৱাবলৈ ইচ্ছা নহয় ব্যভিচাৰৰ পৰা নিবৃত্ত হবলৈ মন নহয়—কিয়নো পশ্বাচাৰৰ সুখেই মোৰ শিক্ষা-বৃক্ষৰ ফল। নীতি, ধৰ্ম্ম বা সমাজৰ ভয় নাই, সুতৰাং মোৰ বৃত্তি বোধ কৰিবৰো কোনো কাৰণ নাই—“ যেসা মন চলেগা তেসা কৰেঙ্গে ” এই মোৰ শেষ সিদ্ধান্ত।

ভাবক, ময় ছাত্ৰৰ মনত ভাবিলোঁ এখানি সৰ্টিফিকট পালেই মোৰ শিক্ষা সফল হয়। পঢ়াশালীত পণ্ডিতক অপমান কৰিলেই হয়, তাৰ পৰা ওলাই আহি শিক্ষকৰ প্ৰতি উত্তম, মধ্যম, প্ৰাকৃত এই তিনিও বিধ ব্যবহাৰ কৰিব পৰা যায়—তাত একো হানি নাই। তেঁও বেতন পায় - বাধ্য হয়েই শিক্ষা দিব লাগিব - ময়ো মানুহ, তেঁও মানুহ—তেঁওৰ তত নম্ৰতা স্বীকাৰ কৰিবৰ মোৰ কোনো কাৰণ নাই পাঠক! এই মোৰ গুৰু ভক্তি!!

পক্ষান্তৰে ভাবা, ময় পণ্ডিত, বেতনৰ টকা কেইটি পালেই মোৰ উদ্দেশ শেষ হয়; ছাত্ৰৰ চৰিত্ৰ বেয়া হয়, হওক, মোৰ তত্ত্ব নিবৰ সকাম কি? অতিৰিক্ত পৰিশ্ৰৱ কৰাৰ লাভ কি? ‘কোনো ৰকমে (ছাত্ৰৰ পশ হক বা নহক) দৰ্ম্মহা কেটকা উলিয়াব পাৰিলেই হয়’ এই মোৰ উদ্দেশ আৰু শিষ্যানুৰাগ!! ইয়াৰ মূল কি? নৱ

শিক্ষা যে বৈতনিক ৰীতি। পূৰ্ব্ব কালৰ মহাত্মা ঋষি আৰু তেঁও লোকৰ শিষ্য বিদাকৰ উদ্দেশ্য আলোচনা কৰি চোৱা—পৰোপকাৰেই শিক্ষকৰ উদ্দেশ—পাপীক ধৰ্ম্মত দুৰ্দ্দান্তক সচ্চৰিত্ৰলৈ, নীতিভ্ৰষ্টক ধৰ্ম্মপথলৈ অনাই তেঁও লোকৰ শিক্ষাৰ শেষ কৰে। গুৰু ভক্তিত প্ৰাণ যায়, যাওক, তাত শিষ্যৰো ত্ৰুটি নাই—ভ্ৰূক্ষেপ নাই—কাতৰোক্তি নাই—কিয়? শিক্ষা তাৰ উদ্দেশ নীতি বা ধৰ্ম্ম-মূলক; সুতৰাং শিক্ষাৰ ফলো সফল।

আহা! সেই কালৰ গুৰু শিষ্যৰ সহিতে এতিয়াৰ পণ্ডিত ছাত্ৰৰ তুলনা কৰাঁ। কিমান প্ৰভেদ! কিমান ব্যতিক্ৰম! আশা নাই আৰো সেই গুৰু শিষ্যৰ নীতি ভাৰতত দেখা দিব।

যি শিক্ষাৰে দেশ পুণ্য ক্ষেত্ৰ আছিল, ক'তো দ্বেষ নাছিল, প্ৰবঞ্চনা নাছিল, কপটতা নাছিল, মিথ্যা নাছিল, সকলো ঠাইতে শান্তি বিৰাজমান হইছিল। সময় ভেদে, লোক ভেদে, শিক্ষা ভেদে, নীতি ভেদে, এতিয়া দেশ পাপপূৰ্ণ—সকলো ঠাইত সত্য লুপ্ত—প্ৰায় প্ৰবঞ্চনাৰ ভীষণ পৰাক্ৰম—কপটতা আৰু মিথ্যা দেদীপ্যমান—সকলো ঠাইতে অশান্তি, বিদ্বেষ আৰু কলহ!!! (ক্ৰমশঃ) মা, শ,

---

## আমাৰ শিল্প।

আমাৰ দেশৰ যি শিল্প বিদ্যাৰ অনুশীলন আছিল যি ভাৰতবৰ্ষৰ আন দেশৰ দূৰে মহলেও একেবাৰেই পেলনীয়া নাছিল। কাহৰ বাসন, মুগা পাটৰ কাপোৰ, সোণ ৰূপৰ কিছুমান অলঙ্কাৰ বৰ ভাল সৰাই বা বটা প্ৰভৃতি

বস্তু আমাৰ ভাল আছিল। বেপাৰ নাথাকিলে শিল্পৰ বিশেষ উন্নতি নহয়। আমাৰ দেশীয় বা বিদেশীয় বেপাৰৰ ভিমান চলতি নাছিল। যি যি বস্তু প্ৰস্তুত হইছিল সি দেশ তেই থাকিছিল। ৰজাৰ বা বিষয়াৰ ঘৰলৈ সেই বোৰ বস্তু অধিক পৰিমাণে গইছিল। সকলো লোকে সকলো দ্ৰব্য ব্যৱহাৰ কৰিব নোৱাৰিছিল। সকলো কাৰ্য্যই খেলে খেলে হইছিল। আন দেশৰ দৰে বিশেষ জাতিৰ কাৰ্য্য নাছিল। খনিকৰৰ খেলে খনিকৰৰ কাম, সোণাৰীৰ খেলে সোণাৰীৰ কাম, কহাৰৰ খেলে কহাৰৰ কাম কৰিছিল। সেই খেলতে সেই কাৰ্য্য বন্ধা আছিল সেইৰূপ কাৰ্য্য কৰাৰ বাবে সেই কাৰ্য্যকাৰক বোৰে মাটী পাইছিল তাৰ পৰিবৰ্ত্তে ৰজা ঘৰত কাম বা বস্তু যোগাইছিল ৰজা ঘৰৰ পৰা সেই কাম চলাবৰ কাৰণে বিষয়াও নিযুক্ত আছিল। সকলো বস্তুএই সেই কাৰণে ৰজা বা বিষয়াৰ নিমিত্তে কৰা হইছিল। সেই সেই শিল্পকৰ্ম্মৰ উন্নতি বেগাৱতী নাছিল। আমাৰ দেশ শান্তিৰ দেশ। মানুহৰ ওপৰতে সকলো নিৰ্ভৰ কৰে যি কাৰ্য্যত খেলৰ অলপ বিশৃঙ্খল হয় সেই কাৰ্য্যতে বড় হানি হয়। মৰাণৰ দিনৰে পৰা আমাৰ দেশৰ শান্তি গ'ল তেতিয়াৰ পৰা আমাৰ অধিক কথা গুছিল।

আহোম ৰজাৰ দিনত আমাৰ দেশৰ পৰা মুগা আৰু পাটৰ সূতা আৰু কাপড় আৰু কাহৰ বাসন সৰাই প্ৰভৃতি বস্তু কিছু পৰিমাণে মুৰশীদাবাদলৈ বঙাল হাটৰ দুৱৰীয়াৰ দ্বাৰাই চালান হইছিল। সুবিখ্যাত জগৎ শেঠৰ ঘৰত আমাৰ সেইৰূপ অনেক বস্তু লইছিল। আসামৰ বস্তু বুলি বড় আদৰ কৰিছিল। আমাৰ দেশত প্ৰস্তুত হোৱা বস্তুত মিহলি নাছিল। সি এই কাৰণে বিদেশত বড় আদৰণীয়।

দুই বথাৰ উদ্দেশ্ত। "দশ বৈদ্য সমো বহ্নি"। দুই দহোটা বেজৰ সমান। বেজে যেনেকৈ ব্যাধি নাশ কৰে অগ্নিএ ও সেইরূপে ব্যাধি নাশ কৰে।

বাহিৰ ফুৰি আহিলে, শৌচাচাৰ কৰিলে গাধুৰ লাগে এইটো নিয়মো সংক্রামক ব্যাধি নিবাৰণৰ উপায়। পানীবে কাপড় কামি তিয়াই গাধুলে দূষিত বায়ু আৰু পদার্থ শৰীৰৰ পৰা গুচে। আমি শোৱা বিছুনাৰ কোনো দা কাটাৰী থওঁ। ইয়াৰ দ্বাৰাই চোৰ চালি আহিলে আত্ম বক্ষা কৰিব পাৰেঁ। বিশেষ বজ্র বা বিজুলী পাত নিবাৰণ কৰা লোৰ এটী গুণ আছে। তাৰো উপকাৰ হয়। পদার্থ মাত্রতে বিজুলীৰ ভাগ থাকে। মানুহৰ শৰীৰতো থাকে। ইয়াৰ দ্বাৰা শৰীৰৰ স্বাস্থ্য ভাল থাকে। লো, তাম, রূপ, সোণ প্রভৃতি আঠ ধতুয়া বিড়ী, মাদলী আদি নবা ছোৱালীক দিও। সেই গুণে সেই নবা ছোৱালীৰ শৰীৰৰ বিজুলী সাম্য ভাবে থাকে আৰু আকাশৰ বিজুলী নিবাৰণ কৰা হয়।

শোৱাৰ পৰা উঠি আহিলে ঘুৰি আকৌ বিছনা ছুব নাপায়। মৰা শয্যা ছোৱাৰ দৰে গা ধুব লাগে। দিনত শোৱা শৰীৰৰ পক্ষে বড় অপকাৰি। পুয়াৰ পৰা বাতিলৈকে বিছনা সুদা থাকিলে বাতি শোৱাৰ বাবে গাৰ ঘাম দূষিত বায়ু ইত্যাদি যি বিছুমাত্ত থাকে সি গুছে; গধূলি আকৌ গুবলৈ নির্ম্মল হয়। এই কাৰণে সেই নিয়ম স্থিৰ কৰা হইছে।

থিয় হই শৌচ বা ক্ষুদ্র শৌচ কৰিব নাপায়। আমাৰ বেদে পবিচ্ছদ তাৰ দ্বাৰা এইরূপ কার্য্যত শৰীৰ অপৰিষ্কাৰ হয়। বহাৰ কষ্টৰ ভয়ত থিয় হই শৌচাচাৰ কৰিলে আকৌ তাক পৰিষ্কাৰ কৰাত সময় অধিক আৱশ্যক।

থিয় হই তৰি ধুৰ মাপায়। থোৱাৰ অভিপ্ৰায় পৰিষ্কাৰ কৰা। থিয় হই ধুলে সেই উদ্দেশ্য সাধন কৰা টান।

মৰিয়াক তপত পানী অথবা সো তপতাই প্যাৰীত পেলাই সেই পানী খুৱাব পায়। পানীত সৰু সৰু প্ৰাণী বা উদ্ভিদ্ পদাৰ্থ থাকে। তাৰ দ্বাৰা থোৱা জনৰ অপকাৰ হয়। সেইৰূপ পানী তপতালে অথবা তপত সো পানীত দিলে সেই বোৰ দূষিত পদাৰ্থ গুছে। পানীৰ অপকাৰিতা লোব যায়। তিকতাৰ কথা বুলি পাঠক! এই বোৰ কথা পেলাই নিদিবা। ভাবি চোৱা। ইয়াৰ ভিতৰত কেনে বিজ্ঞান সোমাই আছে। আ

---

## আথৰুৱা সাঁথৰ।

মোৰ তিনটা আখৰ। আৰু মই অসমৰ এখান নগৰ। মোৰ প্ৰথমটো গ্ৰহৰ সংখ্যা আৰু সি কেতিয়াও পুৰণি নহয়। মোৰ প্ৰথম আৰু দ্বিতীয়টো হাতত জাঠী লোৱা মাওটা চুবুৰিয়া। মোৰ দ্বিতীয় আৰু তৃতীয়টো জল পদ। দ্বিতীয় আৰু প্ৰথমে সুন্দৰ ধ্বনি কৰে। মোৰ দ্বিতীয়টোৰ লাখুটী প্ৰথমক তৃতীয়ে সইতে যোগ দিলে মই জলৰ ওপৰে গতি কৰিব পাৰোঁ। মই কোন?* হ, ন,

---

## ফকৰা।

১। ভকত তোমাই নাই। শিষ্য কপটীয়া, গুৰু আশা-ধাৰী তিনিওবো তৰণি নাই।

* আথৰুৱা সাঁথৰৰ অৰ্থ ভাঙি কোনো জনে লেখিলে আমাৰ ছপাবৰ মন আছে। স, আ, ৰ,

২। কিনো গীতে গালো 'চান্দ বধাই'? কিনো গীতে গালো চান্দে।

তোমা বিতৃনীব পারত পড়িয়া দুঃখীয়া এক্ষুবে কান্দে।

৩। বৌব যুবত তুকব্বাব বহা চিনধি কি খাই জীয়ে। যে জীব যুবত বান্ধন বাঢ়ন, উহানে কাপড় পিয়ে।

৪। বাম কৃষ্ণ বাণী, যাত শালিধানব আগ ভ'ল গ'ল গুড়িএ নোছোত্রে পানী।

শ্রীহঃ

---

# আসাম বন্ধুব তৃতীয় সংখ্যাব ফঁকবাব উত্তব।

১। বাব স্কন্দ ভাগবতব ভেবশ শ্লোক। শঙ্কব দেবে প্রকাশিলে। সক আক সাবাত্ত জনে সেই ভাগবতব অর্থ ললে। তাজব লোক সকল সবকি গ'ল। অর্থাৎ অর্থ নর্বিবলে।

২। সুদিন সুচল চাই সকা গুৰুত শবণ লবা, গুৰুব দোষ থাকিলে তাক নলবা। গোপনে উপদেশ কবা। দেখাই পালিবা। ইয়াকে বি কবে তাক বাম কবিবা।

৩। সমুদ্রব জলব পবা উৎপত্তি হোৱা লোণ। যবত থাকে। জলে ছুলে লোণ পবি যায়।

৪। শিলব মবে গধুব বেদ শাস্ত্র প্রলয়ব জলতো উহাব পাসে নষ্ট নহল। বাঙ্গবব মবে গীত মোৱা তার্কিক সকলে তাব দুট অর্থ কবে। শ্রীহঃ

---

# আসাম-বন্ধু।

মাসিক পত্ৰ।

"নচ জ্ঞানাত্ পৰং বলম্।"

প্ৰথম ভাগ। ]     আষাঢ় শক ১৮০৭, ইংৰাজী ১৮৮৫।     [ ষষ্ঠ সংখ্যা।

## আগৰ দিন এতিয়াৰ দিন।

( ১৫৬ পৃষ্ঠাৰ পৰা )

---

চাৰিসিংগীয়া ফুকন চাৰিসিংগীয়া ৰজাৰ খেলৰ লোকৰ গৰাকি। চাৰিসিংগীয়া ৰজাই যুবৰাজ বা আগলৈ হ'ব এনে ৰজা। তিপা-মীয়া ফুকন তিপাম ৰজাৰ খেলৰ লোক সকলৰ গৰাকি। এই কেইজনা সমান মৰ্য্যাদাৰ বিষয়া। এওঁ বিলাকে চেকৰ দিয়া চাঙ্গি পায়। এই কেইজনা ফুকনৰ অধীনৰ খেলত সেই সেই নামৰ বড়ুৱাও আছে; যেনে বাই—জনীয়া বড়ুৱা। মান—কপীয়া বড়ুৱা মানৰূপ নামে ঠাইৰ লোকৰ গৰাকি। পুৰণি খেলৰ বড়ুৱা পুৰণি খেল নামে খেলৰ গৰাকি। মাছ খেলৰ বড়ুৱা মাছুখেল নামে খেলৰ গৰাকি। নব খেলৰ বড়ুৱা নব খেল নামে খেলৰ গৰাকি—এই

কেইখন মেল বজাৰ বংশৰ একোজনে পাব তাৰে ওপৰত কোৱা সকল বিষয়া।

মাহিমেলৰ বড়ুয়া নামেৰে বড়ুয়া বজাৰ নকৈ জনা কুঁৱৰীৰ মেলৰ গৰাকি। এই মাহিমেল আৰু নমেল অতি অলপ দিনত মাত্র সৃষ্ট হইছে। গাভৰু মেলৰ বড়ুয়া বজাৰ জীয়াৰি সকলৰ মেলৰ গৰাকি। কলিছেৱৰ বড়ুয়া এনাই ধৰীয়া বড়ুয়া এই দুজনাও একো একো মেলৰ গৰাকি। ওপৰত লেখা কেইও জনা বড়ুৱাৰ সমান মৰ্য্যদা। এই সকল বজাৰ কোঁৱৰ বা কুঁৱৰীৰ অথবা বংশৰ লোক সকলৰ যাৰ যাৰ মেল আছে সেই সেই মেলৰ তত্ত্বাবধাৰক। এই সকলক মেল ভগীয়া বিষয়াও বোলে।

দেৱালয়ৰ কাৰ্য্য কৰ্ম্ম চলোৱা লোকক দেউলীয়া বড়ুয়া বা সেৱা চলোৱা বড়ুয়া বোলে। সত্ৰৰ কাৰ্য্যৰ তত্ত্বাবধাৰকক সত্ৰিয়া বড়ুয়া বোলে। এই সকলত বাজে টেকেলাৰ প্ৰধান-টোক নেওগ, একুড়ি পাইকৰ ওপৰৰ বিষয়াক বড়া, এশ পাইকৰ ওপৰৰ বিষয়াক শইকীয়া, এহেজাৰ পাইকৰ ওপ-ৰৰ বিষয়াক হাজৰিকা বা হাজাৰিকীয়া বোলে। যি জনে কোনো কোনো মেলৰ বিষয়াৰ কাৰ্য্য ভালকৈ চলাব পাৰে আৰু তাৰ পৰা আনে শিক্ষা পায় সেই সকলক ওজা বোলে। কেতিয়াবা বড় শব্দও সেই উপাধিৰ আগত ব্যৱহাৰ কৰা হয়।

কোনো বিষয়াৰ বিষয় বা পদ চিৰস্থায়ী নহয়। তেঁও বিষয়াকৰ সচ্চৰিত্র আৰু সদ্ব্যবহাৰৰ ওপৰত নিৰ্ভৰ কৰে। কেতিয়াবা সেই বংশৰ অথবা আন বংশৰ লোকেও সেই বিষ-য়াৰ বিষয় পাব পাৰে। কোনো বংশৰ কোনো একজন লোক কোনো বিষয় পালে তাৰ সন্তান সকলেও সেই বিষয়ৰ

উপাধি এতিয়া ধাৰণ কৰিবলৈ ধৰিছে। কেতিয়াবা কোনো এটা বংশতে কেইবা জনেও বেলেগ বেলেগ বিষয় পাব পাৰে। বিষয় ভাগিলে সেই জনৰ সেই বিষয়ৰ আদিত ভগা শব্দ প্ৰয়োগ হইছিল।

ডাঙ্গৰীয়া সকল যেতিয়া ঘৰৰ পৰা নগৰলৈ যায় তেতিয়া বিলভীয়া গায়নে গীত গায় ও কালীয়াই কালী মাৰি যায়। বঙ্গা চুলিৰে ৰবচি চুলি লগা দা লোৱা মানুহ যায়। হাঁতী ঘোড়াত বানত দিয়া যায়, ভৰিত নুপুৰ, ঘোড়াত হালধীয়া পাটৰ তলচা, আগত দোলাছেৰে আপুৰা যায়। বাটত স্বৰ্গ দেৱেৰে দেখা দেখি হলে স্বৰ্গদেৱ যি বাহণত আছে সেই বাহণত উঠি ডাঙ্গৰীয়াই স্বৰ্গ দেৱক দেখা দিব পায়। ৰাজ মাৱ দেও, বড়জনা আই কুঁৱৰী দেও এই কেই জনাই স্বৰ্গ দেৱৰ দৰেই মান্ত পায়। দাঁতিয়লীয়া ডাঙ্গৰীয়া তিনিজনাৰে দেখা হলেও এইৰূপ। ডাঙ্গৰীয়া সকলৰে দাঁতিয়লীয়া ডাঙ্গৰীয়া সকলৰ অথবা ৰজাৰ পো ভাই যেন খোৱা গোহাঁই দেও সকলৰ দেখা দেখি হলে ডাঙ্গৰীয়া সকলক বাট এড়ি দিয়ে। বড় বড়ুৱা, বড় ফুকন প্ৰভৃতি চৰাৰ ফুকন আৰু কেৰ বিছুনী মৰ্য্যদা পোৱা চমুয়া ফুকনে সইতে ডাঙ্গৰীয়া সকলৰ ভেঁটা ভেঁট হলে সেই সকলে ডাঙ্গৰীয়া সকলক দোলাত বা চাঙ্গিত গলে মাটীত নামি চাপ্তি লুকাই দেখা দিব পায়।

ডাঙ্গৰীয়া সকল নগৰৰ গড়ৰ চুকৰ ভিতৰ সোমালে কালী নবজায় আৰু গীত নাগায়। বড় দুৱাৰৰ মুখতে ডাঙ্গৰীয়া সকলে দোলা, বঙ্গা আড়োৱান দা জাঠী ৰবচি এড়ি তিনি গছমান বঙ্গা জাঠী ৰবচিৰে নগৰ সোমায়। সোমৰ চুলাৰে পামী জাপী মাত্ৰ ধৰি আছে। বড় চড়া পালে

ডাঙ্গৰীয়া সকলে বেগতে ভৰি ধুই বুলনি কাপোড়ৰ ওপৰেৰে চড়া উঠি তলত পিঠীয়া ওপৰত কেপ কৰা তলচা দিয়া বিছনাত বড় খুটাত পিঠি দি পশ্চিম মুখে বহে। পীক ছোবা পেলাবলৈ আগ ফালে চুপ কৰা পাত দিয়ে। বড় বড়ুয়া প্ৰমুখ্যে চড়াৰ ফুকন যি কেই জনা পুব ফালে বহে সেই কেই জনা তেতিয়া চড়াৰ পশ্চিম ফালে বহেগৈ। চালে সংতে তিনি খনীয়া কঠৰ তলিয়ৰি আৰু বনাতৰ মচুনা গুছাই বড় কাপোড় একো খনকে যুৰাই পকাই মচুনাকৈ লয়; দুখনীয়া কঠতে বহে। ডাঙ্গৰীয়াৰ ওচৰলৈ আহিলে ফেৰতহে বহে। চমুয়া ফুকন সকলে দুখনীয়া চাল কঠৰ যুৰাত বহে। চমুয়া ফুকনে কেতিয়াবা দুখনিয়া যেনা চাল কঠতো চৰাৰ ফুকনৰ সঙ্গতকৈ হুহকি বহে। যদি ডাঙ্গৰীয়া অহাৰ পাছে বড় বড়ুয়া বা চড়াৰ ফুকন বড চড়ালৈ আহে তেন্তে বড় বড়ুয়াই চৰা আড় দি সকলো মানুহৰ আড়তে চড়াৰ দক্ষিণ টুপে ভৰি ধুই ফেৰত আঠু চোজাই চড়াৰ মাজে গই পশ্চিম ফালে ওপৰত কোব্ৰা দৰে বহে। বড় বড়ুয়া ঘৰৰ পৰা আহোঁতে দুফালে দুসাৰি টাঙ্গন ধৰা আহে। আগত ৰূপৰ চুলাৰে পাণী জাপী, টুপী জাপী ফেৰ বিছনী, পাঁচনি হতীয়া বিছনী, আগ খড়া ৰূপৰ বেড়ি দিয়া লাখুটী লই বড় দুৱাৰ পৰ্য্যন্তে দোলাত আহে। তাৰে পৰা মাটীএ নগাৰ সোমায়। ওপৰত পাছৰ পৰা বড় জাপী ধৰে। বড় চড়া উঠি পানী পাছত ভৰি ধুই তিনি খনীয়া যেনা চাল কঠত বানতৰ মচুনা লই বহে। আগত বানি দিয়া পাকত পীক ছোবা পেলায়। এই ক্ৰমেই চড়াৰ ফুকন কেই জনাই আহি চড়াত বহে। কিন্তু এওঁ বিলাকৰ টাঙ্গন ধৰা নাই আৰু নগৰৰ ভিতৰলৈ বড় জাপী মানে। চমুয়া

ফুকন কেই জনাই ঘৰৰ পৰা আহোঁতে আগত ৰূপৰ চুলাবে পানী জাপী, টুপী জাপী, কেৰ পাখি বিছনী, দীঘল মালেৰে ঘুৰণীয়া বিছনী, ৰূপৰ বেড়িৰ লাখুটী লই আহে। দোলা-কোসৰিয়া চড়াৰ টুপতে লাখুটী থুই ভিতৰলৈ যায়; সেই পিনেই পানী জাপী আড়ি থয়। চমুয়া ফুকন ও বড় ভণ্ডাৰ বড়ুয়া আৰু আন আন কেই জন মান বিষয়াই মাটীৰে আহিলে টান ৰ'দ বা বৰষুণত বড় জাপী ধৰাই আহে, সদাই নোৱাৰে। বড় ভণ্ডাৰ বড়ুয়াৰো ঘুৰণীয়া বিছনী আৰু বেড়ি দিয়া লাখুটী থাকে।

---

## আমাৰ শিল্প।

( ১৭৭ পৃষ্ঠাৰ পৰ )

খেলে খেলে বস্ত্র প্রভৃতি যোগাত নির্দ্দিষ্ট খেলৰ লোকে সেই বস্তু পৰিপাটি ৰূপে কৰিব পাৰিছিল। ব্রিটিশ গবর্ণমেণ্ট যেতিয়া আমাৰ দেশ ল'লে তেতিয়া খেলৰ নিয়ম লোপ পালে। সকলোএই মাটীৰ খাজনা দিব লগীয়া হ'ল। ৰজা ঘৰৰ যি শাসন আছিল সিও গুচিল। ইকালে ভাটীৰ পৰা সেই দেশৰ উৎপন্ন নানা বস্তু আহিবলৈ ধৰিলে। খেলৰ লোক সকলেও আপোন আপোন ব্যৱসায় এড়িবলৈ ধৰিলে। আমাৰ বস্ত্র বড় মৰগ হ'ল; কিয়নো কৰোঁতা নোহোৱা হল। যি দুখান এখান কোনো জনে কৰে তাকো লওঁতা নোহোৱা হল। ভাটীৰ সস্তা বস্তুএ ব্যৱহাৰ লোপ কৰিলে। এই সমস্ত কাৰণত আমাৰ দেশৰ শিল্প কর্ম্ম একে বাৰে গুচিব লগীয়া হইছে।

আমাৰ দেশৰ ৰজাৰ ৰাণীৰে পৰা খুজিখোৱা মগনীয়া-

বলৈকে তিৰুতাৰ "বোৱাকটা" এটা প্ৰধান কাৰ্য্য। এই এটা দেশৰ উন্নতিৰ বড় বাট। আমাৰ দেশৰ তিৰুতাৰ দৰে উন্নতিশীলা তিৰুতা ভাৰতৰ অনেক ঠাইত নাই। আমাৰ কাপোড়ৰ ,ফুল, কাপোড় বোৱাৰ পাৰিপাট্য বড় বেয়া নহয়। দুঃখৰ বিষয় এই যে এতিয়া সেই "বোৱা. কটা" কৰ্ম্মতো বড় ব্যাঘাত জন্মিছে। ভাটীৰ সূতা অহাৰ কাৰণে আমাৰ তিৰুতা বিলাকৰ অনেকে কপাহ বচা, চৰ্খিওৱা, নেওঠা, কমোৱা, ফুলা ধুনা, পাঁজিবটা, সূতা কটা এড়িছে। গাঁৱলিয়া লোক বিনে আনে ঘৰত বোৱা চুৰিয়া পিন্ধিবলৈ এড়িছে। এতিয়াৰ নিনাৰ শিক্ষাৰ নিমিত্তে আধুনিক লোক সকলৰ ৰুচিৰো পৰিবৰ্ত্তন হইছে। এতিয়া এনে শীঘ্ৰে সকলো বিষয়তে পৰিবৰ্ত্তন হব ধৰিছে কি জানি আমাৰ তিৰুতাৰ বোৱা কটাৰো নিমূল হয়। ভাটীৰ পৰা বহুত পৰিমাণে বস্ত্ৰ আহোক তাত হানি নাই আমাৰ দেশৰ শিল্প কৰ্ম্মবোৰ থাওক, আৰু সেইএ উন্নত হওক। আমাৰ সৰাই, বটা, কাঁহি, বাটী, চৰিয়া প্ৰভৃতি থাওক, সেইএ উন্নত প্ৰকাৰে প্ৰস্তুত হওক। আৰু আন দেশৰ বস্ত্ৰ যেনেকৈ আমাৰ দেশলৈ আহিছে আমাৰ দেশৰো এইবোৰ বস্ত্ৰ আন দেশলৈ যাওক। আমাৰ সমাজ সংস্কাৰক সকলে ছিন্ন বিছিন্ন হোৱা খেল বোৰ অনুসন্ধান কৰোক আৰু সেই সেই খেলৰ লোক সকলক আকৌ সেই সেই কাৰ্য্য কৰিবলৈ উৎসাহ দিয়ক। আমাৰ দেশৰ অতি সাধাৰণ শিল্পও লোপ পাব লাগিছে। পাটিচৰা, চক চৰা, কুঁহিলাৰ কঠ বেতৰ বিচুনি, সৰাই, বটা প্ৰভৃতি কৰিব পৰা লোক তাকৰ হই আহিব লাগিছে। এই সময়তে সেই বোৰ পুনৰ্জ্জীবিত নকৰিলে আৰু কিছুদিনৰ মূৰত বড় টান হ'ব। শ, বা.

# টকা।

তোমার নিমিত্ত, লোভনীয় বস্তু
নাই এই সংসারেতে;
তোমার লোভেতে, চোরে চুরি করে
ডকাইতী করে ডকাইতে।
তোমার লোভেতে, পড়িয়া কতক
ভুল বন্ধু ভুল ধরে;
প্রাণ বিসর্জ্জন, দিয়ে লাখে লাখ
মানুষে লোভেতে তোরে।
তোমার জন্যেতে, সতীএ সতীত্ব
ধার্ম্মিকে এড়য় ধর্ম্ম;
পিতা পুত্রে এড়ে, পুত্রে পিতা ছাড়ে,
আশ্চর্য্য তোমার কর্ম্ম।
তোমার লোভেতে, হয় দেশান্তরী
অসংখ্য পুরুষ নারী;
দেশের মমতা, পরিবার স্নেহ
সকলো যাই পাসরি।
তোমার গুণেতে, মিছা সঁচা হোয়ে,
সঁচা কথা মিছা হয়;
প্রভু হোয়ে দাস, দাস হোয়ে প্রভু
বজা থাকে কারালয়।
নর হত্যা করি, তোমার গুণেতে,
পায় কত অব্যাহতি;
বেশ্যা ব্যাভিচারী, কত মহাপাপী
বোলাই সাধু প্রকৃতি।

দেৱৰূপি টকা, তোমাক বিচাৰি,
কতনো ভ্ৰমিছোঁ আমি;
কত প্ৰকাৰেনো, মনত তোমাক,
পুজো, জানে অন্তৰ্য্যামী।
কৰিব নলগা, কতনো কৰিছোঁ,
শুনিব নলগা শুনো;
তথাপি তোমাক, ধৰিব নোৱাৰো,
কি দোষে দোষী নাজানো।
তোমাৰ নিমিত্তে, কত সঙ্কটত,
তেজক কৰিছোঁ পানী;
মূৰৰ মস্তিষ্ক, শৰীৰৰ স্বাস্থ্য,
চিন্তা ভাবনাত হানি।
তোমাক বিচাৰি, ঘৰ-বাড়ী এৰি,
দূৰত থাকো সদাই;
তথাপি তোমাৰ, মৰম নালাগে,
হায়, হায়, হায়, হাই।
কি স্তুতি কৰিলে, কেমেকৈ পূজিলে,
কিহত সন্তুষ্ট হোৱা;
তাকো জানিবৰ, উপায় নেদেখো,
পথালী আমি—চকুৰা।
বুঢ়া বুঢ়ী ডেকা, যুৱতী ছোৱালি,
ল'ৰা আদি দেখা যত;
তোমাৰ মোহত, সকলো মোহিত,
ইতো কথা সুনিশ্চিত।
শত শত কোটী, প্ৰণাম কৰিছোঁ,
তোমাৰ চৰণে টকা;

সু-দৃষ্টিৰে দৃষ্টি কৰা এক বাৰ
এৰিওৱে দৃষ্টি বেঁকা।

ন. ন, মহন্ত

এই কাৰণে এজন দেশীয় প্ৰাচীন পণ্ডিতে কইছে। " টকা ধৰ্ম টকা কৰ্ম টকাহি পৰমং তপঃ। যস্য গৃহে টকা নাস্তি হা টক্ টক্ টক্ টকায়তে।" স,

---

## সমালোচনা।

শ্ৰীযুত লম্বোদৰ বৰা বি, এ, ৰচিত লৰা বোধ। এই পুথী খনি কলিকতাৰ বাপ্তাপা যন্ত্ৰত ছপোৱা হইছে। ইয়াত যোলটী প্ৰবন্ধ আছে। এই প্ৰবন্ধ বোৰত অনেক জানিব লগীয়া কথা আছে। গ্ৰন্থকাৰে লৰাছোৱালীৰ উপকাৰৰ নিমিত্তে এই পুথী ৰচনা কৰিলেও ইয়াক পঢ়ি আমাৰ দেশৰ ডেকা আৰু বুঢ়া সকলোৰে উপকাৰ যে হব ইয়াত সন্দেহ নাই। বিশেষকৈ " সময় " আৰু " একতা " এই দুটী প্ৰবন্ধ সকলোএ যেন পঢ়ে এই আমাৰ আশা। "সময় অমূল্য ধন"। ৰূপ সোণ প্ৰভৃতি ধন খৰচ হলে আকৌ আৰ্জ্জিব পাৰি কিন্তু সময় খৰচ হলে তাক নাপায়। খোৱা, শোৱা, বন কৰা, ফুৰা, খেলাদি কৰা সকলোতে নিৰ্দ্দিষ্ট সময় থাকিব লাগে। এইৰূপে সময় নিৰ্ণয় কৰি কাৰ্য্য কৰিলে সেই কাৰ্য্য যে কোনৰূপে কৰা হ'ল তাক ভালকৈ জানি আৰু তুলনা কৰিব পাৰি। এইৰূপ তুলনা কৰি কাৰ্য্য কৰিলে কাৰ্য্যৰ উন্নতি আৰু শ্ৰীবৃদ্ধি হয়। সময় নিৰ্দ্দিষ্টৰূপে পালিলে শৰীৰৰ স্বাস্থ্য ভালে থাকে। লেখা পঢ়া জনা আৰু কছাৰীত

বা আন ঠাইত কাম কৰা লোকেই আমাৰ "শিক্ষিত সমাজ"। গাঁৱলিয়া চহাৰ কথাকে নৰ্কও আমাৰ শিক্ষিত সমাজতো সময়ৰ প্ৰতি আদৰ নাই। কছাৰীলৈ যাব লাগে এই কাৰণত ১০ বজা পূৰ্ব্বাহ্নত ভাতখোৱা শিক্ষিত জনেও বৰি বাৰৰ দিনা ১২ বজা দুপৰীয়া বা এক বজাত ভোজন কৰে। নিমন্ত্ৰণ ৰক্ষাতো এইৰূপ দুৰ্গতি। সময়ৰ নিয়মৰ বিষয়ে আমাৰ এজন চিন্তাশীল লোকে কইছে "অনিৰ্দ্দিষ্ট সময়েই আমাৰ সময়"। আমেৰিকা দেশত এজনে ঘড়ি কিছুমান প্ৰস্তুত কৰিলে আৰু তাক বেচিবৰ নিমিত্তে গাঁওএ গাঁওএ ফুৰিলে; কোনেও ঘড়ি নিকিনিলে। পাছে তেঁও এই বুলি গাঁওৰ মানুহৰ ঘৰত সেই ঘড়ি একোটা থলে যে মই অমুক ঠাইলৈ যাও তাৰ পৰা আহোমানে এই ঘড়ি থই দিয়া—এই বুলি ঘড়ি কেনেকৈ চলাব লাগে তাক শিকাই দি তেঁও তাৰ পৰা গ'ল। সেই লোক সকলে সেই ৰূপে ঘড়ি চলাই দিবলৈ ধৰিলে। ক্ৰমে তাৰ দ্বাৰা সময় জানি তাৰ উপকাৰ পালে। কিছু দিনৰ মুৰত সেই ঘড়ি বেচা লোক জন আহি সেই মানুহ বোৰত ঘড়ি ওভোতাই খুজিলে আৰু তাক ৰখাৰ বাবে ধন যাচিলে। পাছে সিহঁতে ঘড়িৰ উপকাৰ বুজি তাক ওভোতাই দিবলৈ মুখুজি ধন দি কিনিলে। যেতিয়ালৈকে আমি সময়ৰ মূল্য নাজানো আৰু তাক ভালকৈ চলাব নোৱাৰো তেতিয়ালৈকে আমাৰ উন্নতিৰ বাট বহু দূৰৈত থাকিব। এতেকে লৰা ছোৱালী আৰু সকলোএ সময়ৰ বিষয় শিক্ষা পায় তাকে কি উপদেশক কি গ্ৰন্থকাৰ সকলোএ শিক্ষা দিয়া উচিত।

আমাৰ মানুহৰ মাজত এনে এটা কুসংস্কাৰ যে "দুটাই" লগ লাগি "কুৰা হবলৈকো নাথাবা"। এই ভাবি

যেড়িয়ালৈকে যুগুছে তেতিয়ালৈকে আমাৰ মঙ্গল নহব; সংসাৰত এনে এটা সাধাৰণ নিয়ম প্রতি দিনে আমি দেখো যে অকল এটাই কোনো কাম কৰিব নোৱাৰে। এজনৰ শ্রম, ধন, অধ্যবসায় একোয়েই কোনো এটা কার্য্য সম্পাদন কৰা টান। কমাৰৰ কটাৰী, চমাৰৰ চুণ হলেহে বাড়ীৰ পান ভামোলেৰে মুহুদি কৰিব পাৰেঁ। পৰৰ ভিকতা জনীৰে আমি চহকি বোলাও। চাইটাৰ চাইটাৰেহে ঘৰ খাম হয়। এতেকে চাইটাই লগ লাগি এটা হই কাম কৰিলে অলপ্ শ্রম অলপ্ ধনতে কার্য্য সিদ্ধি হয়। এইরূপ একতা শিক্ষা কৰা আৰু দিয়া কৰ্ত্তব্য। এই কাৰণে লৰা বোধৰ গ্রন্থকাৰে এনে হিতকৰ বিষয়ৰ শিক্ষা দি ধন্যবাদৰ পাত্র হইছে।

ঈশানন্দ ভঁড়ালী ৰচিত প্রাকৃত ভূগোল। এই পুথী খানিত উৎকৃষ্টরূপে প্রাকৃত ভূগোলৰ বিবৰণ লিখা হইছে; ইয়াক যি পঢ়ে তেঁও নিশ্চয়ে অনেক প্রাকৃতিক ঘটনা জানিব।

অতি দুঃখৰ কথা! ইয়াৰ গ্রন্থকর্ত্তা অকালে কালৰ গ্রাসত পড়িল। এই পুথী প্রচাৰ হই সাধাৰণৰ মাজত আদৰ পালে গ্রন্থকর্ত্তাৰ পিতৃএ “হর্ষ শোক যুগপৎ” পাব।

আ. ব.

---

# ঘৈনীৰ কৰ্ত্তব্য ও স্ত্রী শিক্ষা।

“স্বাধীনতা নে স্বেচ্ছাচাৰ” শীর্ষক প্রবন্ধত আমাৰ পাঠক বিলাকে আজি কালি কি বিধৰ শিক্ষা পাৰলৈ

ধৰিছে তাৰ অলপ উমুকিওৱা গইছে। আজি-কালি স্ত্রী-শিক্ষাৰ সম্পৰ্কীয় কথা এটা নকয়, লৰাৰ পৰা—বুঢ়ালৈ প্রকৃত শিক্ষিতৰ পৰা শিক্ষাৰ গন্ধকে নেপোৱালৈকে-এনে এটি মানুহ নাই; কিন্তু স্ত্রী-শিক্ষা যি সঙ্কুচিত ভাৱেৰে আজি কালি সকলোএ বুজিবলৈ ধৰিছে; বাস্তবিকেই সি সেই সঙ্কুচিত ভাববিশিষ্ট হোৱা উচিত নে? বাস্তবিকেই আমাৰ বোৱাৰী-জিয়াৰীক কানত কাপ দি কেৰাণী গিৰিয়েকৰ লগত আমোলাৰ কাম কৰাব পাৰিলেই তেঁওলোকক উচিত শিক্ষা দিয়া হলনে? পুৰুষ-শিক্ষা আৰু স্ত্রী-শিক্ষা এই উভয়ৰে বহুত পার্থক্য আছে। পুৰুষে শিক্ষা লভে, বাহিৰৈ অর্থোপার্জ্জন আৰু পৰিবাৰ পোষণ, পালন কৰিবৰ নিমিত্তে; এই নিমিত্তেই আজি কালি পুৰুষ-শিক্ষাৰ মূল অর্থকে বুলিব পাৰি—কিন্তু স্ত্রী-শিক্ষাৰ মূল অর্থ নহয়। স্ত্রী-শিক্ষাৰ মূল দম্পতিৰ সাংসাৰিক উন্নতি সাধন। এই "সাংসাৰিক" কথাটিত বড় অর্থগভীৰতা আছে—পুৰুষে সংসাৰৰ কিমান তত্ত্ব ৰাখে আগৰ প্রবন্ধত যৎকিঞ্চিৎ ৰূপে তাৰ আভাস দিয়া গইছে। আমি বিয়া কৰাও কিয়? অনেকে বিবেচনা কৰে "পিণ্ডার্থে পুত্র, পুত্রার্থে ভার্য্যা" কিন্তু বাস্তবিকেই এইটো নীচেই লঘু কথা। আমাৰ বিবাহৰ মুখ্য উদ্দেশ্য—সংসাৰ-ৰক্ষাৰ নিমিত্তে এজন সহকাৰী বিচৰা। গৃহস্থৰ বাহিৰা জঞ্জাল ৰাজহাদি আৰু অন্যান্য উপকৰা উপ-দ্রৱাদিৰ পৰা নিজৰ সংসাৰক ৰক্ষা কৰি থাকিব, আৰু ঘৈনীএ চাৰিচুকোৱাৰ ভিতৰতে থাকি লৰা-ছোৱালীৰ জঞ্জাল ভাঙিব। পৰিজন বৰ্গক ভোকত ভাত পিয়াহত পানী দিব, বস্ত্রালঙ্কাৰাদি অনুচৰ বিলাকলৈ চকু ৰাখিব, মুঠতে সংসাৰৰ আভ্যন্তৰীণ অৱস্থা গোটেই তেঁওৰ গোচৰ হই থাকিব। এই

খিলাকেই স্ত্রী-শিক্ষাৰ মূলীভূত সাংসাৰিক কাৰ্য্য। ইয়াতকৈ আৰু এটি মহত্তৰ কাৰ্য্য আছে, সেইটি তিৰুতাৰ জীৱনৰ ব্ৰত হব লাগে—ইয়াৰ নাম পাতিব্ৰত্য বা পতি-ভক্তি। সময়ান্তৰে ইয়াৰ বিষয় আলোচনা কৰা যাব। সম্প্ৰতি আজিৰ কাৰ্য্যলৈ অহা যাওক—এই বিলাক সাংসাৰিক কাৰ্য্যত সাহায্য পাবৰ নিমিত্তেই বিবাহ কৰা যায়—এই নিমিত্তেই আমি পুনঃ পুনঃ ঘৈনীক সংসাৰৰ অস্থি-মজ্জা, আৰু আত্মা-স্বৰূপ শক্তি বুলি কওঁ—এই নিমিত্তেই আমি কওঁ যে গৃহিণীৰ কৰ্ত্তব্যৰ ওপৰত হাত চলাবলৈ ইচ্ছা কৰিলে অতি সতৰ্ক হই আগ-পাছ ভাবি চলিব লাগে। অকল উপন্যাস পঢ়িব বা লেখিব পৰা হোৱাই ঘৈনীৰ মুখ্য কাৰ্য্য নহয়। আগেএ আৰ্য্যঋষিবিলাকে আমাৰ ঘোৱাৰী বিলাকৰ ওপৰত কি ভাৰ অৰ্পণ কৰিছিল চোৱাহোক। মহৰ্ষি দ্বৈপায়নে ব্ৰহ্মবৈবৰ্ত্ত-পুৰাণৰ শ্ৰীকৃষ্ণৰ জন্ম-খণ্ডত ঘৈনীৰ প্ৰাতঃকৃত্য সম্পৰ্কে এই মত প্ৰকাশ কৰে ;—

"গৃহিণী পতিভক্তা চ দেবব্ৰাহ্মণপূজিতা,
সা শুদ্ধা প্ৰাতৰুত্থায় নমস্কৃত্য পতিং মুদা,
প্ৰাঙ্গনে মণ্ডলং দদ্যাৎ গোময়েন জলেন চ,
গৃহকৃত্যঞ্চ কৃত্বাচ স্নাত্বাগত্য গৃহং সতী
গৃহকৃত্যং সুনিৰ্ব্বৃত্য ভোজয়িত্বা পতিং সতী
অতিথিং পূজয়িত্বা চ স্বয়ংভুঙ্‌ক্তে সুখং সতী।"

পতিভক্তা আৰু দেৱব্ৰাহ্মণৰ পূজিতা পবিত্ৰা ঘৈনীএ প্ৰত্যুষে উঠি ভঁওৰ পতিদেৱতাক নমস্কাৰ কৰি গোবৰ আৰু পানীৰে চোতাল মচিব। তাৰ পাচত গৃহকৃত্য কৰি (অৰ্থাৎ ঘৰ দুৱাৰ সাজি বাহি-বন কৰি উঠি) গা ধুবলৈ

যাব। এই দৰে গৃহকৃত্যৰ পৰা আজৰি হৈ পতিক ভোজন কৰাই অতিথি-সেৱা কৰি নিজে ভোজন কৰিব।

কি মহতী শিক্ষা! যৈনীএ কেনেকৈ আত্ম-সুখত জলাঞ্জলী দিবলৈ শিকি পৰৰ সুখত নিজক সুখী বিবেচনা কৰিব লাগে এবাৰ ভাবি চাবাচোন। যৈনীএ নিজৰ ভোকক দমাব, ইন্দ্ৰিক সংযত কৰিব, পৰৰ কাৰ্য্যক নিজৰ বুলি জানিবলৈ শিকিব—আত্ম-ত্যাগৰ কি উজ্বল পটন্তৰ! এই বিলাক শিকি উঠিব পাৰিলেই গৃহিণীৰ উচিত শিক্ষালাভ। স্ত্ৰীশিক্ষাৰ এইটি প্ৰধান অঙ্গ—যৈনীৰ কৰ্ত্তব্য শিক্ষা দানেই স্ত্ৰীশিক্ষাৰ প্ৰধানতম বিষয়। যৈনীএ ওপৰত লেখা গৃহকৃত্য বিনে আৰু শিকিব লাগে—যৈনীৰ ব্যৱহাৰ সজ হব লাগে, তেঁও সংযতচিত্তা হব লাগে। মহৰ্ষি কণ্ব শকুন্তলাক গিৰিয়েকৰ ঘৰলৈ পঠাবলৈ উলিয়াই তাৰ সুন্দৰ উপদেশ দিছে। আমাৰ মনে প্ৰতি যৈনীয়ে এই অমূল্য উপদেশ মন্ত্ৰবিলাকেৰে দীক্ষিত হোৱা উচিত।

ক্ৰমশঃ।

---

# পিয়াহ্ মৰা বস্তু।

পিয়াহ মৰা বস্তু অনেক বিধ। তাৰ মাজত যাক খালে পিয়াহ গুচে আৰু যাক অভ্যাসকৈ খালে কোনো পীড়া নহয় সেই বস্তুএই বৰ ভাল। সৃষ্টিৰ আদিৰে পৰা পিয়াহ মাৰিবৰ উপায় পানী। সকলো দেশত সকলো সময়ত সকলো মনুষ্যে পানী ব্যৱহাৰ কৰে। ধনী, নিৰ্ধনী, ৰজা প্ৰজা, বুঢ়া, ডেকা সকলোৰে পানী মহা উপকাৰী। অধিক কি পানীৰ আন এটা নাম "জীৱন"। বিনাম কি বস্তু

খোৱা পানী নাখালে তৃপ্তি নহয়। ভোককে সহিব পাৰি পিয়াহ সহা টান। মৰিবলৈ যোৱা মানুহেও অনেক সময়ত পানী খাইহে মৰে। মানুহৰ যিমান খোৱা পিয়া বস্তু আছে সকলোতকৈ পানী প্ৰধান। অনেক পশু পক্ষী কীট পতঙ্গেও পানীৰে পিয়াহ পলুৱায়। মানুহৰ জোখৰ চাৰি ভাগৰ তিনিভাগ পানী বা পনীয়া বস্তু। এঁৰা গাকীৰত পানীৰ ভাগ এশ ভাগৰ ৯০, তেজত ইয়াৰ ভাগ এশ ভাগৰ ৭৯, মাংস আৰু মূৰৰ ঘিঁলুত ইয়াৰ পৰিমাণ এশ ভাগৰ ৮০, হাড়তো ইয়াৰ ভাগ এশ ভাগৰ ১০। যিবোৰ টান বস্তু আমি খাওঁ সিও আমাৰ পুষ্টিসাধন কৰিবৰ নিমিত্তে উপযোগী হোৱাৰ পূৰ্ব্বে পানী হয়। তেহে শৰীৰৰ নানা ঠাইলৈ গৈ ভিন্ন ভিন্ন কাৰ্য্য সাধে। জীৰ্ণ পোৱা বস্তুবোৰো পানী হৈ মূত্ৰ, ঘাম ইত্যাদি ৰূপে শৰীৰৰ পৰা ওলায়। শৰীৰৰ তাপৰ পৰিমাণো পানীৰ দ্বাৰাই সাধিত হয়। পানীৰ সংযোগতে শৰীৰৰ নানা বিধ ক্ৰিয়া সাধন কৰিব পাৰি। আন যিমান বস্তু খোৱা যায় সকলোতকৈ পানী সোনকালে শৰীৰলৈ চালন হ'ব পাৰে। ইয়াৰ দ্বাৰা শৰীৰৰ ভিতৰ শুদ্ধ হয় আৰু স্নানাদি কাৰ্য্যৰ দ্বাৰাই পানীএ বাহিৰো শুদ্ধ কৰে।

যেনে ৰূপে খোৱা বস্তু খোৱা যায় তাৰ গুণ আৰু বস্তুৰ আৰু সময় আৰু শৰীৰৰ অৱস্থা অনুসাৰে মানুহৰ পক্ষে সৰহ বা কম পানীৰ আৱশ্যক। প্ৰতিদিনে এসেৰ বা দুসেৰ পানী হলেই অনেকৰ পক্ষে যথেষ্ট। যি মানুহে মদ ভাঙ প্ৰভৃতি বাগিয়াল বস্তু খায় সি অপেক্ষাকৃত সৰহ পানী খায়। সেই নহলে মূত্ৰাধাৰৰ মল নিৰ্গত হোৱাৰ সুবিধা নহয়। এই কাৰণে খোৱা পানী অতি নিৰ্ম্মল আৰু ভাল

হোৱা উচিত। পানীত লোণ, ধাতু; উদ্ভিদ্ প্ৰাণিপদাৰ্থ সংক্ৰামক আৰু সঞ্চাৰিত বস্তু থাকে। ই তাক অনিৰ্ম্মল কৰে। (১) দ নাদৰ পানীত লুনীয়া বস্তুৰ ভাগ সৰহ। সেই পানীএ মূত্ৰৰোগ জন্মায়। (২) শিহাৰ পাত্ৰত পানীএ বাহুৰ দৌৰ্ব্বল্য, কোষ্ঠবদ্ধ আৰু উদৰৰ বিষ জন্মায়। তামৰ পাত্ৰৰ জলে বঁতিওৱা, দুৰ্ব্বলতা, বুকুকঁপা- ৰোগ জন্মায়। বগী তাম অথবা দস্তা আৰু তাম মিহলুৱা পাত্ৰৰ পানী সিমান অপকাৰী নহয়। লোৰ পাত্ৰ, চীনৰ বাসন মাটী বা বেলোৱাৰী বাসনত পানী নিৰ্ম্মল থাকে আৰু উপকাৰী। মাটী কাঁচ আৰু বেলোৱাৰী বাসনেই সকলোতকৈ ভাল। জবাং পুখুৰি বা নাদৰ পানী অথবা গাঁওৰ মাজেৰে বই যোৱা দুঁতিৰ পানীত উদ্ভিদ পদাৰ্থ থাকে। ইয়াৰ দ্বাৰাই উদৰাময় নবিয়া হয়। (৩) মৰা প্ৰাণী পদাৰ্থ থকা পানী খালে উদৰাময় শক্তটাপন্ন জ্বৰ প্ৰভৃতি নবিয়া হয়। এতেকে পাকি পুখুৰী পুখুৰীত বা নদীত মৰা শ পেলোৱা অথবা মৰা শ পোতা বা পেলোৱা ঠাইৰ ওচৰৰ পুখুৰি বা দুঁতিৰ পানী বেয়া। কিয়নো পৃথিবীৰ শিৰেৰে সেই সেই ঠাইৰ দূষ্য পদাৰ্থ সেই পুখুৰিলৈ আহে। পৰিষ্কাৰ নকৰা টীকৰা শালিৰ ওচৰৰ পুখুৰীৰ পানী আৰু ধোবাই বা আনে কাপোড় ধোৱা পুখুৰীৰ পানীও বৰ বেয়া। সংক্ৰামক জ্বৰ বা জহনী প্ৰভৃতি ৰোগৰ বীজ পানী আৰু আকাশত থাকে। পানী তপতাই জুৰকৈ খালে ওপৰত কোৱা দূষ্য পদাৰ্থ খোৱা নাযায়। পানী পৰিষ্কাৰ কৰা যন্ত্ৰেৰে পৰিষ্কাৰ কৰা পানী আৰু তপতোৱা পানী নিৰ্ম্মল। নিৰ্ম্মলৰূপে ধৰিব পাৰিলে বৰষুণৰ পানী নিৰ্ম্মল কিন্তু খাওৰা বা চালৰ পানী বেয়া। প্ৰথমে অহা বৰষুণৰ পানী হলে তিমান নিৰ্ম্মল নহয়। পৰ্ব্বতৰ মাজৰ পুখুৰী বা সৰোবৰৰ

পানী নির্ম্মল। বাৰিষা বিনে আন সময়ত নদীৰ পানীও নির্ম্মল। কিন্তু সেই হলেও পানী পৰিষ্কাৰ কৰা যন্ত্ৰৰ দ্বাৰা বা তপতাই জুৰ কৰি খোৱাহে যুগুত।

যেই বেলি পিয়াহ লাগে সেই বেলি পানী খাবা। একে শোহাতে সৰহ পানী নাখাবা। কিন্তু পিয়াহ লগা মাত্ৰে পানী খোৱা ভাল নহয়। শুকান, কৰ্কৰীয়া বা টান বস্তু খাই খোৱা ভাল; সেই হলে উদৰত সেই বস্তু জীর্ণ হ'ব পাৰে। শ্ৰম বা ফুৰি অহাৰ পাছত বড় পিয়াহ লাগিলেও হঠাৎ পানী নাখাবা। বড় জহ লাগিলেও সেইৰূপ কৰা কৰ্ত্তব্য নতুবা উদৰাময় ৰোগ জন্মিবৰ সম্ভাৱনা। ১৫ বা ২০ মিনিটৰ পাছত পানী খোৱা উচিত। দুৰ্ব্বল আৰু অজীৰ্ণ ৰোগীএ পানীত সিজোৱা বস্তু খোৱাৰ এক ঘণ্টামান পাছেহে পিয়াহ লাগিলে পানী খাব লাগে। খোৱা বস্তু সিজোৱা পানী নির্ম্মল হোৱা উচিত। জহনী, মোৰ, জ্বৰ প্ৰভৃতি যি নৰীয়াত পানী খাবৰ তৃষ্ণা বড় প্ৰবল, তাত অলপ অলপ পানী খাবলৈ দিব লাগে। কিয়নো সেইৰূপ কৰা নহলে ৰোগ টান হ'ব পাৰে। "সোডাৱাটৰ" "লিমনেড" প্ৰভৃতি পিয়াহ মৰা বস্তু ভাল। কিন্তু এইটো কথা স্মৰণ ৰাখিব লাগে যে অনির্ম্মল পানীৰে বিলাতী নিয়মে প্ৰস্তুত হোৱা সেই সকল পানী উপকাৰক নহয়। তাতকৈ মিশ্ৰী বা চেনী তিয়াই তাত নেমু টেঙা বা তেঁতেলী বা আন টেঙা মিহলাই "শৰবৎ" কৰি খালে উপকাৰ দিয়ে। ই পিত্তৰ দুৰ্ব্বলতা নাশ কৰে আৰু উদৰ শীতল কৰে। আমাৰ উষ্ণ দেশত এইৰূপ শৰবৎ বড় উপকাৰী। তপত চাহ কাফি প্ৰভৃতি বস্তু গাখীৰ চেনীৰে মিলাই খালে ভাল। কিন্তু যি সময় বা দেশত জাৰ সৰহ তাত ই বড় উপকাৰী। আমাৰ

দেশত শৰবৎ যেনে, শীতল দেশত এইবোৰ তেনে। ই শৰীৰ উত্তেজনা কৰে আৰু যেতিয়া জাৰ লাগে তেতিয়া গা তপত কৰে; কাৰ্ব্বণ বায়ু শৰীৰত ওপজায়। যি মানুহে লেখা পঢ়া কৰে আৰু ৰাতি সাৰে থাকি পঢ়ে তাৰ পক্ষে চাহ কাফি বড় ভাল। কাফি উদৰ কোমল আৰু মূত্ৰ বৃদ্ধি কৰে। কুইনাইনৰ দৰে ইয়াৰ জ্বৰ গুচুৱা শক্তি আছে। এব্ৰাঁ গাৰ্খীৰ সম্পূৰ্ণ আহাৰীয় বস্তু কিয়নো ই ভোকো গুছায় পিয়াহো মাৰে। লৰা আৰু বুঢ়া কালত আৰু ৰোগি অৱস্থাত এব্ৰা গাখীৰ উপকাৰী খোৱা বস্তু। কেঁচা গাখীৰ অথবা অলপ্ তপতোৱা গাখীৰৰ বলাধান শক্তি আছে। ঘনকৈ পগোঁৱা হলে তাৰ দ্বাৰা তিমান উপকাৰ নহয়। গুৰু পাকি বস্তু। দই গাখীৰ, ঘোল, তক্ৰ প্ৰভৃতি বস্তুও আমাৰ দেশত উপকাৰী; তাবে ঘোল আৰু তক্ৰ বিশেষ। ইউৰোপৰ লোক সকল প্ৰায় মাংসাহাৰী; মাংসাহাৰী লোকৰ কাৰ্ব্বণ বায়ু অতিকম। মদ আৰু কটিকাত সেই বস্তু আছে। সেই কাৰণেই মাংসাহাৰি লোকে মদ খাবলৈ প্ৰয়াস কৰে। মদত লোণৰ ভাগো সৰহ। মাংসৰ লগত মদ খালে কাৰণ আৰু লোণ উৎপত্তি কৰাত শৰীৰৰ উষ্ণতা মাংসৰ উত্তেজনী শক্তি আৰু হাড় শকত কৰে। অকল মাংস খালে সেইৰূপ নহয়। মদৰ ৰাগিএ প্ৰথমে শৰীৰ উত্তেজনা কৰে, সেই ৰাগি গ'লে আকৌ তাক নাখালে উত্তেজিত নোহোৱাৰ কাৰণে আকৌ খাব লাগে। এইৰূপে তাক নাখালে গা ভাল নলগা হই ক্ৰমে মাত্ৰা বৃদ্ধি হই অভ্যাসত পড়ে। সেই হ'লে সৰ্ব্বনাশ। মদৰ দুৰ্গুণ বিস্তৰ; ইয়াৰ দ্বাৰা স্মৃতি শক্তিৰ হানি, অপস্মাৰ, গ্ৰহণী, উদৰাময়, যকৃৎ, উন্মাদ, প্ৰভৃতি ৰোগ জন্মে। এতেকে

ইয়াক সৰ্ব্ব প্ৰকাৰে এড়িব লাগে। ইয়াক ব্যৱহাৰ কৰাৰ পৰা অনিষ্ট বিনে উপকাৰ একেৰিও নাই। আ, ব,

---

# শান্তি আৰু আশা।

হায় হায় হৰি হৰি,
বও মই কেনে কৰি?
শান্তি বিনে এই ভৱ সাগৰ অপাৰে,
মোৰ জীৱ-তৰণীৰ কোনে গুড়ি ধৰে?
একে উথলিছে ঢৌ
কঁৰি শব্দ বোঁ বোঁ,
তাতে গুড়িয়ালে হায় এৰি গল মোক।
ইয়াত কৈ আৰু কিবা আছে বড় শোক!
অঁ শান্তি! দয়াশীলা,
কত অন্ত-ৰ্ধ্যান হলা?
দেখা দিয়া এক বাৰ জীৱন জুড়াক।
তুমি দয়া নকৰিলে আৰু পাম কাক?
তুমি মোৰ বল বুদ্ধি,
তুমি মোৰ সৰ্ব্ব-সিদ্ধি,
তুমি হোৱা এক মাত্ৰ কলাৰ লাখুটি,
তুমি বিনে হব মোৰ পৰমায়ু ছুটি।
এই জীৱনত মোৰ,
কত দুখ তাপ ঘোৰ,
ঘটিছিল, তাৰ একো সীমা সংখ্যা নাই,
তেনে সময়তো তুমি ৰাখিছিলা আই।

কাঁদিলে, ওচরে বসি
চক্ষুর লো দিয়া মুছি
কথা থির কই মোক আশ্বাস বচন,
নেরিছিলা দুঃখে সুখে মোক কদাচন।
আজি কি করিলোঁ দোষ?
মোর প্রতি করি রোষ,
ছাড়ি গেলা নিরাশ্রয় করি একে বারে?
তুমি বিনে জগতত কোন জীব পারে।
যাওক মোর ধন কড়ি,
যাওক পিতৃ মাতৃ মরি,
ভাই ভগ্নী সহায় কুটুম আদি যত,
তুমি থাকিলেই সুখ পান মন কত।
মোথোর্জৌ নীতির জ্ঞান,
নালাগে বিত্তার মান,
আর যত জগতর জ্ঞান যত্ন চয়,
যদি আই তোমার চরণ পাঁও ময়।
খুজিছোঁ খুজিছোঁ আই,
তখনার টেপ পায়
আঁতরিলা নিদারুণ হই মোক এড়ি
অপার সাগর মাজে নিঠুরা করি।
বিশ্বাস ঘাতকি আশা!
দিলো কলঙ্ক বাসা
পুজিছিলোঁ দিবা নিশি চরণত পড়ি,
তেও দুখ দিলে মোক হাঁয় হরি হরি।
নিজে গ'ল বক তাই,
আজ মোর শোক নাই

তোমাকো যে লই গ'ল তভাই তুলাই
সেই অনুতাপ মনে সহন নাযায়।
মৰ আশা পিশাচনী
কুলটাৰ চূড়ামণি
মৰ দহি পুড়ি, মোৰ পাপ-অগণিত,
মাথাকোৰ্ক যেন তোৰ নাম পৃথিবীত।
ইয়ালৈকে তাড়ি মৰ
ইয়ালৈকে পুড়ি মৰ
পূজা দিলোঁ তোক মই অতি যত্ন কৰি,
আৰাধিলো এক চিত্তে আন কাম এড়ি?
ইয়ালৈকে পথালিলোঁ
ইয়ালৈকে চুমা দিলোঁ
হৃদৈওত তোৰ মই ভক্তি সহকাৰে,
তাৰ এই ফল মোক দিলি তাৰে ভাৰে?
খুৱালি গঞ্জনা মোৰ,
গৰিহনা মানুহৰ,
বুড়ালি প্ৰাণক মোৰ লাজৰ সাগৰে,
অপমান অনুতাপ পাঁও ঘৰে পৰে।
ইমান যাতনা দিলি
মনৰ উৎসাহ নিলি
তেও তোৰ নাই সুখ কৰি নট-ঘটি,
শেষে কাটি নিলি মোৰ কপাৰ নাখুটি,
শুনা শুনা তাই গুণ!
আশাক নিদিবা মন
সাকাত সাপিনী তাই নাই দয়া-লেশ,
ধৰি মাথোন হৃদে তাই কৃপানুৰ ভেষ।

দেখিব সুন্দৰ অতি
তিনি লক্ষ্মী সৰস্বতী
কিন্তু বিষ দিছে থই দাঁতৰ চুকত
চল পালে দেখে তাই খুটিব বুকত।

স, ব,

---

## সমালোচনাৰ উপকাৰ।

আমি "আসাম নিউচ্" সম্বাদ পত্ৰৰ গ্ৰাহক নহও। সি দিনা এজন বন্ধুৰ মুখে শুনিলোঁ যে "লৰা বোধ" আৰু "শিক্ষাসাৰ" ৰ দোষ গুণ বিবেচনা কৰাৰ উপলক্ষে সেই পত্ৰৰ সম্পাদকক পুথী লেখোঁতা সকলে যেন্না পায় দেখি তেঁও পুথীৰ গুণাগুণ বৰ্ণনা কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিছে। আমাৰ বন্ধুএ কোৱা কথা যদি সত্য হয় তেনেহলে আমাৰ পক্ষে বড় দুঃখৰ কথা! আমাৰ দেশত পুথীৰ সংখ্যা যেনে কম্ গুণাগুণ বিচাৰ কৰা পত্ৰও তেনে কম্। অধিক কি? এখান মাত্ৰ "আসাম নিউচ্"। সেই পত্ৰৰ সম্পাদক অতি যোগ্য আৰু তেঁওৰ পৰা মকে পুথী লেখিবলৈ যবা লোক সকলে বিশেষ শিক্ষা পাবৰ সম্ভৱ। তেঁও যি যি পুথীৰ যি যি গুণাগুণ সময়ে সময়ে বিচাৰ কৰিছে সেই সকলৰ অধিকাংশই প্ৰকৃত যুক্তি শিক্ষিত সমাজত বাঞ্ছা। আমাৰ সাহিত্য সমাজৰ যেনে অৱস্থা তাত গুণাগুণ বিচাৰ নিতান্ত প্ৰয়োজনীয়। ঈশ্বৰ ইচ্ছাত আজি কালি আমি দুখানি এখানি ন ন পুথীৰ মুখ দেখিবলৈ ধৰিছোঁ। আমাৰ ভাষাৰ যেনে শিশু অৱস্থা পুথী কৰা লোক সকলৰো পুথী লেখাৰ শিশু অৱস্থা। যদি তাৰ গুণাগুণ বিচাৰ নহয় তেনেহলে

গ্ৰন্থকাৰ সকল স্বেচ্ছাচাৰী হবৰ সম্ভাৱনা। নিজে নিজে পাৰ্গত তথা দোষ-মুক্ত। আপোনাৰ মুখ আপুনি যেনেকৈ নেদেখি সেই দৰে আপোনাৰ দোষো তেনেকৈ নেদেখি। এতেকে এজন দোষ গুণ দেখাই দিয়া লোকৰ নিতান্ত প্ৰয়োজন। যাৰ দোষ গুণ বৰ্ণোৱা হয় সেই জনে সেই বৰ্ণনা কাণ পাতি শুনিলে অনেক কথা সংশোধিত হয়। আন্দোলনেই সমাজৰ উন্নতিৰ মুখ্য উপায়। আৰু প্ৰতিবাদ ও দোষাদোষ ব্যাখ্যা সেই আন্দোলনৰ এটা প্ৰধান উপায়। কোনো বিষয়ত যিমান উন্নতি হইছে সকলো বিলাক এই ৰূপ আন্দোলনৰ পৰা হইছে আৰু সেই আন্দোলন দোষ গুণ বিচাৰ আৰু প্ৰতিবাদৰ ওপৰত নিৰ্ভৰ কৰে। আমাৰ দেশৰ গ্ৰন্থকাৰ আৰু লেখক সকলে তেঁও বিলাকৰ গ্ৰন্থৰ গুণাগুণ বিচাৰ সহি থাকি নিজৰ উন্নতি কৰিবলৈ শিকা কৰিব লাগে। যাৰ এই সহন গুণ নাই সি পুথী লেখিবলৈ এড়িলেই ভাল। ভাষা কোনো এজন লোকৰ বস্তু নহয়। আৰু যদি এজনকেহে কোনো ভাষাৰ পৰিচালক বুলিব লাগে তেনেহ'লে সেইটো ভাষাই নহয়। যাৰ যিমান শক্তি সি সিমান পুথী লেখি সেই ভাষাৰ উন্নতি কৰোক। দোষ গুণ বিচাৰ সেই লেখক মণ্ডলীএ সহোক; আৰু নিজৰ লেখা উন্নতি কৰোক। যি স্থলত ভাষা কোনো এজনৰ সম্পত্তি নহয় সেই স্থলত অধিকাংশ লেখক যেতিয়া যিফালে বেগাবে, সেই ফালে ভাষাৰ চাল থাকে বুলি জনা যায়। সকলো বিষয়তে সকলোৰে একে মত হোৱা টান। এইটো সংসাৰৰ নিয়মেই নহয়। মূল কথাত ঐক্য থাকি আন বিষয়ে অনৈক্য থাকে। সংস্কৃত ভাষা অতি প্ৰাচীন, তাৰে অনেক ব্যাকৰণ। এখান ব্যাকৰণৰ মতে সইতে কোনো

কোনো স্থলত আৰু খান ব্যাকৰণৰ মত মিল নহয়। কোনো কথাৰ অৰ্থ বা ব্যাখ্যা একজনে যেনে কৰে আৰু জনে তেনে নকৰে। "বিধবা বিবাহ" বিষয়ে প্ৰাতঃস্মৰণীয় বিদ্যাসাগৰে পৰাশৰ মুনিৰ বচন লই যি আন্দোলন কৰে তাতেই অনেক চিন পোৱা গইছে। ইংৰাজী ভাষাতো এই নিয়ম দেখি; ভাষা যিমান উন্নত হ'ব সিমান বিকৃত হ'ব। নানা দেশৰ লোক আমাৰ দেশলৈ এতিয়া অহাত আৰু নানা বিষয় দেশত চলিত হোৱাত আমাৰ ভাষাৰ গা ডাঙৰ হ'ব লাগিছে। সময়ে সময়ে ভাষাৰ ৰচনাৰ তাল আৰু ৰুচি পৰিবৰ্ত্তন হয়। একে দেশতে নানা ঠাইৰ ৰচনা আৰু ৰুচি লড়চড় হয়। যেতিয়ালৈকে সৰহ গ্ৰন্থকাৰ আৰু পুথী নোলায় তেতিয়ালৈকে ভাষাৰ চাল জলা টান। আমি প্ৰথমে শিক্ষা কৰিবলৈ আৰম্ভোতে আমাৰ যেনে উন্নত হোৱা নাই অধ্যাপকৰ আৰু ওজাৰ গালি আৰু চেকণীৰ কোব খাইহে শিকিলোঁ, সেইৰূপে পুথী লেখিবলৈ ধৰাবো পটন্তৰ। অনেকৰ দোষ গুণ ধৰা খাইহে ভাল হ'ব পৰা যায়। এতেকে আমি আশা কৰোঁ। যেন লেখক সকলে ৰচনাৰ গুণাগুণ ধৰোঁতা সকলৰ কথা সহি শিক্ষাৰ প্ৰথম অনুষ্ঠাৰ নিয়ম পালিব; সেই হলেই ভাষাৰ উন্নতি হ'ব। আমি আৰু আশা কৰোঁ। যেন "মিউচৰ" সম্পাদকেও মানুহৰ যেজাবলৈ মন কাণ নিদি পাৰ্য্যমানে পুথীৰ দোষ গুণ বিচাৰি থাকিব। আম তেনে সাময়িক পত্ৰ বা যোগ্য লোক নাই, যে তেঁও সেই কাৰ্য্য কৰে। ছাত্ৰৰ কথালৈ চাই যদি শিক্ষকে শিক্ষা দিবলৈ এড়ে তেনেহ'লে কিৰূপে শিক্ষা দিয়া হ'ব?

পৰীক্ষক নহ'লে শিক্ষাৰ গুণাগুণ উন্নতি অবনতি না-

জানি। সোণ যিমান পোৰা তিমান ভাল হয়। সেইৰূপে আমাৰ ৰচনাৰো যিমান দোষ গুণ ব্যাখ্যা হয় তিমান ভাল হয়। যদি সমালোচকক আমি শত্ৰু যেন ভাবোঁ তেও তেঁও আমাৰ উপকাৰী; কিয়নো আমাৰ দোষ ভাগ শত্ৰু মহলে আনে নেদেখে। দোষ শূন্য হোৱা যদি কাৰো উদ্দেশ্য হয় তেনেহলে তেঁও সমালোচকৰ সমালোচনা সহোক। মাঘ কাব্যৰ বিষয়ে এনে এটা কথা শুনা আছে যে কবিএ শ্লোক একোটা লেখি জুইত পেলাই দিছিল পাছে যিটো শ্লোক সেই জুইত দগ্ধ নহই উঠে সেইটোহে সেই কাব্যত সন্নিবেশিত হইছে। সেই কাৰণেই মাঘ অতি উৎকৃষ্ট কাব্য হইছে। তাৰ বিষয়ে এনে কোৱা আছে "উপমা কালিদাসস্য ভাৰবেৰৰ্থগৌৰৱম্, নৈষেধে পদ-লালিত্যং মাঘে সন্তি ত্ৰয়ো গুণাঃ"। এই শ্লোক পোৰা কেৱল পণ্ডিত মণ্ডলীৰ দোষ গুণ বিচাৰেই অনুমান হয়।

খ, চ,

---

# অলঙ্কাৰ পিন্ধাৰ যুক্তি।

বৰ্ত্তমান কালত বৈদেশিক সভ্যতায় শিক্ষাৰ জখলাত ভৰি দিয়া বা ভৰি দিবলৈ ইচ্ছা কৰা নাই বা সিবিলাকৰ পাছ ধৰা দেশীয় মানুহ বিলাকৰ মনৰ পৰা বস্ত্ৰালঙ্কাৰৰ ভক্তি শ্ৰদ্ধা অনেক আঁতৰাইছে; ইয়াক সিবিলাকৰ সৌভাগ্যৰ বিষয় বুলি স্বীকাৰ কৰিব নোৱাৰি। অলঙ্কাৰে অসভ্যতা দেখায় এই ভয়ত বস্ত্ৰালঙ্কাৰৰ ওপৰত অৱহেলা কৰা আপোনাৰ অশেষ হানিৰ কাৰণ মাত্ৰ। যি সকলে বস্ত্ৰা-

লঙ্কাৰ ব্যৱহাৰ কৰিবলৈ লাজ কৰে সি সকলে জ্যোতি-ৰ্ম্ময় গৃহত বাস কৰিবলৈ, অপূৰ্ব্ব শয্যাত শয়ন কৰিবলৈ, সুগন্ধি দ্ৰব্যৰ ঘ্ৰাণ লবলৈ, মনোহৰ উদ্যানত ভ্ৰমণ কৰি-বলৈ, লাজ নকৰে কিয় ? বস্ত্ৰালঙ্কাৰৰ গুণ এই বিলাকতকৈ কম নহয়। যদি দেশীয় অলঙ্কাৰ বিলাক সিবিলাকৰ বে-শোপযুক্ত নহয় বুলি অৰুচিকৰ হয়, তেন্তে আপোনাৰ মা-ৰ্জ্জিত বুদ্ধিৰে তাক মনৰ দৰে কৰি ললেই হয়; যেনে তেনে ৰূ-পে শৰীৰত বস্ত্ৰ থাকিব লাগে ; অলঙ্কাৰৰ আকাৰ প্ৰকাৰ দোষণীয় হলেও বস্ত্ৰ তেনে নহয়।

আজি কালি " ইয়াৰিং " ইত্যাদি নামেৰে বিবিধ প্ৰকাৰৰ যি বিলাক বিদেশী অলঙ্কাৰ ওলাইছে সি যদিও এই দেশীয় কুণ্ডলাদিৰ অনুৰূপ, তথাপি দেশীয় বেশৰ উপযোগী নহয়। যেইবা নহক লোকে তাক বস্ত্ৰ বোধে ব্যৱহাৰ কৰা যেন দেখা নাযায়; তাৰ দ্বাৰা কেৱল বেশহে অলঙ্কৃত কৰে মাত্ৰ। যি হেতুক এই বিলাক অলঙ্কাৰত বিশুদ্ধ বস্ত্ৰ প্ৰায় নাই ; তেন্তে তাৰ গুণো অৱশ্যে তেনেকুৱা ! বিশেষতঃ বিধিমতে তাৰ ব্যৱহাৰ নাই ; ইয়াতে বুজিব পাৰি যে এই অলঙ্কাৰ যি সকলে ব্যৱহাৰ কৰে সি সকলে তাৰ গুণৰ আশা নকৰে, কেৱল শোভা বা সভ্যতা বৃদ্ধিৰ নিমিত্তেই হে কৰে। মুখ্য উপ-কাৰৰ আশা নথকা অলঙ্কাৰৰ ব্যৱহাৰ বৃথা ভাৰ বোজা মাত্ৰ। তাৰ নিমিত্তে যি অৰ্থ ব্যয় কৰা যায় সিও বাঁজি গাই কিনাৰ নিচিনা।

কোনোএ সুধিব পাৰে যে, বস্ত্ৰ দেহৰ বাহিৰত থাকি অন্তৰস্থ ৰক্তাদিৰ কি উপকাৰ কৰিব ? যদি বাহিৰত থাকি কিবা উপকাৰ কৰিব পাৰে তেন্তে গাৰ কাপোৰৰ ওপৰত থাকিও কৰিব পাৰিব; তাৰ উত্তৰ এই—শৰীৰৰ বাহিৰ ভিতৰ

সকলো সমান ; ৰক্ত সৰ্ব্ব শৰীৰতে ব্যাপ্ত আছে ; চৰ্ম্ম, চক্ষু, জিহ্বা, কৰ্ণ ইত্যাদি জ্ঞানেন্দ্ৰিয় বিলাকত থাকি তেজে শ্ৰৱণ, দৰ্শন, ঘ্ৰাণ, স্পৰ্শ, ইত্যাদি দ্বাৰা চুম্বক পাথৰে লো ধৰাৰ দৰে বাহিৰৰ সকলো বিষয়ৰে গুণ আকৰ্ষণ কৰে। বিছা, চাম চেকৰা, চন্দন, চোৰাত, ওপাত্, চেঁচা বস্তু আদি গাত লাগিলে, মনোহৰ দ্ৰব্য দৰ্শন কৰিলে, সুশ্ৰাব্য গীত শ্ৰৱণ কৰিলে, সুগন্ধি বস্তুৰ ঘ্ৰাণ পালে শৰীৰ মন কেনে কৰে সেয়ে তাৰ প্ৰমাণ।

ৰত্ন সংসৰ্গত শৰীৰৰ তেজবীৰ্য্যাদি বৰ্দ্ধিত আৰু প্ৰফুল্লিত হই থাকে ; তাতে ৰক্তাদিৰ অলসতা বা সঙ্কুচিত ভাৱ আৰু অন্যান্য নানা অশুভ দূৰীভূত হয়, মন স্ফূৰ্ত্তিযুক্ত হয়। বিশেষতঃ ৰত্ন তেজে বাহ্য জগতৰ পৰাও নানা শুভ মঙ্গলাদি আকৰ্ষণ কৰে; লোৰে যেনেকৈ বজ্ৰ আকৰ্ষণ কৰে, বৃক্ষে যেনেকৈ বৃষ্টি আকৰ্ষণ কৰে, ৰত্নেও সেই দৰে নানা শুভ মঙ্গলাদি আকৰ্ষণ কৰি থাকে। অলঙ্কাৰ ৰত্ন ব্যৱহাৰৰ বিশেষ উপায় ; এই কাৰণে ৰত্নযুক্ত ৰূপ, সোণ, ইত্যাদিৰ অলঙ্কাৰ ব্যৱহাৰৰ নিয়ম নিৰ্দ্দোষ বুলি মাননীয়।

ক, ৰ,

---

# আকাশ।

কোন তুমি, কাৰ সৃষ্টি, অসীম আকাশ,
কাৰ কীৰ্ত্তি, কথা কাৰ মহিমা প্ৰকাশ ?
অনন্ত তোমাৰ কায়া,
অনন্ত তোমাৰ মায়া,

অতি মূঢ় আমি নর
তোমার সেপাওঁ ভর
তোমার বিষয় ভাবি হলোঁ পরাজয়
হে আকাশ, কৃপা করি দিয়া পরিচয়।
সৃষ্টির আদির পরা
সব কথা কর পারা
জগতর গতি বিধি করা বিবরণ
কোন স্থায়ী, কার নাই অপরিবর্ত্তন।
নরর জীবন সদা
ক্ষণ মাত্র থাকে স্থলা
আগ পিছু ঘটনার সমূলি অজ্ঞান
মিনতি করিছো দেবী, দিয়া মোত কান।
কারথেজ, বেবীলন
জগতর রাণী রোম
সমস্ত পৃথিবী বশ আছিলেক যার
কলৈ গল, কিয় সবে হল চূণ থার।
মহম্মদ, হানিবল,
সীজর, নেপলিয়ন
আজিলকে কঁপে হিয়া শুনি যার নাম
কলৈ গল, কোনজনে পালে কোন ধাম।
কালি আছে, আজি নাই
দেখোতেই ক্ষয় পায়
সংসারর এই গতি এই কর্ম্ম তার ;
কিন্তু ক্ষয় অন্ত.নাই আকাশ তোমার।
জানো তুমি সর্ব্বজান
সত্য ভবিষ্যত জান ,

সংসাৰৰ আদি-দশা কোৱা কৰি দয়া
তোমাবিনে হেন কোনে কব, মহাত্মা।
সংসাৰ পৰিবৰ্ত্তন
হই থাকে খনে খন
দিনে দিনে ন ন বস্তু হয় আবিষ্কাৰ
ন মনে নবক আহি কৰে অধিকাৰ।
আদিতে মানুহ জাতি
পশুসম নীচ অতি
আছিলে অজ্ঞ মূঢ়, জ্ঞান বুদ্ধিহীন.
পৰ্ব্বতে হাবিয়ে থাকি খপিছিল দিন;
সময়ৰ সোঁত আহি
মন্দ সংস্কাৰ দহি
মুকলি কৰিলে খেদি অজ্ঞান-এন্ধাৰ
উন্নতিৰ পথ মেলি দিলেক সবাৰ;
দেখোঁ আজি সেইমতে
নিজ বুদ্ধি শকতিবে
পানীত কথাই, উড়ে পক্ষীৰ লগত
ছুপাহৰ বাট এড়ি যায় এদিনত।
পৃথিবীৰ যত দেশ
সাধে উন্নতি অশেষ
কিন্তু কিয় ভাৰতেই বসাতলে যায়
ভাৰতবাসীৰ কিয় অধোগতি হয়।
জানা তুমি সৰ্ব্ব জ্ঞান্‌
.সত্য ভবিষ্যত জ্ঞান
সংসাৰৰ আদি-দশা কোৱা কৰি দয়া
তোমাবিনে হেন কোনে গণে মহাত্মা।

অনন্ত তোমার নাম
অনন্ত তোমার ধাম
অনন্ত রূপিণী তুমি অসীম আকাশ
কোথা দেবী কর কার মহিমা প্রকাশ।
অতি ক্ষুদ্র আমি নর
তোমার দেখাও ভর
তোমার বিক্রম ভাবি হলো পরাজয়
হে আকাশ, কৃপা করি দিও পরিচয়।    বা, স,

---

## মৃত্যু শয্যা।

কি আশ্চর্য্য মনুষ্য! কিহ'ল তোমার?
কেন তুমি পৃথিবীতে করিছ শয়ন।
হেন ভাব দেখি ঘোর, কাঁপিছে শরীর মোর,
করিব সোয়াস্তি। মন মনেরেও স্থির।
অবিশ্রান্তে আঁখি মোর করিছে ক্রন্দন। ১

কিবা শোক কাঁড়ে আসি বিঁধিলে তোমায়।
মর্ম্মাহত হই জানো আহা তার চোটে।
কিবা তুমি ফাঁকি করি, মাটিতে লোটাইলে পড়ি,
পরীক্ষিছ বান্ধবের মনের ভাবক।
দেখ চতুর্দ্দিগে পরি সিবিলাকো লোটে। ২

পূর্ব্বে আর্য্য যোগী সবে যে যোগ আচরি,
পরমাত্মা ঈশ্বরে করিছিল ধ্যান।
তবে কিবা সেই যোগ, ত্যজি সাংসারিক ভোগ
নিমজ্জিছ ঈশ্বরে, সমাধিক ধরি।
নতুবা কণ্ঠে তোমার গ'ল পূর্ব্বজ্ঞান। ৩

উঠা উঠা প্ৰিয় বন্ধু, কত আছা পৰি।
এই কি তোমাৰ উপযুক্ত শোৱা পাটি?
মখ্‌মল্ কম্বলাদি; শিমলুৰ তুলি গাদি
যি সবতো শুই গাৰ তেজ গৈছিল মৰি।
এতিয়া সি সব এৰি কলাপাত মাটি!!! ৪

জ্বৰ আদি এৰি স্বচ্ছ অৱস্থায়ো যাৰ,
নোৱাৰে কোমল ভৰি পেলাব মাটিত।
তেমে ভৰি, আজি হায়! কেনে গড়াগড়ি যায়,
খোলাতো ফুটিয়া দুখ নাই হোৱা তাৰ,
নিয়ৰত পৰি সুখ লভিছে বাটিত। ৫

কোৱা কেনৈ আমাক নকৰা সম্ভাষণ?
নসম্ভাষা বুঢ়ী আই ভাৰ্য্যাক তোমাৰ।
"পিতা পিতা" বুলি মাতি, আকুটমী মাতমাতি,
চোৱা জিয়াই কেনেকৈ কৰিছে ৰোদন।
মমতাই কি তোমাক কৈলে পৰিহাৰ? ৬

আউলী বাউলী স্ত্ৰীক চোৱা চকু মেলি।
এৰি লোক লজ্জাভয় কান্দিয়া অস্থিৰ,
দেখি হিয়া ফাটি যায়, কাণ্ডাকাণ্ড জ্ঞান নাই,
ধৰিছে তোমাৰ হাতভৰি হাত মেলি।
চুমিছে বিবৰ্ণ মুখ আণিছে শৰীৰ॥

কিবা তুমি পাহৰিলা দুখ বিধবাৰ।
স্মৰিলে শিয়ৰি নোম যাই বাৰ গাৰ।
চোৱা কাতি কৰি মুৰ, বৈধব্য যন্ত্ৰণাসুৰ,
থপিয়াইছে কং মনে ভাৰ্য্যাক তোমাৰ।
উঠা অস্ত্ৰ লই আক কৰাহি সংহাৰ॥ ৮

কি হব কান্দিলে শোক কৰিলে কি হব ?
অনিত্য সংসাৰ বিধি কৰিলে সৃজন।
পাতিছে ভাৱনা মায়া, মকৰি প্ৰাণীক দায়া।
বাতি পুৱা হলে কব কোন কলৈ যাব।
অচিনাকী হব আই ভাই বন্ধুগণ ॥ ১

— ল. বে. ব.

# হালোৱা আৰু ডাঙ্গৰীয়া।

ডাঙ্গৰীয়া আৰু হালোৱাৰ স্বৰ্গ পৃথিবী অন্তৰ। হালোৱা সৰকৰ লোক, ডাঙ্গৰীয়া স্বৰ্গৰ দেৱতা। হালোৱা অশিক্ষিত চহা, হোজা, আজি কালিৰ সভ্যতাৰ পোহৰ নেদেখা। ডাঙ্গৰীয়া হলে সুসভ্য, সুশিক্ষিত চকুৰ, সভ্যতাৰ পোহৰেৰে পোহৰ। ডাঙ্গৰীয়াতকৈ হালোৱা, খোৱা-লোৱা, পিন্ধা-উড়া সকলো পিনে হীন। সি হুপৰিয়া হাল-বাই আহি কটু ঢেকিয়াৰ আঞ্জাৰে বন্ধা আহু চাউলৰ ভাত খাই সন্তোষ পায়। তাৰ উচ্চ ভাব আৰু উচ্চ আশা নাই; সি অলপতে সন্তুষ্ট অলপতে চৰিতাৰ্থ। সি মুঠতে খেতি কৰা, গাকে কণুএ পেট-পুৰুয়া, লোকৰ তলপিয়া আৰু বকৰা মোহোৰাকৈ' নিজ পৰিয়াল আৰু ওচৰচুবুৰিয়াৰে বন-বেমালী কৰি কাল নিয়াব পাৰিলেই মহা সন্তুষ্ট। সি খেতি পথাৰ কৰে আৰু তিকতাই তালৈ খাব-লাবসৈ তৈয়াৰ কৰে। তাৰ নগুৱা লিকচৌ, বেটী বন্দি নাই; সি নিজেই চাকৰ, নিজেই গৃহস্থ। ডাঙ্গৰীয়াৰ দৰে তাৰ মেজ, চকি, শৰা, পাটীচৰাৰ প্ৰয়োজন নাই; সি কলাপাতত ভাত খাই পৰম সন্তোষ লাভ কৰে। পাটৰ চুৰিয়া, জোতা মোজা পাগুৰী

বা টুপিৰ আৱশ্যক নাই। কিয়নো তাৰ আৰু লাজ নিবাৰিবলৈ ঘৰৰ তিৰুতা বিলাকে হাতে—কটা সূতাৰে যি চুৰিয়া কাপোৰ বয়, তাৰ পক্ষে সেই কাপোৰেই যথেষ্ট; অহকালিও লোমৰ ডাঠ কাপৰ পিন্ধি থাকত টুলবুলিয়া হইও সাহাব হবৰ ভাব হেপাহ নাই। হালোৱাৰ ধোবা নাপিতেৰেও সম্পৰ্ক নাই; নিজেই নিজৰ ধোবা—নিজেই নিজৰ নাপিত। ইস্তিৰি কৰা খমখমিয়া কাপৰ পিন্ধি আৰু চুদিনে তিন দিনে দাড়ি গোঁফ খুৰাই বিভাৰৰ হবলৈ সি আশা নকৰে। সি ঘড়ি বা চেইনৰ নামকে নাজানে। কিয়নো ডাকৰীয়াৰ দৰে ঠিক ১০ বা ১১ টা বজাত কৰ্ম্ম স্থান বা অফিসত হাজিৰ নহলে শ্ৰীযুক্তৰ ধমক্ ( চহা মতে হলে সাহাবৰ গালি সপনি ) খাব নালাগে। সি ইচ্ছামতে খায়, ইচ্ছামতে যায়, ইচ্ছামতে থাকে, ইচ্ছামতে নাচে, গায়, ৰঙ্গ-ধেমালী কৰে। তাৰ কাৰ্য্যত কোনেও বাধা বা হাত দিব নোৱাৰে। ডাকৰীয়াৰ দৰে লোকৰ ইচ্ছাত, লোকৰ ভয়ত, লোকৰ তাড়নাত, সি তাৰ ইচ্ছাৰ বিপৰীত কাৰ্য্য কৰিব নালাগে। হালোৱাই আত্মীয় স্বজনৰ—মিতিৰ কুটুমৰ নৰিয়া-পৰিয়াই, বিয়া সবাহে, যিমান দিন আৱশ্যক তিমান দিন কতি হই মিতিৰ কুটুমৰ সহায় আৰু সুখ দুখৰ ভাগী হয়। ডাকৰীয়াৰ দৰে মাক, বাপেক, বা তিৰুতা মৰিলে শ্ৰাদ্ধ কৰিবলৈ কাকো " চুটী মাগিব " নালাগে; সি যিমান দিন ইচ্ছা ঘৰত বহি মৃতকৰ কাৰণ শোক কৰে, দুঃখ কৰে, কান্দে। তাৰ গা অসুখ হলে যিমান দিন আৱশ্যক তিমান দিন ভগা-পজাৰ তলত, ন'বা তিৰুতা জীৱাৰী বোৱাৰিৰে পৰিবেষ্টিত হই পড়ি থাকে। নৰিয়া ভাল হলেও গাত বল নোহোৱালৈকে কিছু দিন সতাই—গাত ভালকৈ বল বঢ়াই লয়; ডাকৰীয়াৰ

দৰে ঘূৰে—বিৰে কেঁকাই—গোথাই—কোঁপাই-জোপাই লা-খুটী ধৰি কৰ্ম্ম স্থানলৈ গই কাগজ লিখিব লাগাগে।

হালোৱাই পথাৰত পৰিশ্ৰম কৰি আহি ভোকত থাকে কচুয়ে যিহকে খাই সেইএ তাৰ জীন যায়; সেই নিমিত্তে হঠাৎ নৰিয়া-পৰিয়া তাৰ ওচৰচাপিব নোৱাৰে। ডাঙৰীয়া ৰোগৰ ভঁৰাল স্বৰূপ। আজি পানী-লগা, সাঁও পড়া, পৰহিলৈ গ্ৰহনী, তাৰ পাছ দিনা এওঁয়া-নমা, কাহ, ঘূৰ, বিষ ইত্যাদি।

ডাঙৰীয়াৰ সুকোমল শৰীৰ, অলপ ৰ'দ, অলপ বতাহ, অলপ বৰষুণতে পমি যাব খোজে; কিন্তু গাঁৱলীয়া হালোৱাৰ হলে প্ৰচণ্ড ৰ'দ, ঘোৰ বতাহ বৰষুণেও কৰ্ত্তব্য কৰ্ম্মৰ পৰা পাছ ভৰি কৰাব নোৱাৰে। কাযেই হালোৱা অসভ্য, হালোৱা পশু তুল্য, হালোৱা চহা।

হালোৱাৰ আশা নীচেই চুটা, তাৰ আশা সীমাবদ্ধ; সি দুখ কৰি ধাৰ নলগাকৈ কোনোমতে থাকে—আৰবে পেট-পুৰাই, চুৰিয়া কাপৰ পিন্ধি দিন নিয়াৰ পৰাকে ভাগ্য বুলি মানে। পৰিশ্ৰমৰ গুণত সি আশাতিৰিক্ত সম্পত্তি লাভ কৰিলেও কৰিব পাৰে, কিন্তু নহলেও সি দুঃখিত নহয়। হলেও ভাল, নহলেও তাৰ কাৰণে বেজাৰ নাই। সি হাজাৰ২ টকাৰ প্ৰমিচৰী নোট, হাতী, ঘোড়া, পাল্কি বা গাড়ী কিনিবলৈ—ইংৰাজী সাজেৰে সজোৱা সুসজ্জিত বড়২ বঙ্গালীৰ তলত থাকি, পাংখাৰ বা লবলৈ—তিৰুতাক গাউন পিন্ধাই মেম-সাহাব কৰিবলৈ, পাঁচশ টকিয়া জেব ঘড়ি জেবত আৰিবলৈ, আৰু লিগিৰা লিগিৰী দাস দাসীৰ ওপৰত কৰ্ত্তৃত্ব কৰিবলৈ দুৰাশা নকৰে; সেই নিমিত্তে সি সুখী, সদাই আনন্দময়; কিন্তু ডাঙৰীয়াৰ হলে টকা নাথাকিলেও আৰু কৈঁওৰ ইচ্ছানুৰূপ ইন্দ্ৰিয়সুখ ইহ জগত নঘটে বুলি জানিও—সেই

সুখ কৰিব নোৱৰাত সদাই দুঃখিত—সদাই চিন্তিত—সদাই ভাবনাযুক্ত; কেনেকৈকেৰো ইহকালৰ সুখৰ জখলাৰ ওপৰৰ খাপত উঠিব পাৰিব তাৰে যত্ন—তাৰে চেষ্টা—তাৰে ভাবনা। সেই নিমিত্তেই তেঁওৰ মন সদাসৰ্ব্বদা অনুজ্জ্বল—মলিন। সময়ে সময়ে সেই মলিনত্ব দূৰ কৰি আমোদ আহ্লাদ কৰিবৰ কাৰণ ঔষধ স্বৰূপ একেবি বাগিয়াল বস্তুৰ প্ৰয়োজন, সেই ঔষধ কেৱা নহলে চিন্তা ভাবনা দূৰৈহে মুখ উজ্জ্বল নহয়, ডাক্তৰীয়াই সুস্থ গাতো দুৰ্ব্বল আৰু মৰিয়া দেখুৱায়; হালোৱাই সেইৰূপ নকৰে।

পাঠক এতিয়া আমাৰ আধুনিক ডাক্তৰিয়া আৰু হালোৱা দুইওকো তুলত তুলি জোখা. কোন গধুৰ কোন পাতল, কোন সুখী কোন দুখী, কোন সুভগীয়া কোন দুৰ্ভগীয়া, অনায়াসে কোৱা।

আৰু এটি কথা ইয়াৰ লগে ২ কৰ লগিয়া হইছে। পূৰ্ব্বে আসম ৰজাৰ দিনত দেশৰ ভিতৰত বুঢ়া গোঁহাই, বড় গোঁহাই, বড় পাত্ৰ গোঁহাই, এই তিনি জনা ৰাজমন্ত্ৰী আৰু সময়ে সময়ে মাক্তাৰ্থত আন ডাক্তৰ হুকম বড়ুৱাক ডাক্তৰীয়া বোলা হইছিল, কিন্তু আজি কালিৰ ডাক্তৰীয়াৰ সংখ্যা কৰে কোনে? দেশ গোটেই খনেই ডাক্তৰীয়া। পেক্তাৰ ডাক্তৰীয়া, মাজীৰ ডাক্তৰীয়া, মহাকেজ ডাক্তৰীয়া, নকল নবিশ ডাক্তৰীয়া, অধিক কি চাহবাগিচাৰ ১৫) টকীয়া মহৰীও ডাক্তৰীয়া, দোকানীও ডাক্তৰীয়া। আধুনিক ডাক্তৰীয়া সকলৰ ডাক্তৰীয়াত আকৌৱালি ঢকি নোপোৱা। সমাজ সংস্কাৰক সকলে এই বিষয়ে অলপ চকু মেলি চালে দেশৰ অনেক মঙ্গল।

ম. ম. মহন্ত

# আসাম-বন্ধু।

মাসিক পত্র।

"নচ জ্ঞানাত্ পৰং বলম্।"

প্ৰথম ভাগ। । শ্ৰাৱণ শক ১৮০৭, ইংৰাজী ১৮৮৫। [ সপ্তম সংখ্যা।


## আগৰ দিন এতিয়াৰ দিন।

ষষ্ঠ অধ্যায়। বড়চড়া—

বড় চড়াত স্বৰ্গদেৱ উপস্থিত থাকিলে এইৰূপে বিষয়া সকল বহে। স্বৰ্গদেৱৰ সিংহাসনত বহে। যি খোঁটালিত স্বৰ্গদেৱৰ সিংহাসন, তাৰ পৰা দক্ষিণলৈ মাজৰ এখোঁটালি এৰি তাৰ ওচৰৰ খোঁটালিত চড়িৰ তলতে দুই খুটাৰ মাজত পূব ফালৰ পৰা লানীকৈ বুঢ়া-গোহাঁই, বড়পাত্ৰ-গোহাঁই, বড় গোহাঁই বহে। সুদা মাটিতে আগ কাললৈ পিকছোৱা পেলায়। বড় গোহাঁইৰ বাওঁ কালে শদীয়া-খোৱা-গোহাঁই, সলাল-গোহাঁই মৰঙ্গি-খোৱা-গোহাঁই বহে। কেতিয়াবা অলপ আগ পাছ হয়। কেতিয়াবা খোটেইটো চড়িৰ পূব খুটাৰ পৰা দক্ষিণলৈ ক্রমে তিনটা খুটাত তিনিজন ডাঙৰীয়া

ৰহে। সেইটো চতিৰে পশ্চিমটো খুটাৰ পৰা দক্ষিণলৈ
লাগীকৈ বড় বড়ুৱাকে এমুখে ফুকন, ৰাজখোৱা আদি
ৰহে। দাঙীয়নীয়া তিনিজনা গোহাঁই চতাৰ দক্ষিণ ফুলৰ
যোড়াৰ চতিৰ পূৰবটো খুটাত, মাইলাতৰ খুটাত, বঁ...
ধৰা খুটাত ৰহে। এই খিলনীয়ে বহাত যি জনা তামুলীয়াই
যেইটো খুটাত ৰহে স্বৰ্গদেৱ সথকাতো স্বেইজনাই সেই
খুটাতে ৰহে। তামুলীয়া সকল পথলীয়া দলে বহিছে
সেইটো চতিৰে পশ্চিম কোণৰ খুটাৰে পৰা দক্ষিণলৈ
সাৰিকৈ পীড়ালিত বড় বড়ুৱা আদি চতাৰ ফুকন, ৰাজখোৱা
ৰহে। এই সকলৰ পাছত দেও-ধাঁই, বাইলুক চেটীয়া, পাত্ৰ
বড়ুৱা, ঘৰকলিয়া-বড়ুৱা ৰহে। এই দক্ষিণ কালৰ চতাৰ
সভা বড় বড়ুৱাই নেওগ ফুকনৰ দাৰাই নিৰূপণ কৰায়।
স্বৰ্গদেৱ বহা খোঁটালিৰ উত্তৰৰ খোঁটালিত কোনো বিষয়া
নবহে। কিন্তু স্বৰ্গদেৱৰ নিতান্ত প্ৰয়োজনীয় তামুলী, সিদিৰা,
বড়-তামুলী, পিকদান-ধৰা, চোৰৰ লোৱা, পাঁচনি আৰু হাত-
বিছনি লোৱা সিগিৰা ৰহে। এই খোঁটালিৰ উত্তৰৰ
কোঠাৰ চতিৰ তলতে মাজে বাট ৰাখি সেই বাটৰ পূৰ
কোণৰে পৰা দালিকৈ পাঁচনীৰ পালি ৰহে। ফুকন বা
এজনে বৰাচুলি-লগা দা লৈ থাকে। তাৰ ইকালে খুটাৰ
ওচৰ খিলিতে পাচনী-বড়া ৰহে। এই খুটাৰ পূৰবকালে
কিন্তু দক্ষিণ কলিয়া দুই চমুয়া পাঁচনী-বড়া ৰহে। তলতে
কোৱা বাটৰ পশ্চিম কোণৰে পৰা তৰোৱাল লই সিদিৰাইকৰ
পালি ৰহে। সেই কালেই পশ্চিম কাললৈ লাগি দুই জনে
চমুয়া ফুকন বড়ুৱা ৰহে। তামুলী সিধিৰাইত কলেজীয়া
চতিৰ পশ্চিমটো একাৰৰ খুটাৰে পৰা উত্তৰলৈ লাগী দুই
বড় বড়ুৱাৰ সন্মুখে সেৰ-বিছনি লোৱা চমুৱা ফুকন ...

বহে। ইয়াৰ চাপিতে পাছত বৰ-ভতাৰ বৰুৱা তিনিজনা বহে। এই সকলৰ পোনেই উজনি কালে ককাষৰ কোঠাত মেল খোৱা গোহাঁইদেৱ সকল বহে। এই দিনাকৰ মাজত লই দুইও কালে বৰুৱা পাচনীইত এই কোঠাতে বহে। এই উত্তৰ কোঠাৰ উত্তৰ কোঠাত দৰ্শকেৰ মেলা ঘৰ। পূব-কালে গড়িয়া আৰু মৰিয়া ভতোনী পেঁৰাতাৰি থাকে। এই ফালৰ সভা পাঁচদি বড়ুৱা হুছুৱাচোৱা বৰুৱাই নিৰূপণ কৰে। খলাৰ সভাৰ নিৰূপণ চেকিয়াল-ফুকন বা বৰুৱা, দোলাকাষৰীয়া-বৰুৱা, চাউতাল-বৰুৱা এই সকলে কৰে। কিন্তু চেকিয়াল-ফুকন, বৰ-বৰুৱাহে ডকাত বহিব পাৰে। আন দুজন খলাত বহে। দৰ্শকেৰ বহা কোঠাৰ পূব কালৰ ককাষৰ কোঠাত তামুলী আৰু বৰ-তামুলীইত বহে। এই কোঠাৰ দক্ষিণ কালৰ কোঠাত উত্তৰ কালে দেৱদাকৰা আৰু দক্ষিণ কালে সভা-পণ্ডিত বহে। ইয়াৰ দক্ষিণ কালৰ কোঠাত জ্যোতিষীয়া গণক বহে। ইয়াৰ দক্ষিণ ককাষৰ কোঠাত কটকীইত বহে। ইয়াৰ দক্ষিণ ককাষৰ কোঠাত কাকতীইত বহে। দক্ষিণ দুপৰ উজনী কালে খাওনাইত, ভাটিকালে তিনিজনা ভাৰবীয়াৰ হাতী মুৰীয়াইত বহে। প্ৰতিদিনে বৰ-বৰুৱাই বৰ চৰাত বহিব পাৰ। তেঁও বৰ-পাত্ৰ ভাৰবীয়াৰ বহাটো খুটাতহে বহে। প্ৰতিদিনে দুপৰ মাৰিলে এঁও চৰাত বহে। দুপৰ চাৰি দণ্ড মাৰিলে পানী-চোৱাটৈ গই জীৱায়। তিনিপৰ মাৰিলে আকৌ চৰাত বহে। গধূলী চাৰি দণ্ড মাৰিলে উঠি যায়। যেনৰ দেওগ বড়া ইত্যাদিএ বৰ-বৰুৱা বহাৰ পোনেই খলাত দুসাৰি হই আঠুলই বহি কথা যোগায়। বড়-বৰুৱাই দিবৌ পৰত পানিচোৱা ঘৰতে থাকে। চাৰি দণ্ড থাকিলেই নিজা

ঘৰলৈ গই আহাৰ কৰি দুপৰীয়া বড় চৰাতে আছে। চৰাৰ কেই কলাই খনুৱা দিয়া চৰাৰে চাৰিও পোনে ঢাকি চৰাতে থিৰ দিয়ে। ৰাজখোৱাৰো এইক্ৰম। ৰাতিপৰ দিৰলৈ আহি থকা পানি-ঘৰত কোনেও খোৱা-চাজ বা বড় পীড়া নব লোৱাৰে। মাটিৰ ভেটি কৰি নয়। কোনোএ তাতে কাঠৰ পাটত শোৱে। ধাতুৰ চৰীয়া পিক পেলোৱাও নব নাপায়। কাঠৰ মাত্র নব পায়। বেত্তা-কাঁহি মাইহাম ব্যৱহাৰ কৰিব নোৱাৰে। কাঁহৰ বাম বা কাঁহি মাত্র ব্যৱহাৰ কৰে। তৰিকা ছুয়াৰৰ বাজৰ বিচাৰ কৰ্ত্তা বড় বড়ুয়া এই কাৰণ ভেঁওৰ মিত পৰ। তৰিকা ছুয়াৰৰ ভিতৰৰ বিচাৰ কৰ্ত্তা চেকিয়াল-বড়ুয়া এই কাৰণে এওঁবো মিত পৰ। বড়-বড়ুয়া চকাত বহিলে মাওবৌচা কুকন প্রভৃতি বিষয়া সকল বথা মিলবে বহে। তাজৰীয়া সকলৰ আৰু চাৰি সত্রিয়া মহন্ত সকলৰ খাটখিয়াৰ আৰু সভাপণ্ডিত বড় বড়ুয়া সমুখৰ উত্তৰ কালৰ খুটাৰ দক্ষিণে ভিতৰ সোমাই ককামৰ কোঠাতে বহি কথাবাৰ্ত্তা কলায়। এই সকলৰ পূৰ্বকালে সেই কোঠাতে ৰজাৰ পৰা আগ কৰা কথাকে মুখে দি সুধি বুজাৰৰ কাৰণ বড়-কটকী এটা বহে। এইটো খুটাৰ ওচৰৰ পীড়ালিতে লোটোকোয়া চালতে বড়া, কাকতী পশ্চিম কালে দক্ষিণলৈ ককামৰ কোঠাৰ মাজে মাজে কটকী, দলৈ, কাকতীইত বহে।

# কারাবদ্ধ রাজপুত্র *।

(১)

আমিলোঁ ময়না! আজি এত দিন পরে
কি দুঃখে বদ্ধ করে অন্তর তোমার,
সদা সুখ ভোগে থাকা, বদ্ধিত পিঞ্জরে
বাস করা, তেও কিয় শোকর বিকার
তেও কিয় এড়ি সুখ যাবর আলয়ে,
উজ্জ্বল পিঞ্জর করি তৃণ সম জ্ঞান
যাব খোজা প্রিয় পক্ষি! আমিলোঁ হৃদয়ে,
আমিলোঁ পরাধীনতা বিষর সমান।
বোগ গ্রস্ত আজি আমি বুজোঁ সিকারণ,
যোগীর অন্তরে হায় কিরূপ বেদন।

(২)

সমান অবস্থা আজি তোমার আমার;
যবন অধীন তুমি, আমিও সিরূপ
ভাগ্য দোষে; বাসস্থান তীন কারাগার,
তব বাসস্থান, পক্ষি, পিঞ্জর বিরূপ।
যবনর আয়ে তুমি যথা প্রপালিত,
আমিও সিরূপ আজি বিধি বিড়ম্বনে;
মুক্তি লাভে, তুমি যেনে সদা উৎকণ্ঠিত
দুষ্ট যবনর গৃহে; আমি আজি তেনে।

* এজন হিন্দু রাজপুত্র মুসলমান রাজত্বর সময়ত কারাবদ্ধ হইছিল। তেঁওর আনন্দর কারণে তেঁওর খোটালিত থোৱা এটী ময়না চড়াইক সম্বোধন করি তেঁও এই উক্তি করিছে।

সমান অবস্থা আজি তোমার আমার,
আহাঁ পক্ষি দুঃখে দুয়ো কান্দোঁ একবার।

( ৩ )

কিরূপ আনন্দে তুমি জননী যতনে
হইছিলা বর্দ্ধিত, স্বাধীন ভাবেতে
উড়িলা হেতেন কোন নগরে কাননে,
সম বয়সীয়া স্বজাতীয় বিহঙ্গেতে।
আমিও কিরূপে হায় জননী আদরে
হইছিলোঁ সুবর্দ্ধিত, থাকিলোঁ হেতেন
কেনে সুখে নিজ রাজ্যে স্বাধীন ভাবেতে
বৃদ্ধ পিতা মাতা লই দার পরিজন।
কিন্তু এয়ে পরিনাম ছিলে ভুজনার,
তোমার পিঞ্জর হায় মোর কারাগার।

( ৪ )

মোর কারাগার এই অসহ্য সংবাদ,
নিমিষে বায়ুর বেগে পশি অথাজ্যত,
প্রজার অন্তরে আজি ঢালিছে বিষাদ;
যত সৈন্যগণ মোর দুঃখিত মনত।
স্নেহময় স্নেহময়ী জনক জননী,
বিশাল বিষাদ দন্তে এই সংবাদর,
চর্ব্বিত চর্ব্বিতা আজি; যত ভাইভনী
এই সংবাদত পক্ষি কান্দে নিরন্তর।
জানিলোঁ প্রকোষ্ঠে আক কান্দে অনিবার।
কোমলা লতিকা স্বর্ণ-নলিনী আমার!

( ৫ )

প্রিয়ে স্বর্ণ-নলিনি আমার!
তব প্রতি আজি হায় জগত আন্ধার;

বিষম বিরহে মোর, উঠিছে তরঙ্গ ঘোর,
আলোড়ি কোমল অতি অন্তর তোমার,
আলোড়ি শরীর যেন স্থির পারাবার।

( ৬ )

প্রিয়ে স্বর্ণ-মণিদিপ আমার!
প্রফুল্ল কমল হেন বদন তোমার,
জানিছোঁ মলিন আজি, মুখে নাই মধুহাসি,
হরিলে যতনে তব সুখের ভাণ্ডার
বিষময় করি ক্ষণে সুখের সংসার।

( ৭ )

প্রিয়ে স্বর্ণ-মণিদিপ আমার!
দেখ, কিবা দশা আজি তব অভাগার,
যেজনাই রাজ্যপথে, পাইছে ভীষণ দুঃখ,
বাসস্থান আজি তার ভীম কারাগার,
তার গুণবন্ত পুনঃ যবন হুকার।

( ৮ )

প্রিয়ে স্বর্ণ-মণিদিপ আমার!
শয়নে বিশ্রামে কিবা করিতে আহার
"প্রাণেশ্বর" "প্রাণেশ্বর," এই মধুময় স্বর,
কর্ণভরি শুনিছিলোঁ যতনে তোমার;
কিন্তু আজি শুনোমাত্র যবন চীৎকার।

( ৯ )

প্রিয়ে স্বর্ণ-মণিদিপ আমার;
কিরূপে ভুলিবো হায় শ্রীমূর্ত্তি তোমার
যেহি শোক মূর্ত্তি ধরি, ঘুচে মোরজিভি বেড়ি,

রণোন্মত্ত দেখি মোক শোকিলা অপাৰ,
কপোলে বহিল যবে দুটী অশ্রুধাৰ।

( ১০ )

প্রিয়ে স্বর্ণ-নলিনি আমাৰ ?
কিমতে ভুলিবোঁ তাক যত্নে বাৰম্বাৰ
ধৰিয়া করুণস্বৰ, কহিলা "হে প্রাণেশ্বৰ
তুমি যাবা ৰণে, কিন্তু কি গতি আমাৰ ?
কাক সমর্পিলা এই অভাগী তোমাৰ ?"

( ১১ )

প্রিয়ে স্বর্ণ-নলিনি আমাৰ !
সেকথা ভাবিলে আজি অন্তৰে আমাৰ
জ্বলি উঠে দাবানল, প্রাণকৰে টলবল।
নাকান্দিবা প্রিয়ে আজি সংবাদে আমাৰ,
কান্দিলে মুকুতি নাই, ক্রন্দন অসাৰ।

( ১২ )

প্রিয়ে স্বর্ণ-নলিনি আমাৰ !
স্থিৰ কৰা চিত্ত তব কৰিয়া বিচাৰ
সুখ হলে আছে দুখ, দুখ পাছে আছে সুখ,
সুখ দুখ চক্রপ্রায় ঘুৰে অনিবাৰ,
সংসাৰে অলংঘ্য এই বিধি বিধাতাৰ,

শ্রীভঃ

# নাৰীৰ মুক্তাৱস্থা।

বামাৰচনা।

আমাৰ বহুত দেশহিতৈষী লোক একেনে তিৰুতাৰ মুক্তাৱস্থাৰ বিষয়ে এটা প্ৰবন্ধ লেখিছে ; সেই প্ৰবন্ধ পঢ়ি আমি বৰ আনন্দ পাইছোঁ। আমাক এই কাটকঘৰতে সুদৃঢ় সদাই লোৱাই থকা দেখি দেশৰ সজ লোক একেনে আমাৰ প্ৰতি দয়ালু হই এই প্ৰবন্ধ লেখাৰ দুঃখ স্বীকাৰ কৰিছে এই নিমিত্তে আমি তেঁওৰ প্ৰতি কৃতজ্ঞ হৈছোঁ। আমাৰ মনক সাংসাৰিক অনেক কাৰ্য্যে সদাই আক্ৰান্ত কৰি ৰাখে। কেতিয়াও বাহিৰলৈ ওলাই প্ৰকৃত বিমল বিলাস দেখিব নদী, পৰ্ব্বত, নিজৰা, গছ, লতা, ফুল, ফল, পশু, পক্ষী আদি কৰি অপূৰ্ব্ব শোভা বিলাক চাই মনৰ অন্ধকাৰ ও দুখ নিবাৰণ কৰিবলৈ নাপাওঁ। কেৱল চকু মুদা মুদিৰ মতে সামাজিকতাৰ শিকলি ভৰিত লগাই লজ্জাৰ অধীনী হৈ লোৱাই আছোঁ। এনেস্থলে আমাক মুক্তাৱস্থা দিলে আমি হাত মেলি স্বৰ্গ পাম। কিন্তু এটা কথা কওঁ আমাৰ মিচিনা ক দুখিৰ মনলা অসভ্য তিৰুতাক মুক্তাৱস্থাদি দুহুংপৰ সভ্যতাৰ্থে বন্দী কৰি ৰখাকে ভাল বুলি মানিছোঁ। আমি লোৱাই থকাত আমাৰ আৰু অভিভাৱক সকলৰ আপদ আছে যেতিয়া হলে একো নাথাকে কাৰণ, আমি মূঢ়ামূৰ্খা সৎলোকে সৈতে আলাপ কৰিব নাজানো, কোনো ভাল বিদ্যা চৰ্চ্চা কৰিব নোৱাৰো কেৱল অসদ্ভ লজ্জাৰ বশৱৰ্ত্তিনী হৈ অসভ্য ব্যৱহাৰ হে কৰিব পাৰোঁ। এতেকে দুখৰ বিষয় যে লেখকে তিৰুতাক মুক্তাৱস্থা দিয়াৰ আৰু শিক্ষা দিয়াৰ বিষয়ে তাঁলৈকে উপদেশ আৰু উপায় উল্লেখ কৰ-

দিলে। প্রথম উপদেশ শিক্ষা দিয়া দ্বিতীয় উপদেশ মুক্তা বস্থা বা স্বেচ্ছাচাব। তিকতা স্বেচ্ছাচাবিনী হোৱা আমি সঙ্গত যেন নেদেখোঁ কাবণ ভাল বেয়া দুটা বাট; স্বেচ্ছাচাবিনী হলে "কিংকৰ্ত্তব্যবিমূঢ়া" হই কোন বাটেবে যাব লাগে তাক পাহবে এনে স্থলত স্বেচ্ছাচাবিনী হবলৈ দিয়া অন্যায়। কেবল স্বামী পিতৃ এনে মুবব্বিব লগত বাহিবলৈ ওলোৱাকেই সুখ যেন মানো।

পূৰ্ব্ব কালব আৰ্য্যা বমণী সকলব মুক্তাবস্থা আছিল কিন্তু স্বেচ্ছাচাবিতা নাছিল। তেঁও বিলাকব দবে সৰ্ব্বগুণ সম্পন্না হলে আমিও মুক্তাবস্থা পাবলৈ অনুবোধ কবোঁ। দেখক, পূৰ্ব্ব কালব তিকতাব কেনে উন্নতি আছিল? লীলাবতী কেনে বিদ্যাবতী আছিল? খনা দেবীএ জ্যোতিষত পাৰ্গত হই শহুবেকব পবা কেনে আদব আক যশস্যা পালে? চিত্রলেখাই পট অঙ্কিত কবিএই উষাব স্বপ্ন-লব্ধ স্বামীকো পবিচয় কবালে আক বুদ্ধিব কৌশলেবে সিমান বস্তুত থোৱা কুমাবকো আনিলে। তেঁও বাটত আহোঁতে এনে রূপে বথ চলাইছিল যে কুমাবে বথব গতি সহিব নোৱাবিছিল। বিদ্বান্ হলেই জ্ঞান আক সজ্জ-ভাব হয় সেই বিদ্যা-ভূষিতা সীতা-আইএ সিমান অসীম কষ্টতো বাৱণ বজাক চকু মেলি নাচালে। পূৰ্ব্বকালব তিকতাই যুদ্ধ বিগ্রহাদিতো পটু আছিল বুলি শুনা যায় কিয়নো ইন্দ্রজিতব প্রিয় ভাৰ্য্যা প্রমীলাই প্রাণাধিক স্বামীব মৃত্যুত কাতব হই যুদ্ধব সাজ লই প্রভু বামচন্দ্রে সইতে যুদ্ধ কবিবলৈ গৈছিল। এই বিলাক কাৰ্য্যব দ্বাবাই বুজা যায় যে পূৰ্ব্ব কালব তিকতাই সাহিত্য, অঙ্কবিদ্যা, জ্যোতিষ বিদ্যা, চিত্রবিদ্যা, যুদ্ধকবা, ঘোবা চলোৱা, অনেক শিল্প বিদ্যা আদি কবি নানা গুণে ভূষিতা আছিল সক-

লোতে বড় পাৰ্গত আৰু ধাৰ্ম্মিক আছিল। সত্য অসত্য এই দুটা বাট তেওঁ বিলাকৰ ভালকৈ পৰিচিত আছিল। সেই গতিকে মুক্তাৱস্থায় তেওঁ বিলাকক শোভিতা কৰিছিল। এতিয়া আমাৰ গাত সেই বিলাক একো গুণ নাই। সত্যগুণ সত্য শিক্ষা আৰু নীতি-বিদ্যা অলঙ্কাৰেৰে ভূষিতা নোহোৱা কৈ নাঙ্গটা হৈ ওলালে আমাক গৰখিয়া-লৰাই ও হৈ দি লৈ ফুৰাব। আমাৰ বিদ্যা নাই, বুদ্ধি নাই, বিবেচনা নাই, প্ৰকৃত ধৰ্ম্মজ্ঞান নাই, সত্য অসত্য নজানো গুৰুজন শুশ্ৰূষাৰ পথ নাজানো। স্বামীৰ সেৱাত ৰতিমাই আমাৰ পৰা আমাৰ মহা বন্ধু স্বামীএ কত কষ্ট পাব লগিছে। তেওঁ অনেক দুখেৰে সইতে অৰ্জ্জা ধন-সম্পত্তিক আমি অৱহেলা কৰি ব্যয় কৰে।। অতিথি অভ্যাগতক শুশ্ৰূষা কৰাত বেজাৰ পাঁও। ঘৰৰ কৰা-মেলা চাৰিজনক ভালৰূপে পালি পাঁচি সন্তোষ লব নাজানো। ঘৰৰ সকলো কাৰ্য্যৰ ভাৰ গ্ৰহণ কৰি স্বামীক সুখ দিব নাজানো। ধৰ্ম্মৰ বাটেৰে চলি পৰকাললৈ গতি নাসাধোঁ। কেৱল ধূন কৰিব জানো, গাত দুঃখ দিব নোখোজোঁ. কাপৰ বৰলৈ বেয়া পাই বিদেশীয় বস্ত্ৰ পিন্ধিছোঁ। দৰ্জ্জিৰ দ্বাৰাই চোলা সিয়াই পিন্ধো বিলাসীবস্তু অনেক কিনি-লওঁ, কিন্তু আমি হলে ঘৰত একো কৰি স্বামীক বা তাইক নিদিওঁ। সক কালত পিতৃ মাতৃৰ স্নেহত ভোল গৈ সেই বিলাক কৰিবলৈ পাহৰিলোঁ, স্বামীৰ ঘৰলৈ আহিলত গাভৰুৰ গৌৰৱে পাই আমাক চকু মুদাই ধৰিলে তাতে আকৌ স্বামীৰ আদৰে জখলা লৈ তুলি দিলে। সত্যশিক্ষা আৰু কাৰ্য্য কৰি বলৈ জখলাৰ পৰা নামিবই নোৱাৰিলোঁ। স্নেহ তাটি দিনত আদৰে অনাদৰ কৰি জখলাৰ পৰা নমাই দিলে। স্বামী বুঢ়া হল, পিতৃও বুঢ়া হল—ধন আৰ্জ্জিব নোৱৰা

স্ত্ৰী-শিক্ষা বুলিলে "মিছিৰজুৱে" পঢ়া বাদি চিঠি-লিখাকে কেৱে বুজা উচিত; নাটক-নভেল পঢ়া, আৰু, মজা-মৰা লোৱা-কটা আদি গৃহস্থালি বন পাহৰা, এই দুইৰো মাজতে। ওপৰত কোনো লোক বিলাক স্ত্ৰী-স্বাধীনতা আৰু স্ত্ৰী-শিক্ষাৰ বিষয়ে দীঘল দীঘল বক্তৃতা দিয়াত বৰ পাৰ্গত; বিষয়ে নতুন নতুন দিগ্বিজয় কৰিবলৈ পায়, পৰৰ ছোৱালীবে কৰ্ত্ত-ব্যতা কৰলৈ, পৰৰ তিৰুতাবে হাত জোকাৰাজোকাৰি কৰিবলৈ পায়, তিমান অপাৰ আনন্দ নহে। ছোৱালীৰ বাপেক আৰু বিলাকে ছোৱালীৰ শিক্ষাতকৈ আৰু নৰ্ববলেহে নেপিটে নেপাহ কৰে। কেনেকৈ আচল মানুহ হব লাগে, কেনেকৈ গৃহস্থালি চলাব লাগে, ছোৱালীএ তাৰ একবলেকে নাচাপে। এনে স্ত্ৰী-শিক্ষাৰ কি ফল হইছে, তাক জানিবৰ নিমিত্তে মই আজি এবছৰমান বৰ পুৰুষাৰ্থ কৰিছোঁ। ছোৱালী বিলাকৰ আৰু বিদ্যা হওক নহওক, তেঁওলোকৰ দুটা বিদ্যাত অতি উত্তমৰূপে পাকিছে; কোনোবোৰ নহে হে লাগে; এটা দবা-খিলোৱা, আনটো মনৰীয়া লব্যাকিলা-কলৈ চিঠিলিখা। মই এশ জনীমান লেখাপঢ়া শিকা ছোৱালীএ দবা এখোৱা দেখিছোঁ। তেঁওলোকৰ আৱা-মমন সেক্সপিয়ৰৰ "মন্দুৰী বখলগোৱা" নাটকৰ কেথেৰিণক-কৈও একাটি চৰা। এটা বৃত্তান্ত মই লিখি থাকিব লোৱা-খিলো। এজন দুখীয়া ভদ্ৰলোকে তেঁওৰ ঘৰৰ জীএকক বৰ কষ্ট কৰি পঢ়ালে, আৰু বৰ পুৰুষাৰ্থ কৰি তেঁওলৈ দৰা বিচাৰিবলৈ ধৰিলে; কিন্তু তেঁও দহজন দৰাক তেঁওৰ গুণ-গুণৰ "অলায়ক" তাবি মিহঁতৰ নাম বাদ দি এৰিলে, আৰু বাপেককো বহুত গালি-শপনি পাৰিলে। বাপেকে বিয়ুতি হই বিলাতলৈ গই ইংৰাজী শিকি অহা এজন ভদ্ৰলোক

সইতে বিয়া স্থিৰ কৰিলে। এই জনা দৰাৰ কোনো গুণ নাছিল, কেৱল গাল এখান অলপ চোকে ধৰা। শিক্ষিতা কন্যাৰ মত লোৱাত তেঁও বাপেকক এই দৰে কেটেছা. নাৰি কলে—"মোৰ আগত টপ মইপাৰি। তেনে ভাল কলীয়া তোমোৰালৈ মই যাবলৈ নেপাম হে মৰিছোঁ। আই যে আই এনে কথা কবলৈকো লাজ নেলাগে।" ইত্যাদি, ইত্যাদি। এই বেজাৰত বাপেকে জীএক মৰিল বুলি চক-হাড়ী পেলাই লখোন দিলে। আকৌ এই কেথেৰিণৰ ৰূপ গুণৰ কথা মই কম নে? তেঁওৰ ৰূপৰ ভিতৰত চাল ধম বগা, আৰু গা-মূৰ ধুৱাওঁতে তেঁও ছয় ঘণ্টা লীয়ায়। তেঁও দহি-কটা এভাগো জোৰাৰ নেজানে, ভাতৰ-চৰুৰে তেঁওৰ কেতিয়াও ক্ষেটাভেট হোৱা নাই, আন আন গৃহস্থালি কাম কৰিলে তেঁওৰ মান যায় আৰু লেখাপঢ়া শিকিবলৈ সময় নাথাকে। তলটৈ মূৰ কৈ তাঁত বলে তেঁওৰ এৰা নাযে। কিন্তু তেঁও নৈৰ গুৱিত, ফুলনি-বাগিচাত বতাহ লোৱা এদিনো ক্ষতি নকৰে। তেঁও চিঠি-লিখাত আৰু বন্ধু সকলক আদৰ সম্ভাষণ কৰাত অতি পাৰ্গত। এটা কথা এৰিলোঁ,—তেঁও গাউন্ আৰু জেকেট (যেনৰ মেখেলা আৰু ছোলা) পিন্ধাত বৰ চোকা।

আৰু মই এই বছৰ তিনি শ তিনি কুৰি চোৱা-পাঁচ খান ছোৱালীৰ চিঠি গোটাইছোঁ। শিক্ষিতা লেখিকা আই-জেউ সকলৰ বয়স পাঁচৰে পৰা ত্ৰিশলৈকে। তেঁও লোকৰ ভিতৰত জনা চাৰেক বিধৱা আৰু বেইতা-বাধি-থকা তিৰ-তাও পৰিছে। কিন্তু এই বিষয়ত আগলৈ উঠি অহা ছোৱালী বিলাকেই হে বেছি আগ-বঢ়া। দহ বছৰীয়া ছোৱালী এজনীৰ চিঠি এখনৰ আসল নকল ইয়াত দিলোঁ। "প্ৰাণা-

থিক পূয়ত্তমেষু—আপুনার মরমর পত্র থনী পাই মর বজতে এক ঘন্টা মান মড়িয়া আছিলো মর.আপুনার পত্র পড়াত্ত বিমান আনন্দ হয় তাহাক মর লেখি লেখি সম্পাদন করা অত্যন্ত দুর্লভ মুর্চে আপনি ভাবি চিন্তি জানির পারিবেন আপনি পাচ দিন চিঠি না পঠোয়াত ইমান বেজার পাইলাম যে কান্দি কাটি চকু লোবে পথ দৃষ্ট না হইলাম। মোর এই জগৎ মণ্ডলে কোন্ আছে কেবল আপুনি মোর জীবন প্রাণ ধন সকলো মোক অধীনিক শ্রীচরণর এক পার্চে দাসী করিবেন আপুনাক না দেখি মর সো-শরীলে মরির ধরো অধিক কি লিখিম চরিনই নিবেদন মাথোন মোক আগলৈকো এতদ্রুপ দয়া মর্ম্ম করিবেন আপুনাক কদাচিৎ ভুলিতে পারিবোনা আপুনি মোক বিয়া করি পরিত্যাক্ত করিলেও মোক মরম নাকরিলেও মর "প্রণয় ছবি মাঝারে, সদা তাকির তোমারে, নয়ন প্রহরী আমার রবে তব চন্দ্রাননে।" হায়! কেতিয়া আমরা "একাসনে বসি গাহিব গান, সুখের সপনে কাটাব প্রাণ, তুলিব কুসুম দুজনে মিলি রে; গাঁথিব মালা, গণিব তারা, যামিনী করিব ভোর।" অতএব "এস এস সখা এস গো হেথা, দুজনে কহিব মনের কথা, খেলিব দুজনে সন্ধেরি খেলা রে; থাকিব মিলি, দিবস নিশি, আর আর দুখ মোর।" আপোনার প্রেম ভিখারিনী শ্রীমতি সুন্দরী প্রীয় কুমারী বড়া সবলা অবলা বালা।"

শ্রীবিষ্ণু! শ্রীবিষ্ণু! ইঃ! ইঃ!! রাম! রাম! লেখাপড়া শিকি আমার ছোয়ালী বোর গুচিল, বঙ্গলা নাটক-নভেল পঢ়ি আরু গান শিকি বলীয়া হল। মহ-মহন্নীয় (কেঁচুরা) ছোৱালীর এনে চিঠি, কি আচরিত। আকৌ সেই একে ধন চিঠিকে তাই আঢ়ি-ছুঁচিজন তেকা

সবাতৈ লিখিছিল!! আপুনি এতিয়া চাওক। অসমীয়া ভাবিব এটি মাখোন ভাল বস্তু আছে, সি ভিকতা। এনেকুৱা শিক্ষা দি সেই বস্তুটো যেন ভ্রষ্ট কৰা নহয় তাৰ নিমিত্তে হে আপোনাতৈ এই চিঠি দিলোঁ।

আপোনাৰ ইত্যাদি

ভভানেও।

---

# ষৈনীৰ দুটী প্ৰশ্ন।

পাঠক! তুমি ঊনবিংশ শতাব্দীৰ শিক্ষিত ডেকা, তুমি ভূতৰ নাম শুনিলেই বলিয়াৰ প্ৰলাপ, মূৰ্খৰ বকনি বুলি উপহাস কৰি উড়াই দিবা। তুমি ভূত পিশাচৰ নাম, ভয়াতুৰ কাপুৰুষ বিলাকৰ কল্পিত বুলি কবা। মরো তাকে কম, তেনেহ'লে নকই সমাজত অপদস্থ হব পাৰোঁনে? মই যদি ভূত আছে বুলি কওঁ, তেনে হলে আজি কালিৰ সভ্যাভিমানী ডেকা, বিশেষকৈ বিদ্যালয়ৰ ছাত্ৰ বিলাকৰ হাত চাপৰিত বকা পোৱা টান হব। "সংসাৰত ভূত আছে" এই কথা মুখৰ পৰা উচ্চাৰিত হোৱা মাত্ৰেই অজ্ঞান, বাতুল, অশিক্ষিত, চহা, চিন্তাশক্তি-বিহীন, গজ-মূৰ্খ ইত্যাদি ক্ৰত প্ৰকাৰৰ উপাধি পাম, তাক কই শেষ কৰিব নোৱাৰি। সেই নিমিত্তে যদিও ভূতৰ ভয়ত এন্ধাৰ ৰাতি দহোটা বজাতে ঘৰৰ বাহিৰ হব নোৱাৰোঁ; যদিও বাহিৰলৈ আহিলেই চাৰি আঙুলীয়া দাঁতেৰে, কলাকৈ, দীঘলকৈ একজন ওলাই সাবট-মাৰি ধৰে যেন পাওঁ; যদিও বাড়ীৰ পৰা ভূত খেদিবলৈ পইসা-কড়ি—ফুলৰ-মিঠা যেজ আদি নানা প্ৰকাৰ

মন্ত্ৰতন্ত্ৰপূজা-পাতল কৰাওঁ, আৰু বাৰীৰ চাৰি চুকে চাইটা বকুলৰ খুটি পুতি, বাৰীৰ সীমাৰ ভিতৰত ভূত সোমোৱাবলৈ বাধি থওঁ, তথাপি মই এশ বাৰ কও, হাজাৰ বাৰ কম যে মই ভূত নামানো; ভূত বুলা অশিক্ষিত, চহা আৰু ভয়াতুৰ মানুহৰ কাম। মই ঊনবিংশ শতাব্দীৰ জনম লই, ভূতৰ অস্তিত্ব স্বীকাৰ কৰি কাপুৰুষ হম নে? ভাল কথা, তেনে হলে যদি মানাও কিয়? পেটত্ যি থাকক্ নাথাকক্ তাত্ কতি কি, তাক দেখে কোনে? বুঢ়াৰে হলে সি কথা বেলেগ —মহজন যি বাটত্ আমিও সেই বাটত্। তুমি ভূত থকাৰ বিশ্বাস বা প্ৰমাণ দিয়া-দিদিয়া, ভূতে কথা খুলি বিশ্বাস বা আচৰিত কাৰ্য্যৰ কথা নোকোৱা, মোৰ মন টনাব নোৱাৰা। তুমি যদি কোৱা যে "মই দিনৰ দুপৰীয়া দেখা দেখিকৈ ভূত দেখিছোঁ, আৰু তাৰে সৈতে কথাবাৰ্ত্তা পৰ্য্যন্ত হইছোঁ" মই তেতিয়াই তোমাৰ কথা হাঁহি উৰাই দিম (গাৰ নোম হলে থিয় হই উঠিব) মই তোমাক কম যে সেইটো তোমাৰ চকুৰ ভ্ৰম। মৰীচিকাৰ দ্বাৰা সময়ে সময়ে মৰুভূমী বিলাকতে যেনেকৈ সাগৰ বুলি পথিকৰ ভ্ৰম জন্মে, সেই দৰেই কোনো কাৰণ বশতঃ তোমাৰো চকুৰ ভ্ৰম ঘটিছিল। ভূত নাই; তুমি কেতিয়াও নুবুজিবা—সেইটো নিশ্চয় তোমাৰ চকুৰ ভ্ৰম। যদি তুমি পুনৰায় তোমাৰ কথা প্ৰমাণ কৰিবলৈ কোৱা যে "মই এদিন ঘৰৰ ভিতৰত চাৰিটা মানুহে নাড়িব নোৱাৰা এখন খাটত্ শুই আছিলোঁ, পিছে শেহ-নিশা সাৰপাই দেখোঁ যে খাটে সহিতে চোতালত আছোঁ। তাৰ পাছত ঘৰৰ মানুহক জগাই কাৰণ সোধাত কোনেও একোকে কব নোৱাৰিলে। ঘৰৰ ভিতৰত মই অকলৈ শুই-ছিলোঁ। শোৱাৰ সময়ত মই ভিতৰৰ পৰা দুৱাৰ যেনেকৈ

মাৰি থইছিলো তেতিয়াও সেই দৰেই মৰা আছিল। দুৱাৰ বাহিৰৰ পৰা মেলিবৰ বা মাৰিবৰ সাধ্য নাই, সেই স্থলত খাটখন ভিতৰৰ পৰা কেনেকৈ বাহিৰলৈ আহিল? আৰু খাটখন বাহিৰত যে আছিল, তাক ঘৰৰ সকলো বিলাকে দেখিছে। দুৱাৰ ভাঙ্গি ধৰাধৰিকৈ খাট খন ভিতৰলৈ নিছোঁহঁক এই স্থলত অতবিলাক মানুহৰ একে লগে ভ্ৰম হোৱাও বুলিব নোৱাৰা। এতিয়া এইটিও ভূতৰ কাৰ্য্য বুলি বিশ্বাস নকৰিবানে?" ময় তোমাৰ কথা শুনি পেটে পেটে সেই দিনাৰে পৰা অকলৈ নোশোঁ বুলি প্ৰতিজ্ঞা কৰিম, কিন্তু প্ৰকাশ্যে হলে তোমাক এনে উত্তৰ দিম যে তুমি কাৰেই মনে মনে থাকিব লাগিব। ময় কম যে "হয়, তেনেকুৱা কাৰ্য্য হব পাৰে, কিন্তু সি ভূতৰ কাৰ্য্য নহয়। নিদ্ৰিত মানুহে কেতিয়াবা এনে কাৰ্য্য কৰে যে জাগৰিত অবস্থাত তাক কৰা একেবাৰে অসাধ্য। এই বিলাকৰ বিষয়ে আমি অনেক কথা পুথীত পঢ়িছোঁ। অনেক মানুহে নিদ্ৰিত অবস্থাত এক গাঁওৰ পৰা এক গাঁওত ওলাই, অথচ সি একোকে কব নোৱাৰে। পাছ দিনা ৰাতি-পুৱা সাৰ পাই ঘৰলৈ উভতি আহে। কোনো কোনোএ নিদ্ৰিত অবস্থাতে ঘৰৰ বৰ-বস্তু তলৈ—ওৰ-বস্ত্ৰ অলৈ অনা-নিয়া কৰে। সেই দৰে তুমিও নিদ্ৰিত অবস্থাতে ঘৰৰ পৰা খাট চোতালনৈ আনিছিলা, জাগৰীত অবস্থাত যদিও তুমি খাট দাঙ্গিব নোৱাৰা আৰু বাহিৰৰ পৰা দুৱাৰ মাৰিবৰ শক্তি নাই, তথাপি নিদ্ৰিত অবস্থাত তাক কৰা আচৰিত নহয়। ইয়াৰ পাছতো তুমি নিশ্চয়হই কব পাৰা যে "বাৰু, সেই কাৰ্য্য জানিবা ময়ে কৰিলোঁ. চাইটা মানুহে দাঙ্গিব নোৱাৰা খাট খন জানিবা ময়ে আনিলো, কিন্তু কাঁহিত ৰাতি শেৰো

তাত দেখোঁতে দেখোঁতেই আগতে চুকাই যায়; লেখক কাঁহি একেবাৰে উলট হৈ পৰে, অথচ কোনেও কাকো খোৱা নেদেখে। এইটো নো কেনেকৈ ঘটে?" তাৰ্ মন অবাধে কয় যে এইটো কাৰ্য্য হলে নেদেখিলে বিশ্বাস কৰিব নোৱাৰোঁ। তুমি হাজাৰ শপত খাই কোৱা যোৰ হলে সহুলি বিশ্বাস নহয়। এই দিনাক তোমালোকৰ চকুৰ আগ.। ইত্যাদি নানা কাৰণ দৰ্শায়, বাদানুবাদ, তৰ্কবিতৰ্ক কৰি, বগৰম-বগৰম কই তোমাক ঘটাকেই ঘটায়। কিন্তু লেখকৰ দৈনীয়ে সম্প্ৰতি লেখকক পৰাস্ত কৰিছে। দৈনীয়ে এনে দুটিমান কথা ধৰিছে যে তাৰ উত্তৰ দিয়া লেখকৰ পক্ষে টান হইছে। লেখকৰ শ্ৰেণীৰ ( ভূত নমনা সকলৰ ) ভিতৰৰ কোনোবাই যদি তাৰ্ ভাল উত্তৰ দিব পাৰে তেনেহলে ভূত নমনা সম্প্ৰদায়ৰ আৰু লেখকৰো মান ৰয়।

কিছু দিন হইছে লেখকৰ ঘৰতে ভূতৰ উপদ্ৰৱ ( লেখকৰ মতে জানিবা নহয় অন্তৰ ঘটেছে ) হয়। ৰাতিয়ে দিনে অবিচ্ছেদ দলি পৰে, সেই সময়ত লেখক ঘৰতে আছিল। প্ৰথমতে তেঁও মানুহ বুলি অনেক প্ৰকাৰে ধৰিবলৈ কল-কৌশল কৰিছিল, কিন্তু সকলো মিছা হ'ল। বিবিলাক ঠাইৰ পৰা দলি আহে তাৰ্ দুপৰ দিশা মানুহ থাকিব-চাৰি পিশাচ থকাও টান; বিশেষ দুমাহ তিনি মাহ দিনা-দিনাটো চোপনী কৰি কোনো মানুহে দলিওৱা নিতান্ত অসম্ভৱ। কেতিয়াবা ঠিক শূন্যৰ পৰা দলি পেলাই দিয়ে। পূব, পশ্চিম, উত্তৰ, দক্ষিণ, কোনো ফালৰ পৰাই নাহে, কেবল ঠিক মূৰৰ ওপৰৰ আকাশৰ পৰা যেন কোনোবাই পেলাই দিছে এনে অনুমান হয়। লেখকে কাৰ্য্য দেখি অবাক হ'ল। তেঁও ভূত নমনা মানুহ, হঠাৎ ভূত থকা বুলি

খাঁকাৰ কৰি অসভ্যৰ শ্ৰেণীত গণ্য হোৱাও কম কথা নহয়। সেই নিমিত্তে তেঁও তেতিয়াও মানুহ মানুহ বুলিয়েই কৈ আছিল।

এই দৰে কিছু দিন গল, তাৰ পিছত নিলগৰ পৰা দলি আহিবলৈ এড়ি ঘৰৰ ভিতৰতে মাৰিবলৈ ধৰিলে। ঘৰৰ দুৱাৰ খিড়িকি সমুদয় বন্ধ, চাৰিও পিনে এটি তেকুলী-বেঙ্গ সোমাবলৈকো সন্ধি নাই, অথচ ঘৰৰ ভিতৰত ধমাধম দলি পড়ি আছে। খাটত্ আঠুৱা-তৰা, আঠুৱাৰ চাৰিও-কোৰ তুলিত খুঁচি দিয়া, কিন্তু হঠাৎ এটি দলি আঠুৱাৰ ভিতৰ সোমাল, ক্ৰমে দুটা, শেষত অসংখ্য। লেখক অবাক। বাহিৰত মাৰোতে "কৰবাৰ পৰা কেনেবাকৈ—কিবা প্ৰকাৰে মানুহেই মাৰে" বুলি মৈনী আৰু ঘৰৰ অন্যান্য মানুহক প্ৰবোধ দিছিল—প্ৰবোধ দিবৰ এটি বাট আছিল, এতিয়া সেইটি বাটো বন্ধ। আজি কয় কি? আঠুৱা কোনো পিনে কটা নাই, তুলিত খোঁচা যেনে তেনেই আছে, ওচৰত চাকি জ্বলিব লাগিছে। দুৱাৰ খিড়িকি আদি বন্ধ। মৈনী আৰু লেখকৰ বাহিৰে, অন্য কোনো মানুহ ঘৰত শোৱা নাই; মৈনীও তেঁওৰ আগতে। দুই ও আঠুৱাৰ তলত। দলিৰ পৰা ৰক্ষা নাই। ৩। ৪ মিনিটে দলি জোকাৰী নেপেলালে বিছনাত থাকিব নোৱাৰা হ'ল। "দলি আহে কৰ পৰা, আঠুৱাৰ ভিতৰ সোমাই কিৰূপে।" মৈনীৰ এইটো প্ৰথম প্ৰশ্ন। লেখকৰ মাতবোল নাই।

লেখকে পাছ দিনা অন্তক দেখাবৰ কাৰণ গাঁওৰ ১৫। ১৬ জন মানুহ মতাই নিলে, তাৰ ভিতৰতে দুজন স্কুলৰ পণ্ডিত। যথিংকুটা জোনাক, গধূলীতে লেখকে সেই মানুহ বিলাকক তেঁওৰ শোৱনী ঘৰৰ চাৰিও-কালে পহৰা

থকে। সিহঁতে ঘৰ হাত-বেৰা দি আছিল। সেই [illegible] লেখক, লেখকৰ মৈত্ৰী আৰু লেখকৰ ভনী এই তিনিজন [illegible] ঘৰৰ ভিতৰ সোমাল, তিনিও ওচৰা ওচৰিকৈ শাইছ থাকিল। ঘৰ সোমোৱা মাত্ৰ তেঁও যি খোটালীত শোৱে সেই খোটালীৰ এটা চকিৰ পৰা ধূলি মাৰিবলৈ ধৰিলে। চকিৰ [illegible] খিখি ঠাইৰ পৰা ধূলি মাৰে, তাক লেখকহঁতে আৰু বাহিৰত থকা মানুহ বিলাকেও অনুমান কৰিব পাৰিছিল। হাতৰ পৰা ধূলি মাৰিলে যেনে শব্দ হয় তেতিয়াও ঠিক তেনে শব্দ হইছিল আধা মিনিটে আধা মিনিটে এমুঠি এমুঠি ধূলি মাৰিবলৈ ধৰিলে। ধূলিৰে ঘৰৰ মজিয়া আৰু খাট ভৰিগল। লেখকে পণ্ডিত দুজনকো ভিতৰলৈ আহিবলৈ কলে। তেঁও বিলাক ভিতৰ সোমোৱাতো সেই একে কথা, তেঁও বিলাকৰ কাপোৰো ধূলিৰে পৰিপূৰ্ণ হল। এদিন নহয় অনেক-দিন পৰ্য্যন্ত সেই দৰে হৈ আছিল, সেই বিলাক উপদ্ৰৱৰ [illegible] মানুহৰ শোৱা খোৱাতো অসুখ হইছিল। এতিয়া মৈত্ৰীৰ দ্বিতীয় প্ৰশ্ন এই যে "অতবিলাক মানুহে ঘৰৰ চাৰিও কাষে হাতবেৰা দি আছে, ইফালেও ঘৰৰ দুৱাৰ খিড়িকি বন্ধ, ঘৰৰ ভিতৰত মই, আপুনি, ( লেখক ) আৰু আইটী ( লেখকৰ ভনী ) ভিন্ন অন্য মানুহ নাই। আইটী আৰু মোৰো আপোনাৰ লগতে। বাহিৰৰ পৰা দলি বা ধূলি আহিবৰ কোনো প্ৰকাৰেই সম্ভৱ নাই।, এই স্থলত এই চকিটোৰ পৰা ইমান বিলাক ধূলি কোনে মাৰিলে—কেনেকৈ আহিল? ই যদি ভূতৰ কাৰ্য্য নহয় তেনে হলে কিহৰ? মিছা বুলিবলৈও আপুনি আগতে, তাৰ পাছত অন্য বুলিবলৈও একেবাৰে ২০। ২৫ জন মানুহৰ আগ হব নোৱাৰে। বিশেষতঃ ই এদিনৰ কাৰ্য্য নহয়, অনেক দিন পৰ্য্যন্ত [illegible]

দৰে হইয়ে আছে। ইয়াকো যদি কোনোবাই চকুৰ ভ্ৰম বোলে, তেনে হলে সি বলিয়া বা গজ-মূৰ্খ।"

এতিয়া লেখকে এই দুটি প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি বিবুদ্ধি হইছে। মৈনীয়ে যিবিলাক কথা কইছে, সেই বিলাক সম্পূৰ্ণৰূপে সত্য, তাৰ সাক্ষী ভূত-নমনা লেখকেই। মৈনীৰ কোনো কথাকেই লেখকে বুই বুলিব নোৱাৰে। এতিয়া যদি লেখকৰ নগৰীয়া (ভূত-নমনা) সকলে এই প্ৰশ্ন দুটিৰ যুক্তিযুক্ত উত্তৰ দিব পাৰে তেনেহলে লেখক আৰু তেঁওৰ নগৰীয়া সকলৰ মান ৰক্ষা পৰে। নচেৎ লেখক আজিৰে পৰা ভূত মনা সম্প্ৰদায়ৰ (অসভ্যৰ) খেলত সোমাব লাগিব।

(নোট)। যাৰ কাৰণ জানিব নোৱাৰি সেইটোকেই ভূতৰ কাৰ্য্য বোলা আমাৰ অভ্যাস। কাৰণ জানিলে ভূতৰ নাম গুছে। টেলিগ্ৰাফৰ দ্বাৰা বাৰ্ত্তা আনা নিয়া, ঘৰিৰ টক্ টকনী আৰু ভাপৰ গাড়িও কোনো এসময়ত ভূতৰ কাৰ্য্য বুলি কোৱামেলা হইছিল। এইৰূপ নৈসৰ্গিক কাৰ্য্যৰ কাৰণ জানিব পৰা সময় হয়তো আমাৰ দেশত এতিয়া হোৱাই নাই। ফটোগ্ৰাফৰ প্ৰতিমূৰ্ত্তি তেনে অভাবনীয় কাৰ্য্য নহয়নে? শুনা গইছে ৰুষিয়াৰ এজন সেনাপতিক কাবুলৰ বৰ্ত্তমান আমীৰে ফটোগ্ৰাফৰ প্ৰতিমূৰ্ত্তি লবলৈ ভূতৰ ভয়ত নিষেধ কৰিছিল। ফটোগ্ৰাফৰ কাৰণ এতিয়া জনা হোৱাত আশা কৰোঁ লেখকে একো ভয় নকৰিব। লেখকে সস্ত্ৰীক ফটোগ্ৰাফৰ প্ৰতিমূৰ্ত্তি তোলালে উভয়ে কিছু পৰিমাণে বিজ্ঞানৰ ৰহস্য জানিব। স,

# গাঁৱলীয়া বোৱাৰী।

১

ফেঁচাই উকলি দিলে পুবে বগাডাঁৰ,
বাহিৰে পোহৰ কিন্তু ভিতৰে এন্ধাৰ,
কু-কু-কু কু-কু-কু বুলি,
কুকুৰাই কণ্ঠ তুলি,
পুৱাল ৰজনী বুলি জগালে জগত,
গাঁৱলীয়া বোৱাৰীৰ আহ্লাদ মনত।

২

শীতৰ অমোঘ অস্ত্র নিহালি পেলালে,
বুকৰ কেঁচুৱা এৰিলেক ডালে পালে,
বিসৰ্জ্জিলা এনাইক
সাপটিলা সুকাৰ্য্যক,
নিদ্ৰাগতা কাৰ্য্য-মূৰ্ত্তি যেন সাৰ পালে,
গৃহলক্ষ্মী সাৰ পালে অথবা কপালে।

৩

হাতত বাঢ়নি লই চোতাল সাৰিছে,
বাহি চোতালত লোকে ভৰি দিলে পিছে
জানো অমঙ্গল হয়,
মনত সদাই ভয়,
ভয়ে ভীতা বোৱাবীএ সুখ পৰিহৰি,
গৃহকৰ্ম্মে বন্দী হল সুখ কাতি কৰি!

৪

গাঁৱলীয়া বোৱাৰীৰ অন্তৰ এন্ধাৰ,
শিক্ষাৰ পোহৰ নাই বস্ত কুসংস্কাৰ,

কুসংস্কাৰে বশ হই,
শাস্ত্ৰ আজৈৰ বাক্য লই,
সাংসাৰিক কায কৰে এলাহ নকৰি,
কাৰ্য্য-ক্ষম নাই গাঁৱলীয়া সৰিবৰি!

৫

কাৰত কলহ লই জাৰ তুচ্ছ কৰি,
(শীতত কঁপয় কিন্তু দেহ থৰ থৰি,)
ধীৰে ধীৰে যাই হায়!
মুখত কথাটি নাই,
দুৰন্ত শীততে গই পানী তুলি আনি,
বাহি বন সাজ কৰে আলস্য নেমানি!

৬

কোমল শৰীৰ কেনে লাৱণ্য-ললিত,
নীৰবে কাঠিন্য সহে দেখি আচৰিত,
কঠিন কোমলে মিলি,
অপৰূপ ৰূপে খেলি
গাঁৱলীয়া গৃহস্থৰ সংসাৰ উজলি,
গ্ৰাম্য-বধূ শোভে যেন মেঘত বিজলি!

৭

মহৰ্ষি মনুৰ সংহিতাৰ সুবচন,
(গৃহিণীৰ কাৰ্য্য) গাঁৱে কৰিছে পালন
যত গ্ৰাম্য-বধূচয়;
অন্তৰত ঘোৰ ভয়,
শাস্ত্ৰ-উপদেশ পালা হিন্দুৰ ধৰম,
নেপালিলে পাপ হয় ঘোৰ কুকৰম!

৮

শিক্ষা নাই অন্তৰত নানা তৰ্ক যুক্তি,
প্ৰধানতঃ সুশৰীৰে দুঃখ পায় বুলি,
গ্ৰাম্য ছোৱালীয়ে তাই
পৰিশ্ৰমে নেকেঁকায়,
ৰঙ্গমনে পৰিশ্ৰম কৰিছে সতত,—
হাতে যেন কাৰ্য্যে লাগি আছে অবিৰত!

৯

গৃহ-কৰ্ম সাং হল সময় বুজিলে
নীৰৱে চেঁচা পানীকে মূৰত ঢালিলে,
ছোৱালীৰ ভাগ্যে, তাই,
তপতোৱা পানী নাই,
কোমল শৰীৰে পুনঃ কঠিন প্ৰহাৰ,
কোমলে কঠিনে মিলে দেখা আৰ বাৰ!

১০

হুসাজে নাৱজ-ৰূপ চাকিৰ পোহৰে,
চাকিয়ে আপুনি পোহৰাই অন্ধকাৰে,
ৰূপহ শৰীৰে তাই,
যোগিনী সাজ পিন্ধাই
কোমলত কৰে পুনঃ কঠিন মিলন,
গ্ৰাম্য-গৃহ এই দৰে কৰিছে শোভন!

১১

কাৰ্য্য-ক্ষম, পৰিশ্ৰমী শৰীৰ শকত,
কেতিয়াও নিবিয়লে অলপ অহত,
শকত শৰীৰে হয়,
শক্তিমন্ত সুতনয়,

পৰিশ্ৰমী মাইকীৰ পৰিশ্ৰমী সুত,
আটিল শৰীৰ দেহ বহু বলযুত!

১২

দুঃখ দহমত হেন বোৱাৰী তনয়,
সুখীয়াৰ পুত্ৰৱত পীড়িত নহয়,
নিজৰ বাহুৰ বলে
উপাৰ্জিয়া সুকৌশলে,
নিজৰ অধীনে থাকি বিপুল সুখেৰে,
সময় যাপয় নিজি পৰাধীন নহে!

১৩

মাইকীৰ শিক্ষা নাই পুত্ৰো অশিক্ষিত,
অন্তৰ সাৰল্য-পূৰ্ণ চাতুৰী বৰ্জিত!
শিক্ষাৰ কুতৰ্ক ৰাশি,
জীৱনৰ সুখ নাশি,
অন্তৰত নোপোমায় গ্ৰাম্য বোৱাৰীৰ,
আবুৰে কুৰয় থাকে নহয় বাহিৰ!

১৪

শিক্ষা নাই অন্তৰত বিলাস নেজানে,
বিলাসিনী নহে দেখি এসাহ নেমানে,
সভ্যতা নেজানে একো
সামান্য শিক্ষন দেখোঁ,
কটিত মেখলা ডাঠ শৰীৰত বিহা,
জোতা মুজা জ্যাকেটৰ নেপাৰয় দিহা!

১৫

অজ্ঞানি বোৱাৰী ভাবে পতিএ ঈশ্বৰ,
জীৱনৰ ইষ্ট গুৰু পৰাকি দেহৰ,

"প্রিয়তম" "প্রাণনাথ"
ইত্যাদি ললিত মাত্র,
সম্বোধনে কদাপিও ব্যবহার নাই,
ভয়েতে চক্ষুরে চক্ষু কদাপি নাচায় !

১৬

অসভ্য—শাহুব গালি নীরবে শুনিছে,
জেশাহু ননদবাত নীরবে সহিছে,
ভুলাই উত্তর দিব
টান কথা না বুলিব,
সামান্ত গতিকে মনে হেন ভাব নাই,
মৃদুভাবে সহি সহি সময় কটায় !

১৭

শহুরক বুঢ়া-ঠেরা বুলি মিথিনায়,
দুঃখত জিয়ারী যেন বধূ শুশ্রুষায় !
গাবিলীয়া বোয়ারীর,
শহুর আরু শাশুরীর
বিপদে পুতউ করা [illegible] ক্ষণ,
অসভ্য-স[illegible]ভিকে না[illegible]

[illegible]

[illegible]
[illegible] যেন ভোমোরার গুন্-গুনি,
সভ্য নহে শিক্ষা নাই,
তথাপি শিক্ষিতা আ[illegible],
গাবুলীয়া বোয়ারীএ নারীর উত্তমা,
পতিব্রতা প্রেমা বধূ কুল-মনোরমা !

# প্ৰমীলা

## (সামাজিক নবন্যাস)

### প্ৰথম পৰিচ্ছেদ।

"সংসাৰৰ মাজে, ফুৰুতে ফুৰুতে, কেতিয়াও নাপাই সুখ।
পিৰিতি ভঁড়ালত, জীউ জুড়াবলৈ, থাপতে নিমিষে একো॥"

ঘোৰ নিশা।

আজি জেঠমাহৰ কৃষ্ণ পক্ষ, চতুৰ্দ্দশী তিথি, দুপৰ নিশা' বাৰিষাৰ কাল টোপাটোপে বৰষুণ পৰিছে; ঘোপমৰা এন্ধাৰত চকুৰ আগতে হাতী থিয় হলেও নেদেখি। এনে সময়ত উজনী ৰঙপুৰৰ জেৰেঙ্গা পথাৰৰ প্ৰসিদ্ধ হাবিৰ ভিতৰত যি সৰু এটি বাট আছে—বাটটো মানুহ যোৱা বাট নহয়, বনৰীয়া জন্তু সদাই অহা যোৱা কৰি থকাত এটা বাট যেন হৈ আছে—সেইটো বাটেৰে দুজন মানুহ গৈ আছে।

মই যি বছৰৰ কথা কব খুজিছোঁ, সেই বছৰত আগেএ আৰু বৰষুণ হোৱা নাই; সেই দিনা ৰাতি পুৱাৰ পৰা অলপ অলপ বৰষুণ পৰিছে। নাইবা এইটো বাটেৰে মানুহ যোৱা দূৰত থাওক, হাতী যোৱাটোও টান হৈ আছিল—বাট বোকা, আৰু ঠাইএ ঠাইএ দ; চতমহিয়া বদত ভুই মিহলাই দিলেও কি জানি সি মুশুকায়। এই বছৰত জেঠলৈকে বৰষুণ নোহোৱাত অলপমান বাট পৰা হৈ আছিল। বাটকৰা মানুহ দুটাৰ যোৱাৰ আৰু এটা সুবিধা,—আনবছৰ যেনে দৰে হাবি হৈ থাকে, সেই বছৰ তেনে হাবি হব পৰা নাই, বদ সৰহ হোৱাৎ নতুন ইকৰা আৰু খেৰ বড়কৈ গজা নাই। নহলে এই হাবিত ইমান

দিলা বনবিয়া গঁছ, বনবজা আৰু তামুৰুৰ যে বেলচপা তাৰ কিন্ত এই মহৰ এই পাখিৰ দুজনাৰ কপালৰ ওপৰে যে দিয়াল মানুহ নবা হাবি নহল।

যি মানুহ দুজনা হাথিবে গই আছে তেওঁবিলাক দুইও জনী মাইকী; এজনি গাভৰু আৰু এজনি এধা বয়সিয়া। এধা বয়সিয়া জনিৰ গাৰ বৰণ পাঁও, আপণ্ হীৰল কিন্তু গা চিকোণ থকাত তেনে দীঘল যেন দেখেথি। নাক কাণ, চুলি, দাঁত আৰু হাত ভৰিও এওঁৰ সহবীৰ-তিনাকি দিছে। গাভৰুজনীৰ বয়স যোল। বৰণ বগা—"বগা" কওঁতে তেনে চুণা পিঠাগুড়িৰ দিচিনা ভতুনা বগা নহয়; পিঠাগুড়ি আৰু হালধিবে মিহলি। চুলি দীঘল, সবীৰ দীঘেই দিয়লো নহয় আৰু চুটিও নহয়; যেনে দীঘল হ'লে তিৰুতা বিলাকক চাবলৈ ধুন বাউ, ঠিক সোতাই জোখাই তেনে দীঘল; নাক কাণ মুখো তেনেকুৱা যে। বিধতাই যেন এই জনী গাভৰুক কবো যুগি ধুনিয়াকৈ সাজিছে। আজি কালিৰ ঊনবিংশ শতাব্দীৰ চৈজৰ মানুহ বিলাকে কয় যে নকম কব নোৱাৰেঁ।, আগৰ বুঢ়া বুঢ়া পকা ঘেকেৰাব মতে মানুহ বিলাকে দিজৰ মাতিনীয়েকক আগত লই ফুকং ফুকং ধোঁৱাখোৱা টানি কইছিল,—এখাই দেখিয়া মানুহ মাজে তেতিয়া পাছকালটৈ হাত কবি মোচোৱাকৈ মাজি থাকে। ইয়াৰ ভিতৰত যদি কোনটো মানুহ ' কেনে হয় ' বুলি আত চকুবে চায় তেন্তে সেইটো মানুহ এটাইতকৈ ধুনিয়া হয়। যদি এইটো কথা কোনোবাই পতিয়াব, তেওঁ ইয়াকো পতিয়াব লাগিব—আমাৰ এই জনী ছোৱালীক বধাই তেওঁৰ দুটা চকুবে তামকৈ চাই সাজিছে।—ছোৱালী যদি যেনে আবাৰ মহীয়া ভৰাবে। মাহিৰাৰ পাৰিবে কৌতুক

যেনে দবে গা এড়া দি দি নাছে নাছে কোঁপাই থাকে তেনেদবে যৌবনেবে সংস্ত হাত তবি অজ প্রত্যঙ্গ পূব হই যেন গাতকত্ব লগতে চিনাকি হব খুজিছে—প্রকৃত পক্ষে ছোৱালী জনী বড় ধুনিয়া।

পাঠক! তুমি যেনে ধুনিয়া ছোৱালীএ সইতে থাকিলে সংসাবব শোক দুঃখ পাহবি এক্ষাব বাতিব হাবিব ভিতবত দুঃখকো সুখ বুলি ভাবিব পাবা, আক পঠিকা! তুমি যেনে ধুনিয়া ছোৱালী পালে তাব লগত সখী পাতিব খোজা কিন্তু তোমাতকৈ সুন্দৰী বুলি নেভাবা, কিয়নো এই দবে বহুত তিকতাই আপোনাব মুখতকৈ আনতিকতাক ভাল দেখে যেদেখে এই বাবে হে কও তোমাতকৈ ধুনিয়া নহলেও যাব লগত সখী পাতিব খোজা তাতকৈও ধুনিয়া।

সেই বাটকৰা মানুহ দুজনী নো কেনৈ এনে এক্ষাব নিশা হাবিব ভিতবতে সোমাল আক কলৈ নো যাব খুজিছে? কোনে কব পাবে, লোকব মন জনা টান! আমালোকব পণ্ডিত এগবাকিএ কইছে—“লোকব মন তেলি-মহিব দবে কলা” এই কথা যি পণ্ডিতে কইছে তেওঁ পয়গাম্বব দিনবে পণ্ডিত; আজি কালিব মানুহ বিলাকব মনব কথা কোৱা নাই। বিশেষকৈ তেঁও তিকতা বিলাকব কথা বুজিব পাবিছিল নে নাই এইটো কথা তেঁওব কবিতাত বুজিব পৰা নগল। কিয়নো অনুবিক্ষণ যন্ত্রেব চালে তেলি-মহিব ভিতবত থকা বস্তু ও কিছু মান দেখি, তথাপি তিকতাব মনব ভিতবত নো কি আছে কোনেও দেখিব নোৱাবে। এতেকে মতা মানুহব মনব উপমা দিবব কাবণ তেঁওব এইটো কথা লব পাবি। কিন্তু মই তেনে ভাব নকবোঁ। মই এই বেলি তিকত: বিলাকব কথা হে উলিয়াইছোঁ। তেঁও যদি এক্ষাব

নিশাৰ কলা চিটাত থোৱা তেলি-মহিৰে সইতে তিকতা মানুহৰ মনৰ উপমাদিলে হেঁতেন মর বড় ৰঙ্গ মনেৰে মানিলোঁ হেঁতেন। আমাৰ কোনোবা এজন আৰ্য্য পণ্ডিতে কইছে, "স্ত্রীয়াশ্চবিত্রং পুৰুষস্থ ভাগ্যং দেবাঃ নজানন্তি—* *" এই হে সঁচা কথা! এও হে যাই কথা জানিছিল !!

আমাৰ এইটো কথাত যে পাঠিকা ছোৱালী বিলাকে কিমান খঙ্ খাব তাক বুজিব পাৰিছোঁ। তেঁও বিলাকে আমাৰ ওপৰত খঙ্ কৰি বেয়া পাব আৰু পাৰে মানে গালি পাৰিব তাক মর ভালকৈ জানিছোঁ। গালি পাৰে পাৰক যেতিয়া লেখিব খুজিছোঁ, কথা দুটুকাই মানে লেখিএই থাকিম কিন্তু পাঠিকা বিলাকৰ আগত আমাৰ এই আশা —খঙ্ কৰি যেন পুথীৰ পাত নাকাৰে—আগ গুড়ী নোচোৱাকৈ যেন গালি নাপাৰে।

পাঠক পাঠিকা বিলাক! ক্ষমা কৰিবা, যাই ঠাই এটি ভালেমান বাট আহিলোঁ। "ৰাজভগনৰ কথা কঁওতে কলাথোকা বামুনীএ খোৱাৰ" কথা কলোঁ।

শ্রীকঃ

---

# পূর্ণিমাৰ জোন।

আজি আকাশত, মেঘৰ মাজত
পূর্ণ জোন কাচি পাৰি,
নানা ভাব ধৰি, নাছে নাচে কৰি
দিছে দেখা হাঁহি মাৰি,
ধুম চাই চাই ধীৰে ধীৰে যায়
গচ্ছই পোৱাইছে ভবি,

এবার ইকালে এবার সি কালে,
চায় কেরা-কেরী করি,
এবার লাজও মেঘর আরত
থাকে মুখ লুকুরাই
কিন্তু কিছু পিছে হাঁসিয়া হরিষে
দিয়ে দেখা পুনরাই।
একে তো সুন্দরী জোন সুবদনী
ললিত বলিত গায়
তাতে এই রূপ দেখুবার রূপ
করে নানা ভঙ্গি ভায়
এবার ওলায় এবার লুকায়
এবার ভুমুকি মারে
হাঁহি হাঁহি চকু বসে ভরা বুকু
ধীরে ধীরে খোজ কাঢ়ে
রূপর কিরণ যুরিছে গগণ
তেও আরু আছে বাকি
পার কুল নাই দশো দিশে যায়
আছে বসুমতি ঢাকি
এক রাতি তারে পায় অহঙ্কারে
মতেক গছর পাত
ছিক মিক করি সন ধরি ধরি
জিলিকিছে অসংখ্যাত
যত পকি শুহে টক টক করে
ধরি অতি শুভ বেশ
যেন বজ্রভর সেই গুণো বর
শোভার নাহিকে শেষ

তৌ পুষ্পিত  অতি হৰষিত
  হাঁহে মুখ মেলি মেলি
তোমোৰা ভঁহুৰা  ৰাতি পূৰ্ণিমা
  পাতিছে ৰসৰ কেলি
যত যত জোন  আৰু আছে কোন
  তোমাৰ সমান হয়
ৰূপৰ ভঁৰাল  তুমি ব্ৰহ্মাণ্ডৰ
  তুমিএহে সৰ্ব্বময়
তুমি এহে মিলা  তুমি এহে লিলা
  তোমাৰ জহতে ফুল
জক মক কৰি  নানা বেশ ধৰি
  কৰে মন বিয়াকুল
আছে হয় আৰু  দেখিবলৈ বাৰু
  নানা বস্তু ভূষিত
কিন্তু শশধৰ  তোমাৰ ৰূপৰ
  নাই তুল কদাচিত
আছে ইন্দ্ৰ ধনু  বিতোপন তনু
  নানা ৰাগে বিভূষিত
কিন্তু নিশাকৰ  তোমাৰ সোসৰ
  নোহোৱায় কদাচিত
অতি বিনন্দিয়া  বিজুলি অমিয়া
  গাভৰু ছোৱালী আৰু
ছৱালৰ হাঁহি  পদুমৰ পাহি
  দেখিব অৱশ্য বাৰু
ই সবাতো মাজে  এই কথা সাজে
  আছে বস্তু বহুতৰ

দ্বিতীয় অঙ্ক। যিটো কার্য্য নহলে নহয়, যাক নেজানিলে মহাকবি কালিদাসে মহর্ষি কণ্বর মুখেরে "বামাঃ কুলস্যাধয়" বুলি বজ্রস্বরেরে ঘোষণা কৰাইছে তাকে প্রধানতম বিষয় বুবুলি কাক বুলিম? লেখা পঢ়া নজনা তিৰোতাই সংসারৰ কার্য্য নির্ব্বিঘ্নে চলে, কিন্তু সাংসারিক কার্য্য আৰু নিজৰ কর্ত্তব্য ও দায়ীত্ব নজনা তিৰোতা গৃহস্থৰ ফাঁড়যাল—তেওঁৰ পক্ষে যেন "ভালুকৰ ডিঙিৰ ভজাঢোল"। তিৰোতাএ এই কার্য্য কেইটা জানি উঠিলে যা জানিবলৈ শিকিবৰ নিমিত্তে এটি নির্দ্দিষ্ট সময় ৰাখি বাকী সময় অবশ্যে অন্য কার্য্যত নিয়োজন কৰিব পাৰে আৰু সেই অন্য-কার্য্যৰ ভিতৰত লেখাপঢ়াই তেওঁৰ প্রধান অবলম্বনীয় বিষয় বুলি আমি কৰ পাৰো।। কিন্তু আকৌ ইয়াতে এটি ভয়ানক কথা আছে—"অল্প-বিদ্যাভয়ঙ্কৰী।" [যদি সুন্দৰৰূপে লেখাপঢ়া শিকাব নোৱাৰা, লেখাপঢ়া শিকাবলৈ মনকে নেদা অনুচিত। এই নিমিত্তে তিৰোতাক শিক্ষা দিবৰ অর্থাৎ লেখা পঢ়া শিকাবৰ ইচ্ছা হলে, সবাৰ নিয়মেৰে অতি কোমল বয়সৰে পৰা ছোৱালীকো নিয়মিত ৰূপে শিক্ষা দিব লাগে—যাকে যেনেকৈ অতি কোমল বয়সৰে পৰা ছোৱালীক অতি উচ্চ উচ্চ সাংসাৰিক কার্য্য শিকাবলৈ ধৰে, তাৰ লগতে ছোৱালীক লেখিব পঢ়িব-লৈকো শিকোৱা উচিত—অর্থাৎ এনে ভাবেৰ শিক্ষা দিব লাগে যেন ছোৱালীৰ শৰীৰত যৌবনে ফুমুকিয়ালেহি এই ছোৱালীএ আৰু পৰৰ মুখে পঢ়িব নলগা হয়, নিজেই নিজৰ শিক্ষাক উন্নত কৰি লব পাৰে। যি জনেই ইয়াকে কৰিব পাৰে, তেওঁ এই তিৰোতাক লেখা পঢ়া শিকোৱা উচিত, নহলে তাৰ নামকে নব নেলাগে।

ক্রমশঃ

মানুহ নিয়ম মতে বহে। কথাশুনুৱাৰ সময়ত কৰ্ত্তব্য কৰ্ম বিষয়ে অনেক কথা কয়। তামুলীয়াই ও কৃতজ্ঞতা স্বীকাৰ কৰি স্বৰ্গদেৱলৈ স্তুতি প্ৰাৰ্থনা জনাই পঠিয়ায়। তামুলীয়া সকলক প্ৰথমতে স্বৰ্গদেৱৰ অধীনত্ব স্বীকাৰ কৰাৰ শপথ খুউৱা হয়। দাতিয়লীয়া তিনি জনা তামুলীয়াক পাতিব লাগিলে চড়াৰ দক্ষিণ টুপৰ বড়িয়াল বৰা খুটাৰ কোবতে সেই ক্ৰমে কথা শুনাই পাতে। এই সকলে ও সেইৰূপে শপথ খাব লাগে; বড় বৰুৱা, বড় ফুকন, উজনীয়া আৰু ভটী-হটীয়া চড়াৰ ফুকন সকলক পাতিব লাগিলে প্ৰথমে সেইৰূপে শপথ খুউৱা হয়। পাছে বড় বৰুৱা বৰা খুটাৰ চতিটৰ মধ্য মাৰতে স্বৰ্গদেৱৰ আজ্ঞা শুনুৱা হয়। তামুলীয়া সকলৰ কোনো জনাক তাৰি আন একজনাক পাতিব লগা হলে প্ৰথমে বড় কটকী এটা গাই স্বৰ্গদেৱৰ আজ্ঞাৰে তামুলীয়াৰ ঘৰতে তামুলীয়া তাৰি সোণা আঙোৱাল কাঢ়ি আনে; পাছেহে পাতিব লগা জনাক বড় চড়াত কথা শুনাই পতা হয়। তিনি জনা তামুলীয়া আৰু চড়াৰ ফুকন পাতিব লাগিলে বড় বৰুৱা চড়াত বহি থকাতহে পাতিব পায়; আৰু মজুমদাৰ বৰুৱা, খেৰ বিচনী পোৱা চমুৱা ফুকন আৰু আন কেইজন মান বৰুৱা ফুকন গই স্বৰ্গদেৱৰ আজ্ঞা শুনাই ওপৰত কোৱা বিষয়া পাতে।

ৰাজখোৱা পাতিব লাগিলে চড়াৰ দক্ষিণ টুপে মজুমদাৰ বৰুৱাই কথা শুনাই পাতে, আৰু বড় বৰুৱাক জনাই থয়। চেটীয়া পাত্ৰ বৰুৱা, ধৰকলীয়া বৰুৱা, চাংকক বৰুৱা এই কেই জনাক সেই টুপৰ ঘোড়াৰ পশ্চিম কাষৰ কফাৰৰ কোঠাত পাতে। তিনি জনা তামুলীয়া আৰু চড়াৰ ফুকনক মজুমদাৰ বৰুৱাই কথা শুনাই পাতে। আন

সকলক হলে মজুমদাৰ বড়ুৱাই বা আন ফুকন বড়ুৱাই আজ্ঞা শুনাই পাতে। যেৰ বিছনি সোণা ফুকন বড়ুৱাক চৰাৰ উভৰ টুপে পাতে। আৰু পাছে বড় বড়ুৱাক জনাই থয়। তিনি বড় ডগাৰ বড়ুৱা, জালতাৰী ফুকন, গভীয়া বড়ুৱা, মজুমদাৰ বড়ুৱা. খনিকৰ বড়ুৱা, দুই দোলা কাৰৰীয়া বড়ুৱা, ভিপৰীয়া বাজখোৱা, হাতী বড়ুৱা, ঘোঁৰা বড়ুৱা, এই সকলক দোলা কাৰৰীয়া চৰাৰ টুপতে পতা হয়। চাউভাঙৰ বৃড়ুৱাক উজনী অথবা মুখৰ চাউভাঙৰ চৰাত পাতে। ফুকুৰাচোৱা বড়ুৱা. পাচনি বডা. বড় ভামুলি এই সকলক বড় বাট ধৰত পাতে। দুৱৰী বড়ুৱাটো ফুকুৰা চোৱা বড়াই কথা শুনাই পাতে। চাৰমাই বড়ুৱা, জবাধৰা বড়ুৱা, বেজ বড়ুৱা, এই সকলক চাৰমাই শালৰ পিচাজতে পাতে। দুলীয়া বড়ুৱা, মেওগ বড়া ইতক স্বৰ্গদেৱৰ দোলা ধৰত পাতে। এই সকলত বাজে আন বিষয়া আৰু মেলভগিয়া বড়ুৱা সকলক ডঁৰিকা দুয়াৰত পাতে। দেৱলীয়া সেৱা চলোৱা বিষয়া আৰু হাজৰিকা ইতকো সেই ঠাইতে পাতে। মেলভগিয়াৰ টেকেলাৰ বড়ুৱা, মেওগ বডা, ফুকুৰা চোৱা বড়াই নিজা মেল ঘৰ কিম্বা দোলা ধৰতে, যাৰ মেল সেই জনাৰ আজ্ঞাৱে পাতে। চাউভাঙৰ শৰকীয়া, বড়া ইতক চাউভাঙৰ চৰাতে পাতে। ফুকুৰা চোৱাৰ মেওগ, বড়া প্ৰভৃতিক বড় বাটধৰত ওজা পিগিৰাই পাতে। দোলাকাৰৰীয়া বডা, বড় মেওগ প্ৰভৃতিক ঢেকীয়াল বড়ুৱা দোলাকাৰৰিয়া বড়ুৱাৰ পালি ধৰতে পতা হয়। হাতী ঘোঁৰাৰ বড়বডা. গুৱাহাটীৰ দুই বড় বৰা, উজনীৰ দুই বৰুৱা বড়া, এই সকলক স্বৰ্গদেৱৰ অ ক্ৰমে পতা হয়। উজনীৰ কাঁড়ি শৰকীয়াক বড়বড়ু-

য়াই, তাটীৰ খনি সড় ফুকনে পাতে। জুবোৰ বড়া গা-মেলৰ বড়ুৱা ফুকনে পাতে। বিষয়া ভজা পতাত লেখা আজ্ঞা নালাগে। উপযুক্ত বিষয়াই উপযুক্ত ঠাইত মুখেৰে ৰাজাজ্ঞা শুনালেই হয়।

---

## প্ৰমীলা। যোৱনিশা। ঘৰতে বন্দী।

সেই মানুহ দুজনীএ তত মোহোৰাকৈ নবি গইছে। এজ্বাৰ মিশা, ৰাট নেদেখি, তবি নচলে, তথাপি মাজে মাজে যি বিজুলী ওলাইছে, তাৰ পোহৰতে বেগাই খোজ কাঢ়ি গইছে এজ্বাৰ হোৱা মাত্ৰকে আকৌ লাহে লাহে গইছে, ইয়াৰ নগতে কেতিয়াবা পাছু কাললৈ চাইছে, কি জানি কোনোবা মানুহ পাছে পাছে গই আছে। মুখত কথা নাই ; যোবা নে কি বুজিবলৈ বড় টান আছিল। এজনীয়ে এইবেলি সেই ভ্ৰম গুছালে—এধা বয়সিয়া জনীএ গাভৰু জনিক সুধিলে—"পমীলা। তেওঁৰে সইতে আজি ওলাই যাবৰ কিবা কথা আছিলে নে ?" গাভৰু জনীএ কলে,— "আছিল কিন্তু তেঁও একো নিশ্চয়কৈ ভাঙি কোৱা নাই।"

"যদি তেনেকেই কোৱা নাই, এই দৰে যোৱাটো ভাল বুলি জানিছানে ?"

এই সাৰ কথা ডাঙৰ জনীৰ পেটৰ পৰা বিছি ওলাল ; মুখৰ পৰা ওলোৱা নাই।

কথা শুনি সৰুজনীএ টান্জোন খোৱা সাপৰ দৰে, তিজি শৰুত কৰি মুখ খন ইফালে কৰিলে আৰু কলে,—"বেয়া নো কি ?"

"সেয়া একো নাই! আমাৰ অহা শব্দ পাই বোধ কোনোবা মানুহ—" এই বুলি তাৰৰ কণী মনে মনে থাকিল। নিমাত হোৱা দেখি গাভৰু কণীয়ে সুধিলে,— "কোনোবা মানুহ কি?"

"একো নহয়! কিন্তু—কওঁ—গাভৰু কণীৰ কাণ ইকালে নাছিল, অলপ পাছত চৌপাশ তথা মানুহৰ মনে সুধিলে, "বাইদেৱৰ মকলা কিয়?"

পাঠক! এতিয়া জানিব পাৰিছা, গাভৰুৰ নাম "পদ্মীলা" আৰু লগত অহা আনি তাইৰ বাইএক হয়। আমাৰ উপন্যাসৰ "প্ৰমীলা" আৰু এই পদ্মীলা একেজনী মানুহ। তেওঁক চুবুৰিয়া মানুহে "পদ্মীলা" বুলি মাতে, আমিও সেই দেখি তেওঁক "পদ্মীলা" বুলিহে মাতিম। আৰু বাই-একৰ নাম বোহিলা।

বোহিলাৰ এই আগাৰ কথা কোৱাৰ মন নাছিল কিন্তু পদ্মীলাই বড় টানকৈ ধৰাত আৰু চাকিব নোৱাৰিলে; তাইৰ কাণে কাণে লাহেকৈ কলে— "আমাৰ অহা শব্দ পাই কোনোবা মানুহে লগ ধৰিছে যেন—"

এই খিনি কওঁতেই হাবিৰ মাজত পাছফালৰ পৰা অকস্মাৎ মানুহৰ ফুস্ ফুসিয়া কথা সিহঁতৰ কানত পৰিল। মানুহ দুজনী উচাপ খাই উঠিল। পদ্মীলাই পাছত আৰু কথা কয় বুলি বোহিলাই—তাইৰ হাতত টেপা মাৰি ধৰিলে।

এনে ঘোৰ অন্ধকাৰ নিশা হাবিৰ ভিতৰত মানুহৰ কথা!! মানুহ দুজনীৰ বুকু কঁপিল; বুকৰ পানি মাৰ গল!!! শুকাল।

পাঠক! এই মানুহ দুজনীৰ বুলিছতকৈ নাম লেখিলা; হাজাৰ হওক তথাপি তিৰুতা। পৰ ভয় মানুহকে বহু

উড়ি গল ; গাৰ তেজ যেন পানী হল ; হাত এড়ি ডিঙ্গিত ধৰাধৰিকৈ খিয়দি বল।

আমাৰ পাঠকৰ ভিতৰৰ যি বিলাকে জাহাজত উঠিছে বেস্‌কৈ বুজিব পাৰিব——জাহাজ যেনেদৰে "টিকাক টাক্, খটাস খস্" কৰি চলোঁতে অকস্মাৎ বালি চটত লাগিলে, একেবাৰে দপ্‌দপনি গুছি নচলা হয়, আৰু তাৰ ভিতৰত থকা বস্তু বাহানিৰে সইতে পাসেঞ্জাৰ বিলাকৰ সমুখফালৰ গতি পাছফাললৈ হেঁচা খায়, সেই দৰে এই মানুহ দুজনীৰ কথা আৰু খোজৰ শব্দেৰে সইতে গতিবোধ হই মনৰ এটাইবোৰ গতি পাছফাললৈ গল ; "কিহৰ শব্দ" কান পাতি শুনিবলৈ ধৰিলে ; হাবি নিসাৰ হল।

দুপৰ নিশাত এনে পথাৰৰ হাবি যেনে নির্জ্জন থকাৰ সম্ভব, তেনে নির্জ্জন হল, হাবি এও যেন সেই ফুস্‌ফুসনিয়া কথা শুনিবৰ নিমিত্তে মনে মনে থাকি কান পাতি শুনিছে। কিন্তু কি শুনিলে ? একো নাই ! যাক শুনিবৰ নিমিত্তে মনে মনে বল্, তাক নুশুনিলে -- শুনিলে, ইকড়া পাতৰ উপৰত পৰা বৰষুণৰ "টিপ টিপ্ খেঁচ্ খোঁচ" আৰু বতাহৰ হাবি ভগা অস্ফুট ছুৰ ছুৰনী শব্দ।

মানুহ দুজনী বহুত বেলিলৈকে এই দৰে মনে কানে থাকি সিইঁতৰ বুজিব ভ্রম বুলি আকৌ খোজ কাঢ়িবলৈ ধৰিলে। দুই চাৰি খোজ যাওঁতে নৌযাওঁতেই আকৌ সেই দৰে কিবা এক আসাৰ কথা কানত পৰিল। আকৌ খোজ কঢ়া স্থগিত হল। আকৌ খোজ, আকৌ কথা, আকৌ থমক। বহুত বেলিলৈকে এই দৰে থিৰ হই, খোজ কাঢ়ি ভালকৈ বুজিব পৰিলে সিইঁতৰ পাছত মানুহ আছে আৰু তাৰ লগত আপদো আছে।

ৰোহিনাই কাণে কাণে কিবা এক আচাৰ কথা কলে। শুনি,——পমীলাই হাতৰ সক জপাটো বাইএকৰ হাতত দি মেৰতলিৰ পৰা এখন সক কটাৰি উলিয়াই দেখুৱালে; ৰোহিনাই তাক চাই মনে মনে থাকিলা।

মাইকি মানুহৰ হাতত অস্ত্ৰৰ কথা শুনি আমাৰ পাঠক পাঠিকাৰ ভিতৰৰ বহুতে বিস্মৃতি হ'ব পাৰ। কিন্তু সিবি-লাকৰ ভিতৰৰ যদি কোনোক্ৰমে এই দৰে এন্ধাৰ নিশা হাবিৰ মাজত সোমাবলৈ সাহ কৰে আৰু বিপদত সাহ সৰহ হয় বুলি জানে তেন্তে তেঁও, বিস্মৃতি হোৱা পাঠক পাঠিকাক এইটো কথা বুজাই দিব——যি এন্ধাৰ নিশাত হাবিত সোমাব পাৰে, সি কটাৰী লিয়া টান কথা নহয়; সেই হে ধৃষ্ট তিকতা।

সেই মানুহ দুজনী নৰালবিৰৈক গাই অলপতে পথাৰ পাৰ হই মানুহৰ গাঁওৰ ওচৰ পালে।——সমুখত সক এটা অকল ফৰিয়া ঘৰ; দুৱাৰ জপোৱা। মানুহ আছে নে নাই জানিবৰ নিমিত্তে পমীলাই দুৱাৰত কাম পাতিলে কিন্তু একো নুশুনিলে। পাছে লাহেকৈ দুৱাৰ মেলি ভিতৰলৈ সোমাল, বাইএকো ভিতৰ সোমাল।

পমীলাই বাইএকৰ হাতৰ পৰা জপাটো লই সুৰ মুকলি কৰিলে। টিঙ্গিৰী উলিয়াই জুই ধৰিবলৈ কাৰবাৰ কৰিলে, কিন্তু জুই নুঠিল। বৰষুণত টিকি টিঙ্গিৰীৰ দুৰ্দ্দশা নষ্ট হইছে। এবাৰ মাৰিলে—জুই নুঠিল। আকৌ মাৰিলে—আকৌ নুঠিল; এই দৰে কিছুমান তুলাৰ প্ৰাদ্ধ হল। পাছত এবাৰ জুই ওলাল কিন্তু বহুত বেলি নৰল। চাকি দিচ বোতে জুই নুৰাল। জুহালৰ তুহতো জুইনাই; ফুৱালে—জুই নুঠিল। ধৰিবলৈকো আৰু কাৰবাৰ নকৰিলে। টিঙ্গিৰীৰ

জুইৰ পোহৰতে দেখিছিল, ঘৰত কোনো নাই। বস্তু বাহানি এঠাইত জাপি থোৱা আছে। যাৰ বস্তু সেই মানুহ নাই! যাক বিচাৰি ইমান দুঃখ কৰি আহিল সি নাই। পমীলাৰ বুকু কঁপিল, মূৰৰ ভুৰণি উঠিল, থিয়দি আছিলে—বহিল, দেখোতে দেখোতে পাছে অচেতন অজ্ঞান হই মাটীত ঢাস কৰে পড়িল।

ইয়াকে দেখি বোহিলাই তাইক ধৰিলে; "পমীলা, পমীলা" বুলি মাতিলে; পমীলাৰ মাত নাই——পমীলা অজ্ঞান। গাত হাত ভুৰাই চালে শৰীৰ শিলৰ দৰে চেঁচা আৰু গধূৰ হবলৈ ধৰিছে। মুখৰ পৰা পানি ওলাইছে। পমীলাৰ বিষম দশা ভাবি বোহিলাই মুখত পানি দিবলৈ মন কৰিলে কিন্তু পানি নাই। আগে সেই অলপ জুইৰ পোহৰত ঘৰৰ চুকত এটা মাটীৰ কলহ পড়ি থকা দেখিছিল, খপিয়াই তাক পালে কিন্তু তাত পানি নাই। পানিৰ নিমিত্তে ইকালে সিকালে খপিয়ালে কতো পানি নাপালে। বাহিৰত যি বৰষুণ পৰিছে সি চোতালতে যাব গইছে আৰু কোনো ঠাইত বোকা হইছে। আহোতে কিছুমান দূৰৈত এটা নাদত পানি দেখিছিল যেন কৰিছিল। তালৈকে মনত পড়িলত, এতিয়া আৰু পলম কৰিবৰ সময় নহয়, এই ভাবি বোহিলাই তালৈ লৰ মাৰিলে। বোহিলাই পানি আনিবলৈ যোৱাৰ অলপ পাছত হাতত টাকোৰ লোৱা দুটা মানুহ সেই ঘৰত সোমাল। তাৰে এটাই টিজিৰী মাৰি হাতৰ লেমটেৰ চাকি লগালে। সমুখৰ খোঁটালি এড়ি গই পমীলা অজ্ঞান হই পড়ি থকা খোটালী সোমাল।—"পালোঁ, তহতে আহ হক ঔ" এই বুলি সি বিজ মাৰিলে। চাওতে চাওতে কেত-বোৰ মানুহ চাৰিও কালেৰে বেড়িলে। সিহঁতৰ কাৰো

হাতত জাঠি, টাঙ্গোন বা ঘাযুন বিলাকৰ লগুন লোৱাৰ দৰে কাৰো থামতি দা বন্ধা। সাক্ষাৎ যমদূত। সিহঁতে বিকট মুখকৰি কুকলি মাৰি হাঁহিবলৈ ধৰিলে। পমীলা তেতিয়াও অচেতন। এটা মানুহে পমীলাৰ হাতত থকা কটাৰী খন কাঢ়ি নিলে, আন বিলাকে তাইৰ হাত ভৰি বান্ধি পেলালে ;—পমীলা হাবি এড়ি গাই ঘৰতে বন্দী হল।

শ্ৰীক:

---

# কাৰাবদ্ধ ৰাজপুত্ৰ।

( পূৰ্ব্ব প্ৰকাশিতৰ পাছে )

( ১৩ )

যৱনে যিৰূপে আজি বাখিছে পিঞ্জৰে
তোমাক, বিহঙ্গ ! হায় আমিও সিমত
শোকৰ অগনি দিয়া জননী অন্তৰে,
বান্ধিয়া ৰাখিছোঁ গৃহে পশু পক্ষীকত।
আমাৰ অধীনে থাকি কত দুঃখ তাপ
ভোগিয়াছে সেহি সবে জননী বিহনে ;
তাৰ ফলে ভুঞ্জোঁ আজি আমিও সন্তাপ,
তাৰ ফলে বদ্ধ আজি যৱন ভৱনে।
বোধ কৰোঁ বিধিয়োক দিলে কাৰাগাৰ
বুজিবে কি দুঃখে দগ্ধ প্ৰাণ সিসবাৰ।

( ১৪ )

বিধিছে ! কি দুঃখে দগ্ধ প্ৰাণ সি সবাৰ
কি দুঃখ পৰাধীনতা, তাকে শিক্ষা দিবে,

ঘটালা সক্ৰোধে যদি ইদশা আমাৰ,
দোষৰ উচিত দণ্ড তাকে জনাইবে।
তবে তব্র পদে বিধি কৰিছোঁ বিনয়,
হইছে যথেষ্ট শাস্তি, লভিয়াছোঁ জ্ঞান,
ক্ষমা মোক চতুৰ্ম্মুখ, হইয়া সদয় ;
বুজিছোঁ পৰাধীনতা নৰক সমান।
হে পক্ষি মইনা! আজি আমি কৃতজ্ঞ,
তোমাৰ ৰোগৰ কষ্ট বুজোঁ সিকাৰণ।

( ১৫ )

কিন্তু এটী কথা পক্ষি! আছয় তোমাৰ
মুক্তি ইচ্ছা যদি, পাৰে্ণা পূৰণ কৰিবে ;
তোমাৰ মুক্তিত আছে মোৰো উপকাৰ,
পাৰিবা আমাৰ ভাৱ জগতে ঘোষিবে।
কিন্তু ভয় মনে, তুমি যৱনৰ দাস
যৱনৰ অন্নে চিৰ হইছা পালিত ;
কৰা বা মন্ত্রণা মোৰ যৱনে প্ৰকাশ
কি জানি ঘটোৱা পাছে হিতে বিপৰীত।
ওহোঁহোঁ নোৱাৰা তুমি হব হেন অতি,
কৃতঘ্ন ; মনুষ্য যথা উপকাৰী প্ৰতি।

( ১৬ )

তব্র পিঞ্জৰৰ দ্বাৰ মেলিলোঁ ইক্ষণ,
যেতিয়া আহাৰ লই দুয়োৰ নিমিত্তে,
কাৰাগৃহ দ্বাৰ মেলি আসিব যৱন,
সেই পথে যাবা তুমি উড়ি অলক্ষিতে।
যাবা উড়ি আচম্বিতে মুক্তি লাভ কৰি ;
কিন্তু এক নিবেদন আছুয় তোমাত,

উপকাৰী উপকাৰ যেন মনে স্মৰি,
হিন্দু ৰাজ্যে ৰাজ্যে, পক্ষি, গাবা এই গীত,
"যৱনে ভাৰত কৰে চৰণে দলন
কি কৰা ভাৰতবাসি মুদিয়া নয়ন"।

ক্রমশঃ
শ্রীভঃ

---

# সদানন্দৰ নতুন অভিধান।

জ্ঞানদী।—এই নামে এখন অভিধান লিখিছোঁ। তাত সকলো নতুন কথাই হে থাকিব। তাৰ নিয়ম নতুন, অর্থ নতুন, ধাতু, প্রত্যয়-আদি সকলো নতুন; কেবল শব্দ বিলাক পুৰণি। আগেএ যি শব্দৰ যি অর্থ আছিল, এতিয়া শিক্ষা আৰু সভ্যতাৰ কোবত তাৰ সেই অর্থ নাই, এতেকে সদানন্দৰ এই নতুন অভিধানৰ বৰ আৱশ্যক হইছে, ইয়াক সকলোৱে মানিব। যি নামানে সি মুর্খ নাইবা কপটীয়া। এনে ভাল, উত্তম, উৎকৃষ্ট, সর্ব্বাঙ্গ-সুন্দৰ, দৰকাৰী, লাগতীয়াল, প্রয়োজনীয়, অত্যাৱশ্যকীয় অভিধান কোনেও কেতিয়াও লিখা নাই আৰু আগলৈকো লিখিব নোৱাৰে। এনে অভিধান নললে জন্মেই বৃথা হয়। অতএব হে অসমীয়া ভাই! তোমাৰ যদি মাতৃ-ভাষাৰ মৰম আছে, ভাৰত-উদ্ধাৰ কৰিবৰ ইচ্ছা আছে, পঢ়া মাত্ৰকে দিবা চক্ষু পাব খোজা, তেনেহলে মোৰ এই নতুন অভিধান লোৱা। জগতৰ উপকাৰৰ নিমিত্তে, ভাৰত-উদ্ধাৰৰ উদ্দেশে ইয়াক মই বিনামূল্যে দান কৰিছোঁ, কেবল ডাক মাচুলৰ নামত জু মাহৰ ভিতৰতে দিলে ১০) টকা, আৰু তাৰ পাচত দিলে ২৫)

টকা, লোৱা যাব। এই উত্তম ছেগ কেতিয়াও নেড়িবা। যি ইয়াতকৈ ভাল অভিধান জগতত আছে বুলি কব পাবিব সি বঁটাস্বরূপ এহেজাব খন কিতাপ খবে ১৫৲ টকা ডাক-মাচুলতে পাব। এতিয়া কার্য্যাবম্ভ কৰা যাওক; আনব মিচিনাকৈ তিলকে তালকৈ জাননী দি লোকক ঠগা মোব স্বভাৱ নহয়। অভিধান আসাম-বন্ধুত ছপা হলেই সকলোৱে জানিব পাবিব, যে এনে বৃহৎ, এনে ডাঙ্গৰ, এনে অজৰ, অমৰ, অটল, অবল, অসুৰ, অমোঘ আৰু অব্যর্থ অভিধান নহব মুপাজিব। ইয়াব ডাক মাচুল শ্রীযুক্ত বাবু ঠগ চন্দ্রবায় বাহাদুব সি, আই, এম, এস, মহোদয়ব ওচবলৈ পঠাব লাগে। জাননী খণ্ড ইয়ানতে খতম।

"শিক্ষিত"—"শিক্ষা" (ধর্ম্ম, নীতি-আদি) 'ইত' (গত) যাব পৰা, অর্থাৎ যাব পৰা হিন্দুধর্ম্মব সকলো নীতি, সকলো সত্ উপদেশ, সকলো পবিত্র আচাব-ব্যৱহাব দূৰীভূত হইছে; নাইবা, 'শিক্ষা' (সভ্যজাতিব কুশিক্ষা) 'ইত' (প্রাপ্ত) যাব দ্বাবায়। ইংবাজি প্রতিশব্দ, "এডিউকেটেড্" Educated 'অর্থ'—কিতাপ-ভাব-বোৱা, ইংবাজী-বকা, নিজ-ভাষা পাহবা, ঈশ্বৰব নামকে মুখুনা, নিজ ধর্ম্ম এবা, পিতৃ-মাতৃ মমনা, স্নেচ্ছব গোলাম, জন্ম-ভূমিব কলঙ্ক, শাস্ত্রত গাখ, মুখত ব্রহ্মা, উপদেশত বৃহস্পতি, কার্য্যত অসুৰ, দুর্ম্মনী, অহঙ্কাবী, সর্ব্বজ্ঞ, বিবাদপ্রিয়, পণ্ডিতম্মন্য, ইত্যাদি ইত্যাদি প্রকাবব এবিধ দুঠেঙ্গীয়া প্রাণী।

"বিফাইন্;" বা "Refined" ইংবাজি শব্দ, এতিয়া দেশী ভাষাত চলিত হইছে; অর্থ,—খোৱাত বাছ নকবা, সংসর্গত জাতি নমনা, নিজ ভার্য্যা স্বাধীনা কৰা, জাতি এড়া, ধর্ম্ম এড়া আদি কবি কেতবিলাক ধর্ম্ম, নীতি আৰু সমাজ গর্হিত কাম

আছে, সেই বিলাকৰ যাৰ মনত অলপো সঙ্কোচ নাই, সেইএ “বিকাইন্” বা শোধিত মানুহ। সেই বিলাক সংকাৰ কৰাত যি যিমান সাহ দেখাব পাৰে, সি সিমান বেশি “বিকাইন্”।

“বাবু” বাব+উ, যাৰ বাব বাব আছে। সেই বাববিলাক এই, —চাকৰি, ইংৰাজৰ অনুকৰণ, স্বাধীন ব্যৱসায় এড়া, আপোন জাতিক থিগোৰা, কথাৰে আৰু কলমেৰে ভাৰত-উদ্ধাৰ কৰা, ইংৰাজক গালি পৰা, মদখাই ধম উফৰা, পাৰে মানে ধুমপৰা, ছুৱালীৰ ভেঁটি খোৱা, অসমীয়াৰ মূৰখোৱা, তত্তাৰি, প্ৰতাৰণা, শপত, ডাঙৰ প্ৰতিজ্ঞা, মিছা কথা, আৰু বল্লি-কালি। যাৰ মুখত সদাই ইংৰাজি কথা, কঁকালত অতি পাতল মলমলৰ ধুতি, মুখত মধু, পেটত বিহ, সেই জনেই বাবু। যি বৈৰীৰেকৰ গুৰিত সিংহ, ইংৰাজৰ গুৰিত শিয়াল, সেইএ বাবু। যি সাহাবৰ কোব খায়, ভাৰ্য্যাৰ গালি খায়, লৰাছোৱালীৰ মূৰ খায়, সেইএ বাবু। যাৰ শৰীৰ অশক্ত-তীয়া, খোজ খৰক-বৰক, মুখত মদৰ গোন্ধ, যাৰ ধৰ্ম্ম নাস্তিকতা, কৰ্ম্ম শিশ্নোদৰ-পূজা, নীতি ধনলাভ, আকাঙ্ক্ষা চাকৰি আৰু উপাধিলাভ, সেইএ বাবু। যি দুপৰীয়া আফিসলৈ লৰে, গধূলি ঘৰলৈ লৰে, ৰাতি পছলি দুৱে বা দোকানলৈ লৰে, সেইএ বাবু। যাৰ কথাৰ ঠিক নাই, ধাৰৰ শেষ নাই, বক্তৃতাৰ অন্ত নাই, হাতৰ আহৰি নাই, সেইএ বাবু। যাৰ গাত চাদৰ, মুখত বাজ, হাতত বেঁত, কাপোৰত আতৰ, সেই জনেই বাবু। যাৰ কাম একগুণ, কথা দহ গুণ, সহন শত গুণ, সেইএ বাবু। যাৰ সাহ নাই, বিশ্বাস নাই, আত্মগৌৰৱ নাই, পৰনিন্দালৈ ভয় নাই, সেইএ বাবু। যি দেশত হিন্দু, বিদেশত ব্ৰাহ্ম, আহাৰত মুসলমান, আচাৰত খ্ৰিষ্টিয়ান, সেইএ বাবু।

"ভীৰু," "Coward" —যি ঈশ্বৰক ভয় কৰে, পিতৃমাতৃক ভক্তি কৰে, গুৰুগোসাঁইক মান কৰে,সেইএ ভীৰু (coward); যি মদ খাবলৈ ভয় কৰে, বেশ্যাঘৰলৈ যাবলৈ সঙ্কোচ কৰে, পিতৃ-মাতৃ-ভাই-বন্ধু আদি এড়িবলৈ ভয় কৰে, সেই এ ভীৰু। যি নিজ ধৰ্ম্ম নেড়ে, পূৰ্ব্বপুৰুষ বিলাকৰ সদাচাৰ নেৰে, আপোন সমাজ, আপোন দেশ, আপোন ভাষা নেৰে, সেইএ ভীৰু। যি বিদেশীৰ ধৰ্ম্ম নলয়, বিদেশীৰ নাম নলয়, বিদেশীৰআচাৰ ব্যৱহাৰ আদিত খাঁমোচ মাৰি নধৰে, সেইএ ভীৰু। যি দুষ্ট তিৰুতা বিয়া নকৰে, ব্যভিচাৰ নকৰে, হীন জাতিৰ ছোৱালী দিবলৈ ভয় কৰে, সেই এ ভীৰু। যি যাৰে তাৰে লগত খাবলৈ, যাৰে তাৰে লগত মিলিবলৈ, যাৰে তাৰে লগত বিয়াৰ সম্বন্ধ ঘটাবলৈ ভয় কৰে সেই এ ভীৰু। যি ইংৰাজক গালি পাৰিবলৈ ভয় কৰে, নিজৰ জাতিকুল আৰু বংশ মৰ্য্যাদা এড়িবলৈ ভয় কৰে, সেইজনেই ভীৰু। যি যিমান গৰ্হিত কাম কৰিবলৈ ভয় কৰে, সি সিমান ভীৰু। যি কোনো বেয়া কাম কৰিবলৈ ভয় নকৰে, ধৰ্ম্ম সমাজ শাস্ত্ৰ একোলৈকে কুছুপবোৱা নকৰে তেঁওৰ নাম সাহীয়াল, বীৰ বা ধৰ্ম্ম-বীৰ।

"কুসংস্কাৰ"—শৌচ কৰি শুচি হোৱা, গাৰ মলি গুছাবলৈ গা-ধোৱা, কাপোৰ তিওৱা, ঘৰবাড়ী মচা, পিতৃ-মাতৃৰ চৰণত দণ্ডৱৎ কৰা, অখাদ্য অপকাৰী বস্তু নোখোৱা, নীচজাতিৰ ছোৱালী নলা, বিয়া কৰোঁতে সাক্ষী ৰখা, ঈশ্বৰৰ উপাসনা, মেথৰকে বামুনকে সমান নোবোলা, তিৰুতাক ওৰণি পিন্ধোৱা, ভদ্ৰাভদ্ৰ-বিচাৰ, আপোনপৰ-বিচাৰ, ভাল-বেয়া বিচাৰ, ইত্যাদি ইত্যাদি কেতবিলাক কামৰ নাম কুসংস্কাৰ। স্বৰূপতে হিন্দু ধৰ্ম্মত বা হিন্দু শাস্ত্ৰত যি আছে,

সেই এ কুসংস্কাৰ। আগৰ হিন্দুএ যি কৰিছিল বা যি কৰে, সি কুসংস্কাৰ। যি কাম কুসংস্কাৰ নহয়, তাক কোনো পুৰণিমতৰ হিন্দুএ কৰিলেই সি কুসংস্কাৰ হয়। কোনো কুসংস্কাৰ এতিয়াৰ হিন্দুএ বা কোনো ইংৰাজে পালিলেই সি কুসংস্কাৰ গুচিব। হিন্দুৱে কুসংস্কাৰৰে বড় সৰহ। বুঢ়াবিলাকৰ কাম আৰু মত সকলো কুসংস্কাৰ, কিন্তু ডেকা আৰু নৱবিলাকক কুসংস্কাৰে চুব নোৱাৰে।

"“Civilized” বা সভ্য “—ভাল কাপোৰ পিন্ধা, ভাল ঘৰত থকা, বেপাৰ বা যেনেতেনে মতে ধন ঘটা, সকলো বস্তু খোৱা, ধৰ্ম্মকৰ্ম্ম নমনা, আইনমতে চুৰি আৰু ডকাইতি কৰা, মুখত ধৰ্ম্ম, পেটত পাপ, বাহিৰ বগা, ভিতৰ কলা, কেৱল তিকতা ফেশন—( Fashion ধুন ) আৰু ধনৰ গোলাম, এনেবিলাক মহাত্মাৰ নাম (Civilized) বা সভ্য। বোপাইক আইৰ গিৰী-এক, আইক বোপাইৰ পৰিয়াল বোলা সভ্যৰ এটা বড গুণ।

“সাহাব”—ধুন মৰা, দুখীয়া খেটিভৰ ঘৰ-বাপবিকলা, কেৰাণীৰ যম, ভাৰতৰ শূল, বৰা-গাহৰিৰ নিচিনা ঔকৰা, খজাল, দুঠৈৰীয়া জন্তু বিশেষ।

"Patriot" ( পেট্ৰিয়ট্ ) বা “দেশহিতৈষী”—ৰাজবি-কাকতত খেচ নিদিয়া, উপাধিৰ অৰ্থে ইংৰাজক ভোজ বা দান দিয়া, দুৰ্ভিক্ষত সাহায্য নকৰা, দেশী মানুহৰ দোকানৰ বস্তু নিকিনা, মাতৃ-ভাষা কলে বা লিখিলে মান যোৱা, বিদেশী বস্তু খোৱা, বিদেশী কাপোৰ পিন্ধা, “দুখিনী ভাৰত মাতৃৰ” দোহাই দি ঠগি ধন লোৱা, ৰাজবি-কাকতেৰে ইংৰাজক খেদোৱা, দেশী মানুহক হিংসা কৰা, দেশী বস্তু দেখিব নোৱৰা, “জয় ভাৰতেৰ জয় গাও ভাৰতেৰ জয়, টাকা দাও, টাকা দাও, কি ভয়! কি ভয়!”—ইত্যাদি-

রূপে চিঞৰি “মুখেন জিনিতং জগৎ”—এনেবিধৰ ঠগ কেতবিলাক।

“ভাৰত-উদ্ধাৰ”—টকা ঘটাৰ উপায়, লোক ভুলোৱাৰ মন্ত্ৰ অসমীয়া ভাষাৰ কাঠ-সংস্কাৰ, দুখীয়াৰ ভেঁটি খোৱা, দেশী ভাইক হিংসা কৰা, ভাৰতৰ একতা নাশকৰা, স্বাৰ্থ-সিদ্ধি শত্ৰু দমনৰ কৌশল, অসমীয়াক ঠগা, প্ৰতাৰণা, প্ৰবঞ্চনা, কপটতা, ইত্যাদি ইত্যাদি অৰ্থাৎ পৰৰ চকুত ধুলি দি নিজে ধন, মান আৰু যশস্যা অৰ্জ্জাৰ মন্ত্ৰ।

“Reforın” বা “সংস্কাৰ”—হিন্দুবিলাকৰ যমত নানাবিধ কুসংস্কাৰ আছে। ওপৰত সেই বিলাকৰ কিছুমান কোৱা হইছে। (“কুসংস্কাৰ” শব্দৰ অৰ্থ চোৱা)। সেই কুসংস্কাৰ বোৰ গুচোৱাৰ নাম “বিফৰ্ম” বা “সংস্কাৰ”। মই পৰৰ ঘোৱাৰী জীয়াৰীৰ চন্দ্ৰমুখ দেখিবলৈ ভাল পাওঁ; মোৰ বাধা কি?—ওৰণি। অতএব মই বক্তৃতা দিবলৈ ধৰিলোঁ—হে ভদ্ৰ মহিলা গণ! যি জাতিৰ তিকতাই মুখত এখান কুৎসিত ঢাকনি দি ৰাখে, সেই জাতিৰ কিং উন্নতি আছে, কি উন্নতি আছে? তোমালোকে ওৰণি লৈপেলালে ভাৰত-উদ্ধাৰ কেনেকৈ হয়? তোমালোকৰ দুখ দেখি, দুখিনি ভাৰত মাতাৰ দুখ দেখি, মোৰ চকু-লো ধাৰে ধাৰে বইছে, হৃদয় বিদীৰ্ণ হব ধৰিছে। কিন্তু নিষ্ঠুৰ স্বাৰ্থপৰ পুৰুষ জাতিএ তোমালোকৰ দুখলৈ নাচায়। “অতএব জাগ জাগ গো ভগিনি, মুখ হইতে আজি গুচুৱা ওৰণি।”-ই এটা বিফৰ্ম্ বা সমাজ-সংস্কাৰৰ উত্তম দৃষ্টান্ত। ভাল বেয়া, আপোনপৰ, ন্যায় অন্যায়, তফাতক, স্পৰ্শাস্পৰ্শ, শুচি-অশুচি, পাপ পুণ্য, ইত্যাদি ভেদাভেদ গুচাই একৰকম কৰাৰ নামেই Reform বা সংস্কাৰ। ব্যভিচাৰ আৰু মদখো-

ৰাব বাট মুকলি কৰাই Reform বা সংস্কাৰ। স্বেচ্ছাচাৰৰ ৰাজত্ব বঢ়োৱাই বিকর্ম।

"স্ত্রী-শিক্ষা"—চিঠি লিখিবলৈ শিকা; নাটক-নভেলৰ (উপন্যাসৰ) পৰা মূৰ নদঙা, বোৱা কটা, ৰন্ধাবঢ়া-আদি গৃহস্থালিকাম পাহৰা; শৰীৰ দুর্ব্বলী, অকামিলা আৰু হাড়-চালশেষ কৰা; মন চঞ্চল, অসৎ আৰু কঠিন কৰা; নবাঞ্জাবলৈ শিকা, তিৰুতাৰ উচিত কামবোৰ পাহৰা, তিৰুতাক মত্তা কৰা, কুলক বন্ধ কৰা, সবোৰৰক মৰুভূমি কৰা।

"স্ত্রী-স্বাধীনতা"—তিৰুতাই বেইজা স্বামী এৰা বা স্বামী গ্রহণ নকৰা, অকলে অকলে কুৎসিত বস্তাৰ লবলৈ যোৱা, শিক্ষিত বন্ধুক দেখা কৰা, বিনা পুৰুষে গৃহস্থালি চলোৱা, শাহু শহুৰক ঘৰৰ পৰা খেদোৱা বা খাবলৈ নিদিয়া, গিৰিয়েকৰ ৰাখায় ৰন্ধা-বঢ়া-আদি সকলো কাম চলোৱা, তিৰুতাক মুকলি কৰা বা পুৰুষ-জাতীৰ ওপৰত মাউত পতা। মুনিহৰ পিঠিত ভবি দি হস্তীত আৰোহণ কৰা।

"উদাৰ" বা "লিবৰেল্"—যি নিজৰ মন, ধর্ম্ম, মত ৰিতাপ, কাকত, স্বভাৱ, চৰিত্র আদি সকলো অতি বেয়া হলেও ৰৰ ভাল দেখে আৰু আত্মশ্লাঘা কৰি ফুৰে; কিন্তু পৰৰ ভাল হলেও বেয়া বুলি নিন্দা কৰি ফুৰে: যি দিনটো'ত তিনটা কথা সলায়; যি মুহূর্ত্তকতে অনেক পৰিবর্ত্তন ঘটায়।

"কন্সৰ্ ভেটিভ্" বা "ৰক্ষণশীল"—যি সকলো কথা গমি পিতিকি কৰে, হঠাতে কোনো পৰিবর্ত্তন নকৰে বা নিজৰ মত এৰি পৰৰ মতত নধৰে; যি নিজৰ ধর্ম্ম, নীতি, জাতি, আচাৰ, ব্যৱহাৰ-আদি হঠাতে দলিয়াই নেপেলায়; যি পৰৰ কথাত (সঁচা) কচুৰদৰে উটি নুফুৰে।

"ভার্য্যা" (নাৰ যোৱোৱা,) স্বামীৰ কলগ্রহ, বংশৰ

কলঙ্ক, ধাৰৰ পথ, খৰচৰ বাঁহ, অলঙ্কাৰ বোৱা গাধ, দন্ত হাহৰ ভঁৰাল, দাঁতৰ হল চকুৰ কুটা ইত্যাদি ইত্যাদি।

ইতি শ্ৰী ৰহস্য কাণ্ডে ওলোটা পৰ্ব্বে সদানন্দৰ নতুন অভিধানং সম্পূৰ্ণং সমাপতং। শাকে শশিগজ বসুবাণ।

---

# দাহ।

আধুনিক ৰসায়ন-শাস্ত্ৰমতে এই জগতত ৬৭টা ভূত বা মূলবস্তু আছে। তাৰ ভিতৰত অম্লজান বা অক্সিজান নামে এটী বস্তু আছে। এই অম্লজানেই সৌৰজগতৰ সৰহ ভাগ ব্যাপি আছে বুলিলেও কোনো ভ্ৰম বুলিব নোৱাৰি; আৰু এই অম্লজানেই সকলো জীৱ জন্তুৰ প্ৰাণ ধাৰণৰ প্ৰধান উপকৰণ আৰু সকলো প্ৰকাৰ দাহ বা অগ্নিজ্বলনৰ আধাৰ আৰু মূল কাৰণ।

যিবোৰ বস্তুত জুইলগালে পোড়ে সেই বোৰ বস্তু, জুইলগাই অম্লজান ভাপৰ ভিতৰত দিলে, বড় উজ্জ্বল হই অলপবেলিৰ ভিতৰতে পুড়ি ঢুকায়। এডোখৰ কাঠৰ চলিত বা এডাল খৰিকাত জুইলগাই ডাল জুই নুমাই তাৰ আঙ্গঠাৰ পৰা জুইনুমুৱাৰ আগেএ অম্লজানৰ ভিতৰত সুমুৱাই দিলে আকৌ আগৰ নিচিনা জুই জ্বলিব। এই গুণটী কেৱল অম্লজানৰ পৰা হয়।

এডোখৰ এঙ্গাৰ এডাল তাৰ বা গুণাৰ আগত বান্ধি জুই লগাই অম্লজানত বুৰাই দিলে তাত বড়কৈ জুই লাগি চাৰিওফালে ফিৰিঙটি উড়িবলৈ ধৰে। দেখিবলৈ এনে সুন্দৰ হয় যে যেন এটী সৰু ফুলজাৰিত জুই লাগিছে। আৰু যদি অম্লজান বস্তুত থাকে এঙ্গাৰডোখৰ একেবাৰেই

ছাই হৈ যায়। গন্ধকতো যদি সেই রূপে জুইনগোৱা যায় বড় উজ্জ্বল হৈ অলপ সময়তে ভস্ম হয়। ফসফৰস নামে এবিধ বস্তু তেনেকৈএ দাহ কৰিলে এনে উজ্জ্বল হয় যে চকুৰে চাব নোৱাৰি। এই সকলো বিলাকতে যিবোৰ বস্তু পোৰা যায় সেই বোৰ বস্তুৰ এটা পৰমাণুও ধ্বংস নহয়; কিন্তু সকলো বস্তুৰে অম্লজানেৰে সৈতে মিহলি হই একোটা মিশ্রিত বস্তু উৎপন্ন হয়।

যি বতাহৰ দ্বাৰা পৃথিবী পৰিবেষ্টিত হই আছে সেই বতাহৰ এশ ভাগৰ ২১ ভাগ অম্লজান আৰু ৭৯ ভাগ যৱ-ক্ষাৰজান বা নাইট্রজান। বতাহত অম্লজান থকা হেতুকেই আমি ঘতে জুই জ্বলাও ততে জ্বলে। কিন্তু যৱক্ষাৰজান থকাৰ হেতুকে বতাহত শুদ্ধা অম্লজানত জুই লগাৰ নিচিনাকৈ জুই লাগিব নোৱাৰে। মানুহে নিশ্বাস লওঁতে যি অম্লজান পেটৰ ভিতৰলৈ যায় সেই অম্লজানৰ দ্বাৰাই খোৱা বস্তু বোৰ জীর্ণ হয়। আৰু যেতিয়া অম্লজান যোৱা গুচে তেতিয়াই জীৱনৰ অন্ত হয়।

দাহ বিষয়ে বস্তুবোৰ দুভাগ কৰিব পৰা যায়। কেত বোৰ বস্তু তপত হৈ কেৱল বঙা হয় আৰু ইবোৰ দাহ হৈ ভস্ম হয় বা কোনো চিন নেথাকে। এডোখৰ লো তপত কৰিলে বঙা হব কিন্তু জুইৰ পৰা উলিয়াই আনিলে বশি ক্রম হই চেঁচা হই যাব। কিন্তু এডোখৰ এস্কাৰ তেনেকুৱা কৰিলে ভস্ম হব।

বড় বেগেৰে এটা বস্তুএ অন্য এটা বস্তুৰ কোনো কার্য্য কৰাকে প্রাকৃতিক অর্থত দাহ বুলিব পাৰি। যি কোনো পদার্থই হওক, অন্য বস্তুৰ কার্য্য কৰোতে বেগ বা শক্তি বঢ়াই দিলে ইমানকৈ তপত হয় যে বস্তুটো উজ্জ্বল হয় আৰু পুৰিব

পৰা হলে পুড়ি যায়। সাধাৰণতে যিবোৰ দাহ আমি দেখি-বলৈ পাঁও, সেইবোৰত ৰাসায়নিক কার্য্য কেৱল পুড়ি থকা বস্তু আৰু বতাহৰ অম্লজানৰ ভিতৰত সম্পাদিত হয়। যিবোৰ বস্তু একেকৈ দাহ হয় সেই বোৰ বস্তুৰ প্রায় ভাগেই এঙ্গাৰজান বা কার্বণ-অম্লজান আৰু জলজান (হাইড্রজান,) সেই কাৰণেই সকলো প্রকাৰ দাহত ৰাসায়নিক কার্য্য অম্ল-জান, জলজান আৰু এঙ্গাৰজানৰ ভিতৰত সম্পন্ন হয়। বস্তু কেইটা একে লগতে ইটোএ সিটোএ ঘঁহনি খাই তপত হয় আৰু বড়কৈ তপত হলেই উজ্জ্বল হয়।

এই নিয়ম অনুসাৰেই তাপ সৰহ কৰি বেগতে মগলা ধাতু পর্য্যন্তও গলাব পাৰি। কয়লা বা খড়ি সৰহকৈ পুড়িব পাৰিলে তাপো সৰহকৈ পোৱা যায়। খড়ি সৰহকৈ পুড়িব লাগিলে অকল সৰহ খড়ি দিলেই নহয়, তাত সৰ-হকৈ অম্লজান পাবলৈ সৰহকৈ বতাহবো আৱশ্যক হয়। বিছনিৰে ঠেলি দিলে বতাহ যায়; আৰু এই বতাহৰ অম্ল-জানৰ পৰা বড়কৈ জুই লাগে। আমাৰ মানুহে জুই জ্বলি-বলৈ বিচি দিয়ে হয় কিন্তু কিয় বিছে তাৰ কাৰণ অনেকে নেজানে।

কঠিন আৰু তৰল বস্তু বড়কৈ তপত কৰিলে উজ্জ্বল হয়। আৰু বাষ্প তাতকৈও তপত কৰিলেহে উজ্জ্বল হব পাৰে। কিন্তু বাষ্প উজ্জ্বল হলেই অগ্নি-শিখা হয়।

যি বাষ্পত কোনো সৰু সৰু কঠিন বস্তু থাকে সেইবোৰ বাষ্পত জুই লাগিলে বড় উজ্জ্বল হ'ব নোৱাৰে। জলজান আৰু অম্লজান মিহলাই বাষ্প অৱস্থাতে জুই লগালে দিনৰ পোহৰত দেখাই নাপায়, কিন্তু যদি ধুলি বালি থকা ঠাইলৈ নিয়া যায় তেনেহলে কিছু দেখা যায়, আৰু যদি এডোখৰ চুণ

তাৰভিতৰত দিয়া যায় তেনে হলে ইমান উজ্জ্বল হয় যে সূৰ্য্যলৈ চাব পাৰিলেও তালৈ চাব নোৱাৰি।

( ক্ৰমশ: )

দে, ব,

---

# ধুমুহা-বতাহ।

সৰে চাৰি পৰবেলি,
ক্ৰমে ক্ৰমে গল চলি,
সুৰুযে ধৰিলে ৰঙা উৎপল বৰণ,
হিঙুলীয়া হই গল পশ্চিম গগণ ;
জিলিকে গছৰ আগ,
ঘৰৰ ওপৰ ভাগ
সোণ বৰণীয়া ৰ'দে হই সুশোভিত ;
দেখি মানুহৰ মন হল হৰষিত।
আন কথা পৰিহৰি,
ক্ৰমে এটি দুটি কৰি,
প্ৰকৃতিৰ সুশীতল নিশ্বাস সেৱন,
কৰিব ওলাই গল হই হৰ্ষ-মন।
এনে সময়ত পিছে
দেখা গল সেইদিশে,
কুলি-কলি যেন কলা মেঘ এডুখৰি
উঠৈ লাহে আপনাৰ দেহক বিস্তাৰি।
খণ্ডে যেন ক্ষিপ্ত হই
মুখেৰে উগাৰে জুই,

গৰ্জ্জনৰ ছলে আৰু কৰে হুহুঙ্কাৰ,
আছিছে নিশ্চয় যেন নাশিব সংসাৰ।
প্ৰথমতে ক্ষুদ্ৰ কায়
কিন্তু ক্ৰমে বাঢ়ি যায়,
নিমিষতে ঢাকিলেক আকাশ গোটেই,
বানপানী পথাৰ বুৰায়-যেনে কই।
তাৰ লগে লগে বাত
লগাইলেক আহিমাত
প্ৰথমতে গছিল গম্ভীৰ অতিশয়,
নিয়মিত বেগধৰি লাহে লাহে বয়।
মুহূৰ্ত্তেক পিছে তাৰ
লগাই দিলে মহামাৰ
মেঘ আৰু বিজুলিৰ সহযোগ পায়,
মাৰ মাৰ কৰি বায়ু দশো দিশে ধায়।
তাণ্ডৱৰ গড় গড়ি,
বতাহৰ হুড় হুড়ি,
বিজুলিৰ চিকি মিকি দীঘল দীঘল,
কৰিলে সকলো প্ৰাণী ভয়ত বিহ্বল।
ইতি মধ্যে বৰষুণ,
সিও অতি নিদাৰুণ
মহাবেগে মেঘ এৰি পৃথিৱীত পৰে;
কাৰো কাকুতি কাৰো কানকে নকৰে।
মেঘে মাৰে ঢেৰেকনি,
ফাটি যায় কাণ শুনি
ধুমুহাৰ ধুমধুমি ধৰে তাতে তাল,
নুশুনি মেলেখি একো উৰি যায় প্ৰাণ।

নাই নাই কিছু পৰ,
তাৰ পিছে হুড় হুড়
কৰি আহি দিয়ে দেখা পৱন দেৱতা,
ভাঙি চিঙি ঘৰ বাৰী গছ আৰু লতা।
মড় মড় শব্দ হ'ল
কাৰ ক'ত কি হ'ল
ক্ষণেকে নোৱাৰি একো চকুৰে দেদেখি,
অন্ধকাৰ ধোঁৱাময় দেখি দশো দিশি।
মেট মেট কৰে ঘৰে,
খুটা চটি ঘনে লড়ে,
প্ৰাণৰ ভয়ত যত কুমাৰী ছোৱালী
খুটা ধৰি স্তুতি কৰে বায়ুৰাজ বুলি।
কথমপি বাজ হুই
চোতালত ফলি থই
কৰে স্তুতি আৰাধনা কৰ যোৰ কৰি,
এৰি যোৱা বায়ুৰাজ অনুগ্ৰহ কৰি।
দেখা পালে সিইঁতৰ
কাতৰাৰ নিৰন্তৰ
পাছি যাৰ খোজে হাঁয় মানুহৰ বুকু;
দুৰ্জ্জয় পৱন কিন্তু নাই তাৰ চকু।
স্তুতি কৰে বিপ্ৰ সবে,
দেৱ দেৱ মহাদেৱে,
জৈমিনী সুমন্ত্ৰ পুলস্ত্যৰ নামলই;
তিৰুতাই স্তুব কৰে তুলি চটি দুই।
মুহুৰ্ত্তে বিনাতি দিতো
নলাধম গতি কতো,

হোঁ হোঁ কৰি চলে আপোনাৰ মনে,
ঢাল বেৰ গছ লতা মোহাৰে সঘনে।
এছাৱণি একো ছাটি
খাৰে চোতালৰ মাটি
ভাঙি বেন লই যায় টাটি বেৰ ঘৰ,
কত ঠাইত গছ ভাঙে কৰি মড় মড়।
মাজে মাজে শুনি পাওঁ
যেনৰ ভৈৰৱ বায়ু,
অশনিৰ নিপতন আৰ্ত্তনাদ কৰি,
ভাঙি যেন পৰে স্বৰ্গ থাকিব নোৱাৰি।
এই দৰে কিছু পৰ
দেখি চিন প্ৰলয়ৰ
ইন্দ্ৰ দেৱে দয়া কৰি মেঘ নিবাৰিলা,
বাত বৃষ্টি ক্ষন্তকতে সবে চলি গৈলা।
বতাহৰ ধুম ধুমি
গল একে বাৰে কমি
লাহে লাহে মুকলাই হল পিছে গাঁই,
নিস্তল নিস্তব্ধ হল প্ৰকৃতি ছুনাই।
ঘৰ এৰি বাটলৈ
যায় লোক ব্যস্ত হই
চাবলৈ কাৰ কত হল "পয়মাল" ;
দেখে পৰি আছে ভাঙি গছ কত ডাল,
কাৰো ঘৰে বেৰ নাই,
কাৰো ঘৰ আছে শুই,
কাৰো আকৌ কল বাৰি চন হই গল,
মহা ৰণে ভাগোনৰ শিৰ হত হল।

আলিক আরবি আছে
কত বড় বড় গছে
ঢাকি আছে পাতে তার বাট পথ সব,
ইও এক প্রকৃতির মূর্ত্তি অভিনব।

স, ব

---

# সমালোচনা।

* বিপুঙ্গয়কৃত পূর্ণচন্দ্র নামক প্রায়শ্চিত্ত নিরূপণ।

ভারতবর্ষত মনু, অত্রি, বিষ্ণু, হারীত, যাজ্ঞবল্ক্য, উশনা, অঙ্গিরা, যম, আপস্তম্ব, সম্বর্ত্ত, কাত্যায়ন, বৃহস্পতি, পরাশর, ব্যাস, শঙ্খলিখিত, দক্ষ গৌতম এই ওচৈর জন ধর্ম্ম-শাস্ত্র প্রবর্ত্তক। এও বিলাকর ধর্ম্মশাস্ত্রকে স্মৃতি বুলিও ব্যাখ্যা করে। এই কেইজনর বাহিরেও নারদ, শাতাতপ, দেবল, পুলস্ত্য, জৈমিনি, বশিষ্ঠ, যাবালি, প্রচেতা প্রভৃতি ঋষি সকলেও ধর্ম্মশাস্ত্র প্রকাশ করি গইছে। এই সকলর ভিতরত মনুর স্মৃতি সকলোতকৈ প্রধান। মনুর অর্থর বিপরীত মত প্রশস্ত স্মৃতি নহয়। এই সকল ধর্ম্মশাস্ত্র প্রচারক কেতিয়া, ক ত আছিল তার নির্ণয় করা দুঃসাধ্য। ভারতর সমাজ যেতিয়া যত যেনে হইছিল সেই ঠাইত ঋষি সকলে সেই সমাজ ভালে রাখিবলৈ আপোন আপোন মত প্রবর্ত্তাই গইছে। কোনো কোনো ধর্ম্মশাস্ত্র কোনো দেশত বিশেষ মান্য কিন্তু মনুর ধর্ম্মশাস্ত্র সকলো ঠাইতে মান্য। অতি প্রাচীন কালত কামরূপ অনার্য্য জাতির আবাসস্থান আছিল। সেই জাতির সন্তান সন্ততি এতিয়াও আছে। যেনে গারো,

ভোট, কুবাচ বা কোঁচ, মিবী কছাবী ইত্যাদি। কালক্রমে আর্য্য সকল ইয়ালৈ আহি বসতি কৰিবলৈ ধৰিলে। সময়ে সময়ে আৰ্য্যাবর্ত্তৰ কালে অনেক বিপ্লব হোৱাত সেই ঠাইৰ পৰা ইয়ালৈ অনেক লোক আহিল। এই সকলৰ সতি সন্তান বৃদ্ধি হ'লত সমাজ ব্যাপ্ত হল। নানা ঠাইৰ লোকে সইতে নানা বিধ কার্য্য কৰিব লগীয়া হ'ল। ওপৰত কোৱা স্মৃতি-কর্ত্তা সকলৰ মত আক শাস্ত্র পোৱা দুঃসাধ্য। এতিয়াৰ দৰে মুদ্রাযন্ত্রৰ সাহায্য তেতিয়া নাছিল। এই কাৰণে বিপুল্লয় নামে কামরূপৰ এজন প্রসিদ্ধ পণ্ডিতে সকলো ধর্ম্মশাস্ত্রৰ মত সংগ্রহ কৰি এখানি প্রায়শ্চিত্ত নিরূপণ শাস্ত্র প্রকাশ কৰিলে। কোনো নিষিদ্ধ কার্য্য কৰিলে সেই কার্য্যৰ পৰা পৰাঙ্মুখ কৰিবৰ অভিপ্রায়ে কেত বিলাক কার্য্য কৰা আক সেই নিয়ম পালন কৰোঁতে কেত বিলাক অনুষ্ঠান কৰা আক অর্থাদি দান কৰাই প্রায়শ্চিত্ত। এই প্রায়শ্চিত্ত নানা পাপ বা নিষিদ্ধ কার্য্যত নানারূপে নির্ণীত। আক ওপৰত কোৱা ঋষি সকলে নানা মতে তাকে ব্যাখ্যা কৰিছে। সেই সময়ৰ এই শাস্ত্রই দণ্ডবিধি। এই দণ্ডবিধিৰ নির্ণিত কেত বিলাক প্রায়শ্চিত্ত সমাজে কৰাব পাৰিছিল, কেতবিলাক ৰজাই কৰাব পাৰিছিল। বিশেষকৈ সমাজৰ ওপৰতে এই ক্ষমতা অর্পিত আছিল।

কামরূপৰ কোন ঠাইত কোন সময়ত বিপুল্লয়ৰ জন্ম তাক নির্ণয় কৰা টান। মুসলমান বঙ্গদেশ বা এই দেশলৈ অহাৰ পাছে যে এই গ্রন্থ ৰচনা কৰা হইছে এইটো অনুমান কৰিবৰ কাৰণ আছে। কিয়নো যবনৰ দ্বাৰা ব্রাহ্মণৰ যজ্ঞসূত্র ছিন্ন হলে তাৰ প্রায়শ্চিত্ত বিধান আছে। বঙ্গ দেশৰ বল্লালসেন ৰজাৰ দিনত ব্রাহ্মণ কায়স্থাদিৰ কুল নির্ণয় কৰা হই কুলীন

মৌলিক শ্ৰোত্ৰিয় প্ৰভৃতি নামকৰণ হইছিল। কায়স্থ বিনে তেলী, মালী, নাপিত বাৰৈ (পান তামোলৰ খেতিকৰা জাতি) কুমাৰ, কমাৰ, চিত্ৰকৰ, সূত্ৰকাৰ (তাঁতী) আৰু কৃষিজ এই কেই জাতিক "নবশাক" বা নৱশাখাৰূপে নিৰ্ণয় কৰা হ'ল। ইয়াৰ পাছত বিপুঞ্জয় গ্ৰন্থ কৰা হইছে কিয়নো এই গ্ৰন্থত নবশাকৰ উপনাম উল্লেখ আছে। বল্লাল সেনৰ সময় বিবেচনা কৰিলে বিপুঞ্জয়ৰ প্ৰায়শ্চিত্ত নিৰ্ণয়ৰ বয়স আঠশ বছৰৰ পূৰণি হয়। বিপুঞ্জয়ৰ মত আমাৰ দেশত আৰু বঙ্গ দেশৰো অনেক ঠাইত চলে। বিশেষকৈ বৈদিক ব্ৰাহ্মণৰ মাজত ইয়াৰ মত প্ৰসিদ্ধৰূপে চলে।

আমাৰ দেশৰ হিন্দু ধৰ্ম্ম ধৰা মানুহ মাত্ৰেই বিপুঞ্জয়ৰ শাসনৰ অধীন। ব্ৰাহ্মণ আৰু প্ৰধান মহন্ত সকলে যে "স্মৃতি-মেনে" সেই এই বিপুঞ্জয় মেলি বিধান অন্বেষণ কৰা।

কালক্ৰমে সমাজৰ আৰু পৰিবৰ্ত্তন হ'ল; প্ৰায়শ্চিত্তৰ নিয়ম প্ৰবল হই উঠিল। সমাজ তালকৈ ৰক্ষা কৰিবৰ কাৰণে সিমান কঠিন বিধান হ'ল, সমাজৰ নিয়মভঙ্গৰ বিষয়েও তিমান কাৰণ হ'ল। "নবাব বিনাম ভাগৰ খেদাৰো তিমান ভাগৰ।" পাছে উত্তৰেই ভাগৱত শিথিল অৱস্থা পালে। আমাৰ সমাজৰ এতিয়া এইৰূপ শিথিল অৱস্থা। আমাৰ স্মৃতিকৰ সকলে এতিয়া সেইৰূপ ভাগৱত প্ৰান্ত হই যথেচ্ছা স্মৃতি বিধান কৰিছে। এই সময়ত বিপু-ঞ্জয়ৰ শাস্ত্ৰ মুদ্ৰিত আৰু প্ৰচাৰিত হোৱাত বৰ উপকাৰ হইছে। ৰজাৰ প্ৰচলিত আইন যেনে সকলোৰে জনা আৱ-শ্যক, প্ৰায়শ্চিত্ত নিৰ্ণয়ো সেই ৰূপে জনা আৱশ্যক। তেহে লোকে বিধি, নিষেধ আৰু তাৰ দণ্ড জানে। গুৱাহাটীৰ শ্ৰীযুত কালীৰাম বড়ুৱাই এই বিপুঞ্জয় প্ৰকাশ কৰাত ধন্যবাদ

পাবলে যোগ্য হইছে। ইয়াক যদি অসমীয়াত ভাঙি ছাপিলে হেঁতেন আৰু উপকাৰৰ সম্ভাৱনা; কিয়নো সংস্কৃত ভাষা জনা পণ্ডিত বিনে আনে ইয়াক বুজিব নোৱাৰে। ভৱদেৱ আৰু হলায়ুধ নামে আৰু দুজন কামৰূপৰ স্মৃতিকৰ্ত্তা আছে। এওঁ বিলাকৰ ধৰ্ম্ম শাস্ত্ৰকো প্ৰচাৰ কৰা উচিত।

জয়দেৱ কৃত গীতগোবিন্দ। বঙ্গ দেশৰ বীৰভূম অঞ্চলৰ কেন্দুবিল্ব নামে গ্ৰামত জয়দেৱৰ জন্ম হয়। কোন সময়ত তেওঁৰ জন্ম তাক নিৰ্ণয় কৰা কঠিন। জয়দেৱে গীত গোবিন্দ নামে এখনি সংস্কৃত কাব্য ৰচনা কৰে। ইয়াত গীতৰ নিয়মে শ্ৰীকৃষ্ণৰ লীলা বৰ্ণনা কৰা আছে। জয়দেৱ কৃষ্ণ ভক্ত আছিল। শ্ৰীৰাধাই খেতিয়া শ্ৰীকৃষ্ণৰ ওপৰত মান কৰি বহি আছিল শ্ৰীকৃষ্ণে ৰাধাৰ মান ভঞ্জনৰ নিমিত্তে অনেক কাকুতি মিনতি কৰিলে। পুৰাণাদিত লিখা আছে যে শ্ৰীকৃষ্ণে শেষত ৰাধাৰ চৰণ মস্তকত লই প্ৰাৰ্থনা কৰাত মান ভঞ্জন হ'ল। এই মান ভঞ্জন বৰ্ণনা কৰাত জয়দেৱে কৃষ্ণই ৰাধাৰ পদ মস্তকত লোৱাৰ কথা কেনেকৈ লেখে ই-য়াকে ভাবি নাপালে। কৃষ্ণক এনে হাস্যাস্পদ কৰা তেওঁ ভাল নেদেখি সেই বিৱৰণৰ শ্লোকটী শেষ নকৰাকৈ জয়দেৱ স্নান কৰিবলৈ গল। ৰাধাৰ চৰণ মস্তকত লোৱা কৃষ্ণৰ পক্ষে অতি প্ৰিয়। কি জানি এই বিৱৰণ জয়দেৱে নেলেখে এই ভাবি শ্ৰীকৃষ্ণই জয়দেৱৰ ৰূপ ধাৰণ কৰি ঘৰলৈ আহিল। তেঁওৰ পত্নী পদ্মাৱতীএ সুধিলে কিয় ইমান সোন কালে আহিল। জয়দেৱ-ৰূপী কৃষ্ণে উত্তৰ কৰিলে বিশেষ কাৰণত আহিলোঁ। পাছে পদ্মাৱতীএ তেঁওক ভাত দিলে। তেঁও খালে আৰু পুথীলেখা চাইলে গই পুথী মেলিলে। এনেতে প্ৰকৃত জয়দেৱ স্নান কৰি তিতা কাপোৰে ঘৰলৈ আহিলত

তেঁওৰ ঘৈণীএকে বিস্ময় মানি কলে "প্ৰভো! এতিয়াহে আহাব কবি পুথী লেখিবলৈ গই আকৌ দেখোন আহিল। মই আপোনাব প্ৰসাদ লই এই মাত্ৰ উঠিছোঁ। জয়দেৱ আক বিস্ময় হ'ল। পাছে কাপড় সলাই পুথী লেখা চাবলৈ গই দেখিলে সেই আদৰণীয়া শ্লোকটীৰ এইৰূপে পাদ পূৰণ হই আছে। "দেহি পদপল্লবমুদাৰং"। জয়দেৱে অতি বিস্ময় হই জানিলে শ্ৰীকৃষ্ণে নিজে তেঁওৰ ৰূপ ধাৰণ কবি পাদ পূৰণ কবিলে। পৰিশেষত শ্ৰীকৃষ্ণে ভোজন কৰা অন্ন শেষ তেঁওৰ পত্নীএ ভোজন কবিছিল, তাৰ যি অন্নশেষ তাক জয়দেৱে শ্ৰীকৃষ্ণৰ "ভুক্তাৱশেষ" বুলি ভক্ষণ কবিলে। জয়দেৱৰ বিষয়ে এইটী প্ৰবাদ সৰ্ব্ব সাধাৰণত চলিত আছে।

জয়দেৱৰ ৰচনা অতি সুৰস, ভক্তিৰস পৰিপূৰ্ণ। গোপী আক কৃষ্ণৰ সৰল উদাৰ প্ৰেম ইয়াত সুন্দৰৰূপে বৰ্ণিত আছে। কাকুতি বৰ্ণনাত জয়দেৱ সৰ্ব্বোৎকৃষ্ট। এই পৰ্য্যন্ত "জয়দেৱ কাকুতি" আমাৰ সৰ্ব্ব সাধাৰণ মানুহে কাকুতিৰ উচ্চ সীমা বুলি ব্যৱহাৰ কবে।

সংস্কৃত গীত গোবিন্দ ৰাম সৰস্বতী বা অনন্তকন্দলী নামে কবিএ অনুবাদ কবিছে। এই জনা কবি শঙ্কৰ দেৱৰ সমকালজ। এঁও পুৰাণ ৰামায়ণ প্ৰভৃতি কেইবা খনি পুথিও অনুবাদ কবিছে। গীত গোবিন্দৰ অসমীয়া অনুবাদ পদ্য-চ্ছন্দে কৰা হইছে। এই ভাঙনি যদিচ মূলৰ সদৃশ হোৱা নাই তথাপি ইয়াতকৈ বিশুদ্ধ ৰূপে কৰা টান। বাঙ্গালা ভাষাত আজি ৫০ বছৰৰ ভিতৰত পুৰাণ প্ৰভৃতি সংস্কৃত পুথী অনুবাদিত হবলৈ ধৰিছে; ইয়াৰ পূৰ্ব্বে অলপ পুথী মাত্ৰ ভঙা হইছিল। জয়দেৱে যত যি ৰাগ আক তালেৰে গীত

ৰচিছে ৰামসৰস্বতীএ সেই ৰাগ আৰু তালৰ উল্লেখ কৰিছে, এই গীত গোবিন্দৰ অনুবাদ গুৱাহাটীৰ শ্ৰীযুক্ত কালীৰাম বৰুৱাই মুদ্ৰিত কৰি প্ৰকাশিত কৰিছে। এইৰূপে পুৰণি পুথি বোৰ মুদ্ৰিত আৰু প্ৰকাশিত হলে বড় উপকাৰ। আমাৰ দেশৰ বিদ্যোৎসাহি সকলে এই জনা প্ৰকাশকক উৎসাহিত কৰা উচিত।

চাণক্য শ্লোকৰ অসমীয়া ভাঙনিৰে সইতে বস্থ ৰথ চৌধুৰি কৰ্ত্তৃক প্ৰকাশিত। আমি শকতে বাঙ্গালা ইস্কুলত পঢ়াত চাণক্য শ্লোক পাঠ্য পুস্তকৰ শ্ৰেণীত আছিল এতিয়া গুছিছে। আমাৰ বিশ্বাস আছিল বাঙ্গালা ভাষাতহে চাণক্য শ্লোক অনুবাদিত হইছে, এই পুথি পাবৰ পৰা আমাৰ সেই ভ্ৰম দূৰ হ'ল; আমাৰ অসমীয়াতো চাণক্য শ্লোকৰ ভাঙনি আছে। প্ৰকাশকে নিজেও কিছুমান ভাঙিছে। এই ভাঙনি দিয়াত বেয়া হোৱা নাই; পুথি ভাল হইছে। এক ভাষাৰ পৰা আন ভাষালৈ নিয়া বড় কষ্টসাধ্য হলেও প্ৰকাশকে যত্নত অকৃতকাৰ্য্য হোৱা নাই।

বস্ত্ৰশিক্ষা—শ্ৰীযুত লক্ষ্মীৰাম বড়া প্ৰণীত। আমাৰ লাগতিয়াল কিছুমান বস্তুৰ সংক্ষেপ গুণ আৰু বিবৰণ এই পুথীত দিয়া হইছে। ইয়াক পঢ়িলে আমাৰ দেশৰ লৰাছোৱালীএ বিশেষ উপকাৰ পাব। আ, ব,

---

# অসমীয়া আৰু বিদেশী সাজ।

উপযুক্ত সময়তে "দেশীয় পৰিচ্ছদৰ" বিজ্ঞ লেখক জনে আমাৰ পিন্ধা কাপোৰৰ দোষগুণ বিচাৰত হাত দিছে।

বিদেশীৰ পৰিধানৰ অশোভা আৰু অনিষ্ট-কাৰিতা দেখুৱাই তেওঁ যিবিলাক লেখিছে সকলো বিলাক সঁচা, কিন্তু পঢ়োঁতে পঢ়োঁতে হঠাৎ আমাৰ মনতো কেইটামান ভাব উঠিল, আৰু সেই ভাবৰে বশীভূত হই আমি ও "পোষাকৰ" সম্পৰ্কে দুটিমান কথা লেখিবলৈ আগ বাঢ়িলোঁ।

"দেশীয় পৰিচ্ছদ" লেখকৰ প্ৰধান আৰু প্ৰথম আপত্তি এই যে বিদেশীৰ পোষাক পিন্ধিলে, পিন্ধা জনক পোষাকৰ পৰা স্বদেশীয় মানুহ বুলি চিনাটান"। এতিয়া এই সম্পৰ্কে দুটিমান কথা লেখাৰ আগেএ আমাৰ দেখা উচিত যে "দেশীয় পোষাক" কি? আমাৰ আসাম দেশৰ সাধাৰণ পোষাকত কোনো এটা এনে বিশেষত্ব আছেনে নাই যি চকুত পৰিলেই তৎক্ষণাৎ সেই পোষাকেৰে শোভিত জনক অসমীয়া বুলি চিনি উঠিব পাৰি। আমি সম্প্ৰতি পুৰুষ-পোষাকৰ সম্পৰ্কে দুআসাৰ মান কওঁ। আসামৰ সাধাৰণ পোষাকী কাপোৰ—চুৰীয়া, চেলেং, আৰু মিৰ্জাই চোলা এটা। উৎকৃষ্ট পোষাকত পাগুড়ি আৰু জামা চোলা। সদাই কোনেও পাগুড়ি আৰু আপাদলম্বিত জামা ব্যৱহাৰ কৰি নুফুৰে। কোনো ভাৱনাই-সবাহে বা কোনো বিশেষ উৎসব কাৰ্য্যত হে জামা চোলা আৰু পাগুড়ি ব্যৱহাৰ কৰা যায়। জামা চোলা আৰু পাগুড়ি যেতিয়া সদাই ব্যৱহৃত নহয়, আমি এনে পোষাকৰ কথা ধৰিব লাগিব যে সাধাৰণ-সমাজে সৰ্ব্বদাই যাক পিন্ধি থাকে অৰ্থাৎ চুৰীয়া, চেলেং আৰু চোলা।

এতিয়া বঙ্গদেশ আৰু উড়িষ্যাদেশৰ পোষাকৰ কাষে মন কৰা যাওক। মগধত একোৰে ঠিক নাই। তাত নিতৌ নন কথা শুনি, নন কাৰ্য্য দেখি, নতুনত্বৰ সোঁতত সাঁতৰি

থাকে—নগৰত বৰ্ণশীল-স্পৃহা নাই। বিবিধ লোকৰ যাতা-য়াতত বিবিধ আভাস পাই নগৰীয়া সদাই বহুৰূপী হই থাকে। এই নিমিত্তে আমি জাতীয়-পৰিচ্ছদৰ সম্পৰ্কে গাওঁত গাঁৱলীয়া ইতৰ ভগাপোজা বিচাৰিব লাগে—সেই ভগা-পোজাত জাতীয়ত্ব মেপালে আন ঠাইত নাই। বঙ্গালী আৰু উড়িয়া গাঁৱলীয়াৰ পৰিধানলৈ যদি আমি মন কৰো তেনেহলে দেখিম—উভয়েই চুৰীয়া পিন্ধিছে, সামান্য কুৰ্ত্তা চোলা পিন্ধিছে আৰু চেলেং একোখনি লইছে। এনে পোষাকৰ এজন অসমীয়া, এজন বঙ্গালী আৰু এজন উড়ি-য়াক যদি কোনো প্ৰদৰ্শনীত উলিওৱা যায় তেনেহলে কোনো দৰ্শকে এই তিনিজন মানুহক তিনিখন ভিন্ন ভিন্ন প্ৰদেশৰ অধিবাসী বুলি ঠাৱৰ কৰিব নোৱাৰিব।

লেখকে "স্বদেশীয়" আৰু "বিদেশীয়" এই শব্দছুটি এই কেই ফাকিৰ ভিতৰত কি ভাবেৰে ব্যৱহাৰ কৰিছে বুজিব পৰা নাই। ভাৰতবৰ্ষ গোটেই খনকে যদি তেওঁ স্বদেশ, আৰু ভাৰত-ব্যতীত অন্যান্য ঠাইকহে বিদেশ বুলিছে তেনেহলে দেখিব যে সমগ্ৰ ভাৰতৰ ভিতৰত এটা জাতীয় পোষাক নাই। আৰু যদি আসামকে স্বদেশ আৰু আসামক এড়ি আন আন ঠাইক বিদেশ বুলি ধৰিছে তেনেহলেও দেখিব যে ভাৰতবৰ্ষৰ অন্তৰ্ব্বৰ্ত্তী বহুত প্ৰদেশৰ সাধাৰণ পৰিচ্ছদ প্ৰায় একেই। এড়িয়া, বঙ্গালী, আৰু অসমীয়া পোষাকেৰে যেনে প্ৰায় একেই ৰাজপুত আৰু মহাৰাষ্ট্ৰ ও প্ৰায় তদ্ৰূপেই। পোষাকৰ জাতীয়ত্ব বিচাৰি এই জনেই ৰাজপুত আৰু এই জনেই মহাৰাষ্ট্ৰী বুলি চিনি উঠা টান।

ভাৰতবৰ্ষত পোষাকৰ এনে বহুৰূপতা গুণ আৰু এই অৱস্থাক উদ্দেশ্য-কৰি লেখকে দেশৰ গাত যি অলপ অপ-

মানৰ ছিটা পেলাইছে, আমি এইটি কথাত অমত হলোঁ। একে ৰজাৰ শাসনৰ তলত থাকিলে, একে ধৰ্ম্মী ৰজাৰ ৰুচিৰ মতে চলিলেই কোনো বিষয়ত কোনো পৰিবৰ্ত্তন নঘটে। কিন্তু ভাৰতবৰ্ষ বহুতবাৰ বিভিন্ন ধৰ্ম্মী ৰজাৰ শাসনত পৰিছে। সেই কাৰণে এই পৰিবৰ্ত্তন একো অপমানৰ চিহ্ন নহয়। কিয়নো ৰজাৰ সময়ে সময়ে, কাল বুজি আমি ৰাজকীয় পোষাকৰ অনুকৰণ কৰিবলৈ সময় মতে বাধ্য হওঁ। এই নিমিত্তে আমি কেতিয়াবা কেতিয়াবা অৰ্দ্ধ সাহাব আৰু অৰ্দ্ধ মুসলমান হ'ব লাগে।

আমাৰ ভাৰতবৰ্ষৰ জাতীয় পোষাকৰ ঠিক মোহাব্রাত দুগুণ হইছে, ইউৰোপৰো জাতীয় পৰিচ্ছদ সম্পৰ্কে তেনে-কুৱা এটি সঙ্কট আছে। আমাৰ তেও অল্প বিশেষত্বই আছে, কিন্তু ইউৰোপৰ হলে প্ৰায় অধিকাংশ প্ৰদেশবাসীৰে জাতীয় পৰিচ্ছদ হেটকোট পেণ্টেলুন। পাছে তেওঁ লোকৰ কি দশা হব? অৱশ্য "ফেশ্বনৰ" দাস হই যি বিলাকে উৎকট জহতো মোমৰ কাপোৰ ব্যৱহাৰ কৰে—মোমৰ কোট-পেণ্টেলুন পিন্ধে সি নিন্দনীয়, কিয়নো তেওঁলোকে ভিন্ন উদ্দেশ্যেৰে সেই কাপোৰ ব্যৱহাৰ কৰে বুলি অনুমান কৰিব পাৰি।

তিৰোতা-পোষাক। তিৰোতাৰ পিন্ধা-উৰা সম্পৰ্কে প্ৰবন্ধ লেখকে যি গোটাচেৰেক কথা কৈছে, সেই কথাবিলাক গোটেই যুক্তি-সঙ্গত। আমি ও তাৰ বৰ্ণে বৰ্ণে অনুমোদন কৰোঁ। আমি যে আগগুড়ি মেচাই, বুবুজি চকু মুদি পৰৰ সকলোকে অনুকৰণ কৰিম—পৰৰ সকলো ভাল, নিজৰ ভাল ও বেয়া একে ভাবিম,ই গোটেই ভ্ৰান্তিমূলক কথা। আমাৰ থিয়া-মেখেলাই তিৰোতাৰ শৰীৰ যিমান আবৃত ৰাখে, আৰু

বিহামেখেলা পিন্ধিলে তিৰুতাক দেখিবলৈ যেনে শুৱনি আৰু ধুনীয়া দেখি শাৰীয়ে সিমান কৰিব নোৱাৰে। যিমান কি সূচক সজালনীএ শাৰী নিপিন্ধক, শাৰীৰে সুন্দৰৰূপে শৰীৰ ঢাকিব নোৱাৰে। সেইটো পিন্ধোতাৰ দোষ নহয়— এখনীয়া কাপোৰৰ দোষ। আমাৰ যুবা মানুহৰ মুখে এক্ষেত্ৰা এটি কথা শুনিবলৈ পোৱা যায় যে যোৱাৰীৰ গেৰোয়া দেখিলে পুৰুষৰ আয়ুঃশ্ৰী ক্ষয় হয়। এই কথাটো গলন্দুয়া নহয় ইয়াত সাৰ আছে ; তালকে অলপমান পৰ গমি চালেই বুঢ়ালোকৰ উদ্দেশ্য বুজিব পাৰি। শাৰী ব্যৱহাৰ কৰা তিৰুতা বিলাক কেতিয়া ও এই কথাৰ অনুবৰ্ত্তিনী হই চলিব নোৱাৰে।

শিক্ষা সাজটি বৰ উজুহোৱা উচিত। আৱশ্যক মতে অতি সোনকালে যেন খহোৱা হব পাৰে, চকুৰ পলকতে যেন সলাই ল লব পাৰি এই দৰে সুবিধা চাই সাজলোৱা কৰ্ত্তব্য। আমাৰ বিহা-মেখেলাৰ সাজটি ও এই সুবিধাৰ ওপৰতে নিৰ্ম্মিত। সাজ উজু ও হব লাগে, অথচ সাজ পিন্ধিলে শিক্ষাৰ উদ্দেশ্যও সফল হব লাগে—যি সাজেৰে এই দুইওটা কথা সিদ্ধি পায়, আমাৰ মতেৰে সেইএ উত্তম সাজ। বিহা-মেখেলাতকৈ শাৰীত কম জঞ্জাল হয়—কিন্তু শাৰীত আবুৰ কম বুলি আমি আগে এ কই আছিলোঁ, এতিয়া আকৌ শাৰীৰ কথা নকওঁ। প্ৰবন্ধ-লেখকে যে পাৰিলে তিৰুতাক ইংৰাজী পোষাকত অনুকৰণ কৰিবলৈ কৈছে তাকি ভাবে কথাহে উনুকিয়াইছোঁ। এই মন্তব্যটো আমাৰ মতেৰে অলপ অমিল হল। সৰ্ব্ব সাধাৰণতঃ মেম আৰু কিৰিজিয়নী বিলাকে ইয়াত কি পোষাক পিন্ধে—বাডি-লেটি-লোয়া গাউন আৰু জেকেট। লেখকে বোধ কৰোঁ সেই পোষাককে

অনুকৰণীয় বুলি কৈছে। ধুন কৰিব লাগিলে অৱশ্যে সেই পোষাক পিন্ধিলে শুৱায়। কিন্তু যদি কাৰ্য্যলৈ মন কৰা যায়, তেনেহলে আমাৰ বিহা-মেখেলাৰ সাজেৰে কাৰ্য্যত তিৰোতাৰ লঘু-হস্ততা দেখুৱাব পাৰিব, গাউন পিন্ধা তিৰোতাই সিমান সুচকতা দেখুৱাব নোৱাৰিব।

সাধাৰণ-সমাজলৈ চাব লাগিলে আমি দেখিম যে ধুনীয়া কাপোৰেৰে গা সজাই ধুন মাৰি বহি থকা তিৰোতাৰ সংখ্যা নিচেই তাকৰ। আমাৰ ইয়াত তিৰোতাইএ গৃহকৰ্ম্মৰ অধিষ্ঠাত্ৰী দেৱী—সংসাৰৰ প্ৰধান প্ৰধান সকলো আৱশ্যকীয় কাৰ্য্য বিলাক তিৰোতাৰ হাতেৰেই হয়। এনে অৱস্থাত তিৰোতাৰ গাত গাউন-জেকেটৰ দৰে জপৌ জপৌ সাজ দিলে সাংসাৰিক কাৰ্য্যত তিৰোতাই বৰ ব্যাঘাত পাব। মেম-সাভক সকলে আমাৰ ইয়াত বাবেচুৰ্চি খানচামা আৰু বাবুচিৰ ওপৰত হুকুম চলাবলৈ পাই, গাউন পিন্ধি ধুন মাৰি বহি থাকে—সেই নিমিত্তে কাৰ্য্যত গাউনে কিমান বিঘিনি জন্মায়, তাৰ তত নেপায়। যত তেওঁলোক নিজেই নিজৰ বান্দী—নিজৰ হাতেৰেই সকলো লাগতিয়াল বন কৰি লব লগীয়াত পৰে, সেই ঠাইত (বিলাতাদি মাতৃ ভূমিত) তেওঁ-লোকে এই ধুনী-সমাৰ্জ্জনী সাজৰ পৰিবৰ্ত্তে খৰা-গাউন ব্যৱহাৰ কৰে। খৰা-গাউনতকৈ যে আমাৰ স্বদেশীয় বিহা-মেখেলা শতগুণে উৎকৃষ্ট আৰু তাৰ আদুৰ জ্ঞান তাক সকলোৱে পলাগিব। লেখকৰ এনেকুৱা উদ্দেশ্য ও হব পাৰে যে কাৰ্য্যৰ সময়ত আমাক বিহা-মেখেলা ব্যৱহাৰ কৰি ধুন মৰাৰ সময়ত গাউন ব্যৱহাৰ কৰিব পাৰে, কিন্তু আমাৰ ধুনীয়া বিহা-মেখেলাকেই আমি সেই সময়তো আমাৰ তিৰো-তাৰ উপযোগী পোষাক বুলিয়েই অনুমান কৰোঁ। গাউন-

পিন্ধা বহুত বিবীয়ে বহুত সময়ত কাপোৰ পিন্ধিবৰ বেলিয়া বেহাবাৰ সাহায্য খুজিব লগীয়াত পৰে। কিন্তু অসমীয়া তিক-তাই এনে কি লাজতো কাৰো আগত কপোৰকে ন লগায়।

তিকতা-পোষাকৰ ভিতৰত আমাৰ মেখেলা সৰ্ব্বাঙ্গ-সুন্দৰ। বিহাৰ অলপ দোষ এই যে, বিহা ললে ঠাইএ ঠাইএ গা উদঙ্গ হৈয়ে থাকে। আমাৰ প্ৰবন্ধ-লেখকে কোন্নাৰ লবে এতিয়া বিহাৰ তলত যে বহুতে চোলা পিন্ধিবলৈ ধৰিছে। তাৰ পৰা বিহাৰ দোষটো তল পৰি গুণ বৃদ্ধি হইছে। আহা কাৰ্চ্চিপৰ বনকৰা বা সুন্দৰ কিংখাপৰ মেখে-লাৰ ওপৰত চোলা পিন্ধাই উৎকৃষ্ট বাবানসী বিহাৰে একজনা ৰূপসী অসমীয়া তিকতাক সজাই তুলিলে, শাৰী পিন্ধা বঙ্গালনী বা গাউন-পিন্ধা ফিৰিঙ্গনীয়ে ও অসমীয়ানীকে একাৰ নেত্ৰ কৰি চাব।

প্ৰবন্ধ-লেখকৰ লগতে অৱশেষত আমি সমস্বৰে পুৰুষৰ সাজৰ দোষ আৰু তিকতাৰ সাজৰ উৎকৰ্ষতা স্বীকাৰ কৰি উঠি অহা শিক্ষিত ডেকা সকলক তিকতাৰ সাজৰ ভিতৰত নাৰীক মুদ্ৰমাৰলৈ আৰু সমাজৰ অধিনায়ক সকলক পুৰুষৰ এটা নতুন সাজৰ সৃষ্টি কৰিবলৈ প্ৰাৰ্থনা কৰি প্ৰবন্ধৰ সমাপন কৰিব খুজিলোঁ। আজি কালি আমাৰ যি বিলাক ডেকাই খৰচ কম কৰি নিজৰ তিকতাক শাৰী পিন্ধাই সাজোঁটে প্ৰভৃতি ৰূপ ছুটকা বা এটকা সাঁচিবলৈ আয়োজন কৰিছে, আমি বোধ কৰোঁ। ডেওঁলোকে এতিয়া নিজৰ ভ্ৰম দেখিব আৰু "আহ্লাত মিদিয়ে লোণ পিটিকাত খায় চাবি গুণ" ইয়াকে ভাবি যেন সেই ভাব এৰি দিয়ে এই প্ৰাৰ্থনা।

ৰ. মহন্ত

# আসাম-বন্ধু।

## মাসিক পত্ৰ।

“নচ জ্ঞানাৎ পৰং বলম্।”

প্ৰথম খণ্ড।] আশ্বিন শক ১৮০৭, ইংৰাজী ১৮৮৫। [ নৱম সংখ্যা।

## আগৰ দিন এতিয়াৰ দিন।

### শাসন-বিচাৰ।

সাধাৰণ শাসন বা বিচাৰৰ নিমিত্তে কোনো লিখিত ব্যৱস্থা বা কাৰ্য্য বিধি নাই। সাধাৰণ বিবেচনা আৰু জ্ঞানৰ নিয়মেৰেই বিচাৰ আৰু শাসন হইছিল। কেৱল উত্তৰাধিকাৰীত্ব স্বত্ব নিৰূপণত কেতিয়াবা দায়ভাগ বা আন পুথীৰ মত সভাপণ্ডিত বা আন পণ্ডিতে দিছিল। কোনো অপবাদ বা আন কেতবোৰ ধৰ্ম্মসংক্ৰান্ত দূষনীয় কাৰ্য্যত বিপু[illegible], ভৱ-দেৱ প্ৰভৃতি শাস্ত্ৰকাৰৰ মত গ্ৰহণ কৰা হয়। বিপু[illegible] আৰু ভৱদেৱ শূলপাণি হলায়ুধৰ ব্যৱস্থা আৰু গজাজল স্মৃতি এই দেশত চলিত। দায় ভাগো অপ্ৰচলিত নাছিল। অনেক বিষয়ত বঙ্গ দেশৰ ব্যৱস্থাতকৈ মিথিলাৰ ব্যৱস্থা প্ৰচলন

আছিল। সভা পণ্ডিত, অধ্যাপক, মহন্ত সকলেই ব্যৱস্থাদাতা আছিল। দেশৰ সমুদায় ৰাজস্ব বিভাগৰ কাৰ্য্য উজনীত হলে বড় বড়ুৱা. গুৱাহাটীত বড় ফুকনৰ হাতত আছিল। মজুমদাৰ বড়ুৱা, কাকতী এই সকলৰ হাতত দেশৰ মাটী বাড়ী খাজনা মাশুল ইত্যাদিৰ কাকত আৰু হিসাব আছিল। পাইকৰ চমুৱা পাইকৰ মাটীৰ হিসাবো এঁও বিলাকৰ হাতত আছিল। বড় ফুকনৰ অধীনৰ যি ঠাই তাৰো মাটী বাড়ী খাজনা, পাইক, কাড়ী, চমুৱা ইত্যাদিৰ হিসাব উজনীৰ মজুমদাৰ বড়ুৱাৰ হাতত থাকে। রুদ্রসিংহ স্বৰ্গদেৱৰ দিনৰ পৰা এই কাকত "পেড়া কাকত" বুলিছিল। এই কাকতেই দেশৰ সকলো বিষয়ৰ মূল বিষয়। ৰজাৰ আজ্ঞা নহলে ইয়াৰ কোনো কথা পৰিবৰ্ত্তন হ'ব নোৱাৰে। মাটীৰ হলে পৰগণা, তালুক, গাঁও, টাঙনী ডিহি ভাগ আছিল। যেন যেন মানুহৰ বিভাগতহে প্ৰসিদ্ধ। রুদ্রসিংহ স্বৰ্গদেৱৰ দিনতে যি বিভাগ হ'ল এই সময়তো সেই বিভাগেই প্ৰায় লৰচৰ নোহোৱাকৈ আছিল কামৰূপত হলে মুসলমানৰ মাটী বাড়ীৰ যি বিভাগ আছিল সেইএই চলিছিল। ইয়াৰ পূৰ্ব্ব অধ্যায়ত যি বিষয়াৰ বিবৰণ লেখা গইছে সেই বিষয়া সকলেই শাসন কাৰ্য্য কৰিছিল। কামৰূপত বুজৰ বড়ুৱা বড় কায়স্থ. চৌধাৰী, পটোৱাৰী, তালুকদাৰ, ঠাকুৰীয়া প্ৰভৃতি বিষয়া আছিল। কোনো বিভাগৰ শাসন কাৰ্য্যৰ জন্যে নানা নামৰ শক শক বিষয়াও আছিল।

দেশৰ পক্ষে উজনীৰ হলে বড় বড়ুৱা ভাটীৰ হলে বড় ফুকন প্ৰধান বিচাৰকৰ্ত্তা। আন বিষয়া সকলে আপোনাৰ অধীন ঠাই বা খেল বা খেলৰ হে সাধাৰণ বিষয়ৰ বিচাৰ কৰে। স্বৰ্গদেৱ সকলো বিচাৰ আৰু শাসনৰ মূল।

স্বৰ্গদেৱে আপোন ইচ্ছাৰে বা কেতিয়াবা কোনো জনা ডাঙৰীয়া বা ডাঙৰীয়া সকলৰ পৰামৰ্শ লৈ শাসন বা বিচাৰৰ আজ্ঞা প্ৰকাশ কৰে। আম ডাঙৰ বিষয়া সকলে নিজ মুখে সদাই সোধ নকৰে। কটকী বা বড়া, কি আনে সেই বিষয়াৰ সন্মুখতে অথবা আঁতৰত গুচৰীয়া পদকীয়া আৰু সাক্ষীৰ মুখ শুধি বিষয়াত জনালে বিষয়াই আজ্ঞা দিয়ে; সেই মতে আচৰণ হয়। কথা জনোৱা সকলৰ এই-ৰূপ কথা জনোৱাৰ বৰ ক্ষমতা আছিল। কেতিয়াবা বিশেষ কোনো লোকে কাৰণ উপস্থিত হোৱা চাইলে গইও সোধ শুধি আহি বিষয়াত জনায়। বিষয়াই সিদ্ধান্ত কৰে। কেতিয়াবা আকৌ কেইবা জন সমজুৱা নিযুক্ত হয় সেই সকলেও সোধ কৰে। গাঁওত আৰু খেলত হলে সেই গাঁওৰ বা খেলৰ মুখ্য মুখ্য লোক সকলেই বিচাৰ কৰিছিল। মহন্ত সকলেও আপোন আপোন সত্ৰ আৰু ধৰ্ম্ম আচাৰ নীতি সম্পৰ্কীয় বিষয়ৰ বিচাৰ কৰে। কোনো কোনো সত্ৰ সম্পৰ্কীয় বিবোধত হাতেলেখা সিদ্ধান্ত পত্ৰ হয়। কোনো ব্ৰাহ্মণক ৰজাঘৰৰ পৰা ব্ৰহ্মত্তৰ দিব লাগিলে অথবা দেৱত্তৰ ধৰ্ম্মত্তৰ বৃত্তি দান কৰিলে তামৰ ফলিত স্বৰ্গ দেৱৰ সিংহছাৰ মৰা সনদ দিয়া হয়।

বিচাৰ সম্বন্ধে কোনো কোনো সময়ত খাটনি চলিছিল। "খাটনি লোটনি" এটা কথা প্ৰসিদ্ধ। সাধাৰণ বিবোধ কেতবোৰ, বিষয়াই পুৱা বা আবেলি বহি থকাতেই সোধ কৰি মীমাংসা কৰিছিল। সেই সময়ে অনেক ডাঙৰ লোকেও লেখিব পঢ়িব নাজানি ছিল তথাপি তেঁও বিলাকৰ বুদ্ধি বিবেচনা ন্যায়পৰায়ণতা। স্মৃতি শক্তি বৰ বিচক্ষণ আৰু চোকা আছিল।

শাস্তি অতি কঠিন আছিল। স্বৰ্গদেৱে যথেচ্ছাৰূপে দণ্ড কৰিছিল। ডাঙ্গৰীয়া সকলে ধুমেৰে খুণ্ডি বা টোম বান্ধি পানীত পেলাই প্ৰাণ মাৰিব পাৰে; অস্ত্ৰাঘাতে বা আনৰূপে প্ৰাণ বধ কৰিব নোৱাৰে। চকু কঢ়া, আঁঠুৰ ঘিলা কঢ়া, নাক কাণ কটা শাস্তিও ডাঙ্গৰীয়া সকলে দিব পাৰে। বড় বড়ুৱা আৰু আন ফুকন বড়ুৱাই আপোন আজ্ঞাৰে ভঙ্গাপতা কৰিব পৰা বিষয়া বা পাইকৰ নাক কাণ কাটিব পাৰে আৰু তাতকৈ ওপৰ শ্ৰেণীৰ লোক হলে গঁতা, গঁড়াল, কোব, ঢকা মৰোৱা দণ্ড দিব পাৰে কিন্তু স্বৰ্গদেৱৰ আজ্ঞা লাগে। চৰাৰ ফুকন, কেৰ বিছনি পোৱা চমুৱা ফুকন, বৰ ভণ্ডাৰ বড়ুৱা, প্ৰভৃতি মেলভগিয়া ফুকন বড়ুৱা পৰ্য্যন্তে নাক কাটিব নোৱাৰে কিন্তু ওপৰত কোৱা আন দণ্ড কৰিব পাৰে। টেকেলা দুলীয়া এই দুখেল ৰাজকৈ সেই দণ্ড কৰিব পাৰে। এই খেলৰ লোকক কোব, ঢকা, গঁতা, গঁডাল এনে দণ্ডহে কৰিব পাৰে। কামৰূপৰ বড়ফুকনৰ ক্ষমতা অধিক। ডাঙ্গৰীয়া সকলৰ দৰেই তেঁও দণ্ড কৰিব পাৰে। ইয়াৰ কাৰণ এই যে তেঁও দূৰৈত থাকে। চোৰৰ প্ৰাণ দণ্ড পৰ্য্যন্ত দণ্ড হয়। ৰাজদ্ৰোহত প্ৰাণ দণ্ড। শালত দি বত্তশীত দিও প্ৰাণ দণ্ড হয়। আন দণ্ড বিষয়ে অপৰাধৰ বিশেষ নিৰ্ণয় নাই। উজনীত হলে জেৰেঙ্গা নামে ঠাইত চাউডাঙ্গে প্ৰাণ বধ কৰে। গুৱাহাটীত এই কাৰ্য্য কৰা লোকক বুৰুক বোলে।

---

## কটকী উকীল তোলা।

অসমৰ ৰজাৰ দিহঁত এই দেশতৈ ভিন্ন দেশৰ কটকী বা

উকীল আহিলে যিরূপে ভেঁওবে গুৱাহাটীৰ বড় ফুকনে সম্ভাষণ কৰিছিল তাৰ বিবৰণ তলত এখান কটকী যুবজীৰ পৰা তুলি দিয়া হ'ল। ইয়াৰ পৰা পাঠক সকলে কিছু পৰিমাণে আগৰ দিনৰ "দৰবাৰ" আৰু ৰাজনীতিৰ নিয়ম জানিব আৰু সেই সময়ত আমাৰ ভাষাৰ অৱস্থাও জানিব পাৰিব।

"শ্রীশ্রীগৌৰীনাথ ৮ স্বৰ্গ দেৱৰ আজ্ঞাবে শুক্রেশ্বৰ ঘাট মন্দিৰত সন্দিকৈ গগৈবড়ফুকন, সন্দিকৈ বড় ফুকন, মিৰি সন্দিকৈ ডেকা ফুকন, চেটীয়া ফুকন, দিহিঙিয়া ফুকন, সকলো ফুকন ৰাজখোৱাত ৮ দেৱৰ আজ্ঞাবে দিচিয়াল শিৰ কটকীএ খৈৰামৰ উকীল* তুলিবলৈ আজ্ঞা কলেহি। সিইঁত পৰদেশিলোক, ফুকনে ব্যৱস্থাবে তুলিব-এইরূপে আজ্ঞা হলত. ১৭০৮ এই শকত বৈশাগৰ ৪ দিন শাকাত শুক্রবাৰে আন্ধাৰ পূৰ্ব্বে, ভওক দক্ষিণে. গড়ৰ পশ্চিম কালে — খাজি খোৱা গড়ৰ ভিতৰত ঘাটী ৯ পুৰা. তাৰে মাজত মেল কৰা চড়া ২ টা, পশ্চিমৰটো কুজিঘৰ. এটা বড উত্তৰা-দক্ষিণা; পুৱা পশ্চিমাটো আঠকোঠা. কৱা যোল হতিয়া কুজিঘৰটো ওপৰে ঢেকেৰি চৰাবে চাইছিল। তলকালে আতলচেৰে চাইছিল. খুটাত বানাত মেৰাইছিল, বড় ফুকন বহাটো খুটাত তাচ কাপৰ মেৰাই ছিল কপয়ালী। ই কেইটাত বানাত মেৰাইছিল তাতে তিনিখলপিয়াকৈ তেতী কৰি কলাপাত পাৰি তাৰ ওপৰে বানাত পাৰিছিল। চাৰি-ও কালে বানাত পাৰিছিল। আগকালে বনকৰা বানাত দুখান ওপৰে ঘৰত দুকৰিয়া পাম কটা, তাতৰৈ, পিতলৰ চাৰিচুকে ওঁৰ চাৰিটা, ঘৰৰ চাৰিও কালে ভাঁৰ বান্ধি বানাত

* খৈৰাম পৰ্ব্বতীয়া খাশিয়া প্রদেশৰ এখান প্রদেশ।

আবিছিল। আগে বড় গাক সোনোৱালি, তাচৰ সক গাক চাৰিটা বামাতৰ, উত্তৰ কোঠাত ক্ৰমে পানি ফুকন ডেকা ফুকন বৰা দুখলপিয়া ভেটীত এখনিয়া দৰে ঢৰা চাল কঠ তলচা ওপৰত বামাত, আগতো বামাত, দক্ষিণ কোঠাতো, ক্ৰমে দিহিঙ্গিয়া ফুকন চেটিয়া ফুকন সেইদৰে বহিছিল। বেস্‌ চকেদ। দুইঘৰৰ মাঝত মাৰুৰাৰ খুটা হালধিয়া, দৰি কাপৰে চাইছিল, তাত ডাঁৰ দি বণ্ডালি কাপৰ দিছিল, তাৰ ওপৰে বড় ফুকনৰ পোনে গোমচেং দিছিল। মাৰুৰাৰ তলত ভিতৰ কালে বড় ধুপ লগাইছিল। বাজকালে ফুলৰ গছ দুডাল, তাৰ কাখৰত মৈৰা পাখিৰ বড় বিচুনি দুখন পাছ কালে তাল পাতৰ বিচনি ধৰিছিল। তাৰ পাছে তামুলি লিগিৰা দুৱঁা পোৱালী বহিছিল, তাৰ মাথে আৰ-কাপৰ তৰিছিল। বড়টো ঘৰত তলে ওপৰে খুটা চড়ি, ভেটীতো, বাৰাহেতি কাপৰে চাইছিল। ফুজিঘৰৰ কোখৰ কোঠাত খৰ্গা পাৰি সভা পণ্ডিত বোৰ বহিছিল। চমুৱা বোৰ মলমা কৰা চাল তৰোৱাল লই বহিছিল। ক্ৰমে মাম কোঠাত বাজখোৱা বোৰ ভেটিকৰি তলচাৰ ওপৰত বামাত পাৰি বহিছিল। মাম কোঠাত কটকি কাকতি দলৈ। মামৰ দুই কোঠাত দৰজি দুই বজা ভেটী কৰি বামাত পাৰি বহিছিল। আগত গাক কাইঁৰ সবাই আবোৱানো ধৰি-ছিল। মাম কোঠাত টুপত দলৈ কাকতি টুপত দুয়ো কালে কঠপাৰি হাজবিকিয়া দক্ষিণ কালে মুৰৰ কোঠাত টেকেলা বড়া তামুলি চমুৱা মাম দুই কোঠাত দিখৌ মুখিয়া আনো বাজখোৱা। মাম দুই কোঠাত কটকি, মজুমদাৰ, মামৰ কোঠাত দৰজি, বেলতলিয়াৰ দৰে বহিছিল। কোঞৰ ইত কঠৰ ওপৰত খৰ্গাত বহিছিল। মামৰ কোঠাত কাকতি দলৈ, তাৰ মামৰ

কোঠাত থানি বজা ভেটিমাই—তলচাব ওপবত থাকাতত বহি-ছিল. সক গাৰ। মহম্মদাবব কঠব ওপবত দলিচা, কটকি কাকতি দলৈব খন্দা, সভা পণ্ডিত বহাপোমে দুই কোখে খলাত বড় ঝাপি ওপবত কাপবে চাইছিল। মাজে খাট এড়ি দুয়ো কালে গায়ন গাইছিলে। তাব মাজে হাতি দুটা সজাই থোয়াইছিলে। তাব মাজে খন্দা হিলৈ বড়টো চড়াব মুখলৈকে ববহাত মান সকহাত মান। পিঠা সোলোঙ ত্রুনক ডোয়া পাতিছিল। তাব মাজে দুয়ো কালে থামাংতৰ, মুখ চালিদিলা. কুহম বুলিয়া খোড়া পাতিছিলে, গাখো খোবে হাতিয়াব লৈ আছিল। তাব উত্তব দক্ষিণে চালি কবি বড়ুয়া বড় কাণচোখাবি পটোয়াবি খন্দা দলিচা পাবি বহিছিল। পালিব-মুবে দুয়ো কালে হাজবিকিয়া বোব কঠ খন্দাপাবি বহিছিল। চৌমেবে তিনি সবিয়াকৈ ছিলই তাব ভিতবে সালঙ্কৃত কবি হাতি ত্রকুবি আঠোটা। আক ভিতবে খোড়া বেছব দবেবে আঠি ববচা রূপব আঠি খচু কাব শেল টাঙ্গনলৈ ন সাবিয়া বেছ। বড় চড়াব মাজব পোমে খলাত দক্ষিণে ক্রমশঃ নাচিছিল। সকলো লোক কাচিপাবি বহিল। গড়ব বাজে পূবকালে বাটব দুয়োকালে বনিয়া পোহাবি হঁতে খন্দা দলিচাত বহি আগত পকোয়া নলিবে ধোঁয়া খাইছিল। কাঁহ পিতলব সবাইব ওপবত হটালৈ তামোল খাইছিল। পোহাব দিছিল। সোণালি রূপালি সকলো বিধব পোহাব দিছিল। ক্রীয় বিক্রয় কবিছিল। রূপ সোণা বহু সাজ দামকৈ থইছিল। দুয়বিয়াও বহিছিল চকিলৈকে পোহ্যবি। পোহাবি দুকালে কাম-রূপি দবজি চেঙা চমুবা সকলোবিধ লোক আছিলে। গড়ব দক্ষিণে থানি দুয়বিয়াব গাবো খোব ফুকলি যাবি চাল বাক

খেলাইছিল। এই রূপে বেহু কবোৰা মিলাচিঙ্গ বড়া বাৰু-এতি। তিনি পৰ মবাত বড় কুকন গৈ বেহু হাট সকলকো চাই খাজি খোয়া সোমাই ডাওড়াই চড়াইৰ পাখি পাগৰ ওপৰত, মকৰ কুণ্ডল, শিৰ পেস কল্কি, পৰিধানকৈ আহি বহি সকলকো ফুল চন্দন দিয়াই বাম চৰণ বডাক পাচিলে, খইবাঘি বজাই পাঁচা উকিলক আনিবলৈ। ধৰম দুৱাৰ পৰা বেশা তিনি দণ্ড থকাত সিঁইতক বাম চৰণে আনিলত বাটত ফুজি ঘৰৰ পাচতে মানান দেহুলিয়া দলৈবোৰ আগত সৰা-ইলৈ বহিছিল। আবেথা বড়া, ষিও, গেঁধেলা টেকেলা ইঁত সহিতে বাটৰ পৰা লগালাগি আনি বাট ঘৰৰ পৰাই সাজ ঠাইত আঠু পৰাই, টুপত ভেটি সবাই পাতৰ ওপৰত থই সেৱা কৰি পাতত বহিল খাড় কোঁয়ৰ থিয়হৈ আছিল। পাছে বগা খজা পাৰি এহিল টেকেলা বড়া ভোলাইএ ভেটালে বোলে ৺ দেৱ খইবাম বজাই পটোৱা খাড় কোঁয়ৰ চয়দাঁতিৰ বড়ুয়া পোৱালি ১টী কটকি তিনি এইইত মানুহে বানত তিনি সবাই তাও তিনি সবাই আতলচ ৬ সবাই মচক তিনি সবাই চিত ৪ সবাই লঙ্গ জাই ৪ সবাই ঢাল দুখান তবোৱাল দুখাম ছিলৈ দুটা ভেটী ৺ দেৱৰ চৰণত সেৱা কৰিছে। সেৱা কৰি বহিল। বড় ফুকন ৺ দেৱে বোলে মজুমদাৰ কেমাই সিইঁতত সোধ, ইইঁত জেখম আছে তেখম খৈবামি বজা খল পৰ্ব্বতি লোক জন সহিতে কুশলে আছে এই রূপে সুখিলত মজুবায়ে বোলে আমাক জেখম পঠাই তেখম শ্রীশ্রী স্বৰ্গনাৰায়ণ ৺ দেৱ ঈশ্বৰৰ চৰণত শৰনা-পন্ন হবাৰ নিমিত্তে আমাক জেখন পঠাই তেখম খৈৰাম চাহাৰ ইঠাইৰ কুশল, নাই লস্কৰ খল পৰ্ব্বতি লোক জন সমন্নিতে কুশল, পৰে কিহৱ ঈশ্বৰ ইচ্ছা কৰ নোৱাৰি। এই রূপে

জনালত বড় ফুকন ৺দেৱে সিইঁতত কলে খৈবামি থল পৰ্ব্বতি লোক জন সহিতে কুশলে থাকিব আমাব এই ইপিলত আক সিইঁতক কি কাৰ্য্যে পঠাইছে। মজুৰায়ে বোলে মজুম্‌দাবত জনোৱা আগে ৺দেৱ সকলে যি আজ্ঞা কৰিছে তাক শিৰত তুলিলৈ জনালত গৈ থলত থকা খাড় কোঁৱৰ বজা পোৱালি ৫টী সহিতে আমাক পঠাইছে. বোলে আমি ৺দেৱৰ শৰনিয়া হলো আগে যিবলিছে তাকে নিৰ্ব্বন্ধকৈ লৈ আহৈছে। হাতিগড়ে মাটীগড়ে নিবন্ধ পাল সেৱা কৰি থাকিব লাগি আক হৰি পৰায়ণ হই জীৱৰ কুশল যি হয় তাক ৺দেৱ সকলে জানে আক কথা জনাবলৈ আছে। এই ৰূপে মজুম্‌দাৰে কেমাই কটকিত্ৰ জনালত বোলে ৺দেও দেৱতাৰ আজ্ঞাৰে খাড় কোঁৱৰ মৰো লুক বুড়ি লুক খুস নৰনেঙ্গ খোপাতি মৰজা মজুবাই কটকি এই ইঁতত সোধাহল এইৰূপে জনাইছে আতে ৺ ফুল চন্দন তামোল পান দিব দি বোলে মজুম্‌দাৰ কেমাই সিইঁতক খৈবাম বজাৰ ৺ ঈশ্বৰৰ চৰণত শৰণাপন্ন হৈ ভদ্ৰৰূপে চিন্তি থাকিলে কিনো সিদ্ধিক মনত্তিব ? এখন ইইঁত থকা ঠাইতে থাকোক গৈ যেখন বিদায় দিয়া যাই নিৰ্ব্বন্ধ কৰি বোলা যাব। ও সেৱা কৰি হুইকি উঠি গলত দবস্ত্ৰ বেল ভলিয়া বাখিক বিদায় দি পঠাই সকলে সহিতে আছিল আক অহা কালত শিলাচলৰ বত গাছা দুটা লগাই ছিলে বড় ফুকনৰ আগত গন্ধ হুৱা শলা ১ গাছ লগাইছিল।”

---

# পত্নী-বিলাপ।

মুক্তাৱলী ( অসমীয়া-সুৰ ) *

১

উঠা প্ৰাণেশ্বৰ, কৰিছোঁ কাতৰ
শ্ৰুতি সুখকৰ, শ্ৰীমুখৰ স্বৰ এ—
কৰিয়া সাদৰ, শুনোৱো বাৰেক মোক।
চোৱা চকু মেলি, বোৰ-ঠৈস ঠেলি,
মকৰিবা বেলি, যাই প্ৰাণ গেলি এ—
উঠি কৰা কেলি, পাহৰোহোঁ যত শোক॥

২

অনাথিনী কৰি, কিবা দোষ ধৰি,
গৈলা পৰিহৰি, দাসী বৈলোঁ পড়ি এ—
বাৰেক সুঁৱৰি, কিয়নো নেচোৱা ফিৰি।
দিৱস-শৰ্ব্বৰী, চিঁয়ৰি চিঁয়ৰি,
বোৱাৰী জিয়ৰী, বাগৰি বাগৰি এ—
কান্দে সব সৰি, শুনি প্ৰাণ যায় মৰি॥

৩

হেনয় নিদয়, নহবা বান্ধ'য়
কৰিছো বিনয়, পৰাণে নসয় এ—
হইয়া সদয়, বাৰেক দাসীক চাই।
সংসাৰত ময়, একেশ্বৰী হই,

---

* যি সকল পাঠকে মুক্তাৱলীৰ সুৰ জানে তেঁওঁলোকে সেই সুৰ মতে গাই পঢ়িলে এনেই পঢ়ি যোৱাতকৈ বেচি সোৱাদ পাব।

পুত্র কন্যা লই, কাবনো আজয় এ—
লইয়া সময়, কটাম দিয়া উপায়।

৪

উঠা শীঘ্র কবি, মাটিত বাগবি,
মাথাকাছা পড়ি, চবণত ধবি এ—
মাতিছোঁ পামবী, উঠা উঠা মোব প্ৰাণ!
সুখতে বৰ্দ্ধিত, দেখ সুললিত,
কোমল তুলিত, শুইছিলা নিত এ—
কিনো বিপবীত, বিধি কবিলি বিধাম।

৫

পবব সুখত, তোব অনুবত,
জ্বলে অবিবত, হিংসাব-জুই যত এ—
সুখ কবি নষ্ট, সুখী তাব বিধি তয়।
ধিক তোব প্ৰাণে, ধিক তোব জ্ঞানে,
ধিক তোব মানে, মতেক বিধানে এ—
পবস্ত্ৰীয়ে হাসে, নিতান্তে যাব হৃদয়।

৬

সংসাব কাননে, আমি দুয়োজনে,
আনন্দিত মনে, নিঃশঙ্ক-জীৱনে এ—
ফুবিছিলোঁ যেনে, হবিণ হবিণা দুই।
কেতিয়াও কাব, একো অপকাব,
নকবো এবাব, তই দুবাচাব এ—
সুখত আমাব, কেনেই জ্বালিলি জুই।

৭

এটাক বধিলি, কি লাভ লভিলি,
ইটোক এৰিলি, কিয় নেমাবিলি এ—

অনাথা কৰিলি, মম অভাগিনীক কিয় ?
শূন্য হৃদি লই, থাকিলোহাঁ মম,
প্ৰাণ নিলি তব, ভেল যেন হয় এ—
দেহ আছে বই, কেনেই তাকো নিনিয় ?

৮

সকলোৱে কয়, বাৰী হলু মম,
মৰিল বান্ধ'য়, পৰাণে নসয় এ—
ভাবোহোঁ নিৰ্দ্দয়, গালি দিছে যেন মোক।
হেন দুৰ্ব্বচন, শুনি ও শ্ৰবণ,
অবিশ্বাসী মন, নহয় ভগন এ—
আছয় জীৱন, হৰি ! সহি এত শোক ॥

ৰ মহন্ত,

---

# কীৰ্ত্তন।

আমাৰ দেশৰ কীৰ্ত্তন পুথী এখানি মহাবস্তু। ইয়াক শঙ্কৰদেৱে নানা সংস্কৃত পুথীৰ পৰা সঙ্কলন কৰিছে। কোন সময়ত এই পুথী ৰচনা কৰে ইয়াক উলিওৱা টান। শঙ্কৰ দেৱ তেঁওৰ জন্মভূমি বড় দোৱাত থাকোঁতেই এই পুথী তেঁও লিখে ; যি পিনত বহি আক বি শিলিখ। গছত সময়ে সময়ে আউজি তেঁও কীৰ্ত্তন লেখে তাক আজিলৈকো বড় দোৱাত ভকত সকলে দেখাই দিয়ে। শিলিখা গছ এই পৰ্য্যন্তে এটলিয়া হই থকা দেখি। কছাৰীৰ উপদ্ৰৱত যেতিয়া বড় দোৱাৰ পৰা শঙ্কৰ দেৱ সপৰিবাৰে পলাই যায় তেতিয়া শঙ্কৰ দেৱে লেখা কীৰ্ত্তন ধৰতে পাহৰি গ'ল। আদ বাটৰ

পৰা আছি অকলে তেওঁ ইয়াক লই যায়। এনে প্ৰবাদ আছে বোলে শঙ্কৰ দেৱৰ ৪০ বছৰ বয়সত কীৰ্ত্তন পুথীলেখা শেষ হয়। সেই হলে ১৪১১ শঁকত এই পুথী শেষ হয় কিয়নো তেওঁৰ জন্ম শঁক ১৩৭১৭—যোঁৱা কটা বেল গুড়ীত এই পুথী শেষ হয়।

কীৰ্ত্তন আমাৰ দেশত যেনে প্ৰসিদ্ধ আন কোনো পুথী তেনে প্ৰসিদ্ধ নহয় খড়ি কটীয়াই খড়ি কাটোঁতে ডোমে মাছ মাৰোঁতে কীৰ্ত্তনৰ পদ গায়। নাম হৰিসেৱা, বিয়া, সভা, দিনৰ প্ৰসঙ্গ সকলোতে কী্ত্তন পাঠ হয়। মঙ্গলচো-ৱাত মঙ্গলতিএ কয় " ৭ আখ্যা কীৰ্ত্তন পঢ়াবা ৭ জন ভক-তক ৰগা বাউল বগা পাছুলিবে থুয়াবা ভাল হ'ব"। সামান্য সভা হলে কীৰ্ত্তন পাঠ হয়। যি সকলে শঙ্কৰ দেৱক গ্লানি কৰে সেই সকলেও সেই সমস্ত কাৰ্য্যত কীৰ্ত্তন পঢ়ায়। বিয়াত জন্মাষ্টমীত কি আন পৰ্ব্বত কীৰ্ত্তনৰ নাম আৰু পদ তিৰুতা বিলাকে গায়। আমাৰ মানুহৰ ঘৰত থাপনাৰ প্ৰধান পুথী কীৰ্ত্তন। আমাৰ সাধাৰণ নৰ নাৰী প্ৰজাই বেদ পুৰাণ ভাগৱত প্ৰভৃতি শাস্ত্ৰৰ নামহে শুনিছে কীৰ্ত্তন-কেহে বেদ পুৰাণ বুলি জানে। শঙ্কৰ দেৱৰ মুখ্য উদ্দেশ্য সাধৰণত তেওঁৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ। সেই উদ্দেশ্য কীৰ্ত্তনৰ দ্বাৰাই বিশেষ ৰূপে সাধিত হইছে।

সাধু সমাজত বাৰ্ত্তা আছে যে শঙ্কৰ দেৱে " দেৱ, নাম ভকত বা ভকতি " এই তিনিধাৰা ধৰ্ম্ম প্ৰচাৰ কৰিলে আৰু এই কাৰণেই তেওঁ বৈকুণ্ঠৰ পৰা আহে। তেওঁৰ শিষ্য মাধৱ দেৱে " গুৰু " বিষয় প্ৰচাৰ কৰিলে। দুইও এই বিষয়ত কৃতকাৰ্য্য হ'ল। কীৰ্ত্তনৰ মূল পদ। তাতেই শঙ্কৰ দেৱৰ " দেৱ " বা দেৱতাৰ পৰিচয় আছে। শঙ্কৰ দেৱে

নিবাকাব ব্রহ্মক মানিছিল কিন্তু তেঁও ব্রহ্মব অবতাব স্বীকাব কবিছিল আৰু তাকেই লোকক শিক্ষা দিছিল।

প্রথমে প্রণামো ব্রহ্মরূপী সনাতন।
সর্ব্ব অৱতাবব কাবণ নাবায়ণ ॥

ঈশ্বব সকলো অৱতাবব কাবণ বুলি সিদ্ধান্ত কবিএই স্থষ্টিকর্ত্তাব ব্রহ্মা বা ঈশ্ববব সৃজনি শক্তিব বিকাশব কথা কই মৎস্যাদি দশ অৱতাবব কথা কোৱা হইছে। দশ অৱতাব বর্ণনাব পাছত সনৎকুমাব নাবদ প্রভৃতি ২৪ জন ঋষিকো অবতাব রূপে ব্যাখ্যা কবিছে। ঈশ্ববে এইরূপে অৱতাব হই প্রাণীব উপকাব চিন্তিছে বুলি কইছে। ইয়াব পাছত নামব পবিচয় কই তাব অপবাধ বর্ণনা কবা হইছে। ইয়াব পাছত এই ঈশ্ববে যে পাষণ্ড সকলক মর্দ্দন কবে তাব বর্ণনা। আকাব হলেই তাব রূপ আৰু স্থান আবশ্যক সেই কাবণে ধ্যান আৰু বৈকুণ্ঠব বর্ণনা কবা হইছে। নিবাকাব ঈশ্ববক সাকাব বর্ণনা কবি অজামিলব উপাখ্যানব দ্বাবা নাজানি ঈশ্ববব নাম ললেও যে মুক্তি। ইয়াক জনোৱা হইছে। ঈশ্ববত ভক্তি কবিলে কোনো বিপদে নপর্শে আৰু হাততে ঈশ্ববক পায় প্রহ্লাদ চবিত্রব এই অভিপ্রায়। ঈশ্ববব মহিমাব আগব হবব তুল্য যে জানি জনো অপ্রস্তুত আৰু মুগ্ধ প্রাক অতি অসহনীয় আৰু দর্পব কার্য্য কবিলে যে দর্পহাবী ঈশ্ববে দর্পচূর্ কবে তাব কথা হব মোহন আৰু বলিছলনত বর্ণিত আছে। বড় বিপদত পড়ি ঈশ্ববক ভজিলে তেঁও যে উদ্ধাব কবে গজেন্দ্র মোক্ষণত সেইটো প্রকাশিত হইছে। ব্রহ্ম যে কৃষ্ণরূপে দৈবকীত অৱতাব হইছে আৰু মানুহব দবে তেঁও কার্য্য কর্ম্ম কবিছিল আৰু তাতেই ঈশ্ববীয় গুণ দেখাইছিল এই সমস্ত আৰু কৃষ্ণে যে

ভূমিৰ ভাৰ সংহৰণ আৰু দুষ্টকদমন কৰিছিল তাক শঙ্কৰ দেৱে দেখাইছে। পাছে কৃষ্ণৰ বৈকুণ্ঠ গমন পৰ্য্যন্ত বৰ্ণনা কৰি ব্ৰহ্মই যে কৃষ্ণ তাক দেখাইছিল সেই কৃষ্ণে যে নৰ-লোকৰ পৰা গৈ দাৰু ৰূপ উড়িষ্যাত জগন্নাথত প্ৰকাশ হইছে তাক প্ৰকাশ কৰিছে। এইৰূপে নিৰাকাৰ ঈশ্বৰক সাকাৰ বৰ্ণনা কৰি আজি কালিৰ মতে পাচনৈ উভটৈ জগন্নাথ ক্ষেত্ৰত থোৱা হইছে। নানা কৌশলেৰে শঙ্কৰদেৱে ব্ৰহ্মৰ অৱতাৰ বৰ্ণনা কৰি উভ উপায় দেখুৱাই তেঁওৰ দেৱতা-নাম আৰু ভকতি-প্ৰচাৰ কৰিলে। কীৰ্ত্তনৰ ভাষা এনেৰূপে সজোৱা হইছে যে তাক বঙ্গ বেহাৰ উড়িষ্যা উত্তৰ পশ্চিমৰ অনেক ঠাইৰ লোকে বুজে। শঙ্কৰ দেৱ প্ৰকৃত পক্ষে তেঁওৰ উদ্দেশ্য সাধনত যে কৃতকাৰ্য্য হইছে ইয়াত সংশয় নাই।

---

# কামৰূপীৰ পত্ৰ।

কাকা! খঙ্গ নকৰিবি! কাকাকে বুলোঁ। তুহনা আসমীয়া। খৰ্গৰপে আহ্‌ছাহ। আমি বোলাভিতে ঢেকেৰী। মৰ পৰমাৰা কামৰূপ জিলাত। ইওতে আমাৰ কামৰূপ এক্‌ছুমি সকালোনিকি তাদৰ আছিল। আমাৰ নাম ভাৰতৰ চাৰিও দিশি আছিল। তুহনাৰ ৰঙ্গপুৰ গড় গাঁও আমাৰেই আছিল। এখন যেনে আমাৰ নাও দুখা খাঁই। তেও আমি আমাৰ নামটো ৰাখি আছোঁ। আমি কামৰূপী। আমাক তুহনা ঢেকেৰী বুলি হাঁহাহ। সাহেব সিনাসাবে বোলে ভাৰতৰ মানুহ সিনাক কিবা "নিচিৰ" বুলি মাতেই। আমিও তোচৰ মনত যেনন নিচিৰ। কাক্য এই দেশত নিজনা কাকাত আছেই আৰু আছিল

সকলো ভুহমা আসমীয়া কেইটাবেহে। আসাম মিউস আসাম বন্ধু আসাম-বিলাসিনী আসাম দর্পন আসাম মিহিব সকলেতে আসাম আমাব কামরূপব মাবে নাই। সেই গিলাথিকি মহওক।" কাকা! আমাব হইও দুআসাব একাসাব কথা কবি। মকাই যেখাম দোবে ভুবক। "বি. কবে পবক তাব মিলে মবত" সঁচা। আমাক ঢেকেবী বুলি হাঁহাঁওতে ভুহমীও দেশোন এখাম "মিচিব" বুলি হাঁহেনি খাৱা হলি। .সিগ মা মকাঁওদে।

আগে-আহামব দিমত তাল মাবুহ ফুকাম বড়ুৱা গঁইাই সকালব গোলাম বান্ধা তকাত আছিল। পাছে সিগ মা ইংবাজব দিমত গুছিল। আবাব ডাক্তাব লোক সকলে মিজে এখান বন কবিখাবা লাগা পালেতিত পর্ছি। পাছে সেই সকালে আপনি বনো কর্বা মবেই ধমো মাই বড় দুঃখত পড়িছি। আমাব দেশত আন দেশব দবে ধন মাই। বিবাৱা গিলাস্যামে বিবৱ পালি মাহমু পায় তাবেই সকাল কাম চলেই পাছে এখান ইও নাই সিও মাই যাবে যেখাম খাম হছি। তাতেইহে কাকা! আগব ডাক্তাব মাহমু গিলা-সামব বড় বিপদ হছি। আগব শক গিলাসামে তাক্তাব আক ধমবন্ত হবা বর্ছি। কাকা! ইয়াব কথামো কি জামাহ? "আহামব টপমা ভিতবে কঁকমা।" ভুহমাব ফুকাম বড়ুৱা আমব খাকাব মাটী আক মবেই মাই। বত্তি পাই তত্তি খাকেই। আমাব কামরূপত হলি তেমাই কথা মাই। আসমীয়া তাবেবীয়া সকালে আমি ফুকাব বড়ুৱা বুলি বড় তেম মাবেই। কিন্তু কাকা। বয়া মাপবি। আয়াব গাঁওতে জনম্ব মাবে এটা ডোম আছিল। সি আজি দুবহব মাম হছি এটা বমেব জলকব মলাক। পাছে সি

মৰি গ'ল। এখান দেখোন তাৰ বুঢ়ো মাৰে ছলিটোই জনাৰ্দ্দন জনকৰ বড়ুৱা বুলি লেখেই। এটা বাবুণৰ ছলি শকতে বড় গাইগতি শকাত আছিল। তাক সকালে কোকোম্ম বুলি মাতিছিল। পাছে সি দেখোন তাকাৰ হই মুকাম হ'ল। কাকা! তুহনাৰ এনাই খিবেই আতে আকৌ তেম মাৰাহ! তাতেহে তুহনাৰ আপনা আপনি মুকাম, বড়ুৱা হই গাও বাখৰা মৰি এখান আপনা আপনি "বড়ু" বুলি চাৰিও কালে টাই মাৰি মুবাহ। এখান যোলে কিবা উনবিংশ শতিকা মিচা তেম এড়ি কেইন। আমাক চেকেৰী বুলি হাঁহ লোৰ নাই। সাহাৰে তলোক "মিচিপ" বুলিলৈ আক আপনা আপনি নিবেই লোৰা দেখুনি আক মোৰ হাঁহি উঠেই।

গ, চ,

---

## আমালোক।

পাঠক! তুমি এপৰত "আমালোক" দেখি পোনে পোনেই বিশ্বাস কৰিবা যে এই প্ৰবন্ধত আমাৰ দেশীয় বিলাকৰ কিবা কথা লেখা আছে, কিন্তু নহয়। "আমালোক" এই শব্দটোৰ বিষয়েহে আমি অলপ কবলৈ আগ বাঢ়িছো।

"আমালোক" এই শব্দটো আজি কালি কোনো কোনো শিক্ষিত অসমীয়া তেকাৰ মুখত তুমি অৱশ্যে শুনিছা, আমিও শুনিছোঁ। এই শব্দ আজি কালি কৰা কোনো কোনো অসমীয়া কিতাপতো দেখিবলৈ পাইছোঁহক। "আমালোক" এই শব্দ আধুনিক, ই কেতিয়াও অসমীয়া শব্দ নহয়, অত কি আজি যেতিয়া মই তেতিয়া অৰ্থাৎ ২২।২০ বছৰ পূৰ্ব্বে

আসামৰ কোনো অংশৰ ভদ্ৰ বা ইতৰ মানুহৰ মুখে আমি "আমালোক" শব্দ উচ্চাৰণ কৰা শুনা নাই। এতিয়াও এই শব্দ অনেক ভদ্ৰ লোকে ব্যৱহাৰ নকৰে বা কৰিব নাজানে। বোধ কৰো কোনো প্ৰাচীন অসমীয়াএ ই াক অসমীয়া শব্দ বুলি স্বীকাৰ নকৰে।

অনেকে কব পাৰে যে যেতিয়া "তুমি" "তোমালোক", "তেঁও" – "তেঁও লোক", হব পাৰে সেই স্থলত আমি— "আমালোক" নোহোৱাত আপিত্তি কি?" আপত্তি এই যে "তুমি"—"তোমালোক", "তেঁও"—"তেঁওলোক" ইত্যাদি আদৰ্শ দেখুৱাই "আমি" "আমালোক" কৰিব খোজা তেনে হলে "তয়—"তইঁত" "সি – সিইঁত" সূত্ৰ মতে "ময়" "মোহঁত" নহয় কিয়? বিশেষ তুমি আৰু "তেঁও লোক", কিন্তু অসমীয়াত "ময়" একবচন আৰু "আমি" বহুবচন, বহুবচনৰ আকৌ বহুবচন কি? বঙ্গালীত "আমি" "আমৰা" যেনে অসমীয়াত "ময়" আৰু "আমি" তেনে ইয়াক কোনে নাজানে? বিশেষ "আমালোক" শব্দ পূৰ্ব্বে কেতিয়াও কোনো অসমীয়াই ব্যৱহাৰ কৰা নাই সুতৰাং সি অসমীয়া শব্দ হব নোৱাৰে। এই শব্দ প্ৰথমে বঙালী মানুহৰ সংসৰ্গত থকা কোনো কোনো সামান্য মানুহৰ মুখে শুনিবলৈ পোৱা গইছিল; বোধ হয় সিইঁতে বঙালী কৰব হেপাহত "আমালোক" বঙালী শব্দ যেন অনুমান কৰি ব্যৱহাৰ কৰিছিল. তাৰ পাছত ক্ৰমে ভদ্ৰলোকৰ ল'ৰা বিলাকৰ মাজতো চলতি হৈছে।

আমালোক শব্দ যে পূৰ্ব্বে কেতিয়াও আসামত ব্যৱহাৰ নাছিল তাৰ প্ৰমাণ অনেক। প্ৰথমতঃ এই শব্দ প্ৰাচীন ভদ্ৰ ইতৰ অসমীয়াৰ মুখত শুনিবলৈ পোৱা নাযায়। এতিয়াও

"আমালোক" শব্দ যথাৰ্থ গাঁৱলীয়া অসমীয়াৰ মুখে ওলোৱা কোনেও শুনা নাই। দ্বিতীয়তঃ বেশ্যা বা বজৰুৱা দোকানী পহাৰী ভিকতাৰ বাহিৰে কোনো ভদ্ৰ বা ইতৰ শ্ৰেণীৰ বুঢ়ি, ডেকেৰী, বা ছোৱালীৰ মুখে "আমালোক" বোলা কোনেও দেখা শুনা নাই। "আমালোক" শব্দ অসমীয়া শব্দ হোৱা হলে, "তোমালোক", "তেঁওলোকৰ" দৰে ভিকতা সমাজৰ ভিতৰতো "আমালোক" শব্দ শুনিবলৈ পোৱা হল হেতেন। তৃতীয়তঃ শঙ্কৰ দেৱ বা তেঁওৰ পিছৰ কোনো অসমীয়া পুথিতো (পণ্ডৰ শব্দানুবোধতো) "আমালোক" শব্দৰ ব্যৱহাৰ নাই। "আমালোক" যে নিতান্ত আধুনিক শব্দ আৰু ই যে অসমীয়া নহয় তাৰ ইও এটা প্ৰধান প্ৰমাণ নহয় নে?

ম, ৰ, মহন্ত

মন্তব্য। এই ৰূপে অনেক বিদেশীয় শব্দ আমাৰ ভাষাত সোমাইছে আৰু ন শব্দ সৃষ্টি হইছে। বিদেশীয় লোকৰ সমাগমৰ দ্বাৰা এই দেশত অনেক নন শব্দ নন কথা নন ভাৱ নন আচাৰ প্ৰবৰ্ত্তিবলৈ ধৰিছে। এইটো উন্নতিৰ আৰু পৰিবৰ্ত্তনৰ চিন।

স,

---

# বিশ্বাস।

১

"বিশ্বাস" কথাটি কেনে মিথা মিথা লাগে।
কিন্তু ই কথাটি যেনে
অন্য কথাটিও তেনে
তেনে কিয় অন্তৰত সদায় 'ই' জাগে।

২

কিয় জাগে কোনে কব? কোৱা কোনো নাই
যি রূপে যেয়ে ভাবিব
সিয়ে সেই রূপে পাব
কিন্তু বিশ্বাসব অন্ত কোনেও নেপাই।

৩

বিশ্বাসেই সংসাবব এক মাত্র খুটি।
বিশ্বাস সবব মূল,
বিশ্বাসেই জাতি কুল
বিশ্বাস সকলো ধর্ম্ম কর্ম্মব পাখুটি।

৪

কোনো লোকে ঈশ্ববক দেখা পোৱা নাই,
কি, কোনোৱে ঈশ্ববক
দেখি আছি কোনোবাক
কইছেহি; এনে লোক-মুখে শুনা নাই।

৫

তথাপি অচলা ভক্তি ঈশ্ববব প্রতি।
কেৱল বিশ্বাস কবি
ঈশ্ববক মনে ধবি
কবে সেৱা সকলোৱে যাতে পাই গতি।

৬

বিশ্বাস এবকা হ'লে সকলো অসাব,
চন্দ্র সূর্য্য প্রাণ শূন্য
নাই পাপ নাই পুণ্য
ঈশ্ববব অস্তিত্বকে সকলে স্বীকাব।

৭

বিশ্বাস নহলে লোকে অন্ত এজনক
আশঙ্কা বিহীন হই
মন-কথা ভাঙি কই
নোৱাৰে কৰিব শান্ত আপন মনক।

৮

যি মানুহ সংসাৰত বিশ্বাস বিহীন,
দুঃখি জীৱ তাৰ দৰে
নাই পৃথিৱী ভিতৰে
তাৰ সম জগতত নাই উপা'হীন।

৯

ব্ৰহ্মাণ্ডৰ মাজে তই কি বস্তু বিশ্বাস!
তই নহলে সংসাৰ
মিছা কেৱল অসাৰ
সংসাৰৰ প্ৰাণ তই, প্ৰাণৰ বিশ্বাস।

১০

অধৰ্ম্মি কি ধৰ্ম্মি আৰু আস্তীক, নাস্তীক
তই সকলোৰ প্ৰাণে
বাস কৰিছ সমানে
সকলোৰে ওচৰত সমান আস্তিক।

১১

লোক ভেদে বেশে তোক বিভিন্ন ৰূপেৰে
পবিত্ৰ ধাৰ্ম্মিক জনে
পূজা কৰে তোক মনে
ৰসিকে কটাক্ষ কৰে প্ৰেমৰ চকুৰে।

১২

কাবো প্রতি কিন্তু নিদাৰুণ নোহ তয়

যিয়ে যি ভাবেৰে চায়

সিয়ে সেই ভাবে পায়

কেতিয়াও কোনো লোক বিফল নহয়।

১৩

বিশ্বাস! কত যে তোৰ মহিমা অপাৰ

সংসাৰত নেপাই কোনেও তোৰ পাৰ

তই নৰকৰ বথ

তই পুনৰ স্বৰ্গ পথ

তয়ে ব্ৰহ্মাণ্ডৰ মাজে সত্যৰ সাকাৰ

বিশ্বাস তয়ে যে বুৰি প্ৰণয় আধাৰ।

১৪

ভাবি আশা ভাবিময় তোৰ মুখ চাও

ময় যাৰ সি আমাৰ

এই কথা কৰি সাৰ

বিশ্বাস তোতেই ময় বিশ্বৰূপ পাও।

হে,

---

## সমাজিক।

নৰ জাতিৰ জীৱন মানসিক সম্বন্ধে দুটি অবস্থাত অতি-বাহিত হয়। প্ৰত্যেক মানুহেই দিনৰ ভাগত কাম কাজ কৰি আপোনাৰ জীবিকা উপাৰ্জ্জন আৰু আনৰ উপকাৰ সাধন কৰিবলৈ পুৰুষাৰ্থ কৰে। নিশা হলে সকলোকে পৰি-হৰি চিন্তা ভাবনা বিসৰ্জ্জন দি বিশ্ৰামৰ নিমিত্তে নিদ্ৰা দেৱীৰ

কোমল কোলাত আশ্ৰয় লয়। জগতত এনে কোনো মানুহ নাই যি শয়ন আৰু জাগৰণ এই দুই অৱস্থাৰ তত্ত্ব নেপায়। কিন্তু শয়ন অৱস্থাত আৰু এটি অৱস্থাৰ অৱস্থিতি আছে। তাক স্বপ্নাৱস্থা বোলা যায়। এই অৱস্থাৰ লক্ষণো সকলোএ ভালকৈ জানে। সকলো মানুহেই এদিন স্বপ্ন দেখিছে, এদিন স্বপ্নৰ সুখ ভোগ কৰিছে। এই অৱস্থা অতি অপূৰ্ব্ব আৰু অনিৰ্ব্বচনীয়। তাৰ গুণত মাগি খোৱা মগনীয়াই ও বহুৰ্ঁ সিংহাসনত উঠি লোকৰ ওপৰত হুকুম চলাবলৈ পায়, আৰু সপ্তদ্বীপা পৃথিবীৰ অধিপতিএও, মগনীয়াৰ মিচিমাকৈ দুৱাৰে দুৱাৰে মাগি পেট পুহিবলৈ পায়।

সপোনো বৰ আচৰিত বস্তু। তাৰ কুহকত পৰি মানুহে কি নকৰে কি নেদেখে আৰু কি নেপায়? দুখীয়া দৰিদ্ৰৰ ঘৰত সোণৰ ভড়াল হই পৰে। অপুত্ৰকৰ ঘৰত জগত মোহন সৰ্ব্বগুণে অলঙ্কৃত পুত্ৰ হয়। আৰু কোনোএ বা পৰম আদৰ ধনকো হেৰুৱাই বুকে কপালে হাত দি কান্দিবলৈ পায়। এই বহুৰূপী স্বপ্নৰ গতি বৰ কুটিল আৰু লক্ষণো বৰ জটিল, বেগতে তত ধৰিব নোৱাৰি। কেতিয়াবা দেখা যায় যে যিহকে বউকে ভাবি থকা যায় তাকে সপোনত দেখো। ইয়াৰ পৰা সিদ্ধান্ত কৰি থোৱা যায় যে অতি ভাবনাই সমাজিকৰ কাৰণ। কিন্তু কেই দিন মানৰ পিছত আকৌ সেই সিদ্ধান্ত অমূলক হই পৰে। যি মানুহৰ লগত এদিন মাথোন দেখা হৈছিল, যি মানুহৰ লগত এবাৰ মাথোন কথা হৈছিল, যি মানুহক আজি পাঁচ বা দশ বছৰ দেখা নাই তথা নাই চিন্তা নাই, আজি সেই মানুহে সমাজিকত আহি ওলাব, কত কথা কব, কত মিতিবালী দেখুৱাব আৰু কত লীলা খেলা কৰিব। এই বোৰ দেখি আগেএ কৰি থোৱা

সিদ্ধান্তটোক দলিয়াই পেলোৱা যায় আৰু মকৈ এটা কবি-বৰে বন্ধুহীন হওঁ ।

কিন্তু স্বপ্ন বহুৰূপীৰ কামত এনেহে পকা যে ৰাতিটোৰ ভিতৰত সাত কলপ ধৰাই এবাৰ সন্ন্যাসী এবাৰ বৈৰাগী, এবাৰ তাঁতী এবাৰ মুচি, আৰু এবাৰ বা খড়ি ভাৰী হৈ দৰ্শন দিয়েহি, তেও মানুহৰ ভেলেকি লগা চকুৰে চিনি ধৰিবই নোৱাৰি । যি যিহকে দেখুৱাই তাকে বিশ্বাস কৰে, যিহকে কয় তাকে সঁচা মিছা বিচাৰি চাবলৈ নোলায় । আন কি বিচাৰি চাবৰ যে ক্ষমতা আছে তাৰো জ্ঞান নাথাকে । কেৱল ইন্দ্ৰিয় শালী সজীৱ পুতলাৰ নিচিনা চাই মাথোন থাকে ।

ইয়াৰ কাৰণেই টোপনিৰ এটা বাহ্য লক্ষণ । চকু মুদি নিটল মাৰি, মৰলামচৰাকৈ হাত ভৰি মেলি পাটিত পৰি থকাৰ নামেই টোপনি নহয় । তাৰ আৰু কেইটা মান আন্তৰিক লক্ষণ আছে । টোপনিত মানুহৰ শাৰীৰিক যন্ত্ৰবোৰ সিথিল হয় আৰু তেজৰ গতিও মৃদু হৈ পৰে কেৱল নিশ্বাস মাথোন হাপৰৰ নিচিনা সমানে চলি থাকে । ইয়াত বাজে টোপনিৰ আৰু এটা লক্ষণ আছে, সেইটো তাৰ বাহ্য লক্ষণ । নিদ্ৰাগ্ৰস্ত মানুহৰ ইচ্ছা শক্তিৰ লোপ হয়, অৰ্থাৎ স্বাধীনত্বৰ জ্ঞান নাথাকে । সেই ইচ্ছা শক্তিৰ আকৌ আবিৰ্ভাৱ হলেই মানুহে টোপনিৰ পৰা সাৰ পায় । কিন্তু টোপনিত ইন্দ্ৰিয় বোৰৰ অৰ্থাৎ নাক কাণ আদিৰ আপোন আপোন কাম কৰিবৰ ক্ষমতা নাথাকে । ইয়াৰ পৰা কোনো লোকে ভাবিব পাৰে যে ইও এটা টোপনিৰ লক্ষণ । কিন্তু সেইটো ভুল । ঐন্দ্ৰিক শিথিলতা টোপনিৰ লক্ষণ নহয় । কিয়নো টোপনিতো মানুহে কেতিয়াবা শব্দ শুনে আৰু ফুল

মাছি গৰুবুক বলুৰ পোহ পায়। অথচ ইকানে চকু মুদি থাকে আৰু মাতিলে মাতো নপায় নোৱাৰে। যেতিয়া আমাৰ মোৰ চৌপথি থাকে তেতিয়া যে ইন্দ্ৰিয় বোৰৰ শিথিলতা জন্মে, পাতল চৌপথিত সিইতে সিইতৰ কাম কৰিব পাৰে। সমাজিকো এই অৱস্থাত অৰ্থাৎ পাতল চৌপথিতহে দেখা যায়। সম্পূৰ্ণ অৱস্থা বা দোৰ্গৌৰ নিদ্ৰাত সপোনৰ উৎ-পত্তি হব নোৱাৰে।

আগেএ কই অহা গইছে যে চৌপথিত মানুহৰ ইচ্ছা শক্তি লোপ হয়। সপোনতো সেই শক্তি লোপ হইয়েই থাকে। সেই দেখিহে মানুহে অমূলক কথাকে বিশ্বাস কৰি ভয় খায় আৰু মিচা কথাকো সঁচা বুলি দুখ শোক পৰি-তাপ আদিৰ অধীন হয়। এজন মানুহে সপোনত দেখিছিল, যে কোনোবাই হেনো তাৰ বুকা ছুৰিৰ হুগত পেলাই দিব খুজিছে। ইয়াকে শুনি তাৰ মনত মহা ভয়ৰ উৎপত্তি হল; ধুমুহা বতাহত কল গছৰ নিচিনা, তাৰ বুকু ঠক্ ঠক্ কৈ কঁপিবলৈ ধৰিলে, মুখ শুকাই কলাই যেন হল; গাৰ তেজ শিথিল হল; পেটত তোক পিয়াহ নাইকিয়াত পৰিল। এই সবে উৎকট ভয়ৰ এটাই ঘোৰ লক্ষণ দেখা দিলে। কিন্ত সেই মানুহ জনে এবাৰো ভাবি নেচালে যে সি সেই ঠাইৰ পৰা পলাই গই বা বজাৰ সহায় লই নিৰ্ভয়ে থাকিব পাৰে। এই ঘোৰ কথা তাৰ মনত মগজে আৰু পৰিবও নোৱাৰে। কিয়নো এই বোৰৰ লগত বিচাৰ শক্তিৰ বিশেষ সম্বন্ধ আছে ইকানে আৰো বিচাৰ শক্তিৰ লগত ইচ্ছা শক্তিৰ যোগ। কিন্ত ইচ্ছা শক্তি তেতিয়া লোপ হই আছে, সেই অৱস্থাত তাৰ অস্তিত্ব নাথাকে। এতেকে মানুহ জনে মিচা কথাৰ নিমিত্তে মহা ভয়ৰ বশীকৃত হই অতি কষ্ট ভোগ কৰিলে।

সমাজিক যে কেৱল আন্তৰিক কাৰণৰ বশৱৰ্ত্তী এনে কথা নহয়, বাহিৰৰ বস্তুৰ লগতো তাৰ ঘন সম্বন্ধ আছে। কেতিয়াবা দেখা যায় যে বাহিৰৰ বস্তুএও সপোনত দেখা বস্তুৰ লগত যোগ হই সপোনৰ গতি আন ফাললৈ টানি নীয়ে। এজনে সমাজিকত দেখিছিল যে সি হেনো এখান খুতৰিয়া শাকনিত সোমাই আছে। এনেতে ইফালে বাঁহত পাৰ পোৱালিএ মাতিছে। সেই মাত মানুহ জনে শুনিলে। কিন্তু তাৰ মনত তেতিয়া সি পাৰ পোৱালিৰ মাত যেন নালাগিল, শাকনিত সাপৰ পোৱালিয়ে মাত লগাইছে বুলিহে লৰালৰি কৈ তাৰ পৰা ওলাই আহি মুকলিত থিয় হল। ওপৰত কই অহা হইছে যে পাতল টোপনিত হে মানুহে সপোন দেখে, আৰু পাতল টোপনিত মানুহৰ ইন্দ্ৰিয় বোৰে সিইতৰ কাম কৰিব পাৰে। সেই দেখি যদিও মানুহ জন টোপনিত পৰি আছিল, তেও তাৰ কানে পাৰ পোৱালিৰ মাত শুনিবলৈ পালে। শ্ৰৱণ কাৰ্য্যত একো বাধা নজন্মিল। এই দৰে বাহিৰৰ বস্তুএ সপোনৰ ওপৰত কিছু কিছু ক্ষমতা চলায়। কোনো মানুহে জ্বৰ উঠা অৱস্থাত যদি সমাজিক দেখে তেন্তে সি সকলো বস্তুকে তপত যেন পাব। তপত বালিত ফুৰিব পাৰ; তপত বতাহ গাত লাগিব; তপত বস্তু খাব পাৰ; আৰু যিহতে হাত দিয়ে সেইএই ঘ ঘ কৈ তপত লাগিব।

মানুহৰ গভীৰ আৰু পাতল টোপনি চিনিব পাৰিলে তাক সপোন দেখুউৱাত একো টান নহয়। যেতিয়া সি পাতল টোপনিত পৰি থাকে তেতিয়া গই লাহে লাহে কানত কথা কলে যদি সেই শব্দত তাৰ টোপনি নাভাঙে, তেন্তে সি কানত কোৱা কথা বোৰ সপোনত দেখা যেন

পাৰ। কিম্বা গাত চেঁচা পানী লগাই দিলে, যদি পানীৰ শীতলতাৰ নিমিত্ত সাৰ নেপায় তেনেহলে সি ক'ৰবাৰ নইত পৰি সাঁতোৰা বা গা ধোৱা বুলি সপোন দেখিব। পাটিৰ ওচৰৰ বেৰত ঢুকু বা মাৰ মাৰিলে সেই পাটিত শুই থকা মানুহে ভয়ঙ্কৰ সপোন দেখিব। আন কি সমাজিকৰ ভয়কে সঁচা বুলি উঠি লৰ মৰাতো আটক নাই। এই দেখি বেজ বিলাকে কেতিয়াবা ম'ৰিয়াক সপোনৰ কথা সোধে। ম'ৰিয়াই কেনেকুৱা সমাজিক দেখে, পানীত পৰে নে বতা-হত পৰে এই বোৰ জানিবলৈ চেষ্টা কৰে। কিয়নো ইয়াৰ পৰা সেই মানুহ টৌৰ কিহৰ নিমিত্তে বা কিহৰ আধিক্যত ম'ৰিয়া হৈছে কিছু কিছু জানিব পাৰি। যদি সি সমাজিকত সদাই পানীকেহে দেখে তেন্তে তাৰ জলৰ দোষত ম'ৰিয়া হব পাৰে, যদি প্ৰায় বতাহহে দেখে তেন্তে বায়ুৰ দোষত ৰোগ হৈছে বুলি জানিব পাৰি। কিন্তু এই কথা যে সদাই সঁচা এনে নহয়। মাজে মাজে নিমিলিবও পাৰে। কিয়নো সপোন সদাই বাহিক কাৰণৰ বশৱৰ্ত্তী নহয়।

সমাজিকত কেতিয়াও আগেএ এদিনো নেদেখা নুশুনা বস্তু দেখা পোৱা নাযায়। আমি যি যি বস্তু সপোনত দেখোঁ তাক এদিন কেতিয়াবা দেখিছিলোঁ বা তাৰ কথা শুনিছিলো। কেতিয়াও নেদেখা মানুহক সমাজিকত দেখা নাযায় যাক দেখোঁ সি চিনাকি নহলেও, এদিন কৰবাত তাক দেখিছিলোঁ বা তাৰ কথা আনৰ মুখে শুনিছিলো। কিন্তু ইয়াতে কব পাৰি যে সময়ে সময়ে আমি পূৰ্ব্বে নেদেখা ঠাই, কেতিয়াও নেদেখা বস্তু সমাজিকত দেখোঁ। এই কথা সঁচা, কিন্তু সেই যে নেদেখা বস্তু প্ৰকৃতে নেদেখা বস্তু নহয়। তাৰ গোটেইটো একেবাৰে নেদেখিলেও অংশৰূপে তাক

আগেএ অৱশ্যে দেখা পাইছিলোঁ। আমি সপোনত এটা ছাগ মুখীয়া মানুহ দেখিব পাৰোঁ। এই ছাগমুখীয়া মানুহ আগেএ কেতিয়াও দেখা নাই। কিন্তু আমি ছাগলি আৰু মানুহ পৃথক্ পৃথক্ কৈ দেখিছোঁ, আৰু ছাগমুখীয়া মানুহটো দেখিবলৈ কেনেকুৱা হব মনে মনে ভাবি লবও পাৰোঁ।

এই প্ৰসঙ্গত আৰু এটা কথাৰ উল্লেখ নকৰাকৈ শেষ কৰিব নোৱাৰি। পৃথিবীত আমাৰ নিচিনা অনেক জীৱ জন্তু আছে। সিঁহতৰো আমাৰ নিচিনা সকলো জান্তৱ প্ৰবৃত্তি আছে। আমাৰ নিচিনা সিঁহতৰো কাম ক্ৰোধ লোভ মোহাদি সকলো আছে। পিছে সিঁহতে আমাৰ দৰে স্বপ্নৰ সুখ দুঃখ ভোগ কৰিব পায় নে নেপায় তাকে বিচাৰি চাব লাগিব। সিঁহতৰ জীৱনো যে শয়ন জাগৰণ এই দুই অৱস্থাৰ অধীন তাত একো সন্দেহ নাই। কিন্তু সপোন দেখে নেদেখে তাক বিচাৰ কৰি উলিয়াব লাগিব।

প্ৰথমে দেখা যায় যে পশু পক্ষীৰ জগত আমাৰ কিছু পৰিমাণে সম্বন্ধ আছে। কিন্তু সেই সম্বন্ধ আকাৰে নিচেই সৰু। সকলো বিষয়তে আমি সিঁহতৰ নিচিনা নহওঁ। সিঁহতে কোনো এটা কথা ভাল যে বেয়া গমি চাব নোৱাৰে, কেবল লোভ মোহাদি মানসিক আৰু ভোক পিয়াহ আদি শাৰীৰিক প্ৰবৃত্তিএ যেনিএই নিয়ে তেনিএই লৰি ফুৰে।

কোনো এজনী ছাগলিএ ভোকত আগত চাউলৰ খৰাহি দেখিবলৈ পালে কাণ মুৰ থিয় কৈ তাতে খেদা মাৰিব, আৰু যদি মানুহে খেদি নিদিয়ে তেন্তে সিঁহিঁতৰ মুখত চাউল মাৰি এটিও নোহোৱাকৈ চাউল খৰাহি গৰ্ত্তসাৎ কৰিব। কিন্তু মানুহ তেনেকুৱা নহয়। তাৰ ভোক লাগিলেও সি ভাতৰ কাঁহি ইচ্ছা কৰিলে গোটে মাৰি পেলাব পাৰে, লোভ লাগি-

সেও লোকৰ বস্তু গ্রহণ নকৰা কৈ থাকিব পাৰে। ইয়াৰ কাৰণ এই যে আমাৰ ইচ্ছা শক্তি আছে পশু পক্ষীৰ নাই। আমাৰ বিবেক আছে, সিহঁতৰ নাই। ইচ্ছা শক্তি যাৰ নাই তাৰ বিবেচনা থাকিব নোৱাৰে। কিয়নো মানুহে ইচ্ছা কৰিহে বিবেক শক্তিক চলাই। আগেএ দেখা গৈছে যে স্বপ্নাৱস্থাত ইচ্ছা শক্তিৰ লোপ হয়। এতেকে পশু পক্ষী আদি কৰি প্রাণী বোৰৰ স্বপ্নাৱস্থা আৰু জাগ্রতাৱস্থা একে অর্থাৎ আমাৰ স্বপ্নাৱস্থা আৰু সিহঁতৰ জাগ্রতাৱস্থাৰ ভিতৰত অলপহে ভিন আছে, স্বপ্নাৱস্থাত আমি চকু মুদি লৰিব নোৱাৰা হৈ থাকো, সিহঁতে জাগিবা চকু মেলি লৰি ফুৰিব পাৰে। আমাৰ জাগৰণ আৰু সিহঁতৰ জাগৰণ একে নহয়। সিহঁতৰ জাগৰণ কেৱল সপোন দেখা মাথোন। জাগৰণৰ প্রধান লক্ষণ আপোনাৰ অস্তিত্বৰ জ্ঞান থকা। পশু পক্ষীৰ নিজৰ অস্তিত্বৰ জ্ঞান নাই। এই বোৰ কাৰণৰ নিমিত্তে পশু পক্ষীএ চৌপনিত সপোন দেখা কথা মিছা। কিয়নো সপোন আৰু জাগৰণ পশু পক্ষীৰ পক্ষে এক কথা।

আৰু এটি কথা কই এই প্রসঙ্গ শেষ কৰা যাব। সুশিক্ষিত মানুহৰ ভিতৰতো কিছুমানে সপোন মাজে মাজে ফলে বুলি বিশ্বাস কৰে। এই বিশ্বাস যে তেঁও লোকৰ কিয় হয় তাক আমি ভাবি নেপাওঁ। যদিও কেতিয়াবা ঘটনা ক্রমে কোনোটো সপোন মিলে তেও সপোনটোক সঁচা বা সফল বুলি ধৰা অনুচিত। কিয়নো স্বপ্নৰ সফলতা কেৱল আকস্মিক ঘটনাৰ বশবর্ত্তী। কোনো দেৱতাই বা ঈশ্বৰে আহি কাইলৈ বা দুপাহ পিছে হব লগা কথাটো আমাক সপোনত দেখুৱাই নিদিয়ে।

এই বিষয়ে আমি আৰু বহুত কথা নকওঁ। যেতিয়া

সমাজিকৰ উৎপত্তি আলোচনা কৰিম তেতিয়া সপোনৰ সফলতা আৰু নিষ্ফলতাৰ বিচাৰ কৰা হব। স, ব,

---

# ঘৈনীৰ কৰ্ত্তব্য ও স্ত্রী শিক্ষা।

( ২৫২ পৃষ্ঠাৰ পৰা )

আৰব চিনাই "হৰমোহন" "ৰাসক্রীড়া" "বস্ত্র-হৰণ" "বিদ্যা-সুন্দৰ" পঢ়িবলৈ এড়ি দিয়া বোৱাৰী বা জিয়াৰী কিমান সচ্চৰিত্রা হয় তাক গমি চাবই পাৰি। মাকৰ ঘৰত জিয়াৰীএ যিখিনি শিকি যায়, গিৰিএকৰ ঘৰ পালে, স্বামীএ সেই খিনি শিকাক বিস্তৃত কৰি তুলিব লাগে। বিজনা বোৱাৰীয়ে এই দুইওটি শিক্ষা লাভ, তেওঁএই মানবী হইও দেবী—গৃহস্থৰ লক্ষ্মীস্বৰূপা, জীৱৰ ভক্তি-পাত্রী। যি পুৰুষেই এনে স্ত্রী-ৰত্নৰ অধিকাৰী হয় সংসাৰৰ ভিতৰত তেওঁএই ভাগ্যৱান, তেওঁএই অযোধ পুণ্যযে পুণ্যৱান।

এজন ইংৰাজ কবিএ মনুষ্য-জীৱনৰ সুখক উদ্দেশ কৰি কইছে "গুণৱতী স্ত্রীলোকেই সংসাৰৰ ভিতৰত প্ৰধানতম সুখ, তাৰ বিপৰীতেই মনুষ্য-জীৱনৰ চৰম বিপদ।"

এতিয়াৰ ছোৱালীয়ে লেখা পঢ়া শিকে—মজনাক বিনাই কথা লকৰলৈ—তেকাৰ লগত ৰহস্যালাপ বা হাস্য বিনিময় কৰিবলৈ। এই বিলাক মিছা নহয়, প্রত্যক্ষ প্রমাণ—এবিধ বা একজনকা শিকাৰ বা বুকনি মুখীয়া কৰি পঢ়ুৱাৰ কল। আমি লাহে-লাহে এই সম্পৰ্কে আৰু বহুত লেখিম—আমাৰ মনৰ কথা আজিলৈকে সম্পূর্ণ রূপে ব্যক্ত হোৱা নাই।

ৰ মহন্ত

---

# সমালোচনা।

( ২৮২ পৃষ্ঠাৰ পৰা )

"ধাত্ৰীশিক্ষা"—কামৰূপৰ সুবিখ্যাত শ্ৰীযুক্ত গোবিন্দৰাম চৌধুৰীএ পদ্যছন্দত ধাত্ৰীশিক্ষা পুথী এখনি ছপাই প্ৰকাশ কৰিছে। ইয়াৰ ভাষা অতি সৰল আৰু শীঘ্ৰে তাক বুজিব পাৰি। তিৰুতাৰ গৰ্ভধাৰণৰ পৰা প্ৰসৱ পৰ্য্যন্ত সকলো অৱস্থাৰ বিৱৰণ, ৰোগৰ ঔষধ উপায় সুললিতৰূপে লিখা হইছে। আমাৰ দেশৰ তিৰুতা বিলাকৰ অনেকেই ৰামায়ণ মহাভাৰত প্ৰভৃতি পদ পুথী আৰু নাম গুণ অনেক কণ্ঠস্থ কৰে আৰু সময়ে সময়ে তাক গায়। এই পুথীও যদি সেই ৰূপে তিৰুতা সকলে কণ্ঠস্থ কৰি সময়ে সময়ে ব্যৱহাৰ কৰে বড় উপকাৰ হয়। পুৰুষ সকলেও ইয়াৰ সমুদায় বিৱৰণ আৰু উপদেশ জানিলে বড় ভাল।

আ, ৰ,

---

# সাঁথৰ।

১। চিংপখিলা। তিনিমূৰ, দহঠেঙ ক'ত দেখিলা।

২। এফেলাতে ফেফেলা। একে জোপাগছতে মাছ, কপাহ, ফেফেলা।

৩। চল বুলিলে নচলে, নচলালেও চলিবাই। তোলে বান্ধিলে বামুনেও খাই।

৪। উপজি ৰক্তবৰ্ণ থাকে দিনাচাৰি। অনুদিনে হোৱে সিতো শিৰে জটা ভাৰী। দেৱৰাজ যুহি তাৰ সহস্ৰ লোচন। শেষ কালে হয় সিতো ধৱিত্ৰা বৰণ॥

৫। বিধিনিৰ বিচিত্ৰ তাৰ বাপ মাৱ। উপজিয়েই তালত ধৰে তাৰ নাই হাত পাৱ। যাদুমন্ত্ৰে কথা কয় কথাৰ নিৰ্ণয়। দুই বুঢ়া লগ লগে প্ৰাণৰ সংশয়।

৬। তপস্বী নহয় যুৰত জট। ক্ষত্ৰিয় নহয় যুদ্ধত শকত। পাৰত অস্ত্ৰলই যুজে। ভূতভবিষ্যত সকলোকে বুজে॥

৭। মুখ তুৰঙ্গম হস্তিৰ স্কন্ধ। কচ্ছপৰ আকৃতি সৰ্পৰ বন্ধ। পাৱত খড়্গা, মাথাত দুই তক্ত। লোক সবে বুজি চোৱা ই কোন জন্তু।

৮। হাত নাই ভৰি নাই নাহিকে চেতন। এক গোটা চকু তাৰ পিঠিত বদন। পৰৰ হস্তে খাই। চতুৰ্দ্দিশে যাই।

৯। ভো কৰে ভোমোৰাও নহয়। ঘূলীত পৰে মহো নহয়। পানীত থাকে মাছো নহয়। কৰতেৰে কাটে গছো নহয়। ল, বে, ৰ.

---

## আখৰুৱা সাঁথৰ।

১। মই ভাৰতবৰ্ষৰ প্ৰধান নগৰ। মোৰ প্ৰথম আৰু তৃতীয় পিতামহ, প্ৰথম আৰু দ্বিতীয় যুগ বিশেষ, প্ৰথম দ্বিতীয় আৰু চতুৰ্থ জাতি বিশেষ, তৃতীয় আৰু দ্বিতীয় আৰ্দ্ৰৰ পূৰ্ব্ব দিন। তৃতীয় আৰু প্ৰথম পক্ষী বিশেষ। মই কোন?

২। মই অসম দেশৰ প্ৰধান নগৰ। মোক দোভোখৰ কৰা। এভোখৰ কৈলাসত এভোখৰ সমুদ্ৰত পাবা।

৩। মই আৰে[illegible]ৰ বস্তু। মোক সমানে কাটা, এভো- খৰে [illegible], সিভোখৰে আগৰ কালৰ গাড়ী।

৪। ময় আসামৰ এজন বিখ্যাত লোক। মোক সমাজে দোভোখৰ কথা। এভোখৰ সোণ এভোখৰ মিশ্ৰাপতি।

৫। ময় প্ৰধান অসমীয়া পত্ৰ। মোৰ প্ৰথম আৰু তৃতীয় সুমিষ্ট ফল মোৰ চতুৰ্থ আৰু পঞ্চম মহামিত্ৰ। মোৰ দ্বিতীয় আৰু তৃতীয় প্ৰধান বেদ। ময় কোন? হ, মাণ।

---

## কিয় প্ৰভু সৃজিলাহা ময় মহা মূঢ়ক।

১

কত কষ্ট পালা প্ৰভু! অধমৰ কাৰণ,
কত কষ্টে দেহ সৃজি সমৰ্পিলা জীৱন,
সৃজনৰ দুঃখ মোৰ
ইমানে মহয় ওৰ
আহাৰো যোগোৱা নিত্যে ই অসাৰ জীৱক,
কিয় প্ৰভু সৃজিলাহা ময় মহা মূঢ়ক?

২

জন্মালা সুখীয়া কৰি, আলৌলৌৱা শৰীৰ
দুঃখ সহা কাৰ্য্য দেখিলেই প্ৰাণ অস্থিৰ!
প্ৰভু! কত কষ্ট কৰি,
নিতান্তে যোগাম ধৰি
অধমৰ মনমত চলাইছা জীৱক,
কিয় প্ৰভু সৃজিলাহা ময় মহা মূঢ়ক?

৩

দুৰ্ঘোৰ যন্ত্ৰণাগাৰ জননীৰ গৰ্ভত,
কত কষ্টে স্থান দিলা-ৰাখিছিলা সতত,

প্রভু! কত সাৱধানে,
কষ্ট পাওঁ বুলি প্ৰাণে,
কত কাৰিকৰি কৰি সাজিছিলা গৰ্ভক,
কিয় প্ৰভু সৃজিলাহা মম মহা মূঢ়ক?

৪

নতুবা—ঈশ্বৰ তুমি; কিবা কষ্ট তোমাৰ;
কাৰ্য্যই সৃজিবা আৰু কৰিবাহা সংহাৰ,
কিন্তু এই সংসাৰত
সৃজা, নাশা প্ৰাণী যত,
উদ্দেশ্য অৱশ্য আছে—অভিপ্ৰায়ো সাৰ্থক
কিন্তু. কিয় সৃজিলাহা মম মহা মূঢ়ক?

৫

মলভিলো বিদ্যা ধন, মলভিলো সুজ্ঞান,
মিচিমিলোঁ সতজন—হ'ল জড় সমান
লভিলো জনম থিক!
কষ্ট দিলো নিৰ্দোষীক—
মাতৃৰ যৌবন গ'ল, কষ্ট পালে জনক
কিয় প্ৰভু সৃজিলাহা মম মহা মূঢ়ক?

৬

মাতৃৰ যৌবন-বন * তাজি কিয় অধম
পিতৃৰ শকতি নাশি লভিলোহোঁ জনম?
তদুপৰি ল'ৰাকালে
প্ৰাণে কত কষ্ট পালে
অত্যাগাৰ নিমিত্তেই দুৰ্য্যোজনে কতক,
কিয় প্ৰভু জন্ম দিলা মম মহা মূঢ়ক?

* "মাতুৰ্যৌবনবনচ্ছেদে কুঠাৰো বয়ম্"—উদ্ভট।

৭

ইমান কষ্টৰ কিবা দিলোঁ গুৰু-দক্ষিণা ?
দেখিছোঁহো সৰ্ব্বদাই মাতৃ দেৱী মলিনা,
( পিতৃতো সাবিছে হাত )
নাহিকে শকতি গাত !
কিয় হেন বিড়ম্বনা কোৱা বিশ্ব-জনক !
কোৱা কিয় জন্ম দিলা ময় মহা মূঢ়ক ?

৮

ধাৰণ কৰিলোঁ প্ৰাণ প্ৰভু বিশ্ব-পালক !
যত্নেৰে বঢ়ালো হয় বিদ্যা, ঘোৰ পাতক
আচৰিলোঁ নিশা-দিবা,
নেজানিলোঁ ধৰ্ম্ম কিবা,
কাম আদি ৰিপু সবে প্ৰাণ অন্তকাৰক,
মোহত পেলাই থলে জীৱনৰ সাৰক !
কিয় প্ৰভু সৃজিলাহা ময় মহা মূঢ়ক ?

৯

অৰ্থ আৰ্জ্জি নোৱাৰিলোঁ লভিবাক সন্মান
জানা প্ৰভু ! অৰ্থহীন অনৰ্থক পৰাণ !
তৃণৰ সমানো হায়
নিৰ্ধনৰ মূল্য নাই।
হায়, পৰাধীনো ভাতে—পিঞ্জৰৰ চাতক !
কিয় প্ৰভু সৃজিলাহা ময় মহা মূঢ়ক ?

১০

মনৰ কথাটি কয়, তাতো পৰে বাধক,
হাতত কাপটি লয়, তাতো প্ৰতিবন্ধক,

হেন পৰাধীন কবি
কিয়নো সৃজিলা হবি !
সৃজিলা বা – কিয় দিলা " মাখী-মাৰা " পদক
কিয় প্ৰভু সৃজিলাহা মন্ন মহা-মূঢ়ক ?

১১

সৃজিলা—সুন্দৰ কথা, সাৰবান নকৰি,
অসাৰ নিস্তেজ কৰি দিলা কিনো সুৰঁ বি ?
তুমি জগত ঈশ্বৰ,
পীড়িছা দুৰ্ব্বল নৰ !
সিংহ পশুৰাজ—পীড়ে বলহীন শশক !
কিয় প্ৰভু সৃজিলাহা মন্ন মহা মূঢ়ক ?

১২

কাকুতি কৰিয়া এবে প্ৰাৰ্থিছো হে ঈশ্বৰ !
ইমানতে লীলা-খেলা সামৰা ই জীৱৰ,
পৃথিবীৰ যিবা ঠাই,
মোৰ দ্বাৰা পূৰ যায়,
সাকল্যা জীৱনে কিবা পূৰাই সি স্বলক,
কিয় প্ৰভু সৃজিলাহা মন্ন মহা মূঢ়ক ? ৰ, ম,

# আসাম-বন্ধু।

মাসিক পত্ৰ।

"নচ জ্ঞানাৎ পৰং বলম্।"

প্ৰথম খণ্ড।] কাৰ্ত্তিক শক ১৮০৭, ইংৰাজী ১৮৮৫। [দশম সংখ্যা।

## আগৰ দিন এতিয়াৰ দিন।

### সপ্তম অধ্যায়।

### ধৰ্ম্ম ৰাজ্য—মহন্ত।

আমি ওপৰত সাংসাৰিক ৰাজ্যৰ বিষয় আৰু বিষয়াৰ কথা মাত্ৰ কইছোঁ। এই সমস্ত বিষয় আৰু বিষয়াৰ বাজে আমাৰ দেশত ধৰ্ম্মপ্ৰচাৰ আৰু নীতিশাসনৰ কেতবোৰ বিষয়া আছিল আৰু এতিয়াও আছে। সেই সকলৰ সাধাৰণ নাম মহন্ত, মহাজন বা গোসাঁই। বৈষয়িক ৰাজ্য আৰু ধৰ্ম্ম ৰাজ্যৰ কাৰ্য্য সমানে দেশত চলিছিল। অতি পূৰ্ব্বত আমাৰ দেশত অনেক ধৰ্ম্মবিপ্লৱ হইছিল। শকাব্দ পৰিমাণে চতুৰ্দ্দশ শতাব্দী আৰু পঞ্চদশ শতাব্দীত এই ধৰ্ম্মবিপ্লৱ বৰ টান হয়। চতুৰ্দ্দশ শতাব্দীৰ শেষাৰ্দ্ধভাগত শঙ্কৰ দেৱ জন্মে। তেঁও তেঁওৰ প্ৰিয় শিষ্য মাধৱদেৱ আৰু আন কেই

জন মানব লগত উজনীত বৈষ্ণৱ ধর্ম্ম প্রচাৰ কৰিবলৈ ধৰে। সেই সময়ত আহোম বজা অভকতীয়া আছিল, প্রজাবো অধিকাংশই সেইৰূপ অভকতীয়া আছিল। উজনীৰ পৰা শঙ্কৰ দেৱ সশিষ্যে কামৰূপলৈ গ'ল। তাত আৰু অনেক শিষ্য হ'ল। সেই সকলে সেই কামৰূপ আৰু পাছে কোচ্ বেহাৰত বৈষ্ণৱ ধৰ্ম্ম প্রচাৰ কৰিলে। সেই সময়তে দেৱ দামোদৰ, হৰিদেৱ আৰু দেৱ গোপাল বা বংশী গোপাল নামে আৰু কেইজনমান লোকেও বৈষ্ণৱ ধৰ্ম্ম প্রচাৰ কৰিছিল। শঙ্কৰ দেৱ আৰু মাধৱ দেৱে তেঁও বিলাকৰ ধৰ্ম্মজ্ঞ আৰু নীতিজ্ঞ কোনো কোনো শিষ্যক ধৰ্ম্ম প্রচাৰ কৰিবলৈ দেশৰ নানা ঠাইলৈ পঠায়। তাৰ কেত বিলাকে যি যি ঠাইত মাধৱ দেৱ প্রভৃতি ধৰ্ম্মাচাৰ্য্য সকলে প্রথমে ধৰ্ম্ম প্রচাৰ কৰিলে সেই ঠাইত আৰু কোনো জনে বা আন কোনো প্রান্ত বা মধ্যস্থানত ধৰ্ম্ম প্রচাৰ কৰিলে। এই সমস্ত প্রেৰিত আৰু প্রতিষ্ঠিত ধৰ্ম্মাচাৰ্য্যে আৰু মূল ধৰ্ম্মাচাৰ্য্য সকলে যত্তে বসতি কৰি ধৰ্ম্ম প্রকাশ কৰিলে তাকে সত্ৰ বোলে। ধৰ্ম্মাচাৰ্য্য সকলৰ বাহুল্যৰূপে প্রথম ধৰ্ম্ম প্রচাৰৰ স্থান কামৰূপ। তাৰ পৰা দেশ ক্রমে সুথিৰ হোৱাত উজনীলৈ কোনো জন নিজে আহিল, কোনো জনে আকৌ শিষ্য বা ভকত প্রেৰিলে। শঙ্কৰ মাধৱ দুইও জন আৰু দামোদৰ আৰু হৰিদেৱ আৰু শঙ্কৰ দেৱৰ শিষ্য গোপাল আতা উজাই নাহিল, ভাটীতে থাকিল। শঙ্কৰ দেৱৰ পাছত তেঁওৰ নাতি পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰে কিছুমান ধৰ্ম্মাচাৰ্য্য পাতে। কোনো ধৰ্ম্মাচাৰ্য্যৰ আজ্ঞাৰে কোনো শিষ্যে কোনো সত্ৰ স্থাপন কৰিলে তাক আজ্ঞাপৰ সত্ৰ বোলে। "অৱণি" নামে এক শ্রেণীৰ সত্ৰ আছে সেই সত্ৰকো আজ্ঞাপৰ সত্ৰ বোলে। কোনো সত্ৰৰ

পৰা কোনো শিষ্য বা ভকতে আজ্ঞা লই সেই সত্ৰৰ মূৰ্ত্তিৰ আগত থকা প্ৰদীপ বা বন্তীৰ পৰা জুই আনি আন ঠাইত কোনো মূৰ্ত্তি বা পুথী থাপনা কৰি তাতে সেই বন্তী লগাই থাকিলে তাক বন্তী বা " শলাবন্তী " অনা সত্ৰ বা থান বোলে ।

নদীয়া শান্তিপুৰৰ পৰা অহা পৰ্ব্বতীয়া ভট্টাচাৰ্য্য বা পৰ্ব্বতীয়া গোসাঁই আৰু তেঁও বিলাকৰ বংশ মাত্তী গোসাঁই আৰু মূকলী মুৰীয়া ভট্টাচাৰ্য্য এই কেই জনেও ধৰ্ম্ম প্ৰকাশ কৰে । এওঁ বিলাকে তান্ত্ৰিক দীক্ষা দিয়ে ।

অধিকাংশ লোকৰ মাজত ধৰ্ম্ম সম্প্ৰদায়ৰ এই দুই প্ৰধান শ্ৰেণী । প্ৰথম বামুণীয়া ; ইয়াৰ প্ৰধান ধৰ্ম্মাচাৰ্য্য দেৱ দামোদৰ, তেঁওৰ আজ্ঞাপৰ দেৱ গোপাল বা বংশী গোপাল আৰু হৰিদেৱ । দ্বিতীয় মহাপুৰুষীয়া ; মহাপুৰুষীয়া মতৰ প্ৰধান ধৰ্ম্মাচাৰ্য্য শঙ্কৰ দেৱ আৰু তেঁওৰ শিষ্য মাধৱ দেৱ । গোপাল দেৱ নামে শঙ্কৰ দেৱৰ এজন শিষ্যে আৰু তেঁওৰ পাছত যদুমনি আৰু অনিৰুদ্ধ গুৰু জনৰ মতৰ অলপ ইতৰ বিশেষ কৰি সেই মতকে চলালে । যি সকল মহাপুৰুষীয়া সত্ৰত মাধৱৰ মতকে বিশেষকৈ মানে সেই সকলক আকৌ মধুপুৰীয়াও বোলে । গোপাল দেৱৰ সম্প্ৰদায় এক শ্ৰেণীক "তাতীবোৱা" "বোলে । এই তাতীবোৱা" শব্দ কিহৰ পৰা হ'ল সেই বিষয়ে অনেকে অনেক কথা কয় । গোপাল দেৱৰ তাতিআতা শ্ৰীৰাম নামে এজনা শিষ্য আছিল ; এই জনাৰ সংস্থাপিত সম্প্ৰদায়কে তাতীবোৱা বোলে বুলি অনেকে কয় । " তাতী আতা " বোলাৰ তাৎপৰ্য্য এই যে তেঁও তাতী দেশত আছিল । কোনোএ " মালে বোৱা পাতে বোৱা ", " পদ্ম বেনী," " তিতবত গুৱা " প্ৰভৃতি কথা কয় । এই সকল

কিমান মুল্যবান কথা তাক অনুসন্ধান কৰা আমাৰ এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। শঙ্কৰ দেৱৰ নাতী পুৰুষোত্তম আৰু চতুর্ভুজ ঠাকুৰে আজ্ঞা দি তেঁও বিলাকৰ কিছুমান শিষ্যক ধৰ্মাচাৰ্য্য পাতিলে ; এই সকলৰ বি সম্প্ৰদায় তাক "ঠাকুৰীয়া" বোলে। সত্ৰবোৰৰ প্ৰধান উদ্দেশ্য এই আছিল যে ধৰ্ম্ম প্ৰচাৰ কৰে আৰু সাধাৰণৰ মাজত সুনীতি সংস্থাপন কৰে। সত্ৰৰ গৰাকি সকলে শিষ্য সকলক শৰণ দিয়ে আৰু অনেক সত্ৰত শিষ্যে কিছু জ্ঞানোন্নতি অৱস্থা দেখালে তেঁওক গুৰুএ মালা দিয়ে আৰু পৰমাৰ্থ শিকায়। এইৰূপ অৱস্থা পাবলৈ হলে শিষ্যে অনেক জ্ঞানোন্নতি দেখুৱাব লাগে। শিষ্যৰ মাজত কুনীতি কুআচাৰ হলে আৰু অশ্লীল গলিয়াগলি চুলিয়াচুলি হলে ধৰ্ম্মাচাৰ্য্য সকলে প্ৰায়শ্চিত্ত কৰায় দণ্ড লয় আৰু সমাজৰ লোকেও তাৰ ভাগ পায়। শিষ্যে গুৰুলৈ বাৰ্ষিক নিৰ্দ্দিষ্ট কৰ দিব লাগে। তদতিৰিক্ত শিষ্যৰ ঘৰত বিয়া হলে "বিয়াদনীয়া" মৰিলে "সেৱা জননী" প্ৰভৃতি নিৰ্দ্দিষ্ট বাব দিব লাগে। শিষ্যৰ পৰা এই সমস্ত তুলিবলৈ আৰু সদাচাৰ নীতি প্ৰবৰ্ত্তাবলৈ আৰু মহন্তৰ কাৰ্য্য কৰিবলৈ পাঁচনী' খাটনীয়াৰ, মেধী, কামসেনা, ভুঁয়া, সাজতোলা, আলধৰা, পূজাৰী, নামলগোৱা, ভাগতী, বাগীশ, ভঁড়ালী, গায়ন, বায়ন, সূত্ৰধাৰী প্ৰভৃতি বিষয়া আছে। ধৰ্ম্মৰ যেনে পৰিচালক গুণ আছে আন একোৰে তেনে গুণ নাই সেই কাৰণে কালক্ৰমে মহন্ত সকলৰ ক্ষমতা ক্ৰমে বাঢ়িল ; অধিক কি বিষয়াৰ শাসনতকৈ মহন্তৰ শাসনৰ প্ৰভাৱ অধিক ব্যাপক আৰু শকত হ'ল। আন কি ৰজাৰ ৰাজ্যৰ লব পৰা হ'ল। মহন্ত সকলে ক'ত পুথী চৰ্চ্চা কৰি জ্ঞান কোৰাই নাম লাই ধৰ্ম্ম প্ৰচাৰ আৰু ধৰ্ম্ম ৰাজ্য শাসন কৰিব,

সেই সকলে থিয়াৰ দৰে শাসন কৰিবলৈ ধৰিলে। মহন্তৰ সংখ্যাও ক্রমে অধিক হ'ল।

গদাধৰ সিংহ স্বৰ্গদেৱে অনেক মহন্তক ধৰা ছেঁউনীত পাতিলে। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত সকলো মহন্তৰ আগ গুড়ি ধৰা হই যি সকল মহন্ত প্ৰকৃত মহন্ত সেই সকলক খাজানী চাপৰীত পাতিলে আৰু বোৰক পাইকৰ শ্ৰেণীত লেখিলে।

মহন্ত সকলৰ কিছুমান উদাসীন কিছুমান আশ্ৰমী। উদাসীন সত্ৰৰ মহন্ত কোনো নিৰ্দ্দিষ্ট আশ্ৰমী সত্ৰ বা আনৰ লৰা আনি পোষ্য পুত্ৰ ৰাখি অধিকাৰী মহন্ত আৰু ভকতৰ মনোনীত মতে নিযুক্ত কৰা হয়। আশ্ৰমী সত্ৰৰ ভেকা সৰহ হয়। তাৰে অধিকাৰী পদ পাবৰ এই কেইটা নিয়ম। পুত্ৰানুক্রম, জ্যেষ্ঠানুক্রম আৰু যোগ্যানুক্রম। কেতিয়াবা কেতিয়াবা খাটনিৰ বলত ৰজাৰ আজ্ঞাৰে বা বলেৰেই এই নিয়মৰ অন্যথা হয়।

মূৰ্ত্তি, ভাগৱত বা আন শাস্ত্ৰ, সিংহাসন, চোৰ্দ্দ, চন্দ্ৰতাপ, দবা, নামঘৰ, ভকত আৰু মহন্ত এই সকল হলেই সত্ৰ হয়। কোনো কোনো সত্ৰত উদাসীন আৰু আশ্ৰমী দুইও থাকে। সত্ৰৰ ভকত বৈষ্ণৱ কাৰ্য্যকাৰ সমূহৰ নাম সমূহ বা খুল।

গৃহাশ্ৰমী সত্ৰ বোৰৰ পৰা কোনো যোগ্যস্থান ভেকাই দ্বন্দ কৰি আঁতৰ হই আন পৃথক সত্ৰ স্থাপন কৰে। এইৰূপে সত্ৰৰ সংখ্যা বৃদ্ধি হইছে। এইৰূপ সত্ৰ যি ঠাইত সংস্থাপিত হয় তাৰ নামেই হয়। উত্তমীৰ মহন্তৰ খাজানীত যাৰ সত্ৰ নাই সি আধুনিক বুলি প্ৰসিদ্ধ।
দেশত মহন্তৰ সংখ্যা " কড়ি টকাৰ এটকা " অৰ্থাৎ এটকা ৰূপত যিমান কড়ি পায় তিমান। সেই হলে টকাত একাওন

কড়ি হলে ১২৮০ খান সত্র। সেই সকলো সত্রব নাম পোৱা এতিয়া দুষ্কব। অনেক সত্রব পবা আক অনেক ন ন সত্র ওলাইছে।

প্রধান ধর্ম্মাচার্য্য সকলে ভাল ভাল প্রায়েই ২৪ জন শিষ্য বা ভকতক ধর্ম্ম প্রচাবব জন্য প্রেবণ কবিছিল। তাবে আকৌ দুইশ্রেণী। প্রথম শ্রেণীব প্রায় ৬ জন ব্রাহ্মণ, ৬ জন শূদ্র; ইয়াকে "বড় বাবেজনীয়া" আক দ্বিতীয় শ্রেণীও সেই সংখ্যক এই সকলক "সক বাবে জনীয়া" বোলে। কোনো কোনো সত্রত শঙ্কব মাধব্র প্রভৃতি ধর্ম্মাচার্য্য সকলব পাদশিলা বা আন ব্যব্রহৃত বস্তু সেৱনীয় রূপে আছে।

উজনীব প্রধান সত্র এই এই;—আউনিআটী, দক্ষিণ পাট গবমুব, কুকব্রাবাহী এই কেই সত্রব মহন্তকে চাবি সত্রীয়া বোলে। তাবে আউনিআটী দক্ষিণ পাট গবমুব উদাসীন সত্র আক কুকব্রাবাহী আশ্রমী। কুকব্রাবাহীব সমান অংশী সত্র দীফলু। এই চাবি সত্র বামুনীয়া মতব। মহাপুকষীয়া মতব প্রধান চাবি সত্র এই; নবোৱা কোৱামবা, দীঘলী, শ্যামগুড়ী। কোৱামবাব পবাই শলগুড়ী সত্র। নবোৱা, শলগুড়ী দুইবো সত্র আছে। এই সকলব বাজে আন সত্র এই এই–বড় ভকতী, স্থাপক কৃষ্ণ; ভাগতি সত্র, স্থাপক পবমানন্দ; কুবচুক স্থাপক কেশব; বেঙেনা আটী স্থাপক মুবাবী। চিপহা, স্থাপক, কৃষ্ণচবণ; কুলবাড়ী, স্থাপক পবশুবাম; চতষী বা বালীপাব আধুনিক নাম ধলী, স্থাপক বাসুদেৱ; গোমোঠা, স্থাপক বামকৃষ্ণ; শাল কুটী, স্থাপক হবি চবণ; লাইআটী স্থাপক শ্রীহবি; চুন্নিপতা, স্থাপক কানাই; বনগাওঁ, স্থাপক কামদেৱ; নাচনীপাব, স্থাপক বাম; শল-গুড়ী গোভিনা, কাএঁমবা, বেলগুটীয়া, বব কটীয়া, হালবি

আৰু এই সকলৰ ক্ৰমান্বয়ে ৰত্নাকৰ, জয় কানাই, গোপী, সনাতন, জয়কৃষ্ণ আৰু মুকুন্দ সংস্থাপক। জাখলে, মাইৰা, বৰজহা, কমলাবাৰি সত্ৰৰ সংস্থাপক ক্ৰমান্বয়ে ৰাম চৰণ ঠাকুৰ, আধাৰ যদুমণি, ভাটৌকুচীয়া কেশৱ আতা, পদ্ম বা বদুলা আতা। দিহিঙৰ দেৱ যদুমণি, মোৱামৰাৰ যদুমণি অনিৰুদ্ধ সংস্থাপক। কৰতিগাতি আৰু আহতগুড়ী সত্ৰৰ সংস্থাপক, ভাটী আতা শ্ৰীৰাম। তলত কিছুমান সত্ৰৰ নাম দিয়া গ'ল।

চেঁচা, চলিহা, বুঢ়বাড়ী, কাটনীপাৰ, মৰামাজী, কোহগুড়ী ডোখোৰামুখ, গজলা, ঢাপকটা, ফুলবাড়ী, গোণাৰৰা, নিকামুল' ডোকা চাপড়ী, হুৰিপতা, কলাকটা, বিহমপুৰ, মাধৱ্ৰাতাৰী, বড় সত্ৰ, বড় ভেটী, বড়ালী খোৱা, আত খোখোৱা, পোড়াভেটী, কৰতীগাওঁ, কৰতিপাৰ, তলা গুড়ী, কাঁহপতা, বগা জাম, হোৰোখা, বনিমৰা, বেলপড়া, শলবাৰী, শিয়াল মৰা, নেপালী, তুলসীগুড়ী, জকাইচুক, জখলাবন্ধা, কাত্যায়ন, দিচিয়াল, তামোলবাড়ী, বজ্জপুৰ, ঘাতমৰা, হুজী, শুকদল বড় বড়ী, শুকদল সৰুবড়ী, বড় দোৱা, গাজৰ্দৌ, বেলগুড়ী, কোমোৰাবন্ধা, চামেৰীপুঁল এই বিলাক উজনীৰ সত্ৰ। কামৰূপৰ সত্ৰ পাটবাউসী হুমাৰকুচী, বাৰাজী, বড় পেটা, গণককুচী, সুন্দৰীদিয়া, গোমুৰা, বড় হেৰামদ, বামদীয়া, সৰু হেৰামদ, জনীয়া, খিলাজাৰী, চমতীয়া, মালীবাড়ী, শৰমীয়া, কৰৈমাৰী, যোপৰ গুড়ী, শিকাৰহাটী, বড় ফুলগুড়ী, সৰু ফুলগুড়ী, জতাবাড়ী, টেকোবাড়ী, ধুপৰগুড়ী, বঙৰা, পুখুৰীপাৰ, গড়াবড়ী, হোকাখোৱা বৰী, মবড়ী, নপাড়া, খড়াপাড়া, দঁতকুচী, খুটা পাড়া, চক্ৰীবড়ী, আগদীয়া, শিলপোতা, কাহিকুচী, তাতী পাড়া, চুণ পোতা, পানাহৰী, গুৱালহাটী, ৰাখলকুচী, জতীয়া, চৌধুৰী পাড়া,

গণকপাড়া, ভাটীজরী, বড় মাবাভিটা, শক মাবা ভিটা, বভাকুচী, শুল্লানকুচী, মানশা, জামনে।

পাট বাউসী ( দামোদরী ), বিন্নাহকুচী, পল্লা, বাউনী, পাকা, জাগবা, কঁহবা, খুদীন্না, বাদে শালী, গড়েমাটী, আমবাঙা, বামপুব, বানীসত্র, শিদিব পুখুৰী, বজাপু-খুৰী, লোহিবা, গুইমাবা, মকবধ্বজ, বটীন্নামাবী, মনপুব, হনুমপুব, পাহবাড়ী, কর্কাবড়ী, আমতলা, গর্গবা, আভৈ-সত্র, শালকুচী, কঠালমুবী, ধর্মপুব। মানেৰী, হুবামাতী, বনীয়াকুচী, হালধিমাড়ী, লছিমা বহঁৰী, জগবা, নপৃতি-পাড়া, বাদেশালী, উলুবড়ী, শকহাটী, বড়হাটী, সান্ধনী, শকৈকেটী, বড় কৈটী, মীনপুব, কটবা।

নবদ্বীপব চৈতন্ত গোসাঁইব ধর্ম্ম আচবা সত্র হুথাম-মিচা-মাবী, শ্রীহাটী। এই সকল বিলে কোনো কোনো ভট্টাচার্য্য সকলেও শিষ্যক মন্ত্রদিয়ে। আক কোনো কোনো খামব বুঢ়া ভকত প্রভৃতিয়ে শবণ দিয়ে। তান্ত্রিক মতব দীক্ষা লোৱা সকলব মাধত শৈব, শাক্ত্য, বৈষ্ণৱ মন্ত্রই অনেকে লয়। সত্র বিলাকত শবণ সংহিতা অথবা পবম্পবা নিয়ম অনুসবি বৈষ্ণৱ “ শবণ ” শিক্ষা দিয়ে।

সত্রব মহন্ত সকলব মর্য্যাদাব তাবতম্য আছে। পর্ব্ব-তীয়া আক নাতী গোসাঁহি বজাব গুৰু দেখি গোসাঁই নামে প্রসিদ্ধ। চাবিসত্রীয়া মহন্ত সকলক বজা ঘবত বাপু বুলি-ছিল। আন সকলব কাকো বাপু কাকো আতা সম্বোধন কৰা হইছিল।

কেও বিলাক নামা ধর্ম্মব লোকে বাতি একত্র হই নাম গুণ গায় এই সকলব খোৱা বোৱাত জাতিবিচাৰ নকবে। এও বিলাকক অবীতিয়া বা “ বীতিয়া ” বোলে। “ লোকব

আগত লোকাচাৰ সত্ত তকতৰ আগত একাচাৰ"—এইটো সেই সকলৰ মত। সেই সময়ত এই মত অতি জোৰে চলিছিল।

---

## বেদ।

বেদশব্দৰ মূল অৰ্থ জ্ঞান হলেও এখাকি শাস্ত্ৰ বুজায়। এই বেদ আৰ্য্য হিন্দু বিলাকৰ মূল শাস্ত্ৰ। ইয়াক ঈশ্বৰৰ সাক্ষাৎ বাণী বুলি হিন্দু মাত্ৰেই বিশ্বাস কৰে। বেদ প্ৰথমতঃ তিনি খান আছিল। ঋগ্বেদ, যজুৰ্ব্বেদ, সামবেদ। পাছত অথৰ্ব্ববেদ তাৰ লগ লাগে। এই কাৰণে চাৰিবেদ বুলি প্ৰসিদ্ধ। বেদত অধিকাংশ স্তুতি আৰু কৰ্ম্ম কাণ্ডৰো কিছু মান বিবৰণ আছে আৰ্য্য হিন্দু বিলাকৰ প্ৰথম অৱস্থাত জ্ঞানি পণ্ডিত ঋষি সকলে এই বেদ গীতৰ দৰে গায়। বেদ মণ্ডল আৰু অধ্যায়ত বিভক্ত। অষ্টকো তাৰ এক ভাগ। ভিন্ন ভিন্ন ঋষি সকলে ভিন্ন ভিন্ন ৰূপে স্তুতি গান আৰু কৰ্ম্মকাণ্ড কৰাত বেদ চাৰি প্ৰকাৰে বিভক্ত হইছে। এতিয়াও ব্ৰাহ্মণৰ মাজত অমুক বেদী ব্ৰাহ্মণ বুলি পৰিচয় দিয়া হয়। তাৰ দ্বাৰা সেই বেদৰ মতে স্তুতি আৰু কৰ্ম্মকাণ্ড কৰাৰ পৰিচয় পায়। এখান এখান বেদৰ শাখা বা ভাগো আছে। তাৰ কোনো শাখা কোনো শ্ৰেণীৰ লোকে অৱলম্বন কৰিছে। যেনে অমুক বেদৰ অমুক শাখা। আমাৰ দেশত যজুৰ্ব্বেদৰ কাৰ শাখাৰ ব্ৰাহ্মণেই অধিকাংশ। ঋগ্বেদী সামবেদী ব্ৰাহ্মণৰ সংখ্যা অতি তাকৰ। অথৰ্ব্ববেদী ব্ৰাহ্মণও দুই চাৰি ঘৰ আছে। ঋষি সকলে যেতিয়া বেদ ৰচনা কৰে সেই সময়ত লেখা পঢ়াৰ চৰ্চ্চা নাছিল। গুৰুৰ মুখে শিষ্যে শুনি বেদ শিক্ষা কৰিছিল। পাছে অক্ষৰ সৃষ্টি হই সেই শুনা কথা

বোৰ শ্ৰেণীমতে ভাগ হই বেদ বিভাগ হ'ল। শুনা কথাৰ পৰা বেদ এই ৰূপে উদ্ধৃত হোৱাত বেদৰ আন এটি নাম "শ্ৰুতি"। বেদ যে একেসময়তে চাৰিও খান ৰচিত হইছিল এনে নহয়। প্ৰথম বেদ ঋগ্বেদ। আধুনিক হিন্দু জাতিৰ বিশ্বাস মতে বেদ নিত্য আৰু সৃষ্টিকালৰ পৰাই আছে। যদিচ প্ৰলয় কালত বেদ অগাধ সমুদ্ৰত তললৈ গইছিল তথাপি ঈশ্বৰে অৱতাৰ হই তাক উদ্ধাৰ কৰিলে; তেতিয়াৰ পৰা এই বেদ আছে।

বেদত প্ৰকৃতিৰ সুন্দৰ, গৌৰবান্বিত আৰু প্ৰতাপশালী পদাৰ্থৰ স্তুতি আৰু উপাসনাই আছে। সেই সেই পদাৰ্থৰ দেৱতাবেই বেদত স্তুতি আছে। এক মাত্ৰ অদ্বিতীয় ঈশ্বৰ বুলি কোনো স্তুতি গান বেদত নাই। বেদত স্তুতি কৰা এই সকল দেৱতা :- অগ্নি, বায়ু বা মৰুৎগণ, মিত্ৰ বৰুণ, অশ্বিদ্বয় সৰস্বতী, ৰুদ্ৰ, ৰুদ্ৰগণ, ঊষা, সূৰ্য্য, পৃথিবী, বিষ্ণু, বসু, ঋভু, ঋভু, যম, দেবাশ্ব, মেঘ, অৰ্জ্জুনা, উশনা, ত্ৰিত, সোম, সুনৃতা, অদিতি, আদিত্য, ইন্দ্ৰাণী, পৃশ্নি, ব্ৰহ্মণস্পতি। ৰাম, কৃষ্ণ, দুৰ্গা, শিব, লক্ষ্মী, কালী, প্ৰভৃতি দেৱতাৰ নাম পোৱা নাযায়। বেদত সূক্ত বিভাগ আছে। প্ৰতি সূক্ত একো ঋষিএ ৰচিছে। আৰু যি দেৱতাৰ উদ্দেশে যি ছন্দে সেই সূক্ত ৰচিত তাকো লেখা আছে। যেনে অমুক সূক্ত অমুক ঋষি অমুক দেৱতা অমুক ছন্দ। ঋষি বিলাকে যজ্ঞ কৰি সেই দেৱতা বিলাকৰ স্তুতি কৰে। তাত সোমৰস পান কৰাৰ কথা আছে। দেৱতা বিলাকক ঋষি সকলে মাতিছে "আহোক; এই যজ্ঞৰ সোমৰস পান কৰোক, আমাক ধন সম্পত্তি, গৰু দিয়ক আমাৰ শ্ৰীবৃদ্ধি কৰোক আমাৰ শত্ৰু নাশ কৰোক"।

বেদ পাঠ কৰিলে সেই সময়ৰ লোকৰ আচাৰ ব্যৱহাৰ আশা, উন্নতি সকলো জানি। আৰু প্ৰাকৃতিক শোভা তালৈকে জানি। যি সময়ত বেদ ৰচিত হইছিল সেই সময়ত সেইৰূপ উপাসনাই সম্ভৱ। মানুহৰ প্ৰথম জ্ঞানৰ উৎপত্তিৰ সময়। যথা ছোৱালীএ যেনেকৈই কোনো শোভনীয় বা সুন্দৰ বা বিস্ময়কৰ বা অপকাৰক বস্তু দেখিলে তাৰ কথা কয় আৰু তাৰ প্ৰতি স্পৃহা কৰে অথবা তাক পৰিত্যাগ কৰে সেই ৰূপ সৰল প্ৰাকৃতিক ভাব বেদত আছে। ক্ৰমে যেতিয়া জ্ঞান বিকশিত হ'ল মানুহৰ অৱস্থাও পৰিবৰ্ত্তন হ'ল। সেই সময়ৰ অগ্নি, ইন্দ্ৰ, সূৰ্য্য, প্ৰভৃতি দেৱতাৰো যি স্ৰষ্টা অন্তৰাত্মা সেহ জনকেই আৰাধ্য ব্ৰহ্ম বুলি উপাসনা কৰা হ'ল। জ্ঞান যোগ, ধ্যান, যোগ নিৰূপিত হ'ল। এই ৰূপ যত নিৰ্দ্দিষ্ট হ'ল তাক উপনিষদ বোলে।

আমাৰ দেশত বেদৰ আলোচন নাই বুলিলেই হয়; কেৱল "শ্ৰীসূক্ত" মাত্ৰ প্ৰচলিত। সাধাৰণ লোক সকলে দশম কীৰ্ত্তন, ঘোষা, ৰত্নাৱলী এই চাৰি পুথিকে চাৰি বেদ বুলি মান্য কৰে।

সম্প্ৰতি কলিকাতাৰ দেশীয় সিবিলীয়ান মেজিষ্ট্ৰেট শ্ৰীযুক্ত ৰমেশচন্দ্ৰ দত্তে ঋগ্বেদৰ প্ৰথম অষ্টক মূল আৰু বঙ্গালা তাঙনি কৰি ছপাইছে। তাক পঢ়িলে জানি যে বেদক যে আমাৰ ভাৰত বৰ্ষত আদৰ কৰে এনে নহয়; ইউৰোপতো আদৰ কৰে। ভট্ট মোক্ষমূলৰ, ভট্ট বেন্‌কি, ভট্ট ৰোষণ ভট্ট লাঙ্গ্লা প্ৰভৃতিএ ঋগ্বেদ নানা ভাষাত তাঙিছে। এই বেদ পঢ়িলে পাৰস্য, ইহুদী, গ্ৰীস, ৰোম, প্ৰভৃতি দেশৰ প্ৰাচীন ইতিহাসৰ অনেক সাহায্য পোৱা যায়। দত্তৰ তাঙনিত অনেকে দোষ উলিয়াব পাৰে কিন্ত নিদান হইছে এই সময়ত

এই এই যথেষ্ট। যি সকলে পাৰে সেই সকলে এই তাওনি লোৱা উচিত।

পাঠক সকলৰ তৃপ্তিৰ নিমিত্তে সেই তাওনিৰ প্ৰথম সূক্ত অসমীয়াত ভাঙি দিয়া হ'ল।

অগ্নি দেৱতা বিশ্বামিত্ৰৰ পুত্ৰ মধুচ্ছন্দা ঋষি ১ অগ্নি যজ্ঞৰ পুৰোহিত আৰু দীপ্তিমান, অগ্নি দেৱতা সকলক আহ্বান কৰোঁতা আৰু প্ৰভূত ধন ধৰোঁতা। মই অগ্নিৰ স্তুতি কৰোঁ।

২ অগ্নি পূৰ্ব্ব ঋষি সকলৰ স্তুতি ভাজন আছিল, নূতন ঋষি সকলৰ স্তুতি ভাজন, তেঁও দেৱতা সকলক এই যজ্ঞলৈ আনোক।

৩ অগ্নিৰ দ্বাৰা (যজমানে) ধন লাভ কৰে, সেই ধন দিনে দিনে বৃদ্ধি পায় যশোযুক্ত হয় আৰু তাৰে অনেক বীৰ পুৰুষ নিযুক্ত কৰিব পাৰি।

৪ হে অগ্নি! তুমি যি যজ্ঞৰ চাৰিও কালে বেষ্টন কৰা, সেই যজ্ঞ কোনেও হিংসা কৰিব নোৱাৰে। আৰু সেই যজ্ঞ নিঃসন্দেহ দেৱতা সকলৰ ওচৰলৈ যায়।

৫ অগ্নি দেৱতা সকলৰ আহ্বান কৰোঁতা, সিদ্ধ কৰ্ম্মা। সত্য পৰায়ণ প্ৰভূত আৰু বিবিধ কীৰ্ত্তিযুক্ত। সেই দেৱতাই দেৱতা সকলৰ লগত এই যজ্ঞলৈ আগমন কৰোক।

৬ হে অগ্নি তুমি হব্যদাতা (ঘিউ দিয়া) যজমানৰ যি কল্যাণ সাধিব খোজা, হে অঙ্গিৰা! সেই কল্যাণ প্ৰকৃতে তোমাৰেই।

৭ হে অগ্নি। আমি দিনে দিনে দিনে ৰাতি নমস্কাৰ সম্পাদন কৰি তোমাৰ সমীপলৈ আহিছোঁ।

৮ তুমি দীপ্যমান, তুমি যজ্ঞৰ ৰক্ষক, যজ্ঞৰ অতিশয় দীপ্তি কাৰক আৰু যজ্ঞ শালাৰ বৰ্দ্ধনশীল।

৯ পুত্রের প্রতে পিতা যেমে অনায়াসে অধিগম্য, হে অগ্নি তুমি আমার প্রতে সেই রূপ হোও। মঙ্গলের অর্থে আমার নিকটস্ত বাস কর।

আ, র, স,

---

# জাহাজ।

১

আহা ভাই আহা, সকলোরে আজি
বিদেশ দেখার আশা পূরাও,
দেখি বিদেশর, উন্নতি উৎসাহ,
ব'লা সকলোএ চকু জুড়াওঁ।

২

নাই একো ভয়, কলিব ইংরাজে,
আনিছে জাহাজ তাপর মাঞ;
আহা সকলোরে, পিন্ধা সাজ পার
উঠা জাহাজত বিদেশে যাওঁ।

৩

অসংখ্য অগাধ, সাগরর মাঝে,
ভীষণ ঢউবো বাধা নমানি;
গভীর ভাবেরে, নির্ভয় মনেরে,
ছুটিছে জাহাজ বেগে আগনি।

৪

চোঁৱা ভাই চোঁৱা, কবি ধোঁৱা-কোঁৱা,
উড়িছে জাহাজ উগারি ধোঁৱা,

আঁহা ভাই আঁহা, বেগা বেগি কবি,
এলাহ-মিহালি সামৰি থোঁৱা।

৫

এই ঊনবিংশ— শতাব্দীত আজি
বিজ্ঞান সূৰ্য্যৰ আলোক পাই;
চৌৱা চোন্ কোনে, আছে মনে মনে,
অদৃষ্ট-মোনাত হাত সুমাই।

৬

চৌৱা চকু মেলি,— সকলোএ আজি;
বিজয় পতাকা হাতত ল'ই;
উন্নতিৰ পথে, বেগে আগুৱাই
এলাহ-মিহালি সামৰি থ'ই।

৭

কোনোবা দেশত, অগাধ অগাধ
পণ্ডিত সকলে জ্ঞানৰ বলে;
চন্দ্ৰ সূৰ্য্য তাৰা, আকাশৰ পৰা,
আনিছে নমাই ধৰাৰ তলে।

৮

কাৰ বাৰ ভয়ে, প্ৰকৃতি দেবীএ,
হৃদয় খুলিয়া সব দেখায়,
পঞ্চভূত আদি, আকাশ পাতাল,
ৰাখিছিল যত বুকে লুকাই।

৯

কোনোবা দেশত, চঞ্চলা কমলা,
অচলা আছেবে মন হৰিবে,

সুবৰ্ণ ৰজত,    মণি মৰকত
  মিচিগাথাৰেৰে ঘৰ ৰচিবে।

১০

কোনো নগৰক,    বিশ্ব-কৰ্ম্মা আহি
  আপোন হাতেৰে দিছে সজাই,
মন্দিৰ প্ৰাচীৰ,    দ'ল দেৱালয়
  আৰু আন কত সাজ পিন্ধাই।

১১

কোনো বা দেশত,    আনন্দ মনেৰে
  সৰস্বতী আই আপোন হাতে।
সাহিত্য দৰ্শন—   বিজ্ঞান ফুলেৰে,
  সুগন্ধি সুন্দৰ সুমালা গাঁথে।

১২

কোনো বা দেশত,    গুণী কবি সবে
  ধৰিয়া মধুৰ ব্ৰজৰ তান,
গাইছে নিজৰ    দেশৰ সাহস,
  স্বজাতিৰ যশ কৰিছে গান।

১৩

কোনো বা দেশত,    বীৰ যোদ্ধাগণে
  বিজয় শবদে গগন কাঁপি,
কালমূৰ্ত্তি ধৰি,    শত্ৰু দল নাশি
  ধাইছে স্বদেশ-মুখ উজলি।

১৪

আঁহা ভাই আঁহা,    দেখি এইবোৰ
  ব'লা সকলোৱে চকু মেলোঁ ;

আঁহা সকলোৱে, পিন্ধা সাজ পাৰ
উঠা জাহাজত বিদেশে যাঁও।

১৫

ব'লা শোধোঁগে — আমেৰিকা বাসী
কি মন্ত্ৰৰ বলে স্বাধীন আজি;
কি মন্ত্ৰৰ বলে, জগতৰ তলে
"সভ্যতম" বুলি আছে বিৰাজি।

১৬

ফৰাসী জাতিকো, শোধোঁগৈ ব'লা
—"কি মন্ত্ৰৰ বলে স্বাধীন তুমি?
কোন মহা যোগী, এনে মন্ত্ৰ দিলে,
স্বৰ্গতো অধিক জনম ভূমি।

১৭

কি মন্ত্ৰৰ বলে, ৰুষিয়াই আজি
সসাগৰা ধৰা পেটত ভৰি
আছিছে আৰো, বিস্তাৰিয়া মুখ
ভাৰতৰ ফালে কটাক্ষ কৰি।

১৮

ইটালী তোমাৰ, অধীন শিকলি
দিলে কোনে কাটি ভৰিৰ পৰা;
কি তেজৰ বলে, নতুন উৎসাহে
উঠিছা আৰো কঁপাই ধৰা?

১৯

ব'লা শোধোঁগৈ, ইংৰাজ জাতিকো
কিৰূপে সিইঁতে, কি মন্ত্ৰৰ বলে?

হৃদ্য কর ব্যাপি, অর্দ্ধ বসুন্ধরা
একে গবাহতে গবাসি দ'লে ?

২০

কি মন্ত্রের বলে, কিরূপ কৌশলে
ধরিয়া মুখত কি রূপ সুর
তাবতর ধন,— কহিনুর দিয়া
শোভিছে "রাণীর" মুকুট সুর ?

২১

লগে লগে ব'লা, তাবতকো শোরো,
কিয় আই তোর ঈরশা হ'ল ;
ত্রৈলোক্য বিজয়ী, বীর শিরোমণি
পুত্র সব তোর কলৈ গ'ল ?

২২

নাইলো এজনো, সি সবর মাজে
"আই" বুলি যোরে মাতিব তোক ;
দেখি তোর দুখ, অন্তরেরে স'ত্তে
পেলাব চকুর পানী এটোপ।

২৩

অঁাহা ভাই অঁাহা সকলোএ আজি
বিদেশ দেখার আশা পূর'াও ,
দেখি বিদেশর, উন্নতি উৎসাহ
ব'লা সকলোএ চকু মেলাও।

২৪

নাই একোভয়— কলির ইংরাজে
আনিছে জাহাজ তাপর নাও ;

আহা সকলোএ, পিন্ধাসাজ পাৰ
উঠা জাহাজত বিদেশে যাঁও।

২৫

জাতি জাতি কৰি— যুঠিযাবি ধৰি
থাকিবা কিমান শালৰ গৰু,
মাইনে যমত, কলিব শেষত
"হ'ব সকলোৱে একেটা চৰু"?

২৬

ভেদে হ'লে আৰু, কিয় বহি মৰা
আহা সকলোএ বিদেশ যাঁও;
"পৰ্ব্বতীয়া জাতী", চুকৰ ভেকুলি
ইসব কলঙ্ক—নাম গুচাও।

২৭

চৌৱা চকু মেলি, — সকলোৱে আজি
বিজয় পতাকা হাতত ল'ই,
উন্নতিৰ পথে, বেগে আগুৱাই
এনাহ মিছানী সাৰথি থ'ই।

২৮

সকলো দেশতে, মধ্যাহ্ন আলোক
চৌৱা আসামত আজিও নিশা;
সকলো দেশতে বসন্ত হাঁহিছে,
চৌৱা আসামত ঘোৰ বাৰিষা।

২৯

সকলো দেশতে শৰতৰ জোন
হাঁহিছে নাচিছে শীতাংশ ল'ই;

চোৱা আমাৰ ভাগ্য আকাশত
নাচিছে খাঁউসি বাহুক ল'ই।

৩০

তথাপিও হায়, কোন মুখে তাই
তিকতাক ল'ই আছা সোমাই;
নিশ্চয় জানিলোঁ, তঁহতৰ গাত
আৰ্য্যৰ শোণিত এটোপো নাই।

---

# শক্তি বিজ্ঞান।

যাৰ দ্বাৰা কোনো কাৰ্য্য কৰা হয় তাক শক্তি বা বল বোলে। এই শক্তি বা বল দেখিবলৈ পোৱা নাযায়, তাৰ কাৰ্য্য মাত্ৰ দেখি। এই শক্তিৰ গুণৰ পৰা সংসাৰৰ সকলো কাৰ্য্য সম্পাদিত হইছে। সম্প্ৰতি আমি ইয়াত কেৱল শিল্প শক্তিৰ বিষয় মাত্ৰ সংক্ষেপে আলোচনা কৰিম।

এই সংসাৰত আমাৰ যিমান বস্তু আৰু কাৰ্য্যৰ প্ৰয়োজন সকলো বিলাক আমাৰ হাতেৰে কৰিব লগীয়া হোৱা হেঁতেন বড় কষ্ট হ'ল হেঁতেন। বড় বড় জাহাজৰ যিবিলাক সামগ্ৰী, শিল আৰু কাঠৰ অট্টালিকা নিৰ্ম্মাণ কৰোঁতে যি বিলাক সামগ্ৰী, আৰু আন আন কামত যি বিলাক সামগ্ৰী লাগে, সেই সকলোবোৰ শিল্প যন্ত্ৰৰ সহায় বিনে কৰিব লগীয়া হলে বহু শ্ৰম বহু সময় আৰু ব্যয়ৰ প্ৰয়োজন। এই মানৱ দেহ আৰু দেহৰ কাৰ্য্য আৰু পশুপক্ষী বোৰৰ কাৰ্য্য দেখি মানুহৰ প্ৰয়োজন অনুসাৰে কেও বিলাক যন্ত্ৰ নিৰ্ম্মাণ আৰু কৌশল আবিষ্কাৰ কৰা হৈছে। শিল্প শাস্ত্ৰৰ নিয়মৰ দ্বাৰা অনেক বস্তু নিৰ্ম্মাণ আৰু কাৰ্য্য কৰা যায়। শিল্প শাস্ত্ৰত দুবিধ

শক্তি বা যন্ত্ৰৰ বিষয় উল্লেখ আছে। এই ছুটা শক্তিৰ দ্বাৰা মনুষ্যৰ অনেক বল বৃদ্ধি হইছে। তাৰ বিবৰণ ক্ৰমে আমি সংক্ষেপে লেখিম।

দণ্ডযন্ত্ৰ, তুলাদণ্ড বা পাল্লা শক্তি। লো বাঁ কাঠৰ বাড়ি এডাল এটা অৱলম্ব বা মেকৰ দ্বাৰা অৱলম্বিত হ'লে তাক "লেবৰ" বা তুলাদণ্ড বোলে। বেপাৰি বিলাকে বস্তু জোখোঁতে যি পাল্লা বা তুলাচনী ব্যৱহাৰ কৰে সেই পাল্লা এক প্ৰকাৰ তুলাদণ্ড। এই পাল্লাৰ বাড়ীৰ মাজত যে জৰি দি তাক আড়ি থোৱা যায় সেই জৰি দিয়া স্থানেই তাৰ মেক বা অৱলম্ব। এই মেকৰ চাৰিওকালে এই পাল্লা ঘুৰে। এই মেকক গতিকেন্দ্ৰও বোলে। আমি যি বোৰ সামান্য পাল্লা দেখোঁ সেই বোৰ বস্তু জোখাত ব্যৱহাৰ হয়; তাৰ দ্বাৰা বলৰ বিশেষ সাহায্য নহয়। সমদূৰত্বে মেক থোৱাত দুইওকালে সমান বস্তুৰ প্ৰয়োজন। এই তুলাদণ্ড বা পাল্লাৰ একালে জোখৰ বস্তু আৰু একালে তাক যি শক্তি বা যিহৰ দ্বাৰাই জোখা যায় সি থাকে। কোনো পাল্লাৰ একালে পাঁচ সেৰ ওজন দগা এটা আৰু একালে জোখৰ বস্তু দিলে দগা থকা কালক পৰিমাণ বা ভাৰ আৰু ইফালক পৰিমেয় শক্তি বা বল বোলে। মেকৰ দুফালৰ দণ্ডক বাহু বা দণ্ডাংশ বোলে। পৰিমাণ আৰু পৰিমেয় শক্তিৰ মাজতে যাৰ মেক থাকে তাক প্ৰথম প্ৰকাৰৰ তুলাদণ্ড বোলে। মেক আৰু শক্তিৰ মাজত যি তুলা দণ্ডৰ পৰিমাণ বা ভাৰ থাকে তাক দ্বিতীয় প্ৰকাৰৰ তুলাদণ্ড বোলে। মেক আৰু ভাৰৰ মাজত যাৰ শক্তি সি তৃতীয় প্ৰকাৰৰ তুলাদণ্ড। প্ৰথম প্ৰকাৰত পৰিমাণৰ সমীপৰ বাহু পৰিমেয় শক্তিৰ বাহুতকৈ দীঘল। পৰিমাণৰ সমীপৰ বাহু পৰিমেয় শক্তিৰ বাহুতকৈ চাৰিগুণ দীঘল হলে চাৰি

সেৰ পৰিমাণৰ কোনো বস্তু এসেৰ পৰিমেয় শক্তি বা বস্তুৰ দ্বাৰা সমান হ'ব। এই তুলাদণ্ড শক্তিৰে অলপ বলেৰেই বৃহৎ বস্তু লড়াব চড়াব পাৰি। কাঁচি, তুলাচনী, ঢিকি প্ৰভৃতি যন্ত্ৰতো এই প্ৰকাৰ তুলা দণ্ডৰ নিয়ম খাটে। পৰিমাণ আৰু পৰিমেয় বস্তুৰ দূৰতা অনুসাৰে দ্বিতীয় প্ৰকাৰৰ তুলাদণ্ডৰ শক্তি হয়। যদি মেৰুৰ পৰা পৰিমেয় শক্তি এক আঙ্গুলি দূৰৈত থাকে আৰু পৰিমাণ পাঁচ আঙ্গুলি দূৰৈত থাকে তেনেহলে দ্বিতীয় প্ৰকাৰৰ তুলাদণ্ডৰ দ্বাৰা পাঁচগুণ বস্তু এগুণে সইতে সমানে জুখিব পাৰি। অৰ্থাৎ একালে পাঁচ সেৰ এটা বস্তু আৰু আন কালে এসেৰ পৰিমাণৰ বস্তুৱে সমান হয়। নাও যে বঠাৰে চলে ইও এই প্ৰকাৰে তুলাদণ্ডৰ শক্তিৰে ঘটে। ইয়াত পানী মেৰু, নৌকা পৰিমাণ আৰু মানুহৰ বল পৰিমেয় শক্তি। নাওৰ মানুহো এই প্ৰকাৰ নিয়মৰ অধীন। এটা ক্ষীণ দুৰ্ব্বল আৰু এটা হৃষ্ট পুষ্ট বলৱন্ত লোকে যদি কোনো এটা বস্তু সাঙি ভাৰত নিব লগীয়া হয় তেনে হলে নিব লগীয়া বস্তুটো বলৱন্ত মানুহটৰ ওচৰত দিলে সিকালে দুৰ্ব্বলক্ষীণ মানুহটো হলেও হয়। দুৱাৰৰ কব্জা বা গাঁঠী যি ফালে থাকে তাৰ ওচৰত ঠেলি ঘূৰাব মেলা টান; কিন্তু আনকালে হলে ঢিলা। ইয়াতো দ্বিতীয় প্ৰকাৰ তুলাদণ্ডৰ নিয়ম জানি।

তৃতীয় প্ৰকাৰ তুলাদণ্ডৰ উদাহৰণ এই। মাটিত পকা কোনো জখলা বা খুঁটা একেবাৰে স্থিৰ কৰিব নোৱাৰি কিন্তু তাক কতিয়াকৈ কোনো বেৰত আউজাই ক্ৰমে অলপ বলেৰেই স্থিৰ কৰিব পাৰি। মানুহৰ হাতেৰে যে বস্তু তোলা যায়; ইও এই নিয়মৰ অধীন।

তুলাদণ্ড দুই প্ৰকাৰ। এক প্ৰকাৰ সমবাহু, এক প্ৰকাৰ

বিষমবাহু। এই দুই বাহুৰ মধ্যতে মেৰু। তুলাদণ্ড যন্ত্ৰৰ মেৰুৰ পৰা এক আঙুলি ইকালে যদি পৰিমাণ থাকে আৰু তাৰ পৰা ১৬ আঙুলি পৰিমান সিকালে যদি পৰিমেয় শক্তি থাকে তেনে হলে ইদুইও সমান হ'ব। অৰ্থাৎ ১৬ যোন গধুৰ কোনো এটা বস্তু এযোন গধুৰ বস্তুএটাবে তুলিব পাৰি। তুলাদণ্ড জোখত সদাই বস্তু কমি বা সৰহকৈ দিব পাৰি। দোকানী বোৱে কেতিয়াবা এনে প্ৰবঞ্চনা কৰে। তুলাদণ্ডৰ মেৰুৰ পৰা পৰিমাণ আৰু পৰিমেয় শক্তিৰ দূৰত্তা লৰচৰ কৰি প্ৰবঞ্চনা কৰিব পাৰি। কোনো বস্তু দুখান তুলাচনীত জুখিলে যদি অসমান হয়, দুইও জোখৰ পৰিমাণৰ পূৰণ কৰি যি ফল পোৱা যায় তাৰ বৰ্গমূল সেই বস্তুৰ প্ৰকৃত জোখ; এটা বস্তুক কোনো এখান পাল্লাত ১৬ সেৰ আৰু আন এখা-নত ১২ সেৰ ১ পোৱা হলে এই দুইকো পূৰণ কৰি ১৯৬ পোৱা যায়। ইয়াৰ বৰ্গ মূল ১৪। এতেকে সেই বস্তুৰ প্ৰকৃত জোখ ১৪ সেৰ।

চক্ৰ-অক্ষচক্ৰ-চকৰি। ইয়াতো তুলাদণ্ড যন্ত্ৰৰ সাধাৰণ নিয়ম খাটে। অক্ষদণ্ড আৰু চক্ৰৰ পৰিমাণৰ দ্বাৰা ইয়াৰ শক্তিৰ তাৰতম্য হয়। অক্ষদণ্ডতকৈ চক্ৰৰ পৰিধি যি পৰি-মাণে অধিক সেই পৰিমাণে ইয়াৰ শক্তি অধিক। যদি ডিলাতকৈ চকৰিৰ পৰিধি ৮ গুণ সৰহ হয় তেনে হলে এসেৰ গধুৰ এটা বস্তুএ আঠ সেৰ গধুৰ বস্তু এটাৰ সমান হ'ব।

বড় জাহাজ আৰু কাৰখানা যৰত এই চকৰি থকা যন্ত্ৰ ব্যৱহাৰ হয়। ধোঁৱাৰ জাহাজৰ চকৰি আৰু গাড়ীৰ চকৰিতো ইয়াৰ নিয়ম খাটে। টানিব লগা জাহাজ বা গাড়ী ইয়াৰ পৰিমাণ, তাপ বা গৰু বা ঘোঁৰা ইয়াৰ পৰিমেয় শক্তি বা বল, দুকানৰ চকৰিএই যন্ত্ৰ।

পুলী-কপিকল-হাকৌটা। ইয়াতো তুলাদণ্ড যন্ত্ৰৰ নিয়ম খাটে। কপি বা হাকৌটাত লেজুলগাই এই যন্ত্ৰ নিৰ্ম্মাণ কৰা হয়। এই হাকৌটাৰ দ্বাৰা অলপ বলেৰে বস্তু তুলিব পাৰি। কেইবাটাও হাঁকোটাত কেইবাডালো লেজু লগালে এটা হাঁকোটাৰ পৰা আনটো হাঁকোটাৰ দূৰত্বৰ পৰিমাণে বলৰ পৰিমাণ হয়। এটীয়া পুলি বা হকৌটা হলে কোনো এটা বস্তু তাৰ অৰ্দ্ধেক গধুৰ, তুলিব পাৰি। হাঁকো-টাৰ বা পুলিৰ সংখ্যা বঢ়াই দিলেই বলৰ আধিক্য হয়। একালে এটা পুলি বা হাকৌটাত বস্তুৰ পৰিমাণ, আন কালে আন হাকৌটাত পৰিমেয় শক্তি। পৰিমেয় শক্তিৰ কালে ছয়োড় পুলিত লেজু লগালে এসেৰ গধুৰ পৰিমাণ বস্তুৰে ১২ সেৰ পৰিমাণ বস্তু তুলিব পাৰি। স্পষ্টকৈ ক'ব লাগিলে ১২ জন মানুহে তুলিব পৰা বস্তু এটা এটা মানুহৰ বলেৰেই তুলিব পাৰি। বড় ঘৰ সাজোঁতে বাহিৰত এটা খুটা পুতি তাৰ ওপৰত বাঁহ এডাল বান্ধি তাৰ আগত লেজু লগাই এই লেজুৰ মূৰত কেৰ বান্ধি ঘৰ সজা মানুহটৈন তুল দিয়া যায়। এই কৌশল কপি আৰু তুলাদণ্ডৰ নিয়মেৰে হয়। পানচৈ নাৱৰ মানুহৰ আগত এনে পুলি বা কপিযন্ত্ৰ থকাত মান্না-ইতে অলপ শ্ৰমেৰেই ডাঙৰ পাল ওপৰলৈ তোলে।

প্ৰৱণ বা ক্ৰম-নিম্ন ধৰাতল। যিঐ কোনো বস্তু তোলোঁতে যিমান বল লাগে ক'তিয়াকৈ তোলোঁতে তিমান বল নালাগে। জাহাজৰ বস্তু তুলিবলৈ আৰু তাৰ পৰা নমাবলৈ জাহাজৰ পৰা নৈৰ দাঁতিলৈ তক্তা পাৰিদিয়ে। সেই তক্তা কতিয়া ভাৱে থাকে। সেই কাৰণে অল্প বলেৰে গধুৰ বস্তু তুলিব বা নমাব পাৰি। তুমিব পৰা সেই কতিয়া তক্তাৰ আগলৈ এটা লম্বৰেখা টানিলে সি যিমান দীঘল হয় তাতকৈ তক্তা

যিমান দীঘল সেই পৰিমাণে তাৰ শক্তিৰ তাৰতম্য। মাটিত খুটি এটা পুতি মাটিৰ পৰা এচল্লা তক্তা সেই খুটীৰ ওপৰলৈ ক'ড়িয়াকৈ পাতিলে সেই খুটীতকৈ যদি তক্তা তিনিগুণ দীঘল হয় তেনে হলে সেই তক্তাৰ ওপৰত কোনো বস্তু ৰাখিলে তাৰ তিনি ভাগ এভাগ জোখৰ বস্তুৱে স্থিৰ ৰাখিব পাৰিব। বটালি, কুঠাৰ, কোৰ, কোদাল, কাল প্ৰভৃতি অস্ত্ৰত এই নিয়ম খাটে। কাঠ বাঁহ কাটিব লাগিলে পোনেই কাটোঁতে যিমান বল লাগে ক'ড়িয়াকৈ কাটিলে অলপতে হয়। খিয় পৰ্ব্বতলৈ উঠোঁতে পোনেই খিয় বাটে ন'গাই কড়িয়াকড়িকৈ গলে তিমান শ্ৰম বোধ নহয় কিয়নো তিমান বল নালাগে। পৰ্ব্বতৰ কটা বাট বোৰ প্ৰায় এই নিয়মে কটা। প্ৰবণ ধৰাতলৰ নিয়মে যন্ত্ৰ নিৰ্ম্মাণ হোৱাত সংসাৰৰ অনেক সুবিধা হইছে।

কাজলা বা খিলি। কাঠ ইত্যাদি ফালোঁতে বা বিন্ধাওঁতে আৰু আন অনেক কাৰ্য্যত খিলি বৰ প্ৰয়োজনীয়। ই এক প্ৰকাৰ ক্ৰমনিম্ন ধৰাতল শক্তি যন্ত্ৰ মাত্ৰ। কাঠ অলপ ফালি গজাল সুমাই দিলে তাক ফালিবলৈ টান হয়। কৰতি বিলাকে কাঠ ফালোঁতে সদাই এইৰূপ কাঠ এডোখৰকে খিলি কৰি কাঠত পোতে। কৰত খনো কেতবিলাক গজাল থকা যন্ত্ৰ মাত্ৰ। কৰতৰ দাঁতেই একোটা খিলি। বটালি কুঠাৰ দা কটাৰী খুৰ প্ৰভৃতি অস্ত্ৰেও এইৰূপ খিলিৰ কাৰ্য্য কৰে। কাঠ বাহ ইত্যাদি বস্তুৰ পৰমাণু বিলাক যৌগিকাকৰ্ষণৰ দ্বাৰাই ইমান কঠিনৰূপে যোগ হই থাকে যে তাক ওছাবলৈ এইৰূপ অস্ত্ৰৰ প্ৰয়োজন।

ইস্ক্ৰু বা পকোৱাযন্ত্ৰ। ইয়াৰ দ্বাৰা বস্তু ওপৰলৈ তোলাত আৰু অনেক কাৰ্য্যত বৰ সাহায্য হইছে। এই

যন্ত্র পকোৱা পকি। হুঁহিয়াবব শালত, মেওধনীত আক বোতলব ঠিলা উলিওৱা যন্ত্রত ইয়াব উদাহবণ দেখি। ইয়াবে বোতলব ঠিলা উলিয়াওঁতে তাক প্রথমে ভিতবলৈ পকাই সুমাই দিয়ে পাছে অলপ বলতে সেই ঠিলা ওপবলৈ তুলি আনিব পাবি। সেই ইস্কুব পাকব দ্বাবা সেই ঠিলাব বল ক্রমে কমে আক তাক অলপ বলেবেই তুলিব পাবি। পেড়া, হুব্রাব ইত্যাদিতো কেতিয়াবা পকোৱা গজাল মবা যায়। এই যন্ত্রব দ্বাবাই বস্তু হেঁচিবলৈ বড় ভাল; কিতাপ বন্ধা বিলাকে এইরূপ এক যন্ত্রব দ্বাবাই কিতাপর পাত বিলাক হেঁচি ওখ বা বহল কিতাপকো চাপব আক চেপ কবিব পাবে। সিন্দুকব সঁচাব তালিতো ইয়াব নিয়ম দেখি।

ক, ব,

---

# ভুমিকম্প।

এই বেলি ভাবতবর্ষব অনেক ঠাইত ভূমিকম্প হইছে। আমি বোধ করোঁ ইয়াব বিষয় জানিবলৈ বহুতসংখ্যক পাঠকে ইচ্ছা কবিব। ভূমি কম্প হোৱাব আ: নএ ঘোড়াব গাড়ি অহাব দবে এটা শব্দ শুনি। কেতিয়াবা সক এটা জোকাব মাবে কেতিয়াবা ইটোব পাছত সিটো দুই তিনি নিমিষ মান ঢৌ অহাব দবে এটা বা দুটা বড় জোকাব মাবে। তিনি বিপলব অধিক কাল থাকিলে অনিষ্ট হয়। ওপবত কোৱা সময়তকে সবহ সময় ভূমিকম্প হই ইংৰাজি ১৮৬৮ সনত কাবকব প্রদেশত বহুত হানি হ'ল। বিশেষতঃ ইটাব ঘব থাকিলে শীঘ্রে নষ্ট হয়। যেতিয়া ভূমিকম্প হয় তেতিয়া মাটিত বহা উচিত নতুবা জোকাবনিত পড়ি মবিব পাবে।

ইংৰাজি ১৬০৭ সনত আসাম দেশত বড় ডাঙৰ ভূমিকম্প হৈছিল ; তেতিয়া অনেক হানি হ'ল। ভূমিকম্প হোৱাৰ বিষয়ে অনেক পণ্ডিতে অনেক ৰকমে কয়। বোধ হয় সকলো কাৰণ সঁচা। ঠাইএ ঠাইএ এক বা একাধিক কাৰ-ণৰ পৰা ভূমিকম্প হয়।

১। পৃথিৱীৰওপৰৰ পৰা পানী নিজৰি পৃথিৱীৰ তলৰ তপত ঠৰত পড়িলে ভাপ হয় আৰু সেই ভাপ ওপৰলৈ আ-হোঁতে ভূমি কম্প হয়। অথবা পৃথিৱীৰ তলত নানাবিধ প্ৰধা-নকৈ কাৰ্ব্বনিক বাষ্প গোট খাই সৰহ হ'লে ওপৰলৈ ওলাবৰ নিমিত্তে পুৰুষাৰ্থ কৰি ওপৰৰ হেঁচানি থকা স্তৰ কি তৰপ ফুটাই লেয়েদি বাষ্প আহোঁতে ভূমি কঁপাই আনে অৰ্থাৎ ভূমিকম্প হয়। ২। কোনো ঠাইত মাটিৰ তলত য-খাৰ বীজ, চুনবীজ, বৃদ্বীজ ইত্যাদি কেত বিলাক ধাতু থাকে, তাত পানী লাগিলে জুই উঠে আৰু তাতে ওহৰৰ বস্তু বিলাক দ্ৰৱ হয়, সেই দ্ৰৱ বস্তু বিলাক বেগেৰে আহাৰ খাই বোৱাত ভূমিকম্প হয় আৰু কেতিয়াবা মাটি ফুটি আগ্নেয়গিৰি হয়। অনেক ৰসায়ন বেত্তাই প্ৰমাণ কৰিছে যে লোহ চূৰ্ণ আৰু গন্ধক দুইকো পানীৰে মিহলাই সানি মাটিত পুতি থ'লে অলপ সময়ৰ পাছত সেই মাটি পিৰলৈ লবে। আৰু এটা বৈওলোকে প্ৰমাণ কৰিছে যে গন্ধকেৰে মিহলি লোহাৰ আকৰত পানী নিজৰি সোমাবলৈ পালে ভূমিকম্প হয়। ৩। পৃথিৱীৰ অন্তৰ ক্ৰমে চাপ খাই বোৱাত বাহিৰ ভাগ সদায় টান পৰি থাকে ; তাৰ কোনো ঠাইত ভাগিলে তাৰ বাবাই এটা শব্দ হয় আৰু চাৰিও কালৰ মাটি কঁপিবলৈ ধৰে। কোনো পৰ্ব্বতত গাছ থাকিলে সেই গাছ বহলি খাই আগ্নেয় গিৰিৰ জুই উঠে. মাটিৰ তলত অনেক গন্ধকাদি দ্ৰব্য থাকে.

সেই দ্ৰব্য বিলাক তপত হই ওলাই আছে। আগ্নেয় গিৰিত জুই উঠিলে ৫০।৬০ মাইল মানলৈ হানি হয়। যবদ্বীপ পুৱত গালগংনামেৰে এটা টীপ আছে. ইংৰাজি ১৮২২ সনত জুলাই মাহত হঠাৎ এদিন তাৰ ওচৰৰ নৈৰ পানী তপত যেন বোধ হ'ল; পিছে অক্টোবৰ মাহত ভয়ানক ভূমিকম্প হ'ল আৰু তপত পানী, বোকা, গন্ধক, ভাপ ইত্যাদি অতি বেগেৰে ওপৰলৈ উৎক্ষিপ্ত হ'ল; ৫০।৬০ মাইল মানলৈকে বড় হানি হ'ল।

ক. ব,

---

## মন।

১

মন তই কিয় এই দৰে ঘূৰ লবি?
কিয় তই এনে ক'ই
মানুহক লগে ল'ই,
ঘূৰি ঘূৰ মেৰেকৈ পাক্ডীৰ চকৰি?
কিয় তই এই দৰে
—শোকত হিয়া বিদৰে—
কৰ মানুহক নকৰিবৰ চকৰি?
মানুহৰ জনমত
কিয় তই অবিৰত
নিশাসে নিশাসে ভিন্ন ৰূপেৰে বিহৰি,
হাতত অমৃত দিয়
কণে কাঁড়ৰাই নিয়;
সমস্ত জগত যেন এচমকা কৰি?
মন তই কিয় এই দৰে ঘূৰ লবি?

২

কিয় মন এনে তই! সদাই চঞ্চল?
সাগৰৰ মাজ জলে
ধুমুহা বতাহে পালে
নাও, কলনাও যেনে কৰে টলম ;
শোক হৃদি সাগৰত
চিন্তা বায়ুৰ কোবত
কিয় মন তইও তেনে কৰ টলবল?
একন্তকো কাৰো গাৱে
নেথাক সুস্থিৰ ভাৱে
কুমাৰৰ চাক যেন ঘুৰিছ কেৱল ;
কত কথা ভিনে ভিনে,
পাতিছ ভাঙিছ দিনে ;
ভঙাকে পাতিছ ঘুৰি ; পতা ঘুৰি গ'ল,
সকলো শেষত ঘুৰি অন্ত এটা হ'ল।

৩

কি দোষ কৰিলো মন তোৰ ওচৰত?
তাকে যে সুটুৱা মনে
ঘুৰাইছ ক্ষণে ঘনে
প্ৰতিকূল, অনুকূল বায়ুৰ কোবত?
তাকে যে সুটুৱা মনে
দিনে দিনে ভিনে ভিনে
উটাই, বুড়াই সুখ দুঃখ সাগৰত ;
ততালিকে ইহপাৰ ;
ততালিকে কন্দুৱাৱ ;
ততালিকে তোল সুখ-স্বৰ্গ ওপৰত ;

ঘূৰিবা সাৰটি ধৰি
অদুৰা অপুৰা কৰি
ডুবাৰ অনন্ত দুখ নৰক গৰ্ত্তত ;
কি দোষ কৰিলো মন তোৰ ওচৰত ?

৪

এতিয়াই স্বৰ্গ-সুখ হাতে হাতে দিলি ;
—সিংহাসনে বহুৱাই
দাসীৰে পদ সেৱাই
সোনৰ মুকুট আনি মুৰত পিন্ধালি ;
মনি মুক্তা সোনধন
আনি কত অগণন
কলহৰ মুখে মোৰ ভৰিত ঢালিলি ;
ৰাজা মহাৰাজ কত
পেলালিহি চৰণত
কতনো সুখৰ গীতে কানক তোষিলি ।
এতিয়াই ঘূৰি ধৰি
সকলোকে দিলি হৰি
কেৱল ই লঠামুঢ়া দেহক ৰাখিলি ;
—দুনাই বাটৰ সেই ভিখুক কৰিলি ।

৫

এতিয়াই কান্দিছিলোঁ দুখৰ ভৰত ;
—দুঃখৰ সাগৰে পৰি
ডুবিছিলোঁ উটিবুৰি
বন পাতটিৰ দৰে ঢৌৰ লগত ;
কত বিভীষিকা আহি
দিলে দেখা হাঁহি হাঁহি

দেখি তাক হাত-ভৰি লুকাল পেটত ;
কতমো দুখৰ ছবি
মূৰ্ত্তিধৰি কাল ৰবি
উদিছিল এতিয়াই অন্তৰ পটত ;
এতিয়াই মন তয়
সকলোকে কৰি লয়
আনন্দৰ হাঁহি আনি চালিলি মুখত ;
—পুনৰ বুৰালি সেই অতুল সুখত ।

৬

এই জগতত তই কিভাবিবো মন !
ৰথত চকৰি দৰে
মেঘত বিজুলী দৰে
সাগৰত ঢউ দৰে ঘুৰ ঘনে ঘন ?
মানুহক এনে কৈ,
কৰিছ যে নৈ খৈ ;
আছে কি ইয়াৰ কোনো গুপুত কাৰণ ?
নহলে কি অকাৰণে
বজ চাৰৰেই মনে
ঘটাইছ মানুহৰ জীৱন মৰণ ?
ভাবি ভাবি মন মোৰ
নেপাৰোঁ নেপাৰোঁ ওৰ
কি তোৰ মমৰ কথা, কি তোৰ কাৰণ ?
কিয়বা ইদৰে নিতে ঘুৰি ফুৰ মন ?

হে, চ, গো,

---

# ঘৈণীৰ কৰ্ত্তব্য ও স্ত্ৰী শিক্ষা।

সাংসাৰিক কাৰ্য্য ও ঘৈণীৰ কৰ্ত্তব্য শিকাই স্ত্ৰী শিক্ষাৰ প্ৰধান লাগতিয়াল বিষয় বুলি ওপৰত যে লেখা গৈছে সেই সাংসাৰিক কাৰ্য্য ও ঘৈণীৰ কৰ্ত্তব্য কি, এতিয়া তাৰে বিচাৰ কৰা যাওক।

চোতাল ঘৰৰ পৰিষ্কাৰভাৱে চকু ৰখা, ল'ৰা ছোৱালীও অনুচৰাদিৰ খোৱা লোৱা ও সুখ স্বচ্ছন্দভাৱে কাল কৰা, গুৰুজন আৰু পৰিয়ালৰ ভিতৰৰ মানুহৰ প্ৰতি উচিত ব্যৱহাৰ কৰা ইত্যাদিএই সাংসাৰিক কাৰ্য্য। এই কাৰ্য্য বিলাকক এতিও ঘৈণীৰ মুৰত আৰু দুটা বৰ আৱশ্যকীয় কাৰ্য্যৰ ভাৰ থাকে আৰু থকা ও নিতান্ত যুক্তিসঙ্গত। ইয়াৰে প্ৰথমটি ৰন্ধা বঢ়া, দ্বিতীয়টি বোৱা কটা।

যি কাৰ্য্যৰ লগত জীৱনৰ সম্পৰ্ক, যি কাৰ্য্যৰ ওপৰত জীৱনৰ অস্তিত্ব নিৰ্ভৰ কৰে, সেই কাৰ্য্যটি কিমান ডাঙৰ তাক সহজেই অনুমান কৰিব পাৰি। আমাৰ পূৰ্ব্ব পুৰুষ বিলাকে "ৰন্ধা বঢ়া" কাৰ্য্যৰ এই গুৰুত্ব অনুমাণ কৰিএই, এই মহৎ কাৰ্য্যটি আমাৰ ঘৰৰ ঘৈণীৰ ওপৰত নিৰ্ভৰ কৰি গৈছিল। গৃহস্থৰ ওপৰত অনেকৰ আক্ৰোশ আৰু তেওঁৰ লগত অনেকৰ মনান্তৰতা থাকিব পাৰে—ই গৃহস্থৰ সৎ বা অসৎ স্বভাৱ বা কাৰ্য্যৰ পৰাও হয়, আৰু ই সংসাৰাশ্ৰমস্থ প্ৰাণীৰ এটি দুৰ্নিবাৰ্য্য আনুষঙ্গিক বুলি ও ধৰিব পাৰি। বহুত ঠাইত নানা কাৰ্য্য গ[illegible] গৃহস্থৰ বাহিৰে ধনী বিলাকৰ জীৱন সদাই সশঙ্কিত—ধনীৰ ধনলৈ সকলোৰে চকু। কেনেকৈ তাক মাৰি তাৰ সম্পত্তি আত্মসাৎ কৰিব পাৰি, দুৰভিসন্ধিপূৰ্ণ মানুহৰ প্ৰায়েই এইটো চিন্তা। এনে

অৱস্থাত যদি গৃহস্থৰ ভোজনৰ কাৰ্য্য তেওঁৰ প্ৰাণতৈ মৰম থকা এজনা লোকৰ ওপৰত নিৰ্ভৰ নকৰি যাৰে তাৰে ওপৰত বিশ্বাস কৰি, যাৰে তাৰে হাতে খাবলৈ ধৰে তেনে হলে সেই জনা গৃহস্থৰ সংসাৰৰ তাত টুটি অহাকে বুলিব পাৰি। ভোজনৰ উত্তমতাই শাৰীৰিক ও মানসিক উন্নতি বিধান কৰে, আয়ুঃ বৰ্দ্ধন কৰে, আৰু ভোজনৰ অপকৰ্ষতাই শৰীৰ ও মন অৱনত আৰু আয়ুঃশ্ৰী হীন কৰে। এই বিলাককে ভাবি চিন্তি আমাৰ পূৰ্ব্ব পুৰুষ বিলাকে ৰন্ধা বঢ়াৰ ভাৰ, বড় সুবিবেচনা কৰি, সাংসাৰিক অভিজ্ঞতাৰ গুণেৰে আমাৰ বৈণীসকলৰ ওপৰত অৰ্পণ কৰি গইছে। কিন্তু বৰ পৰিতাপৰ বিষয় আজি কালিৰ "বাবু" বা ডেকা সকলে আখলৰ চৌকাৰ তলৰ জুইৰ তাপত নৱনী সদৃশ প্ৰিয়তমাৰ সুকোমল শৰীৰ উতলি যায় বুলি নানা চাইৰ পৰা চাকমাই বা বাঙ্গনি বামুণৰ "আমদানী" কৰিবলৈ ধৰিছে। ইয়াৰ পৰা যে আমাৰ বৈণী বিলাক কেৱল সিচেই অকামিলা হৈ হয় এনে নহয়, ইয়াৰ পৰা গৃহস্থৰ খোৱাত তৃপ্তি নহয়, আৰু অৱস্থা অনুসৰি জীৱনতো শঙ্কা হয়। চিৰদিন কাৰো সমানে নেথায়, দুৰৱস্থাত পড়িলে ধনদি বাঙ্গনি মানুহ ৰখা যেতিয়া কষ্টসাধ্য হই উঠে, তেতিয়া এই কাৰ্য্য পুনঃ বৈণীৰ মুৰতে জাপি দিব লগীয়াত পড়ে। অনভ্যাসত এনে এটিবিদ্যা নষ্ট কৰা বা বিলাসিতাৰ বশীভূত হই বা সুকোমল শৰীৰা দেখুৱাই এনে মহৎ কাৰ্য্য এটালৈ হেলা কৰা নিতান্ত অন্যায়।

আমাৰ মাতৃ সকলে জিয়াৰী বিলাকক এই ৰন্ধা বঢ়াৰ কাৰ্য্যটি বিশেষকৈ শিকাব লাগে আৰু আমাৰ বৈণীসকলেও ক্ষণিক জুইৰ তাপক দুঃসহ যন্ত্ৰণা যেন অনুমান নকৰি,

স্বামীক বান্ধনি মানুহৰ "কৰণায়েস" নিদি নিজেই এই বড় লাগতিয়াল কাৰ্য্যটি শিকিব লাগে। গিৰিয়েকৰ ঘৰলৈ আহি জিয়াৰী বোৱাৰী হয়হি, যদি সেই বোৱাৰী ভাগ্যক্ৰমে শাহু আইৰ ভলত পৰেহি তেনেহলে শাহু আই সকলে বোৱাৰীক যথোচিত শিক্ষা দি পাকত তুলি লয়। আমাৰ অধিকাংশ শাহু আই এই পক্ষে বৰ চোকা—* তেওঁলোকে বোৱাৰীক বাঘৰ চকুৰে চায়, মাকৰ মৰমেৰে স্নেহ কৰে, আৰু নৱদম্পতীৰ ভৱিষ্য-জীৱনৰ সুখ আকাঙ্ক্ষা কৰিএই বোৱাৰীয়েকক কষ্ট দি ও বোৱাৰীয়েকৰ অনিচ্ছা থাকিলেও সৎকাৰ্য্যৰ নিমিত্তে বড় পীড়াপীড়ি কৰে। কোনো কোনো জনা বড় দুৰ্ব্বৃত্তা শাহুও আছে; তেওঁলোকে বোৱাৰীক বড় ক্ৰুৰ আৰু সদাই কুপিত অন্তঃকৰণেৰে শাসন কৰে; আমি ইয়াত সেই বিধীয়া শাহু আইলৈ আমাৰ সাতুটি সেৱা জনাই আমাৰ বিষয়ত ৰবোঁ।।

বোৱা-কটা। ষষ্ঠ সংখ্যা "বন্ধুৰ" ১৮৬ পিঠিত আমাৰ বিজ্ঞ লেখক এজনে এই বিষয়ৰ সম্পৰ্কে কেটামান বড় সুন্দৰ সুন্দৰ কথা লেখিছে। আমাৰ 'নিবেদন এই যেন আমাৰ ডেকা সকলে এই বিলাক কথালৈ অলপ মন যোৰ যুৱায়। এই "বোৱা-কটা" কাৰ্য্যটি আমাৰ ঘৈণী সকলৰ বড় লাগতিয়াল বন। এই কাৰ্য্যটি ঘৈণীৰ অৰ্থ সঞ্চয়ৰ উপায়, দুঃখৰ সহায়; এই কাৰ্য্যটিএ আমাৰ ঘৈণীৰ বুদ্ধি বৰ্দ্ধন কৰে; ইয়াক শিকি উঠিব পাৰিলে নিজৰ গৌৰৱ বাঢ়ে আৰু এই কাৰ্য্যৰ দ্বাৰা স্বদেশীয় শিল্পৰ উন্নতি-পথ বিস্তৃত হব

* কথাতে কয় "শাহুৱে শিকোৱা বোৱাৰী বাৰী মাছে গৰকা পাচনী থাকা।"

থাকে। আমাৰ অসমীয়া গাভৰুৰ হাতত যি সুন্দৰ কাৰু-কাৰ্য্য-খচিত, গুণাৰ বন কৰা, পাৰি দিয়া খনীয়া আৰু চেলেং, ৰিহা প্ৰভৃতি বোৱা হয়, সেই কাপোৰ বিলাক অন্যান্য দেশৰ মানুহৰ চকুত পড়িলে সিঁহতৰ চকু ঠৰ হয়।

আজি কালি বৈণী সকলে সাতাতে বিলাতীসূতা পাই আমাৰ কপাহৰ পৰা সূতা কটা বিদ্যাটি একেবাৰেই এড়ি পেলাইছে বুলিবই পাৰি। কিছুমান বছৰৰ পাছত গৃহস্থৰ ঘৰত দুপৰ নিশালৈকে জঁতৰ ঘৰ্ঘৰ শুনা গৈছিল—তোলনিৰ অন্তত বোৱাৰী জিয়াৰী বিলাকে নানাবিধ সুখ-দুঃখৰ আলাপ, ৰহস্য বা সাধু কথাদি কই চাৰি পাঁচ মেচা সূতা কাটিহে শুই-ছিল, কিন্তু আজি-কালি সময়ৰ পৰিবৰ্ত্তনত তেওঁ লোকৰ ৰুচিৰো পৰিবৰ্ত্তন হইছে, আৰু আগৰ দৰে এতিয়া এই সূতা-কটা কাৰ্য্যটিক কোনো লাগতিয়াল বস্তুৰ ভিতৰত গণ্য কৰা নেযায় এনে কি এতিয়াৰ বোৱাৰী-জিয়াৰীৰ হাতৰ লগত জঁতৰ আদি সূতা-কটা যন্ত্ৰবিলাকৰ ইমান সম্পৰ্ক হইছে যে অধি-কাংশ গাভৰুএ জঁতৰ " বেঁওকে " চিন নাজানে। বিলাতী-সূতাৰ মুটৰি লই মাবোৱাৰী-ভায়া গাঁৱলীয়া মানুহৰ আগ্-চোতালো পাইছেগৈ এনে অৱস্থাত লাহে লাহে গাঁৱলীয়া গাভৰুএও ৰঙালী সূতাৰেহে কাপোৰ ব'ব পৰা হই আহিবলৈ ধৰিছে। বেচাৰা গৃহস্থে ধন ক'ত পাব? অতি কষ্টে বাড়ীৰ তামোল চাইটা পান চাৰিখিলা বেচি মচেৰেকৰ খাজনৰ ধন কেনিকৈ উলিয়াব নোৱাৰে. তাৰ ওপৰত বৈণীৰ আদেশ পড়িল—নবা হোৱালীৰ বেয়্বোলত সূতা কাটিব নোৱাৰি, বিলাতী সূতা কিনি দিব লাগে, তেহে দুৰংত কাপোৰ ব'ব পাৰি! কোনো কোনো ৰুনা গাভৰু আকৌ ইয়াতকৈ ও এদোপ আগ বাঢ়ে, তেওঁ লোকে ঘৰত

মচ বাবিপাত্রং" সিহঁতেই হে যৰত সূতা কাটি কাপোৰ বয়, যদি কেনেবাকৈ মাড়োৱাৰি বাবু হঁতে লগুণকো আৰ-দাৰি কৰিব পাৰে, তেতিয়াহে জনা যাব যে দেশৰ পৰা "ধোৱা-কটা" কাৰ্য্যটিএ আৰু থাঁক যোচে। আগেএ দেশত কপাহৰ বিষাৰ আদৰ আছিল আজি কালি সিমান নাই, আগেএ কপাহৰ পৰা কেতিয়াকৈ বিষাৰ লাভ কৰিছিল এতিয়া সিমান কৰিব নোৱাৰে। আগেএ এড়িও মুগাৰ বিষাৰ কেতি হৈছিল, এতিয়া তাৰো সিমান নহয়—এতিয়া এড়িৰ সেৰে দহ টকা আৰু মুগাৰ বাৰ টকা। ইয়াৰ বাই কাৰণ কেতিয়াকৈ কেত নকৰে।—কিয়? যে, আগৰ দৰে মানুহে তাক যেদ কৰি নিবিচাৰে। নিবিচাৰে কিয় বুলি যদি আৰো কোনোবাই শোধে তেনেহলে ক'বই লাগিব যে বৈণীবিলাকে বৰৰ জেদা জোট দেখুৱাই এতিয়া আগৰ দৰে দুঃখ স্বীকাৰ কৰি এবিয়া আৰু মুগাৰ কাপোৰ বৰটৈ বক্ত অন্তা নকৰে। বিকিহক, আৰু বহুত কোৱা অনাৱশ্যক। ইয়াকে দেখুৱালেই বহুত হব যে বৈণীএ যদি কপাহৰ সূতা কাটি কাপোৰ বই ধুণৰ ফুলোপোৱা গৃহস্থ বিলাককে দিয়ে বা বাজীবেটী বিলাকক আৰু নবা ছোৱালীকে কাপোৰ যোগায়, তেও বছেৰেকত কাপোৰৰ খৰচৰ লিখিতে আতি কৰে ও প্ৰায় গৃহস্থৰ গড়ে দহটকাকৈ ৰূপ ৰাখিব পাৰে, আৰু কোৱা অনাৱশ্যক যে সেই টকা বৈণীবেই।

এই "ধোৱা কটা" আৰু "বন্ধা-বঢ়া" এই কাৰ্য্য দুটা বিজন্ম বৈণীএ মাজাৰে, তেওঁ তিকতা হই ও নতা তেওঁ এই সমানন্দৰ কোৱা "ভাৰ্য্যা—স্বামীৰ মানপ্ৰাণ, ঘৰৰ শাণ, অলঙ্কাৰ যোৱা যাব" ইত্যাদি ইত্যাদি। ৰ, মহন্ত

# আসাম-বন্ধু।

মাসিক পত্ৰ।

"নচ জ্ঞানাৎ পৰং বলম্।"

প্ৰথম খণ্ড। ] আষাঢ় শক ১৮০৭, ইংৰাজী ১৮৮৫। [ একাদশ সংখ্যা।

## আগৰ দিন এতিয়াৰ দিন।

### বিষয়াৰ তিকতা—ৰজা অভিষেক।

ৰজাৰ কেইবা জনাও কুঁৱৰী। তাতে পৰ্ব্বতীয়া কুঁৱৰী ও বাইভতীয়া কুঁৱৰী প্ৰধান। এই দুজনাৰ এজনা কোনো সময়ত দুইও জনাই, ৰজাৰে শিঙৰী ঘৰত উঠি সিংহাসনত বহে। প্ৰধান জনাক বড় কুঁৱৰী বোলে। কুঁৱৰী কেই জনাৰ একোখান খেল আৰু তাৰ কাৰ্য্য চলাবৰ বিষয়া থাকে। যাৰ খেল সেইজনা কুঁৱৰীএ খেলৰ উপস্বত্ব পায়। চমুৱা কুঁৱৰী মানে নিম্ন শ্ৰেণীৰ কুঁৱৰীৰ মৰ্য্যাদা বড় কুঁৱৰীৰ সমান নহয়। সৰ্ব্ব খেলৰ অনেক লিগিৰা আৰু লিগিৰী থাকে। কোনো লিগিৰাক ভাল বিষয় দিব পাৰে আৰু চমুলিয়া

লিগিৰীকো চমুৱা হুঁৱৰী মৰ্য্যাদা দিয়ে। ফুকন বৰুৱাৰ-নবাও লিগিৰা সোমায়। ৰজাৰ হুঁৱৰী আৰু লিগিৰী "পৰ্ব্বাদিনী" নহয়। তেও যেনাকে প্ৰকাশ্যে কলাই সোমাই ফুৰে। হুঁৱৰী সকলেৰো লিগিৰা আছিল। আহো-মৰ ফুকন তাৰুৱীয়া সকলোৰো লিগিৰা লিগিৰী থাকে। ব্ৰাহ্মণ মহন্ত কায়স্থ কলিতা কেওঁট প্ৰভৃতি উচ্চ জাতিৰ লোকেও লিগিৰা সোমাবলৈ স্পৃহা কৰে। লিগিৰাৰ ভিতৰ বাহিৰ বিশেষ নাই। বহুনাৰীসঙ্গ বা বহু বিবাহ আহোমৰ নিষেধ নাই। লিগিৰীৰ ভিতৰত প্ৰিয় সকল "হাতৰী" বা "গাছোলা" এই প্ৰকাৰ অনেক লিগিৰীত উপপত্নিৰ সম-হুৰ অনেক আভাষ দেখি।

ৰজা পাটত বহিও শিঙৰী ঘৰত নুঠেমানে ৰজাৰ পূৰ্ণ অভিষেক নহয়। শিঙৰি ঘৰত উঠা অভিষেক কাৰ্য্যত আহোম আৰু বৈদিক দুইবো কৰ্ম্ম মিহলি। চড়াই দেও পৰ্ব্বতৰ ওচৰত বা নগৰৰ ওচৰৰ কোনো বহল ঠাইত স্বৰ্গ দেৱৰ বাহৰ হয়। তাতে শিঙৰী কাঠৰ তিনটা ওখ চাঙঘৰ কৰা হয়। নানা তীৰ্থৰ জল আৰু হিন্দু আৰু আহোম মতৰ নানা মঙ্গলৰ বস্তু আয়োজন কৰা হয়। দেশৰ সকলো মহন্ত আৰু বিষয়া সেই ঠাইলৈ গৈ একত্ৰিত হয়। শিঙৰী ঘৰত উঠিবৰ পূৰ্ব্বদিনা অধিবাস। আহোমৰ বাইলুঙ আৰু হিন্দুৰ জ্যোতিষীয়া সকলে শুভ লগ্ন স্থিৰ কৰি দিয়ে। আহোমৰ পুৰহিত দেওধাঁই বাইলুঙে কুকুৰাৰ ঠেঙেৰে মঙ্গলামঙ্গল পৰীক্ষা কৰে, পাছে শুভ লগ্ন উপস্থিত হলে স্বৰ্গদেৱে প্ৰধান মহিষী জনাই সৈতে শিঙৰি ঘাম মণ্ডপলৈ যায়। তাতে তীৰ্থৰ জলেৰে আৰু আন সুবাসিত নানা বস্তুৰে আহোম আৰু ব্ৰাহ্মণ পণ্ডিতৰ উচ্চাৰিত মন্ত্ৰেৰে স্বৰ্গদেৱে সত্তাৰ্থ্য স্নান কৰে। এই ঘৰৰ তলত দুজন মানুহ মৰা

হয়। স্বৰ্গদেৱে স্নান কৰা জল এই মানুহৰ মুখত পৰে। স্বৰ্গদেৱৰ স্নান শেষ হলে এই দুজনক এচৰ ৰূপ এচৰ সোণ দি খেদাই দিয়া হয়। ইহঁতে সুবি নগৰৰ কাষে সেচাই নগৰৰ পৰা বাজ হই দেশ চাৰি যায়। ইহঁত যি বেল বা খেলৰ মানুহ তাৰ পৰা ইহঁতক কটা হয়। এই দুজন মানুহক "মেওচা বোৱা" বোলে। লোকৰ বিশ্বাস যে এই দুজনেই ৰজাৰ আৰু ৰাইজৰ অমঙ্গল মেওচা লই যায়। গুৱালপাড়া জিলাত এই ৰূপ মেওচা বোৱা লোকৰ সন্ততি এতিয়াও আছে।

স্নানৰ পাছত অভিষেক হোৱা শিঙৰী ঘৰটোলৈ সভাৰ্য্যে স্বৰ্গদেৱ যায়। তাতে আহোম আৰু বৈদিক মতে বাইলুং মহন্ত পণ্ডিত সকলে ৰজাক শান্তিকৰি পুষ্প চন্দন মালা দি অভিষেক কৰে। ভাৰৰীয়া সকলে সেই ঘৰলৈ উঠি স্বৰ্গ-দেৱক সেৱা কৰে আৰু ৰাইজে মাটীৰ পৰা সেৱা কৰে জয়-ধ্বনী হয় শঙ্খ ঘণ্টা দবা নানাবিধ বাজনা বজোৱা হয়। ঘোঁড়া হাতীৰ দ্বাৰা ধ্বনী কৰোৱা হয়। ব্ৰাহ্মণ মহন্ত আৰু আন সকলক দান দক্ষিণা দিয়া হয় স্বৰ্গদেৱে ভোজন সেই ঘৰতে কৰে। আবেলি হাতীৰ যুদ্ধ। নাচ বাজনা আৰু আন অনেক ক্ৰিয়া কৰা হয়। বিষয়া সকলে স্বৰ্গদেৱক উপঢৌকন দিয়ে আৰু স্বৰ্গদেৱে বিষয়া, মহন্ত পাইক সকলোকে যথা-যোগ্য বঁটা বাহন দিয়ে। স্বৰ্গদেৱে এই সময়তে আহোম মতে নাম লয়। আহোমৰ কুকুৰাৰ ঠেঙৰ দ্বাৰা মঙ্গল চোৱা নিয়ম। স্বৰ্গদেৱৰ এই নাম কৰণ হোৱাত কুকুৰা ঠেঙেৰে বাইলুং মঙ্গল চায় আৰু আহোমৰ পুথী পঢ়ি দেৱ হাঁকাৰে। বন্দী শালত যি বিলাক বন্দীয়াৰ থাকে সেই বোৰক মুক্তি দিয়া হয়। ৰজা শিঙৰী ঘৰত উঠা এটা প্ৰধান উৎসৱ। সেই দিনা দিনে

আজিও পৰ্ব্বতৰ সেই শিঙৰী ঘৰতে থাকে। শিঙৰী ঘৰত উঠিলেই ৰজা পূৰ্ণাভিষেক হয়। আহোমৰ এটা নিয়ম এই যে কোনো জনা ৰজাৰ আয়ু হলে বা ৰজাৰ ঘৰত [illegible] হলে আগৰ ৰজা সকলৰ মাজে গাঁই পাতি সাজ দিয়া হয়। যি সকল ৰজাই শিঙৰী ঘৰত উঠা নাই সেই সকলৰ সাজ শিঙৰী ঘৰত উঠা ৰজাৰ সাৰিত দিয়া নাযায়।

---

# পুৰণি গুৱাহাটী নগৰ।

গুৱাহাটী অতি প্ৰাচীন নগৰ। অধিক কি সত্য যুগতো এই নগৰ আছিল। হিন্দুমতে বৰাহ ৰূপী ঈশ্বৰৰ পুত্ৰ নৰক কামৰূপৰ ৰজা আছিল আৰু তেওঁৰ ৰাজধানী এই গুৱা-হাটী। ইয়াৰ দক্ষিণ পশ্চিমৰ এটা পৰ্ব্বতক এতিয়াও নৰকাসুৰৰ পৰ্ব্বত বুলি কয়। ইয়াৰ ওচৰতে এটা পুৰণি আলী অসুৰৰ আলি বুলি প্ৰসিদ্ধ। নৰকৰ পাছত ভগদত্ত ৰজাৰো গুৱাহাটীএই ৰাজধানী আছিল। সেই সময়ত ইয়াৰ নাম প্ৰাগ্‌জ্যোতিষপুৰ। এই শব্দৰ অৰ্থৰ দ্বাৰাই ই যে প্ৰাচীন কালত জ্যোতিৰ্ম্ময় আৰু সুন্দৰ আছিল কোনো সন্দেহ নাই। কোনো কোনো পুৰাণত এই নগৰৰ বিবৰণ পোৱা যায়। কিন্তু কোনো ঠাইত ৰজাৰ ঘৰ আছিল বা আৰু কি কত আছিল তাৰ একো নিৰ্ণয় কৰিব নোৱাৰি। শকাব্দ পৰিমাণৰ পঞ্চম শতাব্দীৰ মধ্য ভাগত চীন দেশৰ বিখ্যাত পৰিব্ৰাজক হিয়ানশাঙ মধ্য এসিয়া হই কাবুলেদি ভাৰতবৰ্ষ প্ৰৱেশ কৰি নানাদেশ দৰ্শন কৰি কামৰূপলৈ আহে। সেই সময়তো এতিয়াৰ দৰে গুৱাহাটী নগৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুইও কূলত আছিল।

সেই সময়তো ইয়াৰ প্ৰাগ্জ্যোতিষ্পুৰ নামেই প্ৰসিদ্ধ। সেই সময়ৰ এই নগৰৰ ৰজা ভাস্কৰ বৰ্ম্মা আছিল। তেঁও জাতিত ব্ৰাহ্মণ আছিল। ক্ষত্ৰিয়ৰ "বৰ্ম্মণ" উপাধি। ব্ৰাহ্মণৰ উপাধি "শৰ্ম্মা"। বৰ্ম্মা উপাধিৰ দ্বাৰা তেঁও যে ক্ষত্ৰিয় আছিল এনে বোধ হয়। চীন পৰিব্ৰাজকে অনুমান হয় তাহঁৰ ৰজাক ব্ৰাহ্মণৰ স্বভাৱ বিশিষ্ট আৰু উপবিতধাৰি দেখি ব্ৰাহ্মণ বুলি সিদ্ধান্ত কৰিব পাৰে।

কামৰূপ ৰাজ্য ছুভগীয়া হোৱাত এই নগৰ হতশ্ৰী হল। তথাপি ইয়াৰ কোনো কোনো ঠাইত পুৰণি অনেক কীৰ্ত্তি আজিলৈকে দেখিবলৈ পোৱা যায়। আজি সাত শ বছৰ মান হইছে বখতিয়াৰ খিলিজীএ কামৰূপ আক্ৰমিবলৈ আহোতে প্ৰাগ্জ্যোতিষ্পুৰ নগৰ আছিল। কিন্তু হিয়ান শাঙৰ সময়ৰ দৰে নাছিল। পাছে কামৰূপ যেতিয়া কোচ বেহাৰৰ ৰজাৰ আৰু মুসলমানৰ অধীন হল তেতিয়াও গুৱাহাটী নগৰ আছিল। মুসলমানক খেদি যেতিয়া আহোমে কামৰূপ অধিকাৰ কৰিলে তেতিয়া গুৱাহাটী নগৰত ৰাজ প্ৰতিনিধি বড়ফুকন থাকিব লগীয়া হোৱাত ইয়াৰ অৱস্থা অলপ পৰিমাণে ভাল হল। এই নগৰৰ গুৱাহাটী নাম কেতিয়াৰ পৰা হ'ল তাক নিৰ্ণয় কৰা টান আৰু কি কাৰণৰ পৰা হ'ল তাকো নিৰ্ণয় কৰা কঠিন। কোনোএ কয় বোলে গুহ অৰ্থাৎ কাৰ্ত্তিকে এখান "হট্ট" বা বজাৰ নিৰ্ম্মাণ কৰিছিল' সেই কাৰণত এই নগৰৰ এই নাম দিয়া হইছে। কোনোএ কয় গুৱাক বা গুৱা (তামোল) গছ-হাটী যত্তে সৰহকৈ থকাত ইয়াক গুৱাহাটী বোলে। হিয়ান শাঙে যি বিবৰণ লেখিছে তাত লেখা আছে যে প্ৰাগ্জ্যোতিষ্পুৰ কামৰূপত নাৰীকল আৰু তামোলৰ গছ সৰহ।

কোনোএ কয় এই নগৰৰ কেইও কাষে পৰ্ব্বত থকা দেখি ই পৰ্ব্বতৰ গুহা সেই কাৰণে ইয়াক গুহা শ্ৰেণী বা গুহা আটী বা গুহাটী বোলে। বস্তুতঃ গুৱা বা তামোল অথবা গুহা শব্দৰ পৰাই গুৱাহাটী নাম উৎপত্তি হোৱা অনুমান হয়।

ইয়াৰ মাজতো গুহা শব্দৰ পৰাই সেই নামৰ উৎপত্তি অতি সঙ্গত হইছে। উজাই আহি একাষে নীলাচল পৰ্ব্বত একাষে সৰাইচকীৰ পৰ্ব্বত ইয়াৰ মাজে আহিলে গুৱাহাটী খান গুহাৰ দৰে দেখি। গুৱাহাটী পুৰাণ মতে পুণ্যক্ষেত্ৰ কামৰূপৰ আন ঠাইৰ দৰে ইয়াতো মানুহে মৰিবৰ সময়ত দক্ষিণ কৰ্ণ ওপৰকৈ মৰে। ইয়াৰ কাৰণ এই যে মৰিবৰ সময়ত তাৰ সোঁও কাণত স্বয়ং মহাদেৱে তাৰক ব্ৰহ্ম নাম দিয়ে। তাৰ ফলে তাৰ অনায়াসে মুক্তি পদ লাভ হয়। এইটী পৌৰাণিক আৰু তান্ত্ৰিক মত। এই নগৰ পঞ্চ তীৰ্থৰ মাজ। গুৱাহাটীৰ (অনুমান কৰা) তড়লুৰ মুখত স্নান কৰি উঠিলেই পঞ্চ তীৰ্থলৈ চকু পৰে। যেনে নীলাচল, অশ্বক্ৰান্ত, মণিকৰ্ণেশ্বৰ বা কদ্ৰেশ্বৰ, উমানন্দ আৰু শুক্ৰেশ্বৰ আছে। সেই কাৰণে অনেক প্ৰাচীন লোকে গুৱাহাটীত মৰিবলৈ বাঞ্ছা কৰে।

ব্ৰিটিশ গৱৰ্ণমেণ্টে এই দেশ অধিকাৰ কৰাৰ পূৰ্ব্বে গুৱাহাটী নগৰৰ কেনে অৱস্থা আছিল তাক আমি দেখিবলৈ ইচ্ছা কৰোঁ। গুৱাহাটী নগৰ ব্ৰহ্ম পুত্ৰৰ দুইও পাৰে। দক্ষিণ পাৰে ইয়াৰ সীমা পশ্চিমে তড়লু দক্ষিণে তড়লু আৰু চলাবিল পূবে জয়দুৱাৰৰ চকী আৰু কাৰ ববৰ চকী উত্তৰে ব্ৰহ্মপুত্ৰ। এপাকে চাঁলে পশ্চিমে নীলাচলৰ তৈতৰ অলপ তাটী দুৱাৰগকীয়াৰ চকিৰ পৰা জয়দুৱাৰৰ চকী পৰ্য্যন্ত গুৱাহাটী নগৰ। দীৰ্ঘে প্ৰায় চাৰি মাইল তড়লুৰ

পৰা সেই চকী প্ৰায় ২॥ মাইল। পথালীএ গড়ে আধা মাইল উত্তৰ গুৱাহাটী হলে সৰাই চকীৰ পৰা বজাহুৱাৰ পৰ্ব্বতে ৫ মাইল মান দীঘল অৰ্থাৎ পথালীএ গড়ে আধা মাইল মান হব কামৰূপৰ পৰগণা বতোবস্ত 'মতে গুৱাহাটী বংশৰ পৰগণাত পৰে। ইয়াৰ পূবদক্ষিণ পশ্চিমে বামণা পৰগণা। প্ৰকৃত প্ৰস্তাবে হলে দক্ষিণ পাড়ে পশ্চিমে ভৰলু পূবে চিত্ৰাচল উত্তৰে ব্ৰহ্মপুত্ৰ ভৰলু আৰু চলাবিল এই গুৱাহাটী। উত্তৰ পাড়ে হলে অশ্বক্ৰান্তৰ পৰা বজাহুৱাৰ পৰ্য্যন্ত গুৱাহাটীৰ সীমা। গুৱাহাটীৰ উত্তৰ পাড়ক পানীফুকনৰ পাৰো বোলে। অশ্বক্ৰান্তৰ সমীপতে পানীফুকণ নামে বড় ফুকণৰ অধীন এজন প্ৰধান ফুকণৰ নগৰ আছিল। গুৱাহাটীৰ উত্তৰ পাড়ে তিনি থান প্ৰহৰিস্থান বা চকী। এই চকীত চকীয়াল বিষয়া থাকে। প্ৰথম সৰাই চকী। দ্বিতীয় অশ্বক্ৰান্তৰ চকী। তৃতীয় বজাহুৱাৰৰ চকী। এই তিনি চকীৰ অধিপতি পানী ফুকণ। গুৱাহাটীৰ ই পাড়ে দুৱাৰ গড়ীয়া চকী। ধৰম দুৱাৰৰ চকী। আৰু জয় দুৱাৰৰ চকী। ইয়াৰ ওচৰতে ফুফুৰা কটা প্ৰাচীন চকী। জয়দুৱাৰৰ চকী চিত্ৰাচল বা নবগ্ৰহৰ পৰ্ব্বতৰ অলপ ওপৰে। দুইতৰ কাণে কাৰ ধৰৰ চকী কাৰ ধৰৰ দুৰ্ণীৰ ওচৰত। ইয়াৰ উজনীত্ৰ পানীখাঁতীহতৰ প্ৰধান চকী আছিল।

ভঁড়লুৰ ওপৰত প্ৰধান কাঠৰ দলঙ আছিল। তাত পহাৰীএ পহাৰ দিছিল। তাৰ অলপ পশ্চিমে "সোণদৰ" নামে এটা বড় ঘৰ আছিল। এইটো বড় ফুকনৰ মেল বা সভা ঘৰ। দুইতৰ কাণে ইয়াৰ ওচৰে আৰ্দ্ধি খোৱা নামে এটা গড় আছিল সেই গড় ভঁড়লুৰ মুখতে শেষ হইছে সেই কাৰণে ভঁড়লু মুখৰ পশ্চিম ঠাই ভোথৰক গড়চুক বোলে।

এই ঠাইত তোমগাঁও আছিল। ছুয়াবগড়ীয়াব চকীব পৰা নীলাচলব ঠেক আৰু দুৰ্গা সৰোবৰ আৰু যোৰদৰৰ কাণেই বাট আহি দলঙত শেষ হইছে। সেই ঠাইৰ পৰা এটা বাট লুইতৰ কালে আৰু এটা উজাই পুবৰ কালে যাই খোৱা আঠ-গাঁও সাত গাঁওৰ মাজে চলাবিলৰ কাণে গই লাখটকীয়াৰ আলীত মিলিছে। ভঁড়লুৰ মুখৰে পৰা এটা আলী লুইতৰ দাঁতীএ দাঁতীএ আৰু শুক্রেশ্বৰৰ পুবেৰে গই এতিয়াৰ জজ কমিশ্চনৰ সাহাবৰ বাঙ্গালাৰ পুবেৰে লুইতৰ কালে গই খুৰুব নীয়া তোম গাঁওৰ পুবে এতিয়াৰ বিচেচ সাহাবৰ পৰ্ব্বতৰ সেই খিলিতে শেষ হইছে। তাৰ পৰাও উজাই বাট এটা আছিল। জজ কমিশ্চনৰ সাহাবৰ বাঙ্গালাৰ সেই খিলিৰ পৰা এটা বাট পুব কালে ক্ষাৰ ঘৰৰ চকী হই পাগী থাপি পৰ্য্যন্ত গইছে। ভঁড়লুৰ মুখৰ পৰা আন এটা বাট উজাই গই এতিয়াৰ কৈয়াপটী আৰু কাটকৰ ওচৰেৰে গই এতিয়াৰ পাৰ বজাৰৰ কালে গইছে আৰু এটা বাট কৌদাৰ গাঁওৰ ওপৰে লাখটকীয়াৰ ভিতৰেৰে উজাই গই চলাবিলৰ কাণে খোৱা বাটেৰে সইতে মিলি মকোনীয়া পুখুৰীৰ কাণে জয়দু-য়াৰৰ চকীলৈ গইছে। এই কেইটাই দীঘলবাট। ইয়াত বাজে উতৰা দক্ষিণা সৰু সৰু কেইতা মনে আলী আছিল এই বাট বোৰ এতিয়াৰ দৰে আহল বহল আৰু পৰিষ্কাৰ নাছিল।

ভঁড়লুৰ মুখতে বড় ফুকনৰ থটা আঠগীয়া খেলৰ কিছুমান মানুহ আৰু আন কিছুমান মানুহ আছিল। ভঁড়লু মুখৰ পৰা এতিয়াৰ কৈয়াপটি পৰ্য্যন্তে লুইতৰ দাঁতীৰ আলীৰ পুবে এটা খাল আছিল। অনুমান হৰ অতি পূৰ্ব্বকালত লুইতৰ দাঁতিত গড় আছিল তাৰে ইকালৰ এইটো খাল। এই

খালত শালখুটা পেলোৱা আছিল। এই খালৰ এভোখৰ অৰ্থাৎ এতিয়াৰ কৈৰাপটিৰ এ: ‍ন্তে দীঘে ১০। ১২ টাৰ প্ৰস্থে ২০০ টাৰ মান হাতীশালৰ গাৰই ৰূপে ব্যবহৃত হইছিল। এই হাতী শালত বড় ফুকনৰ অধীনৰ হাতী আছিল। এতিয়াৰ কাঁচিবজাৰ আৰু তাৰ পূব ফালৰ বস্তালৰ টোল ইফালে লুইতৰ কাণৰ আলীৰ দক্ষিণ কাণ আৰু দক্ষিণে সেই বাট পৰ্য্যন্ত এইটো বড় ফুকনৰ টোল। ইয়াৰ চাৰিও কালে বাঁহৰ কোঠ; টোলৰ পশ্চিমে বড় বাটচৰা বা বড় দুৱাৰ। উত্তৰে পানী দুৱাৰ; এই টোলৰ ভিতৰতে বড় চৰাও আছিল। বড় ফুকনৰ টোলৰ পশ্চিম কালে লুইতৰ পৰা এটা বাট দক্ষিণ কাললৈ গইছে। সেই বাট এতিয়াও আছে। এই বাটে গই নগাঁওৰ পৰা বড় ফুকনৰ পাল খটা শক চলাৰ কাণত থকা সাত গাঁৱা আঠগাঁৱা খেলৰ লোক আছিল। সেই বাটৰ দাঁতিতে পূব কালে চেটীয়া ফুকনৰ টোল আছিল। সেই বাটৰ পুবৰ পৰা উজাই কিছু মানলৈ লাখটকীয়াৰ প্ৰায় ওচৰলৈকে কোঁদাৰ গাঁও বুলিছিল ইয়াত মুসলমান আৰু হিন্দু মানুহ আছিল। লাখটকীয়াত মুসলমান মানুহ আছিল। সেই মুসলমানৰ কিছুমান কমাৰ আছিল। এতিয়াৰ কাটকৰ অলপ দক্ষিণ পশ্চিমতো নগীয়া প্যাইক আছিল। তাৰ ভাটীত প্ৰায় নদীৰ কোষৰে পৰা দক্ষিণ কাললৈ আলীৰ দুকাণে আৰু অলপ ভাটিতো মুসলমান মানুহ আছিল এই খণ্ডক মাছখোৱা বোলে। নবজী আৰু পহাৰ দিয়া লোকৰ সংখ্যাই ইয়াত অনেক। বড় ফুকনৰ টোলৰ সমুখতে আৰু হাতী শালৰ ওচৰত পহাৰীএ পহাৰ দিছিল। এতিয়া যত কাটক তাত বিশেষ মানুহৰ ঘৰ নাছিল। বড় ফুকনৰ টোলৰ পূবে নদীৰ কোষৰত আৰু

তাৰ ওপৰৰ ওখ ঠাইত যি ঠাইত এতিয়া কমাৰ পট্টিৰ পুখুৰী আছে সেই ঠাইতে বাড়ী আছিল। মাজে মাজে সাধাৰণ লোকৰ ঘৰ আছিল। বাসেশ্বৰ দেৱালয়ৰ দক্ষিণে ওখ ঠাইত মাও শলীয়া বড়ুৱাৰ চৌল আছিল। তাৰ পূবে শুক্রেশ্বৰ জনাৰ্দ্দন আৰু বাণেশ্বৰ দেৱালয়ৰ পাইক আছিল। তাৰ ওচৰৰ পৰা এতিয়াৰ পান বজাৰৰ অধিকাংশ ঠাইত ধৰৱী পাইকৰ খেল আছিল। আৰু মগীয়া আৰু দৰবী পাইকো আছিল। এতিয়া যি ঠাইত জিলাৰ কছাৰী আৰু ইস্কুল সেই ঠাইত গুৱাহাটীয়া মজুমদাৰ বড়ুৱা আৰু ঢেকাহুতৰ ঘৰ। সেই কাৰণেই কছাৰী ঘৰৰ ওচৰত লুইতৰ দাঁতিত থকা পানী টাৰ সেই শিলক মজুমদাৰৰ শিল বোলে। এতিয়াৰ ডাক বঙলা থকা কলৰ পানীৰ আধাৰ পতা হইছে তাৰ আৰু তাৰ পূবৰ টীলাটিত আৰ বটা হইছিল। কছাৰীৰ পৰা জজ কমিশ্যনৰ সাহাবৰ বাঙ্গালা পৰ্য্যন্তে লুইতৰ দাতিৰ ঠাইত ডোম্ গাঁও আছিল আৰু তাৰ অলপ ইফালে গহমৰীয়া মগোঁসাইৰ ঘৰ আছিল। তাৰ ইফালে এতিয়াৰ পথাৰত কিছুমান বোৱাতি মাটি আছিল। মজুমদাৰৰ আৰু কাকতীৰ বংশৰ ঘৰ দীঘলী পুখুৰীৰ দক্ষিণ পশ্চিম পৰ্য্যন্ত ব্যাপি আছিল আনবো ঘৰ আছিল। ইয়াতে চিত্ৰকৰ নামঘৰ বা মজুমদাৰৰ নাম ঘৰ নামে এটা নাম ঘৰ আছিল। এই ঘৰটো আৰু তাৰ ওচৰৰ মাটি কিছুমান কেতেকী বাড়ী বুলি মজুমদাৰৰ ঘৰেই। দত্তা-শীলত হুৱাকাৰ দেৱালয় পাইক আৰু ৰাম পাইক আৰু কিছুমান বৰ্ত্তা বিষয়া জ্যোতিষীয়া মানুহ আছিল। উগ্ৰতাৰা দেৱালয়ৰ কাষে সেই দেৱালয়ৰ পাইক আৰু আন লোকৰ ঘৰ আছিল। শুক্রেশ্বৰৰ আগৰ সেই দিক্তে কেয়াৰ দোকান গোলা আছিল। এতিয়াৰ দৰে ঘৰ বোৰ তেতিয়া

মাছিল। ছুবা ছুবা আছিল। ঘৰৰ ওচৰতে সেই ঘৰৰ লোকৰ বাড়ীও আছিল। থুকুৰলীয়া গাঁও দুইতৰ মাজিত আছিল নগৰত দুখান বজাৰ আৰু এখান গোলা আছিল। শুক্রেশ্বৰ দেৱালয়, জনার্দন দেৱালয়, বাণেশ্বৰ দেৱালয়, শুক্রেশ্বৰৰ দোল, ছত্ৰাকাৰ দেৱালয়, উগ্ৰতাৰা দেৱালয় চিত্ৰাচল বা নবগ্ৰহ দেৱালয় এই সকল দেৱালয় নগৰত আছিল। উমানন্দ দেৱালয় ব্ৰহ্মপুত্ৰ নদীৰ মাজত। কৰ্ম্ম নাশা আৰু উৰ্ব্বসীও নদীৰ মাজৰ পৰ্ব্বতত। দোবদবৰ ভাটীত বঙ্গালকটীয়া দুলীয়াৰ ছাউনি। চলাৰ ওচৰত টকৌবাড়ী সত্ৰ। উত্তৰ পাৰে অশ্বক্রান্ত মণিকর্ণেশ্বৰ আৰু কদ্ৰেশ্বৰ দেৱালয়। এই সমস্ত পকা ঘৰ। গুৱাহাটীত দক্ষিণ কালত ভড়লুৰ ওচৰত কুমাৰ পৰা গাঁও আছিল। মকোনীয়া পুখুৰী উগ্ৰতাৰাৰ পুখুৰী, দীঘলী পুখুৰী, কমাৰৰ পুখুৰী, লাখটকীয়াৰ পুখুৰী, আৰ বটা বা মজুমদাৰৰ পুখুৰী এই কেইটা প্ৰধান জলাশয়। আৰু চলাবীলত মাছখোৱা আৰু লা খটকীয়াৰ ছুটা মসজীদ ঘৰ আছিল। তিনি পৰ চাৰি দণ্ড মাৰিবৰ পৰা পৰগনীয়া কামৰূপী মামুহ নগৰৰ ভিতৰত থাকিব নোৱাৰিছিল। অশ্বক্রান্তৰ পাৰে অথবা নীলাচলৰ পশ্চিম ছালৰ পশ্চিমে পাড়ুত পৰগনীয়া বিষয়া বোৰ আৰু পৰগনীয়া মামুহ বোৰ আছিল। নীলাচলৰ পূবে খাৰঘা-জুলী ঘাটৰ ওচৰত আহুকবালী নামে যি বালী তাৰ নাম আজি প্ৰায় চাৰি শ বছৰৰ পৰা প্ৰখ্যাত। দুলীয়াৰ ছাউনিৰ দক্ষিণে আলীৰ কাণত কেইটা মান পুখুৰীত ভাল ভাল শাল খুটা পানীত খোৱা হইছিল। তাৰ ওচৰতে বজাৰবীয়া ইটা কৰাও হইছিল। সেই পুখুৰীৰ ইটা পুখুৰী নাম প্ৰসিদ্ধ। তাৰ অলপ ভাটীত দুৰ্গা সৰোবৰ। উত্তৰ

গুৱাহাটীত কাকতীচুক, মজুমদাৰৰ চুক প্ৰভৃতি নামে ঠাইত গুৱহটীয়া কাকতী আৰু মজুমদাৰৰ ঘৰ আছিল। আন ব্ৰাহ্মণ আৰু আন জাতিৰ বিষয়া বা আন লোকৰো ঘৰ আছিল ডোম গাঁও আছিল। অশ্বক্লান্ত দেৱালয়ৰ ওচৰৰ ডোম গাঁও ৰাজ গাঁও নামে প্ৰসিদ্ধ। গুৱাহাটী নগৰৰ প্ৰজা সংখ্যা সাত হাজাৰৰ অধিক নাছিল। উত্তৰ গুৱাহাটীৰ লোক সংখ্যা তিনি হাজাৰ মান হ'ব। নগৰত থিতাপি হৈ থকা মানুহৰ সংখ্যা পাচ হাজাৰ মান মাত্ৰ। অধিকাংশ পাইক খটা বা বিষয় কৰা লোক। নগঁয়া খবৰী গুৱা-হটীয়া কিছুমান লোক সৈন্য দলত ভুক্ত আছিল। সেই বোৰ লোক খেলে খেলে আছিল। বড়ুকৰৰ পৰা অতি দীন দৰিদ্ৰ পৰ্য্যন্তে সকলোৰে বাঁহ কাঠ আৰু খেৰৰ ঘৰ। নদীৰ ঘাটত দুৱৰীয়াৰ ঘৰৰ ২০ খান মান হোলোঙা নাও আৰু আন্‌-মুদৈৰ কিছুমান বেপাৰী নাও আছিল। ৰজা ঘৰীয়া কাৰ্য্যৰ কাৰণে পানীচুকৰ চকীত কাৰ ঘৰৰ ঘুলিত আৰু নগৰৰ ঘাটতো কিছুমান সেইৰূপ নাও আছিল। ৰজা-দুৱাৰ অশ্বক্লান্ত আৰু পাণ্ডুত পাৰ ঘাট আছিল। এতিয়া যি ঠাইত অতি উচ্চ গির্জা ঘৰ তেতিয়া সেই ঠাইত মজুমদাৰৰ ঘৰৰ বহতীয়াৰ দুত্ৰ পজা আছিল। হাজৰিকা, বড়া শয়-কীয়া প্ৰভৃতি বিষয়া যি খেলৰ সেই সেই খেলৰ লগতে বাস কৰিছিল। কটকী, খাওন্দ, জ্যোতিষীয়া আৰু গুৱহটীয়া বিষয়া সকলৰ ঘৰ এই নগৰত আছিল সেই সকলৰ থাকিবৰ ঘৰৰ কোনো বিশেষ নিদৰ্শন নাছিল। এতিয়াৰ দৰে তেতিয়া নগৰ খান শোভিত জেউতিয়ত আৰু স্বাস্থ্যকৰ নাছিল। নগৰৰ লোকে খাজানা বা আন কোনো কৰ দিছিল।

———

আ, ৰ.

# পূৰণি গুৱাহাটী নগৰৰ অতিৰিক্ত আৰু সংশোধিত বিবৰণ।

অশ্বক্লান্তত যি চকীৰ কথা লেখা আছে প্ৰকৃতে অশ্বক্লান্তত সেই চকী নাছিল। অশ্বক্লান্তৰ উত্তৰে অলপ কেই মাইল মানত সিন্দূৰী গোপাত থাই চকী আছিল। অশ্বক্লান্তত তলতীয়া চকীৰ দৰেহে আছিল। সেইৰূপে ৰজা দুৱাৰতো মূল চকী নাছিল। তাৰ কেইবা মাইল উত্তৰে এখান চকী আছিল। দৰঙ্গ প্ৰদেশৰ ৰজা আৰু পাইক এই ৰজা দুৱাৰত থাকে দেখি ইয়াক ৰজা দুৱাৰ বোলে।

খাৰঘৰৰ মুখৰ সেই খিনিত মূল চকী নাছিল লতাশীলতহে আছিল। বিচৰ সাহাবৰ বঙলা এতিয়া যি ঠাইত আছে সেই ঠাইতে চকী আছিল। খাৰ ঘৰৰ সেই খিনিত খাৰ ঘৰ ৰখা চকী আছিল। দৰঙ্গ প্ৰদেশৰ পৰা অহা বৰকাৰ সেই ঠাইত লোৱা হইছিল আৰু খাৰ বটা ঘৰৰ যে কথা লেখা হইছে সেই ঠাইত খাৰ প্ৰস্তুত কৰা হইছিল। গুৱাহাটীৰ দক্ষিণে কটাশীল নামে এখান পৰ্ব্বত আছে তাৰে সমীপতে ৰৱম দুৱাৰ থকা বুলি বুঢ়া লোকে কয়। গুৱাহাটীত কোনো লোকে বসতি কৰিবলৈ ইচ্ছা কৰিলে লতাশীলৰ পৰা কটাশীলৰ মাজৰ ঠাইত বসতি কৰিবলৈ কোনো সময়ত বাধাজ্ঞা থকা বিবেচনা হয়। কিয়নো এতিয়া পৰ্য্যন্ত লোকে কয় "লতাশীলৰ পৰা কটাশীললৈকে মাটী দিম।"

বড় ফুকনৰ চৌকৰ পশ্চিমৰ আৰু দক্ষিণৰ বসতি খিনিক মাছখোৱা বুলিছিল সেই মতেই এতিয়াৰ মাছখোৱা গাঁও

সেই সীমাতে পড়ে এভিয়াৰ কছাৰী ঘৰৰ অলপ পুবৰ পৰা পুখুৰনীয়া গাঁওলৈকে তোমৰ বি বসতি তাক বড় খেলীয়া গাঁও বুলিছিল। এতিয়াও তাৰ অংশ আছে।

কমাৰ পটীৰ পুখুৰীটোৰ গেগোৱা পুখুৰী আন এটা নাম। ইয়াৰ ওচৰতে এখাঙ্গি স্থাপিত দেবালয় আছিল। তাৰ ঘৰা ঘৰৰ পৰা দিয়া মাটী আৰু পাইক একো নাছিল। মাছ খোৱাৰ দক্ষিণ পূবে মক চলাৰ ওচৰত মুসলমানৰ কবৰস্থান বা মৈদাম দিয়া ঠাই। আহুৰ বাগী বা চাপৰীত আহুখেতি কৰিছিল।

স,

---

## সংসাৰত সুখ নাই।

১

সংসাৰত সুখ নাই
সংসাৰ দুঃখৰ ঠাই
—সংসাৰ কেৱল তাই দুঃখৰ দিয়ৰা
ৰোগ শোক ব্যাধি মৃত্যু সন্তাপেৰে ভৰা;
যেই কালে বুলি চাও
দুদোযাত্র দেখা পাঁও
দুখৰ তাবতে ক'লা সকলোৰে সুখ
সকলোৰে মুখে শুনো দুখ দুখ দুখ!
কিন্তু তথাপিও হাঁয়!
কাৰো গতি গৰ নাই
সকলোএ বুলি মৰে সুখ সুখ কৰি
কেতিয়াৰে সংসাৰ হাঁয় দুখৰ পুখুৰি।

২

সেই যে দেখিছো ভাই,
ভেঁটৰ ৰূপক চাই
হাঁহিছে নাচিছে চন্দ্ৰ মেঘৰ কোলাত
ৰসতে বলিয়া বুজি শান্তি নাই গাত ;
সাগৰত মুখ চাই,
হাঁহে মনে মুচুকাই,
মনে মনে লুকা-লুকি মেঘৰ আঁৰত ;
ভাবিছানে সুখী চন্দ্ৰ এই জগতত ?
কদাপি সি কথা ভাই,
মনত নিদিবা ঠাই,
যেতিয়া পাৰহি ঊষা সূৰ্য্যৰ চেকেলা
সুখীৰে অসুখী চন্দ্ৰ চাবা সেই বেলা ।

৩

আৰু চোৱা মন-পুতি
বায়ুৰ দোলাত উঠি
সেই যে দেখিছা মেঘ আকাশে আকাশে
প্ৰিয় বিজুলীক লৈ ভ্ৰমিছে উল্লাসে ;
ভাবানে তুমি মনত
সুখী মেঘ সংসাৰত ?
মেঘৰ সমান দুখী নাই জগতত
জ্বলিছে শোকৰ জুই মেঘৰ বুকত
সহনে কি এই দবে—
গগণ ফালি চিঞৰে,
কান্দি কান্দি ধাৰাসাৰে পানি হই যায় ;
মেঘৰ অন্তৰে ভাই তিল সুখো নাই ।

৪

সেই যে দেখিছ বায়ু
—সকলো জীবন আয়ু—
নাচি নাচি ঘুরি ঘুরে বিশ্ব ব্রহ্মাণ্ড
সুখ কাক বোলে যেন সেজানে বসন্ত ;
ফুলনী বসন্ত গাই
ফুল-কলি বুকে লই
আনন্দত বিয়াকুলি নাচে ধুলী ধুলী
কত যেন প্রাণ-কথা কয় বুকু খুলি ;
ধবিয়া মধুব তান
মোহে জগতব প্রাণ
কিন্তু তাই বায়ুব অন্তবে সুখনাই ;
—সদায় দুখত বোল—“হায় ! হায় ! হায় !”

৫

পানি ভবা পুখুবিত
বসে তগ মগ চিত
হাঁহিছে পদুম কলি সূর্য্যমুখে চাই
হালিছে জুলিছে বতাহব বায় বায়
কোমল পদুম কলি
অন্তবত নাই খলি,
সবাই প্রফুল দেখে হাঁহি-হাঁহি মুখ
সেজানে যে সংসাবত নাই একোদুখ ;
কিন্তু যেতিয়াই হায় !
দিন মণি যবি যায়
লগে লগে পদুমবো পাহি মুদবায় !
হায় সেই হাঁহি-ভবা মুখ আব নাই ।

৬

আহি বসন্ত কাল ;
—শোভিয়া অশোক ডাল
গগণ বিয়াপি, পঞ্চমত সুৰ তুলি;
আনন্দত কুলিটীয়ে " কুহু কুহু "বুলি,
মোহিয়া বিশ্বৰ, কাণ,
ধৰিয়া মধুৰ তান,
বিমল প্ৰেমত মাতি উন-মন গায় ;—
প্ৰকৃতিৰ শোভা দেখি মনে গলি যায় ;
যেতিয়া বসন্ত গল
কুলিও অদৃশ্য হল
অশোকৰ ফুলো গল লগতে শুকায় ;
সুখৰ ছবিটী হায় ! একেবাৰে নাই

৭

আহিল বাৰিষা ভাই,
নৈৰ গাত ভত নাই,
" কুল্ কুল্ " সুৰ ধৰি চুকু ওকোলাই
বতাহৰ চেৱে চেৱে ঢেউ নচুৱাই
—অপাৰ সুখৰ ভৰে
উথলি উথলি পৰে—
গাঙ্গৰ গৰেৰে তীৰে তীৰে বই যায়
সুখৰ ভৰতে কাকো উলটী নেচায় '
কিন্তু যেতিয়াই হায়'
খৰালি আহিয়া পায়
শুকলো নদীৰ আৰ "কুল কুল সুৰ
ইমানতে নদীৰ সুখৰ হল শেষ।

৮

সোণৰ আসনে ভাই
বহিআছে ৰাজ-বাই
পদতলে বহি কত সুন্দৰীয়ে সেৱে
সুশীতল কৰে দেহ চোঁৱৰ বায়ে
সোণৰ খাটত শোৱে,
ভৰিয়ে মাটী নোচোৱে
তথাপি ৰজাৰ মনে শান্তি সুখ নাই
যতেক বিভূতী ৰংচে মনো বাঢ়ি যাই
অৱশেষে চিন্তাআহি
সন্তোষ ফুলৰ পাহি,
—এপাহি এপাহি কৰি—জপাই পেলায়
কুসুম-কোমল-দেহ দুখত লোটায়।

৯

চোৱা কেৰাণীৰ দল
মুখে হাঁহি—খল্ খল্
—টিলিকিৰ কোবত ব্ৰহ্মাণ্ড উকৰাই
মেমেখিলে সাহাবক " আঙুলি " দেখায় ;
কলমৰ খৰ-খৰি,
গেৰোৱাৰ সৰ-মৰি,
মুখেৰে জগত মৰা কথা বোৰ ভাই,
তমোতে কাণত যেন অমৃত সোমাই,
কিন্তু ইহঁতৰ ভাই
জীৱনত সুখ নাই
দিনৰ দিনটো খাটি শৰীৰক খাবে
এদিন জীৱনী পাম মীতৰ খাতিৰে,

কিন্তু সি দিনতো হায়!
কতনো চমক খায়
কতনো সপোন দেখে কেৰাণী বপুৰা;
সংসাৰৰ ক'তো তাই নাই সুখ পুৰা।

হ, গ

---

# জান্তৱ-জীৱন।

জীৱন দুবিধ; এ বিধৰ গতি আৰু অনুভূতি শক্তি নাই, যেনে গছ। গছৰো জীৱন আছে; গছ জন্মে, ডাঙৰ হয় আৰু সময় মতে মৰে কিন্তু ইচ্ছামতে এঠাইৰ পৰা এঠাইলৈ গতি কৰিব নোৱাৰে আৰু দুখ সুখ একো অনুভৱ কৰিব নোৱাৰে। অন্য মানুহে নলৰালে সিহঁতে নিজে লৰ চৰো কৰিব নোৱাৰে এই বিধ উদ্ভিদিক জীৱন। আন বিধৰ অনুভৱ কৰিব পৰা আৰু গতি কৰিব পৰা এই দুইওটা শক্তিএই আছে—এই বিধ জান্তৱ-জীৱন। গছৰ দৰে জন্তু বিলাকো জন্মে, ডাঙৰ হয়, আৰু সময় মতে মৰে। কিন্তু জন্তু বিলাকৰ জ্ঞান আছে, সিহঁতৰ চাৰিও ফালে কি হব লাগিছে সিহঁতে জানে। সিহঁতৰ ইন্দ্ৰিয় আছে, সিহঁতে দেখে, শুনে আৰু কোনো বস্তু এটা লাগিলে 'এটা বস্তু সিহঁতৰ গাত লাগিছে' বুলি সিহঁতে অনুভৱ কৰিব পাৰে, আৰু ইচ্ছা মতে এঠাইৰ পৰা এঠাইলৈ যাব পাৰে। এতেকতে জন্তু বিলাকৰ শৰীৰত স্পষ্টতঃ দুবিধ জীৱন দেখা যায়, সিহঁতৰ উদ্ভিদিক জীৱনো আছে জান্তৱ জীৱনো আছে। জন্মে, বাঢ়ে, মৰে, ইচ্ছামতে ইঠাই সিঠাইত ফুৰে, আৰু অনুভৱ কৰে। মানুহৰ এই কাৰণ দুটিৰ নিমিত্তেই জন্তু বিলাক গছ গছনিতকৈ

বেলেগ। কোনো মানুহ এটিএ কোনো গছৰ পুলি এটা উভালিব ধৰিলে মানুহটিএ কি কৰিব সেই গছৰ পুলিটোএ একো নোৱাৰে আৰু গতিকেই নিজক ৰক্ষা কৰিবলৈকো একো যত্ন নকৰে। কিন্তু কোনো পখিলা এটি ধৰিবলৈ হাত মেলিলে, নিজৰ অন্যায় হব বুলি জানি আত্ম-ৰক্ষাৰ নিমিত্তে পখিলাটি উড়ি যাব। এই লৰি চৰি ফুৰা আৰু অনুভূতি শক্তিদুটিকে উদ্ভিদিক জীৱনৰ শক্তিটিৰ লগত লগ লগাই জান্তৱ-জীৱন বোলা যায়, কিয়নো এই শক্তি দুই এটা কেৱল জন্তু বিলাকৰ শৰীৰতেহে আছে।

জীয়াই থাকে মানেহে জন্তু বিলাকৰ অনুভূতি আৰু চলচ্ছক্তি থাকে। যি কেইটা দিন নিয়ম মতে জন্তু বিলাকক পোহ পাল দি থকা যায় সেই কেইটা দিনহে ইহঁতৰ এই শক্তি দুটি থাকে, ইয়াৰ ব্যতিক্রম হলেই শক্তি দুটি অকামিলা হয়। খাবলৈ নেপালে সকলো জন্তুএই মৰে—অৰ্থাৎ সিহঁতৰ শৰীৰৰ পৰা এই শক্তি দুটা গুচে। এই দৰেই জন্তুবিলাকৰ শক্তি আহাৰৰ ওপৰতে নিৰ্ভৰ কৰে। জন্তু বিলাকে আহাৰ খালে সেই আহাৰ প্ৰথমতে মঙহ আৰু অন্যান্য শাৰীৰিক বস্তুত পৰিৱৰ্ত্তিত হয়। খৰি এডাল যেনেকৈ জুইতে জাহ যায়, সেই মঙহ আৰু শাৰীৰিক বস্তুবিলাকো পাছত অন্তৰতে জাহ যায়. আৰু দাহ যোৱা জুই ফুৰাৰ পৰা যেনেকৈ তাপ ওলায়, সেই দৰে সেই অন্তৰত জাহ যোৱা বস্তু বিলাকৰ পৰা তাপ-স্বৰূপ সেই শক্তি দুটা উৎপন্ন হয়। এবাৰ খোৱা আহাৰ জীৰ্ণ গৈ সেই দৰে নানা কাৰ্য্যত ব্যাপৃত হলেই আকৌ নতুন আহাৰ যোগোৱা যায়, আৰু তাৰো আগৰ দৰেই কাৰ্য্য হয়। জীৱ বিলাক এনেকৈ খাই থাকে মানে শক্তিমান হই থাকে, খোৱা বন্ধ হলেই শাৰীৰিক কাৰ্য্য বন্ধ হয়. আৰু

সিঁইত মৰে। জুইত যিমান পৰ খড়ি কাঠ দি থাকা সিমান পৰ জুই জুৰা জ্বলি থাকিব, খড়ি-কাঠ দিবলৈ এৰিলেই জুই নুমাই যায়।

জীৱন ৰক্ষা কৰিবৰ নিমিত্তে যিবিলাক আহাৰ কৰা যায় সেই আহাৰীয় বস্তু বিলাক অন্তৰস্থ হলে অন্তৰস্থ আধাৰ বা মোনা এটাত পৰে এই আধাৰ টোৰ নাম উদৰ। খোৱা বস্তু বিলাক এই আধাৰটোত জীৰ্ণ হয় উত্তাপ বা এবিধ টেঙা ৰসেৰে তাতে জাহ যোৱা বুলিব পাৰি। এই উদৰৰ লগত বহুত নলী বা নাড়ীৰে বুকুৰ সংযোগ আছে। জাহ যোৱা বস্তু যিমি এই নলী বিলাকে শুহি ওপৰত থকা মল-হান, শূন্য গৰ্ত্ত ইন্দ্ৰিয় এটিৰ ওচৰলৈ তুলি নিয়ে। এই ইন্দ্ৰিয়টিৰ নাম "অন্তবেন্দ্ৰিয়"। ক্ৰমশঃ

ৰ. মহন্ত

---

# কপাল আৰু কৰ্ম্ম।

মনুষ্য জাতিৰ মাজত এইটী সাধাৰণ নিয়ম দেখা যায় যে লোকে যি কাৰ্য্যৰ ফলৰ কাৰণ জানিব নোৱাৰে বা জানিবলৈ যত্ন নকৰে সেই কাৰ্য্য আৰু ফলৰ আদি কাৰণ কপাল বুলি কয়। ভাল বা বেয়া সকলোতে এই কপালৰ নাম লই থাকে। কপাল এটী সান্ত্বনাৰ মূল। ইয়াৰ পৰা মানুহে এটী বৰ শান্তি লাভ নকৰেনে? সংসাৰত কেতিয়াবা এনে চিন্তা, অশান্তি, হানি, অসুখ হয় যে কপালক দিয়াই মানুহে শান্তি নলভিলে আন উপায়ৰ দ্বাৰা শান্তি পাবৰ উপায় নাই। কপালে মানুহৰ সাংসাৰিক অনেক জটিল প্ৰশ্ন সিদ্ধান্ত কৰে। অনেকে সিদ্ধান্ত কৰে যে মনুষ্যৰ শুভাশুভ

সকলো কথা বিধাতা পুৰুষে জন্মিবৰ সময়তে নিৰ্দ্দিষ্ট কৰি দিয়ে সেই ৰূপেই সকলো ঘটনা ঘটে। এই কাৰণেই কপালক আঙুলিয়াই সকলো কথাৰ শেষ নিষ্পত্তি কৰে। প্ৰকৃতে কপালেই মানুহৰ সকলো কাৰ্য্যৰ আদি কাৰণ এইটোত সংশয় কৰিব নগীয়া নাই।

মানুহৰ মুৰত যি মস্তিষ্ক বা মিউ সিএই সকলো বৃত্তিৰ আদি স্থান। তাৰ সবলতা দুৰ্ব্বলতাৰ দ্বাৰা মানুহৰ মনৰ বৃত্তিৰ আৰু প্ৰবৃত্তিৰ বিকাস হয়। আমাৰ অনেক প্ৰবৃত্তি বা গুণ আছে। সেই সকলক তিনিভাগ কৰিব পাৰি। প্ৰথম বুদ্ধিবৃত্তি "দ্বিতীয় ধৰ্ম্ম প্ৰবৃত্তি" তৃতীয় নিকৃষ্ট প্ৰবৃত্তি। তাৰে বুদ্ধিবৃত্তি এই বোৰ বুদ্ধি, বিবেচনা, স্মৃতি, ধাৰণাশক্তি, কাৰ্য্য ক্ষমতা নব তাৰ শক্তি। ইত্যাদি এই বোৰ শক্তিৰ বিকাস অনুসাৰে সেই সেই শক্তিৰ প্ৰবৃত্তিৰ বিকাস হয়। কোনো লোকে বড় অঙ্ক শাস্ত্ৰ জানে, কোনোএ গীত বাদ্যত বিশেষ পটু, কোনোএ কাব্য ৰসত পটু, কোনোএ চিত্ৰ কাৰ্য্য বা আন শিল্পত পটু কাৰো স্মৃতি আৰু ধাৰণা শক্তি প্ৰবল। কোনোএ ন ন কাৰ্য্য কৰে। এই সকলো বোৰ সেই প্ৰথম বুদ্ধিবৃত্তি শক্তিৰ পৰা হয়। ধৰ্ম্ম প্ৰবৃত্তিৰ শক্তি এই এই ঈশ্বৰ চিন্তা, ধৰ্ম্ম বিশ্বাস, পৰোপকাৰ, দয়া, দান ইত্যাদি কোনো লোক যে অধিক দয়ালু বা পৰোপকাৰি কোনো যে অধিক পৰিমাণে ধাৰ্ম্মিক কোনো যে নাস্তিক আৰু নিৰ্দ্দয় হয় তাৰ কাৰণ সেই সেই শক্তিৰ সবলতা বা দুৰ্ব্বলতা। নিকৃষ্ট প্ৰকৃতি এই এই "কাম, ক্ৰোধ, লোভ, মোহ, হিংসা, অহঙ্কাৰ, দ্বেষ, ভয়, আসঙ্গলিপ্সা ইত্যাদি। কোনো লোকক যে মহা ক্ৰোধি লোভি, হিংসক অহঙ্কাৰি দেখো তাৰ কাৰণ সেই সেই প্ৰবৃত্তিৰ শক্তিৰ বিকাস। ওপৰত কোৱা

সমুদায় শক্তি আমি জন্মৰ পৰা পাইছোঁ। পাছে মন শিক্ষা দৃষ্টান্ত আৰু আলোচনাৰ পৰা সেই সেই শক্তি বোৰৰ কোনোটো অধিক বিকসিত হয় কোনোটো কম বিকসিত হয়। পাছে সেই অনুসাৰে সেই সেই প্ৰবৃত্তিও উত্তেজিত হয়। শৰু কালত মানুহৰ মস্তিষ্ক কোমল থাকে তেতিয়াৰ পৰাই সেই সেই শক্তিৰ বিকাসৰ আৰম্ভ হয়। তেতিয়া যিৰূপ গঢ় লাগিবলৈ ধৰে সেই ৰূপেই প্ৰায় হইয়ায়। মাতৃৰ স্তন পান কৰি আৰু আন মানুহৰ কোলাত উঠিবৰ পৰা লৰাই সেই শক্তিৰ হ্ৰাস বৃদ্ধিৰ অৱস্থা পায়। সেই কাৰণে শিশু সন্তানক যি লোকে লয় ধৰ সেই সকলে সাৱধানে তাক ল'ব ধৰ লাগে। ছমহীয়াৰ পৰা বছৰেকিয়া পৰ্য্যন্ত আমাৰ লৰাৰ অন্নপ্ৰাসনৰ সময়। আমাৰ এটা এনে নিয়ম আছে যে লৰাৰ অন্ন প্ৰাসন বা বা ভাত চুৱনীৰ সময়ত লৰাৰ আগত কাপ, মইলাম, পুথী, চাউল, ধনু, মকুসা, বাজনা, সোণৰূপ প্ৰভৃতি থয়। ল'ৰাক তাৰে কোনো এটা বস্তু ধৰিবলৈ এৰি দিয়া যায়। পাছে যিহকে লৰাই ধৰে সেই কালেই লৰাৰ মন চাল খোৱা জনা যায়। আৰু আগলৈ সেই ল'ৰা কি বিষয়ত পটু হ'ব তাৰে চিন সেই বস্তু ধৰাৰ পৰা জনা যায় বুলি বুঢ়া লোকে সিদ্ধান্ত কৰে। যেনে লৰাই যদি কাপ মইলাম পুথীত ধৰে তেন্তে হলে সেই লৰা পণ্ডিত হ'ব, ধনুত ধৰিলে লৰা যোদ্ধা আৰু মৃগয়া প্ৰিয় হ'ব, ধনত ধৰিলে ধনী হ'ব এই ৰূপ সিদ্ধান্ত কৰে। এই কাৰ্য্যৰ দ্বাৰাই শৰু কালতে মানসিক বুজিব পাৰি।

ওপৰত লিখা কথাৰ দ্বাৰাই জানিব পাৰি যে মানুহৰ মস্তিষ্কেই সকলোৰে মূলাধাৰ। ওপৰত কোৱা তিনি ভাগৰ ভিতৰৰ মানসিক বা বুদ্ধি বৃত্তিৰ স্থান মূৰৰ সন্মুখৰ ভাগ।

অৰ্থাৎ কপাল আৰু কাণৰ সন্মুখ পৰ্য্যন্ত ভাগত বুদ্ধি বৃত্তি বা বুদ্ধি বিবেচনা স্মৃতি কাৰ্য্য ক্ষমতা ইত্যাদি শক্তিৰ ইস্কাৰ স্থান। তাৰ ওপৰৰ ভাগ অৰ্থাৎ তালু বা ব্ৰহ্মতালু আৰু তাৰ ইকাষে সিকাষে কিছুমান ঠাই ধৰ্ম্ম প্ৰবৃত্তিৰ স্থান। তাৰ পাছফালে অৰ্থাৎ পাছ মূৰ নিকৃষ্ট প্ৰবৃত্তিৰ স্থান। মূৰৰ সন্মুখ ভাগ অৰ্থাৎ কপালৰ উন্নত বা অনুন্নত অৱস্থা ব্যাপকতা বা সঙ্কীৰ্ণতাৰ দ্বাৰাই মানুহৰ বুদ্ধি বিবেচনা ইত্যাদি কিমান তাক সহসা মানুহে বোধ কৰে। সেইৰূপে তালু ভাগৰ উন্নত অনুন্নত ইত্যাদি অৱস্থাৰ দ্বাৰা লোকৰ ধৰ্ম্ম প্ৰবৃত্তিৰ অৱস্থা জানি। আমাৰ তান্ত্ৰিক পণ্ডিত সকলে ব্ৰহ্মতালুক ব্ৰহ্মৰন্ধ্ৰ বোলে। তাত সহস্ৰ দল পদ্ম আছে আৰু মহাগুৰু বা পৰম্‌গুৰুৰ স্থান বুলি নিৰ্দ্দেশ কৰে। যোগী সকলে ধ্যান আৰু ধাৰণাৰ দ্বাৰাই জীৱাত্মাক সেই ঠাইলৈ নি ঈশ্বৰে সইতে যোগ কৰিবলৈ শিক্ষা কৰে আৰু যোগ কৰে। মূৰৰ পাছফাল নিকৃষ্ট প্ৰবৃত্তিৰ স্থান। এই ভাগৰ সেইৰূপ উন্নত অৱস্থাৰ দ্বাৰা নিকৃষ্ট প্ৰবৃত্তিৰ ভাৱ আৰু অভাৱ হয়। মস্ত-কৰ মস্তিকত, বিশেষ বিশেষ বৃত্তিৰ স্থান আছে। সেই স্থানৰ অৱস্থাৰ দ্বাৰাই বিশেষ বিশেষ বৃত্তি আৰু প্ৰবৃত্তিৰ ইতৰ বিশেষ হয়।

ওপৰত কোৱা কথাৰ দ্বাৰাই জানি যে বুদ্ধি, বিবেচনা, কাৰ্য্য, ক্ষমতা ইত্যাদিৰ স্থান কপাল। তাৰ অৱস্থা অনুসাৰে মানুহৰ বুদ্ধি, বিবেচনা, কাৰ্য্য ক্ষমতা, স্মৃতি ধাৰণা শক্তি ইত্যাদিৰ ইতৰ বিশেষ হয়। মানুহৰ কাৰ্য্য সেই সেই শক্তি মতেই হয়। সেই কাৰণে কপাল মানুহৰ বুদ্ধি বিবেচনা ইত্যা-দিৰ কাৰণ। মানুহে নিজ বুদ্ধি বিবেচনা ইত্যাদি শক্তিৰ মতে যেনে কাৰ্য্য কৰে সেইৰূপ ফল পায়।

কেতিয়াবা আগৰ কাৰ্য্যৰ ফলো লোকে পায়। কাৰণ এই যে সেই আন জনে সইতে সজ কৰাৰ গুণে হয়। বস্তুতঃ তাতো বুদ্ধি বিবেচনাৰ কাৰ্য্য জাখি। কেতিয়াবা লোকে কপাল ঘুৰুনি অদৃষ্ট বোলে। তাক বোলাৰ কাৰণ এই যে তাৰ এনে কোনো কাৰণ বা কাৰ্য্য দেখা যোৱা নাই বা নাযায়। কোনো এজন লোকক বাটেৰে যাওঁতে আন এজনে পাছ ফালৰ পৰা টাকোন এটা মাৰিলে। এইটো অদৃষ্ট। কিয়নো দেখা যোৱা নাছিল বা নগৈছিল। কেতিয়াবা অদৃষ্ট বা কপাল ঘুৰুনি দৈৱ বোলে। ইয়াৰ অৰ্থ এই যে কাৰণ নজনাৰ কাৰণে কোনো দেৱতাই কৰে বুলি সিদ্ধান্ত কৰা হয়। ফলিতাৰ্থে নিজৰ বুদ্ধি বিবেচনা কাৰ্য্য ক্ষমতা ইত্যাদি শক্তিৰ কাৰ্য্য অনুসাৰেই লোকে কাৰ্য্য কৰে আৰু সেই কৰ্ম্মৰ ফল পায়। আমাৰ এনে নিয়ম যে কেতিয়াবা কাৰ্য্যৰ নিমিত্তে কাৰণ; আধাৰৰ নিমিত্তে আধেয় ধৰা আৰু নিৰ্দ্দেশ কৰা যায়। এই নিয়মে আমি আমাৰ বুদ্ধি বিবেচনা ইত্যাদিক নধৰি কপালকে সকলো দোষ গুণ ভাল বেয়াৰ কাৰণ বুলি কই শান্তি লাভ কৰোঁ। যেইএ যেনে কৰ্ম্ম কৰে সেইএ তেনে ফল পায়। আৰু সেই কৰ্ম্ম কৰোঁতে যি যিমান বুদ্ধি বিবেচনা ইত্যাদি মতে কাৰ্য্য কৰে সেই কৰ্ম্ম তেনে গুণকৰ বা দোষকৰ হয়। কৰ্ম্মৰ লগে লগে ফল। কেতিয়াবা তাক তেতিয়াই দেখি; কেতিয়াবা পলমে দেখি। আমাৰ মানুহে কয়

"আৰ্বোধ পাৰ্বোধ আৰু বোধ হয়।"

"মহা.মহন্তৰো ছুকিলেহে কয়।"

ইয়াৰ অৰ্থ এই এতিয়া আৰম্ভ কৰা কৰ্ম্মৰ পূৰ্ব্বে আৰম্ভ কৰা কৰ্ম্মৰ আৰু ছুটা বিপুৰ কৰ্ম্মৰ ফল মহা মহন্ত সকলেও

ভুঞ্জিলেহে ক্ষয় হয়। অর্থাৎ সেই সেই কৰ্ম্মৰ ফল ভুঞ্জিবই লাগে মুহুৰ্ত্তকৈ মাথাকে। যি যিমানলৈ যাযে সি সিমানলৈ ভিতে। সেই কৰ্ম্মৰ ফল ভোগকেহে ইয়াৰ দ্বাৰা বুজাইছে।

ক, ভি, ব,

---

# পৌৰাণিক আৰু তান্ত্ৰিক কামৰূপ।

যোগিনী তন্ত্ৰ, কালিকা পুৰাণ প্ৰভৃতি পঢ়িলে এইটো ঠাৱৰ জানি যে কামৰূপ দেশখন কামাখ্যা দেৱীৰ ৰাজ্য। সাধাৰণতে এনে প্ৰবাদ যে এই দেশ হিমালয়ৰ হেমন্ত ৰজাৰ অধীন আছিল; যেতিয়া ৰজাই তেওঁৰ কন্যা পাৰ্ব্বতীক শিৱত বিবাহ দিলে এই দেশ খান যৌতুকত দিলে। এই দেশ পাৰ্ব্বতীৰ যৌতুকিয়া ৰাজ্য আৰু মহাদেৱেও শহুৰেকৰ পৰা পোৱা সম্পত্তি, সেই কাৰণেই তেওঁ বিনাকৰ প্ৰিয় ক্ৰীড়াৰ স্থান আৰু ইয়াতেই মহামুদ্ৰা পৰিছে।* এই দেশ মহাতীৰ্থ, আন ঠাইত দেখা বিৰল। কামৰূপত ঘৰে ঘৰেই দেৱী আছে। ইয়াত পৃথিৱীৰ যাবুদীয় তীৰ্থ আৰু স্বৰ্গৰ যাৱদীয় দেৱতাৰ স্থান বা পাম আছে। পুৰাণ আৰু তন্ত্ৰৰ সময়ত কামৰূপ ৰাজ্য যেনে আছিল তাৰ বিষয় আমি ক্ৰমে লেখিম্।

কামৰূপৰ ভিতৰত মণিকূট বা হাজোৰ মাধৱৰ পৰ্ব্বত, উত্তৰ গুৱাহাটীৰ মণি কৰ্ণেশ্বৰ পৰ্ব্বত, চিত্ৰাচল বা নৱগ্ৰহৰ পৰ্ব্বত আৰু গন্ধমাদন পৰ্ব্বত এই চাৰি সীমাৰ ভিতৰত

* এই কাৰণেই মহাদেৱে ভস্মাচল বা উমানন্দ পৰ্ব্বতত দেৱীৰ আগত তন্ত্ৰ বিলাক প্ৰকাশ কৰিছে।

কামাখ্যাৰ নগৰ। নীলাচল পৰ্ব্বতৰ সিদ্ধেশ্বৰ, কোটী লিঙ্গ হেৰুক আৰু মুক্তিমণ্ডপ এই চাৰি সীমাৰ ভিতৰত কামাখ্যাৰ চৌল বা গড় ভিতৰ।

গুৱাহাটীৰ বায়ু কোণত জনার্দ্দন গিৰি বা অশ্বক্রান্ত পৰ্ব্বতৰ ওচৰতে বায়ুকূট পৰ্ব্বত। এই বায়ুকূট এতিয়াৰ অশ্বক্রান্ত পৰ্ব্বতৰ একাংশ মাত্ৰ। ইয়াৰ মাথনীত বায়ুদেৱতাৰ স্থান।

ইয়াৰ ওচৰতে চন্দ্ৰ শৈল বা চন্দ্ৰ পৰ্ব্বত। ব্ৰহ্মপুত্ৰৰ মাজত ইন্দ্ৰশৈল, ইন্দ্ৰাচল বা ইন্দ্ৰকূট ( আড় পৰ্ব্বত )। ইন্দ্ৰশৈলৰ পৰিমাণ ত্ৰিশ ধনু বা ৩০০ হাত। চন্দ্ৰ পৰ্ব্বত আৰু চন্দ্ৰাচলৰ মাজত ১৬০ হাত পৰিমাণ চন্দ্ৰ কুণ্ড। তাৰ ওচৰতে মানসতীৰ্থ, অমৃত সৰসি বণ, মোচন কুণ্ড। ইকালে অশ্বক্রান্তৰ কুণ্ড। অশ্বক্রান্ত পৰ্ব্বতৰ পশ্চিম শৃঙ্গটীৰ নাম জনার্দ্দন পৰ্ব্বত। এই ঠাইৰ কিছু পূৰ্ব্বত মুক্তি মার্গ নামে এটা পথ আছে। সিদ্ধকুণ্ড, ব্ৰহ্মকুণ্ড, ৰামকুণ্ড সীতাকুণ্ড, বিজয়কুণ্ড, যোগকুণ্ড, নাগকুণ্ড, ৰুদ্ৰকুণ্ড, দূৰ্ব্বাতীৰ্থ প্ৰভৃতি অনেক স্থান সেই পৰ্ব্বতৰ নামনীৰ ব্ৰহ্মপুত্ৰত আছে। চন্দ্ৰ পৰ্ব্বতৰ উত্তৰত গয়াক্ষেত্ৰ। এই বিলাক স্থান এতিয়া আৱিষ্কাৰ কৰা অতি কঠিন। পুৰাণ আৰু তন্ত্ৰত বহু প্ৰমাণে ইয়াৰ পৰস্পৰ দূৰত্ব নিৰ্দ্দিষ্ট আছে। পৰ্ব্বত বোৰ হলে অশ্বক্রান্ত পৰ্ব্বতৰেই ভাগ ভাগ মাত্ৰ। উত্তৰ গুৱাহাটীৰ পূবে মণিকর্ণেশ্বৰ পৰ্ব্বত বা মণি শৈল। ইয়াৰ ওচৰতে বাৰাণসী আৰু মণিকর্ণিকা কুণ্ড। ইয়াৰ পূব উত্তৰত মঙ্গলা নদী। এই নদীৰ এতিয়াৰ নাম বৰ নদী। মণি শৈলৰ বায়ু কোণত বৰাহ পৰ্ব্বত। ইয়াৰ ওচৰত নৰ নাৰায়ণ কুণ্ড, প্ৰভাস তীৰ্থ, বিনায়ক তীৰ্থ, বিন্দুকুণ্ড। মণি-

কর্ণেশ্বর পর্ব্বতর যি দেৱালয় সি শিৱর দেৱালয়। অশ্বক্রান্তর নাম দেৱালয়র দেৱতা কূর্ম্মরূপি জনার্দন। ওপর দেৱালয় সেই সময়ত নাছিল। নাম দেৱালয়র পৰা ওপর দেৱালয়লৈ যোৱা পথটোর মাজেই মুক্তি মার্গ। এই ওপর দেৱালয় থকা পর্ব্বতেই ওপরত কোৱা বায়ুকুট বা বায়ু পর্ব্বত।

উমানন্দ পর্ব্বতর পূবে যিটো ইতি স্তম্ভ আছে সেই ঠাইর পৰা কিছু দূরৈ ভাটীলৈ উর্ব্বসী পুল। সি স্বর্গ বিদ্যাধরী উর্ব্বসীর স্থান। সেই পুলত অনেক মূর্ত্তি এতিয়াও আছে। তাত এই বোর তীর্থ। শঙ্খকুণ্ড কামকুণ্ড, গঙ্গাতীর্থ, অগস্ত্য তীর্থ, ইন্দ্র তীর্থ বহ্না তীর্থ কল্মিণী কুণ্ড, পিতৃ তীর্থ, গয়া তীর্থ দশাশ্বমেধ তীর্থ, বিষ্ণু পদ, ব্রহ্মপদ, রুদ্রপদ, আগস্ত্যপদ, ইন্দ্র পদ, গণেশ পদ, ক্রৌঞ্চ পদ, কুমার পদ, প্রজাপতি পদ, চ্যবন পদ, কশ্যপ পদ, বমুখ পদ, কচি পদ, সূর্য্য পদ, নারদ পদ, আরু পুলস্ত্য পদ। এই সকল পদশিলা। বোধ হয় সেই সেই নামর লোক সকলে তাতে বহি ধ্যান করিছিল। এই তীর্থত পার্ব্বন শ্রাদ্ধ করার বিধান পুরাণে দিছে। ইয়ার ওচরতে গদাধর। গদাধরর তলতে মাতৃ গয়া। উর্ব্বসীর দক্ষিণ তীরত পিঙ্গল বর্ণ শিলর নাম গায়ত্রী শিলা। তার ওচরত অগস্ত্য গয়া। উর্ব্বসীর উত্তরে ভস্মাচল, বৃষকূট, ভস্মকূট বা উমানন্দর পর্ব্বত। ইয়ার মাজনীর গ্রন্থ পুত্রর ধারাত সরস্বতী, পিশাচ মোচন, কপাল মোচন শিলা কুণ্ড। পর্ব্বতর ওপরত উমানন্দ শিব। তার পৰা কিছু দূরৈত মাতঙ্গী তীর্থ। উর্ব্বসীর নৈঋত কোণত কান্দিপর্ব্বত বা কর্ম্মনাশা। ইয়ালৈ যার নাগার আরু ইয়ালৈ দৃষ্টি করিলেও পুণ্য নাশ হয় বুলি পুরাণে কয়। গুৱাহাটীর জিলার কছারীর পশ্চিমর টীলাটির নাম মন্দর আরু তার

পশ্চিমৰ টিলাৰ নাম সন্ধ্যাচল। ইয়াৰ মাজমিতে চক্ৰতীৰ্থ। শুক্ৰেশ্বৰ পৰ্ব্বতৰ পিছভাগত বৃষকপি সাক্ষী জনাৰ্দ্দনৰ মূৰ্ত্তি আছে সেই ভাগৰ নাম মন্দাৰ পৰ্ব্বত। ইয়াৰ ওচৰত সোণ তীৰ্থ। কৰ্ম্মনাশাৰ পূব কাষে প্ৰেত-শীলা। মন্দাৰ পৰ্ব্বতত জনাৰ্দ্দনৰ দেৱালয়। শুক্ৰেশ্বৰৰ ওপৰত দেৱালয় থকাৰ পৰ্ব্বতৰ নাম গজশৈল। কাৰো কাৰো মতে হাতীমূৰা পৰ্ব্বতেই গজশৈল।

নীলাচলৰ বায়ু কোণে পাণ্ডুনাথ পৰ্ব্বত। তাৰ ওচৰৰ নদীৰ মুখিত এই কেইটা কুণ্ড। ব্ৰহ্মকুণ্ড, লৌহিত্য কুণ্ড, বিষ্ণু কুণ্ড, শিৱকুণ্ড, শ্ৰীকণ্ঠ কুণ্ড, কনখলতীৰ্থ পাণ্ডুনাথ বিষ্ণু মূৰ্ত্তি। ইয়াৰ ওচৰতে একোপা অশ্বত্থ বা আঁহত গছ আছে। তাৰ তলতে ধৰ্ম্মক্ষেত্ৰ। ইয়াৰ ওচৰতে এটা বগা শিলত লক্ষ্মীৰ স্থান। ইয়াৰ দক্ষিণে এটা কলা শিলত বৰাহ মূৰ্ত্তি। । এই বৰাহৰূপী বিষ্ণু কামৰূপৰ বিখ্যাত ৰজা নৰকৰ পিতা। পাণ্ডুনাথৰ দক্ষিণৰ পৰ্ব্বতৰ নাম ব্ৰহ্মকূট। তাত স্বৰ্ণ পুষ্কৰ কুণ্ড, কুমাৰ কুণ্ড নামে দুটা ক্ষুদ্ৰ জলাশয় আছে। ইয়াৰ নামনীতে দুৰ্গা কুণ্ড। এই ঠাইৰ ওচৰতে স্থাণু শিৱ মূৰ্ত্তি। এতিয়াৰ ঘোঁৰা মৰা পৰ্ব্বতৰ নাম অশ্বশৈল আৰু শৰাই পৰ্ব্বতৰ নাম শৰাবপৰ্ব্বত। হাতী মূৰা পৰ্ব্বতৰ নাম হস্তীমুণ্ডক পৰ্ব্বত। ইয়াৰ উত্তৰ চাকত বাণেশ্বৰ শিলা নামে শিল। এওঁৰ ওপৰত সদায় পৰ্ব্বতৰ নিজৰাৰ পানী পৰি আছে। হয়গ্ৰীৱ বা হাজো এটা বিখ্যাত স্থান। ইয়াৰ ওচৰে হাজো পুঁঠী নামে এটা ব্ৰহ্ম পুত্ৰৰ সোঁতা গইছে। ইয়াত এটা বৰাহ কুণ্ড নামে কুণ্ড আছে। হাজোৰ মাধৱৰ পৰ্ব্বতৰ নাম মণিশৈল বা মণিকূট ইয়াৰ পশ্চিম দক্ষিণে অপুনৰ্ভৱ নামে এটা কুণ্ড বা

পুখুৰি আছে। তাৰ উত্তৰত ভস্মকাল নামে এটা পৰ্ব্বত। তাত গোকর্ণ আৰু বিকৰ্ণ নামে দুজনা যোগীৰ আশ্রম। অপুনৰ্ভৱ কুণ্ডৰ ওচৰৰ পৰ্ব্বতত এটা পৰ্ব্বতৰ ভিতৰলৈ যোৱা বাট আছে। তাৰ নাম স্বৰ্গদ্বাৰ ইয়াৰ আন এটা নাম ধৰ্ম্মদ্বাৰ। ইয়াত যোগী সকলে যোগ সাধনা কৰিছিল। ইয়াৰ ওচৰতে মাৰ্কণ্ডেয় হ্রদ আৰু বাৰাণসী হ্রদ নামে দুটা জলাশয়। ইয়াৰ কিছু দূৰৈত মদন বা কেদাৰ পৰ্ব্বত। ইয়াত কেদাৰ আৰু কমলেশ্বৰ দেৱতাৰ স্থান। ইয়াত কল্পবৃক্ষ নামে এজোপা গছ আছে। ইয়াৰ অলপ দূৰৈত ছত্ৰৰ আকৃতি পৰিপাত্ৰক গিৰি পৰ্ব্বত। ইয়াৰ ওচৰতে মন্দাৰ শৈল। ইয়াত এটা গুহা আছে তাৰ নাম কুমুদেশ্বৰ; ইয়াতে ব্রমেশ্বৰ নামে শিৱ স্থাপিত কৰি এজনা যোগী আছিল। ইয়াৰ আগতে ধৰ্ম্মকূপ নামে এটা পুখুৰি আৰু অলপ দূৰৈত কপিল মুনিৰ আশ্রম। ইয়াৰ কিছু দূৰৈত যগা কলা বৃষভৰ আকৃতি এটা শিলা। তাৰ ওচৰতে ব্যাঘ্ৰেশ্বৰ কৃত্তিবাস আৰু বজ্ৰেশ্বৰ শিৱ। ইয়াৰ কিছু দূৰৈত গৰুড়াচল পৰ্ব্বত। ইয়াৰ আধুনিক নাম বড় মোকাম পৰ্ব্বত। ইয়াত এতিয়া মুসলমানৰ এটা মসজীদ আছে ইয়াত বসন্তা নামে এখন শক নদী আছে।

মণি কূটৰ ওচৰতে কিন্তু পুষ্কৰ নামে এটা পুখুৰি। মণি কূটৰ দেৱতা হয়গ্ৰীৱ মাধৱ। মন্দাৰৰ উত্তৰত এডোখৰ বৃহা শিল আছে। সি কাল ৰাত্ৰিৰ পীঠ। ইয়াৰ ওচৰত ভস্ম কাম পৰ্ব্বত। ইয়াত কামেশ্বৰ মূৰ্ত্তি। মাধৱৰ মুখ খালি মাত্ৰ উলিয়াই থয়; ইডোখৰ আবৃত থাকে। নীলাচলৰ কিছু দূৰৈত কৃত্তিবাস পৰ্ব্বত, তাৰ ওচৰত চন্দ্ৰিকা নদী। তাৰ কিছুদূৰৈত কোকিলা নদী. তাৰ পূৰ্ব্বে দুই যোজন দূৰৈত

স্বৰদা নদী। নীলাচলৰ নৈঋত কোণত অগাধ নদ তাৰ কিছু দূৰৈত মানস নদী। ভৈৰৱী বা ভঁড়লু নদী গুৱাহাটীত। ধৰেশ্বৰ পৰ্ব্বতৰ ওচৰত চণ্ডিকা নদী। গন্ধমাদন পৰ্ব্বতত অস্তযান কুণ্ড। এই সমস্ত ব্ৰহ্ম পুত্ৰৰ দক্ষিণ কূলত। দৰ্পট পৰ্ব্বত আৰু দৰ্পটি নদী। ইয়াৰ পূবে সৰ্পা-কাৰ অগ্নি পৰ্ব্বত। ই দুইটৰ ওচৰত। কিন্তু এই সকল কোন পৰ্ব্বত এতিয়া নিৰ্ণয় কৰা টান। অগ্নি পৰ্ব্বতত অগ্নিৰ মূৰ্ত্তি আছে। কংসকৰ পৰ্ব্বত তাৰ ওচৰত বৰুণ কুণ্ড। কংসকৰ পৰ্ব্বত অনুমান হয় কঁহবাৰ ওচৰৰ কোনো পৰ্ব্বত বৰুণাচল, বায়ুকূট, চন্দ্ৰকূট বা চন্দৰাৰ পৰ্ব্বত আৰু তিনটী পৰ্ব্বত। চন্দ্ৰ কূটৰ ওচৰত মদন পৰ্ব্বত। মণি কৰ্ণেশ্বৰ পৰ্ব্ব-তৰ পূবে কূলাচল পৰ্ব্বত। ইয়াত কামদেৱৰ স্থান। ইয়াৰ পূবে কঙ্কুট। এই বোৰ বড় নদীৰ ইপাৰৰ পৰ্ব্বত হব পাৰ। গুৱাহাটীত উগ্ৰতাৰা। ইয়াৰ পূবে চিত্ৰাচল বা নবগ্ৰহ পৰ্ব্বত আৰু কৰ্পটি পৰ্ব্বত। ইয়াত বমৰ স্থান আছে। চিত্ৰাচলত আদিত্যাদি নবগ্ৰহৰ স্থান। সন্ধ্যাচল বা বশিষ্ঠ পৰ্ব্বত গুৱাহাটীৰ অগ্নি কোণত ইয়াত সন্ধ্যা, ললিতা, কান্তা নামে তিনটী ক্ষুদ্ৰ নদী একত্ৰিত হইছে। ইয়াত বশিষ্ঠ মুনিৰ আশ্ৰম। এই নদীএই ভৈৰৱী বা ভঁড়লু নাম হই গুৱাহা-টীত ব্ৰহ্ম পুত্ৰত পড়িছে।

সেই সময়ত যি বোৰ বিখ্যাত স্থান বা নদ নদী পৰ্ব্বত আছিল তাৰ মাত্ৰ বিবৰণ ওপৰত দিয়া হ'ল। যিবোৰ কুণ্ড তীৰ্থ সেই বোৰ, সেই সময়ত বিখ্যাত মানৱ স্থান আছিল যি সকল পৰ্ব্বত সেই সকল বিখ্যাত দেৱতা বা দেৱতুল্য লোক সকলৰ বাসস্থান আছিল। সেই সময়ত কিৰূপ সাধাৰণ লোক ইয়াত আছিল আৰু সেই সকলৰ আচাৰ

ব্যবহার আৰু অৱস্থা কেনে তাকো জনা কঠিণ। অধিকন্ত এতিয়াৰ গণনাৰে তাৰ সময় নির্ণয় কৰাও দুঃসাধ্য।

আ. স.

---

# লবা কাল।

১

হেৰুয়ালোঁ ভাই! মৰ অমূল্য ৰতন—
ৰাখিবলৈ নোৱাৰিলোঁ কৰিয়া যতন—
আনন্দৰ কাল মোৰ;
পৰিল দুৰ্বলা ঘোৰ,
বোধ কৰোঁ সি আৰু নাহিব উভতি—
যাবত জীৱন মোৰ হব এই গতি।

২

বেড়িয়া আছিলোঁ মই বয়সত সৰু,
জানত আছিলোঁ যেন ছাগলি বা গৰু,
কেনে ৰঙ প্যাইছিলোঁ,
যদি গীত গাইছিলোঁ,
নাছিল ভাবনা একো সংসাৰৰ কাণে,
হৰ্ষ মন দেখিছিলোঁ চাও যেই কালে।

৩

ৰাতি পুৱা বন্ধা বন পিঠিত লগাই,
তুলি থোৱা চেঁচা ভাত চুচোঁৱাৰ খাই,
হাত মচি তপিনাত,
দুকঁৰীয়া লই গাত,

নগৰিয়াৰ লগ লাগি ফুৰোঁ। নাচি বাগি
এতিয়া দেখোন হলোঁ বিষাদৰ ভাগী।

৪

হায় হায় কেনে সুখে দুপৰিয়া গই,
পৰ্ব্বতৰ ওচৰত মই অকলৈ,
নিজান জঙ্গলু—মাজি,
বহি তাতে কাণ পাতি,
শুনিছিলোঁ কল কলি প্ৰখৰ সোঁতৰ,
লইছিলোঁ সুশীতল বায়ু আনন্দৰ।

৫

কপৌৰ মধুৰ মাত লই সমীৰণ,
ধীৰে ধীৰে বই যায় চুই প্ৰাণ মন,
সেই সুখে মাত ভৰি,
নিশ্চল অবশ কৰি,
চৌপাশিৰ বন আহি দিয়ে গীত ঢালি,
চকুৰ পতাও ক্ৰমে যায় গই হালি॥

৬

কলা ঘুমটিয়া চই থাকোঁ মই তাত,
কত আছো কত নাই তত নাই গাত,
নাই বুজ শৰীৰৰ,
নাই জ্ঞান জীৱনৰ,
কিন্তু কেতিয়াবা আহি পুঁঠিমাছ চৰে,
টুপ কৰি জাপ মাৰি ধ্যান ভঙ্গ কৰে।

৭

মনত পৰেছি মোৰ আগৰ সময়,
আছিল যেতিয়া যবা সুখৰ আলয়.

হাঁহিছিল খিলি খিলি,
গাইছিল ঢুলি ঢুলি,
বঙাটুনী কেতুলুকা আদি পক্ষী বোৰে,
নাচিছিল হালি হালি বকুল টগৰে।

৮

কান—কুকনীএ গুঞ্জা কুলু কুলু কৰি,
বঙা ফুলে বঞ্জিত মদাৰত পৰি,
গীয়ে মোঁ হৰ্ষ মনে,
নাচে বাগে ঘনে ঘনে,
দেখি শুনি কেনে সুখ মই লভিছিলোঁ
সিইঁতৰ দৰে হাঁয় ! নাচি ফুৰিছিলোঁ।

৯

কেতিয়াবা পিৰালিত বহি মনে মনে,
আকাশৰ কাললৈ চাই ঘনে ঘনে,
সুখ পাইছিলোঁ দেখি,
উড়ি ফুৰে নানা পক্ষী,
ধীৰে ধীৰে লাহে লাহে ইকালে সি কালে,
নাপাই ঠিকনা যেন যাব কোন কালে।

১০

চপৰা চপৰি যেন সীমা সংখ্যা নাই,
ঘূৰি ফুৰে ঠিক যেন বাট হেৰুৱাই,
তাৰ তলে তলে হাঁয়,
চিলনি ফুৰে বনাই,
উড়ি উড়ি ঘূৰি ঘূৰি কাতি ফুৰা কৰি,
এবাৰ জোকাৰি পাখি এবাৰ বিস্তাৰি।

১১

কিমান মো কম মই সেই বোৰ কথা?
অলেখ অসীম সাগৰৰ বালি যথা,
প্ৰাণ ছাটি ফুটি কৰে,
যেতিয়া মনত পৰে,
সিসব সুখৰ দিন বই গল মোৰ,
এতিয়া চাবিও কালে দেখোঁ দুখ মোৰ।

১২

সেপাও এতিয়া কিয় ভেসেকুৱা সুখ?
দেখা পালে গোলাপৰ সেই হাঁহি মুখ,
শুনো সেই কুমাৰণী
কৰে শব্দ গুণ গুণি,
ঘুন ঘুন ভোমোৰাই আজিও মাতিছে,
আজিও তমুৰা যেন বাজনা বাজিছে।

১৩

আজিও ফুৰিছে যেন আকাশত চৰি,
আজিও ফুৰিছে সোঁৱা চিলা উৰি উৰি,
কিন্তু সেই সুখ নাই,
আকাশলৈ আছো চাই,
দুখতে দেখিছো মই গোটেই পৰ্বত;
দুখৰহে কথা মোৰ জাগিছে মনত।

স. ৰ.

---

# গাৰোবৃত্তান্ত।

( ১৭৩ পিঠিৰ শেষৰ পৰা )

গাৰো-সতী। কোনো এটা সমাজৰ ভিতৰ সোমাই তাবে এটা সমজুৱাৰ দৰে হইহে সেই সমাজৰ আদি গুড়ি গোটেই লব পাৰি। বাহিৰে থাকি ওপৰে ওপৰে চাই প্রকৃত কথাৰ তত্ত্ব পোৱা বড় টান। ময় বাহিৰৰ পৰা গাৰো আৰু হাৰা ইতৰ ভিতৰত যি দেখিছোঁ আৰু যি শুনিছোঁ তাকেহে লেখিছোঁ। যদি ইয়াত কিবা স্বরূপে অলপ ভুল থাকে জ্ঞাত-তত্ত্ব পাঠক সকলে অনুগ্রহ কৰি সেই দোষটি মৰ্ষণ কৰি ভুলটি সংশোধন কৰি দিলে বড় উপকৃত আৰু বাধ্য হম। গাৰোইঁতৰ তিকতা বিলাকৰ ভিতৰত সতীত্বৰ কিমান আদৰ তাক অৱশ্যে ময় নিখুতকৈ কব নোৱাৰোঁ। আন আন পৰ্ব্বতীয়া জাতীৰ ভিতৰত সতীত্বৰ যিমান আদৰ আৰু সম্মান ইহঁতৰ ভিতৰতো সিমানকে দেখিলোঁ। মৰা শৰ ওচৰত ৰহি গাৰো বা গাৰোনীয়ে যেতিয়া বছেৰেক ছমাহলৈকে নিজৰ ভাৰ্য্যা বা স্বামীক ৰখি থাকে—শৱৰ দুৰ্গন্ধ বা বিকৃতিএও যেতিয়া শৱৰ ওচৰৰ পৰা সিহঁতক খেদিব নোৱাৰে তেতিয়া অবিকৃত প্রেমেৰে বন্দী হই সিহঁতে এই অসাধ্য কাৰ্য্য নকৰে নে? কিন্তু এটি কথা—স্ত্রী-স্বাধীনতাৰ প্রচলন য'তে বেচি, ত'তে সতীত্বৰ আদৰ সিমান কম। এই সম্পৰ্কে বিশেষকৈ লেখা অনাবশ্যক। কোনে কব পাৰে হিন্দু-সমাজতকৈ ইংৰাজ সমাজত সতীত্বৰ আদৰ বেচি! ক্রমশঃ

ৰ, মহন্ত

---

# আসাম-বন্ধু।

## মাসিক পত্ৰ।

"নচ জ্ঞানাৎ পৰং বলম্।"

প্ৰথম খণ্ড। ]     পুহ শক ১৮০৭, ইংৰাজী ১৮৮৬।     [ দ্বাদশ সংখ্যা।

## নৱযুগ।

এই বিশ্ব সংসাৰ যম আমি এতিয়া যেনে দেখিছোঁ ই একেবাৰে যে তেনে হইছে এনে নহয়। ইয়াক যি বস্তু দেখি সি একেবাৰে সেই বস্তু হোৱা নাই। নানা অৱস্থা নানা পৰিবৰ্ত্তনৰ পাছতহে হইছে। সংসাৰৰ বস্তুৰ গুণেই পৰিবৰ্ত্তন। ইয়াৰ দ্বাৰাই ইয়াৰ ক্ৰমোন্নতি অৱস্থা জানি। প্ৰতি মুহূৰ্ত্তে ইয়াৰ পৰিবৰ্ত্তন হইছে। ইএচনৰূপে হইছে যে তাৰ প্ৰত্যেক পৰিবৰ্ত্তনৰ তত্ত্ব ধৰিব নোৱাৰো। পুত্ৰাৰ পৰা একেবাৰে দুপৰীয়া নহয় আৰু দুপৰীয়াৰ পৰা একেবাৰে গধুলি নহয় আৰু গধুলিৰ পৰাও একেবাৰে পুৱা নহয়।—ক্ৰমে ক্ৰমেহে হয়।—এইটো স্থিৰ সিদ্ধান্ত।—এই সংসাৰ আদিতে আকাশ যেনে তেনে আছিল। সৃষ্টিকৰ্ত্তাৰ ইচ্ছাত

আৰু উচিত সময়ত আকাশৰ কিয়দংশ গাঢ় হই তাপ তেজ জ্যোতি বা তাড়িত জ্যোতি হয় । আকাশতে এই সংসাৰৰ যাবদীয় বস্তু । জ্যোতিৰ পাছৰ অৱস্থাই বায়ু । তাপ জ্যোতি আৰ বায়ু গ্ৰহ নক্ষত্ৰাদিতো ইতৰ বিশেষৰূপে আছে ।— বায়ুৰ পাছৰ অৱস্থাই জল । এই জল এই পৃথিবী বিনে আন নক্ষত্ৰ কি গ্ৰহ মণ্ডলত আছে নে নাই ইয়াৰ শেষ সিদ্ধান্ত হোৱা নাই । জল সৃষ্টিৰ সময়ত এই পৃথিবী এইৰূপ নাছিল । জল সৃষ্টিৰ লগতে জলত থাকিব পৰা প্ৰাণী যেনে জলচৰ মাছ প্ৰভৃতি জন্তু ভগবানৰ ইচ্ছাচৰ সৃষ্ট হল । এইৰূপে অনেক কাল যায় । সৃষ্টিকৰ্ত্তাৰ উচিত সময়ত সেই জল স্থানে স্থানে তৰাং হল পাছত মাটী হ'ল । সেইও একেবাৰে ভাঠ নহয় । কোনো বীল, পুখুৰি বা নদীৰ পাণী শুকাই গলে যেনে বোকা আৰু বালি বা অলপ টান মাটী হলত সেইৰূপ অৱস্থাৰ উপযোগি কুৰ্ম্ম বা কাচ প্ৰভৃতি উভচৰ জন্তুৰ সৃষ্টি হ'ল ।

ক্ৰমে জল আৰু শুকাল । স্থল ভাগ আৰু জল ভাগ বেচলগ হ'ল । শেলেকু, কছু, প্ৰভৃতি উদ্ভিদ সৃষ্টি হ'ল আৰু বৰাহ গাহৰি প্ৰভৃতি চতুষ্পদাদি জন্তুও সৃষ্টি হ'ল । এই যুগতেই পশু পক্ষী প্ৰভৃতি উৎপন্ন হয় । সিংহ প্ৰভৃতি বন-ৰস্ত জন্তুও এই যুগৰ । তাপ, জ্যোতি, তাড়িত আকৰ্ষণ বায়ু ইত্যাদিৰ সহযোগত সৃষ্টি কৰ্ত্তাৰ ইচ্ছাৰে এই বোৰ প্ৰাণী হ'ল । পৃথিবীত পৰ্ব্বত, শিল, নদী, নানাবিধ বৃক্ষও এই যুগৰ ।

বিশ্ব বিধাতাৰ ইচ্ছাত ক্ৰমে পৃথিবীৰ এনে অবস্থা হ'ল যে পশুৰ শেষ সৃষ্টি হই নৰ মনুষ্যৰ সৃষ্টিৰ উপযোগি হ'ল । ইয়াৰ পাছত মনুষ্যৰ উৎপত্তি । প্ৰথম অবস্থা নৰ নাৰীৰ

অৱস্থা অতি দুৰ্ব্বল আছিল। বুদ্ধি বৃত্তি সহজ হলেও খৰ্ব্ব আছিল। সৌন্দৰ্য্য, বিস্ময়, ভয়, ঘৃণা, আহাৰ, নিদ্ৰা সৰলতা সত্য পৰায়ণতা প্ৰভৃতি গুণ আছিল। কিন্তু জ্ঞান আৰু কাৰ্য্য ক্ষমতা বুদ্ধি বৃত্তি চোকা নাছিল আপোনাৰ পৰিয়ালেই প্ৰিয় আছিল আৰু সেইএ সংসাৰ আছিল। অভাৱ হলেই অনুসন্ধান আৰু যত্ন হয়। ক্ৰমে বুদ্ধি চোকা হ'ল। অস্ত্ৰাদিৰ সৃষ্টি হ'ল। ইয়াতে কুঠাৰ দা ইত্যাদি লই পৰিয়াল বোৰে ইঠাই সিঠাইত ফুৰি মৃগয়া বা বনৰ ফল মূল আৰু বস্তু খাই সেই যুগত প্ৰাণ ধাৰণ কৰা হইছিল। যেইএ যতে ইচ্ছা তত্তে আছিল। বিবাহাদিৰ ভেদে নিয়ম নাছিল যেইএ জ্ঞানি আছিল সেই জনে পশু চৰ্ম্মৰ দ্বাৰা দাৰ্শনিক চিহ্ন ধাৰণ কৰিছিল। ক্ৰমে অভাৱ অধিক হ'ল আৰু মানুহৰ প্ৰয়োজন অধিক হ'ল। ই জনে সিজনৰ ইপৰিয়ালে সিপৰিয়ালে বা কেতবোৰ পৰিয়ালে মিল হই আন কেত বোৰ পৰিয়ালৰ প্ৰতি আক্ৰমণ কৰিবলৈ ধৰিলে। ধনুতীৰ আৰু আন আন অস্ত্ৰৰ সৃষ্টি হ'ল। যুদ্ধ বিগ্ৰহ হল। মহা হুলস্থূল যাৰ বল তাৰেই ধন।—কেত বোৰ পৰিয়ালে যোগ্য চাই কোনো একজন বা একপৰিয়ালক গৰাকি আৰু ৰক্ষক স্বীকাৰ কৰি ললে। ক্ৰমে এক বা কেতুবোৰ পৰিয়ালৰ এই ঠাই বা দেশ বা অধিকাৰ হ'ল। ক্ৰমে আৰো অভাৱ অনুসাৰৰ কাৰ্য্য আৰু বৃত্তি স্থিৰ হ'ল। ইয়াৰ পাছত পৰস্পৰ এইৰূপে থকাত অসুবিধা পাই আৰু উন্নতি হ'ল। কৃষী বাণিজ্য আৱশ্যক হোৱাত সেই সেই বৃত্তি মতে কাৰ্য্য কৰিবলই আৰম্ভ হল। নাঙ্গল, হাল, কাল ইত্যাদি কৃষিৰ আৰু বাণিজ্যৰ জন্যে নৌকাদি প্ৰস্তুত হবলৈ ধৰিলে। ইজনে সিজনে মুখে কথা কোৱা, বা মানুহৰ আগত কই পঠোৱাৰ

দ্বাৰা অভাৱ মোচন নহয়। ভাৱৰ আধিক্য হল বিষয় বিস্তাৰিত হল জ্ঞান বিস্তৃত হ'ল। অক্ষৰ সৃষ্টি হ'ল। পুথী লেখাৰ নিয়ম হল। প্ৰথমে লোকৰ বাকলি বসন ভূজপত্ৰ আছিল। সামান্য আহাৰীয় দ্ৰব্য, সামান্য পৰিধানৰ বস্ত্ৰ আৰু সামান্য ব্যৱহাৰৰ বস্তু গুচি আহি ক্ৰমে উন্নত বস্তুৰ সৃষ্টি হ'ল।—লোকৰ ৰুচি পৰিবৰ্ত্তন হ'ল। দেশ ভ্ৰমণ প্ৰভৃতিৰ দ্বাৰা পৰস্পৰ দ্ৰব্যাদিৰ বিনিময়ৰ লগত ৰুচি ভাব ইত্যাদিৰ বিনিময় হ'ল। আচাৰ নীতি পৰিবৰ্ত্তন হ'ল। পাঠক সেই বনবাসি বাকলি বসন পিন্ধি মৃগয়া কৰি ইঠাইৰ পৰা সিঠাইলৈ ঘোৰা নৰমনুষ্যৰ এতিয়া কেনে ওখ অৱস্থা। এই দুই লেখিব নজনা নৰমনুষ্যে এতিয়া অঙ্ক জ্যোতিৰ বিজ্ঞানত কেনে পাৰ্গত। সেই কেচা মাংস খোৱা নৰমনুষ্যৰ এতিয়া কেনে সুখাদ্য নানাবিধ খোৱা বস্তু। বাহৰ চুঙ্গাত পানী অনা মানুহৰ কেনে সুন্দৰ বহু মূল্য বাসন। ভয়ত বনৰজাক পূজা কৰা মনুষ্যৰ কেনে চৈতন্য উপাসনা। সেই সত্যবাদি কাৰো অপকাৰ অনিষ্ট নকৰা, নিৰ্দ্দোষি মানুহৰ পক্ষে এতিয়া কেনে শত ধাৰাৰ চুক্তিৰ আইন সহস্ৰ ধাৰাৰ দণ্ডবিধি।

এতিয়া সমুদ্ৰ, বায়ু, তাপ, তেজ সকলো মনুষ্যৰ কাৰ্য্য সাধনত উপায় হইছে। এপিনে চালে মনুষ্য অতি কদৰ্য্য নিষ্ঠুৰ ৰাক্ষস। ইপিনে চালে পৰম পবিত্ৰ দেৱতা। জ্ঞান বিজ্ঞান আৰু তাৰ অঙ্গ আৰু বহুতৰ প্ৰভাৱত কেনে সংসাৰৰ উন্নতি। এতিয়া সকলোৰে জ্ঞান চকু মুকলি হইছে। কোনো এজনৰ নহয়। ক্ৰমে এই সংসাৰৰ এই গণনাৰ এই "মনুযুগ।" ইয়াৰ এক যুগত বা কিমান বছৰ তাৰ সংখ্যা নাই। অনন্ত ঈশ্বৰৰ অনন্ত মহিমাই মাত্ৰ জানে।

আ, কা, শ,

ঘাম ওলায়। ৰক্ত চালনাৰ কাৰণে পেটত তোকলাগে শোঁচাদি সুন্দৰে হয়। ইয়াৰ দ্বাৰা মানুহৰ মূৰত যি মস্তিষ্ক বা ঘিঁও আছে সিও পৰিষ্কাৰ হই পুষ্ট হয়। দিনৌ দিনৌ ধোৱা বাসন বৰ্ত্তন মাজিলে আৰু ছাই সানিলে যেনে পৰিষ্কাৰ হয় সেইৰূপে দিনৌ দিনৌ উপযুক্ত ৰূপে শাৰীৰিক শ্ৰম কৰিলে শৰীৰৰ উপকাৰ হয়। অঙ্গ পৰিচালনা নকৰিলে তাৰ বিকৃত অৱস্থা পায়। কোনো কোনো ঊৰ্দ্ধবাহু সন্যাসীএ কোনো হাত ওপৰলৈ তুলি থয়। কিছু দিনৰ মূৰত সেই খান হাত একেবাৰে অকৰ্ম্মণ্য আৰু জঠৰ হই যায়। সেইৰূপে সকলো অঙ্গৰ বিষয়ে প্ৰমাণ। প্ৰায় দেখাযায় সকলোৰে সোঁও হাতখন বাঁও খানতকৈ সবল আৰু কাৰ্য্যক্ষম। ইয়াৰ কাৰণ এই যে বাঁও খানতকৈ আমি সোঁও খান হাতেৰে সদাই কাম কৰোঁ। সোঁওখান হাতে যিমান কাম কৰে আৰু চলিত হই থাকে বাঁও খান তিমান নহয়। এই কাৰণেই সকলো অঙ্গ সমান ভাবে চালনা নকৰিলে কোনো অঙ্গ ঘূণীয়া হয় বা দুৰ্ব্বল হয়।

অঙ্গ চালনাৰ দ্বাৰা তেজ উত্তেজিত হই শীত প্ৰণালি, নলি, পাক প্ৰণালি, বল মূত্ৰাধাৰ, মুকু, মস্তিষ্ক প্ৰভৃতিলৈ তাল ৰক্ত যায়। দূষিত ৰক্ত নানা উপায়ে নানা ইন্দ্ৰীয়েৰে নিৰ্গত হয়। আৰু পৰিশুদ্ধ ৰক্তৰ দ্বাৰা সেই সমস্ত পৰিপুষ্ট হয়। মূৰৰ ঘিউএই বুদ্ধি বৃত্তি আৰু ধৰ্ম্ম প্ৰবৃত্তিৰ ঠাই। ঘি সতেজ আৰু সবল হ'লে মানসিক শ্ৰম কৰিবলৈকো উপযুক্ত হয় পৰোপকাৰ, দয়া' ঈশ্বৰ চিন্তা কৰিবৰ কাৰণেও লোক সবল হয়। শ্ৰম কৰিলে শৰীৰৰ কৰ্দ্দম মাজে দূষিত বায়ু অম্লজান মাজে নিৰ্ম্মল বায়ুৰ দ্বাৰা দগ্ধ হই যায়। এই কাৰ্ব্বন বা এই অগ্নিমান্দ্যৰ কাৰণ। অবে শৰীৰৰ তাপ বৃদ্ধি হই শৰী

প্ৰকৃতি মানসিক শ্ৰম কৰা অনেক লোক ক্ৰমে অকৰ্ম্মণ্য হই যায়।

শ্ৰমৰো সীমা আছে। অতিৰিক্ত শ্ৰমৰ দ্বাৰাও লোকৰ অপকাৰ হয়। দিনে ৰাতিএ ৮ ঘণ্টা অত্যন্ত শ্ৰম ৮ ঘণ্টা লঘুশ্ৰম আৰু ৮ ঘণ্টা বিশ্ৰাম সাধাৰণৰ পক্ষে সংগত। ছয় ঘণ্টা নিদ্ৰা বা পূৰ্ণ বিশ্ৰাম, দহ ঘণ্টা গুৰু শ্ৰম আৰু ৮ ঘণ্টা লঘু শ্ৰম কৰিলেও হানি নহয়। শ্ৰম কৰোঁতে এনে শ্ৰম কৰিব লাগে যেন শৰীৰৰ সকলো অঙ্গ প্ৰত্যঙ্গৰ চালনা হয়। তেহে প্ৰকৃতিৰ মূল উদ্দেশ্য অৰ্থাৎ স্বাস্থ্য ৰক্ষা যায় দীৰ্ঘজীৱনো পোৱা যায়। দীৰ্ঘজীৱী লোক মাত্ৰেই অতিশয় শ্ৰমী দেখা যায়। অনেক সুস্থ শৰীৰী মানসীক শ্ৰমী লোকে টান শ্ৰম কৰা দেখা শুনা গৈছে। জনক ৰজাই ৰাজকাৰ্য্য ও কৰিছিল হালো বাইছিল। আমাৰ দেশৰ পূৰ্ণানন্দ বুঢ়া গোহাঁই ডাঙৰীয়াই ৰাজমন্ত্ৰী থাকি কাৰ্য্য কৰিও কাপড় দিয়া বাটৰ কাম কৰা পাটীচৰা বোৱা কাম কৰিছিল। শ্ৰমৰ দ্বাৰা সকলো প্ৰকাৰ বস্তু উপাৰ্জ্জন কৰিব পাৰি। আমি যি যান বস্তু ভোগ কৰো তাৰ সকলোএই শ্ৰমৰ পৰা উৎপত্তি হোৱা। এতেকে আমাৰ মতে যেন সকলোএ এনে শ্ৰম কৰিবলৈ শিকা কৰে যে শাৰীৰিক অঙ্গ আৰু মানসিক সকলো বৃত্তিৰ ঠাম পৰিচালিত হয়। শ্ৰমহীনতাই আমাক যেন নিৰ্জ্জীৱ প্ৰাণীৰ সাৰলৈ নিব নোৱাৰে। ইয়ালৈ সকলোৰে লক্ষ্য আৰু এই বিষয়ে আন্দোলন কৰা উচিত।

শ্ৰ, ম,

# মেঘ আর বিজুলি।

## মেঘ।

১

কলামেঘ? বড় তুমি পুরুষ-দুর্জ্জয়;
পুরুষ কাঠ-বুকীয়া,
দিলেরে বজ্জোরা দিয়া,
দয়া, স্নেহ আবশ্যক নাই পুরুষর
পুরুষর শরীরত
গুণ কম, দোষ যত;
হেন অনর্থক অপবাদ বহুতর,
যটে লোকে সর্ব্বদাই,
কিন্তু যদি কোনোখাই,
থকেক তোমার পাঁনি চায় পটন্তর।

২

কি দেখিব? কোনে কয় পুরুষ নির্দ্দয়?
সূর্য্যর প্রচণ্ড-তাপে,
জহর বিষম তাপে,
তৃর্ণ লতা আদি করি যত বৃক্ষচয়,
সকলো শুকাই যায়,
পৃথিবীতো রস নাই,
প্রাণী সকলরো প্রাণ ওঠাগত হয়,
সবারে শুকান মুখ,
দেখিলে বিদরে বুক,
ছটফট্ করে প্রাণ দুরন্ত সময়।

৩

কেতিয়াক হালোৱাই চিন্তাত অস্থিৰ,
শুকাম পথাৰ পায়,
—সমূলকে জিপ নাই,
ছুৰন্ত বলত মাটি কটা চিৰ চিৰ,—
তৌৱাৰ মোৱাৰি হাল,
উকৰি পড়য় কাল,
ভাবি অন্ত নেপায়, কি কৰিব খেতিৰ ;
হেনয় বিপদ চাই
কোনে ছুখ পতিয়াই
পৰহিত কৰে নাশি নিজৰ শৰীৰ।

৪

কোনে সংসাৰত হেন আত্মত্যাগ কৰে।
পুৰুষ মেৰক বিনে,
কোনে কোৱা বাস্তি দিনে ?
প্ৰাণীৰ হিতৰ অৰ্থে অতি অকাতৰে
নিজ দেহ ক্ষয় কৰি,
পানী চালে হৰহৰি,
পানী পাই হালোৱাই আনন্দ অন্তৰে,
কেতি কৰে পুনবাৰ,
আকাল পলাই যায়,
অন্ন-চিন্তা গুচি-শান্তি সোতে ঘৰে ঘৰে।

বিজুলি।

৫

পৰম ৰূপসী তেওঁ বিজুলী সুন্দৰী,
দেখি হেন আত্মত্যাগ—

—পৰাজিত অনুৰাগ—

মুগ্ধ হই সুগুপত—ৰূপ কান্তি কৰি—
গুণ-গৌৰব বঢ়াই,
ৰূপক চাট পেলাই,
বৰিলে তোমাক মেঘ! পৰম সাদৰি,
তোমাৰ পুৰুষ-প্ৰাণ,
অলপতে কৰে মান,
মুখ ওলোমাই থাকা—মৌন ব্ৰত ধৰি!

৬

সাদৰে বিজুলি কৰি কাকুতি মিনতি,
নিজৰূপ চমকাই;
সংসাৰক দেখুৱাই,
ভাঙিব তোমাৰ চৈহ হায় কি দুৰ্গতি!
তাতো নহে তুষ্ট মন,
কৰি ঘোৰ গৰজন,
গালি পাৰা বিজুলীক—কিন্তু তেওঁ সতী
তব ক'লা কাঠ বুকে,
মুখ লুকাই মনোদুখে,
বৃষ্টি-ৰূপে অশ্ৰু পৰে তিতে বসুমতী। *

ৰ, মহন্ত।

---

## এটা কথা।

এদিন দুপৰীয়া ত্ৰিপুৰাৰ ৰজাই সভা পাতি পাত্ৰ মন্ত্ৰী লই বহি আছে। এনে সময়তে এজন বুঢ়া বামুন সৰ্ব

* কবিৰ সৃষ্টি বিধাতাৰ সৃষ্টিতকৈও আশ্চৰ্য্য! ইয়াৰ উপমা এই ৰচনাত পোৱা যায়। স,

দেহুৰ জন্ম হওক বুলি সভাত উপস্থিত হল। ৰজাই বামুন দেখা পাই, তেওঁক মান সৎকাৰ কৰি বহুৱাই সুধিলে, দেউ! আমাৰ সভালৈ কি নিমিত্তে অহা হৈছে?

বাপু—মহাৰাজ! মই দুখিয়া বামুন, মৰত পেট পুহিবৰে উপায় নাই। সেই দেখি আপোনাৰ দুৱাৰলৈ আহিছোঁ। কিঞ্চিৎ পালে জানিবা গধুলিলৈ মোৰ আৰু বামুনি জনীৰ পেটৰ উপায় হয়।

ৰজা—দেউ! তুমি পঢ়িবলৈ জানা নে?

বা—হয়, মহাৰাজ, যৎকিঞ্চিৎ জানো।

ৰ—বাৰু, এটি আমাক শ্লোক ৰচনা কৰি শুনুৱা চোন। শ্লোকটিৰ ভাব ভাল হব লাগে, অলপ মধুৰতাও থাকিব লাগে। আৰু চাৰিও চৰণ পুৰ হব লাগে।

বাপুৰ বিদ্যা অগাধ। বামুনীৰ কথাত অতি বিড়ম্বনাত পড়িল। তেও কিছু সময় পৰ মনে মনে থাকি মাত লগালে।

বা—মহাৰাজ বিড়ালঃ দুগ্ধঃ পিবতি বিড়ালীয় গাখীৰ খালে। ৰজাই শ্লোক শুনি অবাক হল। কি কাৰণ, বামুন মানুহ, পণ্ডিতেই হওক বা মূৰ্খই হওক সৱ গুণৰ ওপৰ বয়। এতেকে গালি শপনি পাৰিব নোৱাৰে। মনৰ খং মনতে মাৰি সুধিলে দেউ! আমি জানো যে শ্লোকৰ চাৰি চৰণ থাকে। পিছে তোমাৰ শ্লোকৰ চাৰি চৰণ কত?

বা—মহাৰাজ! কিয়? মোৰ শ্লোকৰো চাৰি ও চৰণ সম্পূৰ্ণ আছে। দেখাতেই বিড়ালীৰ চাৰিখান ঠেং।

ৰজাই বামুনক কথাত নোৱাৰি আকৌ সুধিলে, বাপু, চাৰি চৰণ জানিব পাৰিলো। তোমাৰ শ্লোকত মধুৰতা কি আছে?'

বা—মহাৰাজ! মোৰ শ্লোকত যদি মধুৰতা নাই, তেন্তে

এই জগতত মধুৰতা নাই। তুমত কৈ আৰু মধুৰ বস্তু কিবা আছে নে?

ৰজাই এই কথা শুনি বৰ অপ্ৰতিভ হল। কিন্তু মাত দিবৰ ঠাই নাই, কি কৰিব। তেও ক্ৰোধ সম্বৰণ কৰি আকৌ সুধিলে, বাৰু, মধুৰতা পালো। কিন্তু তাত একো তাৰ বিচাৰি উলিয়াব নোৱাৰিলোঁ।

বা—মহাৰাজ, সেই কেৰি কথাইহে প্ৰধান। যদি মোৰ তাত্বেই থাকিব জেনেহলে মই আপোনাৰ দুৱাৰতে এই বেশ ধৰি কিয় আহিম। তাৰ নাই, অভাৱ দেখিহে, যাচিবলৈ আহিছো। ভিক্ষা পোৱাই মোৰ তাত্ব।

বামুণৰ বক্তাখিনি দেখি ৰজা বৰ সন্তুষ্ট হল আৰু অলপ দক্ষিণা দি বিদায় দিলে। আমাৰ জানিবা হাতেঁতেই গল। পাছে কাপোৰু কাণি কৰা হলত ধৰিবলৈ আহিলোঁ।

স, ৰ,

---

# মনুষ্যৰ ক্ষুদ্ৰত্ব আৰু মহত্ব।

( ছাত্ৰৰচনা )

ভাই! এই সংসাৰৰ মাজত তুমি কিমান ক্ষুদ্ৰ, কিমান সামান্য। তোমাক মৰুভূমিৰ মাজৰ এটা বালিৰ কণা বা অনন্তসাগৰৰ জল বিন্দুৰ সিচিমাটৈক গণ্য কৰিব পৰা যায়। কিন্তু ভাই তোমাক এটা কথা সোধো। তুমি কি কেতিয়াবা তোমাৰ এই ক্ষুদ্ৰত্ব অনুভৱ কৰিব পাৰিছানে? কেতিয়াবা তুমি মনত ভাবিছানে তুমি যে ক্ষুদ্ৰ, তুমি সামান্য, তুমি গণনাৰ মাজত নোহোৱা? কেতিয়াবা তুমি মনত ভাবিছানে এই সংসাৰৰ চোৰ মাজত তুমি অত্যন্ত ক্ষুদ্ৰ প্ৰাণ।

যিদিনে তৌৰে তোমাক দিছে তুমি সেই দিনেই গইছা তোমাৰ নিজৰ এটা ফুটা কড়িৰ সমানও ক্ষমতা নাই শক্তি নাই তুমি ক্ষুদ্ৰতকৈও ক্ষুদ্ৰ।

তুমিতো ভাবিছা যে এই সংসাৰৰ মাজত ডাঙৰ হবলৈ গলে প্ৰথমে সৰু হব লাগে। উচ্চ হবলৈ গলে আগেএ সামান্য হব লাগে, মহৎ হবলৈ গলে আগেএ ক্ষুদ্ৰ হবলাগে। কিন্তু ভাই! সত্যকৈ কোৱা চোন কেতিয়াবা কি আপোনাক ক্ষুদ্ৰবুলি পৰিচয় দিছানে? কেতিয়াবা তুমি কাকো কইছিলানে যে মোতকৈ আৰু কেও সৰু নাই? আৰু কেতিয়াবা কি আপোনাৰ ক্ষুদ্ৰত্ব জানিবলৈ পাৰি মান, অভিমান, ঈৰ্ষা, অহঙ্কাৰ ক্ৰোধ এই এটাই বিলাক এৰিবলৈ চেষ্টা কৰিছিলানে?

ভাই! এবাৰ ভাবিচোৱা তুমি কিমান ক্ষুদ্ৰ, কিমান সামান্য। তোমাৰ স্বাস্থ্য আছে, যৌবন আছে, শ্ৰী আছে, সৌন্দৰ্য্য আছে, শক্তি আছে, কিন্তু এবাৰ প্ৰকৃতিৰ লগত তুলনা কৰি চোৱাচোন। এবাৰ ভাবি চোৱাচোন প্ৰকৃতিৰ কিমান সৌন্দৰ্য্য কিমান শক্তি কিমান ক্ষমতা। যি শক্তিৰ বলত আকাশৰ চন্দ্ৰ সূৰ্য্য গ্ৰহ নক্ষত্ৰ ঘোৰ আৰু তুমি থকা পৃথিবী খন অবিশ্ৰান্ত ঘূৰিছে, সেই শক্তিৰ লগত তোমাৰ শক্তিৰ তুলনা হবনে?

এবাৰ মনস্থিৰ কৰি-ভাবি চোৱাচোন সেই সকলৰ বেগৰ আৰু গতিৰ পৰিমাণ কিমান। এবাৰ ভাবা প্ৰতি ঘণ্টাত লহ হাজাৰ মাইল পৃথিবী খন দৌড়িছে, কলৈ দৌড়িছে, কোনদিনে দৌড়িছে তাৰ স্থিৰতা নাই। ভাবি চোৱা পৃথিবীৰ, চন্দ্ৰৰ, সূৰ্য্যৰ পৰিমাণ কিমান! এখন কিমান ভাবিলে তোমাৰ মোহ টুটি যাব। এই বিলাক দেখি

তথাপিও তোমাৰ ক্ষুদ্ৰত্বৰ পৰিচয় বাকি থাকিলে? সেই কাৰণেই তুমি ক্ষুদ্ৰ। এই যে তোমাৰ সৌম্যমূৰ্ত্তি, সবল, সচ্চৰিত্ৰ, বিদ্বান, বুদ্ধিমান পুত্ৰৰ অভিমানত আপোনাক অভিমানী জ্ঞান কৰি গৰ্ব্বতে মাটিত ভৰি নেপেলোৱা হৈছা; এবাৰ কি তেতিয়া মনত পৰে যে সেই সৰ্ব্বনিয়ন্তা বিধাতাৰ ইচ্ছা হলে নিমিষতকৈও অলপ সময়ৰ মাজতে তুমি যি পুত্ৰৰ অভিমানত অভিমানী সেই পুত্ৰক এই সংসাৰৰ লীলা ক্ষেত্ৰৰ পৰা একেবাৰে বিদায় দিব পাৰে। তুমি যে এই পুত্ৰ কন্যা, পৰিবাৰ বৰ্গৰ ভিতৰত থাকি নিজৰ ৰূপ আৰু গুণত এই সংসাৰক ইন্দ্ৰপুৰী বুলি ভাবিছা আৰু যি ঐশ্বৰ্য্য পাই আপোনাক কুবেৰতকৈও ধনী বুলি ভাবিছা, মনত ৰাখিবা যে এক মুহূৰ্ত্তৰ ভিতৰত সেই কুবেৰৰ ভাণ্ডাৰ একেবাৰে শূন্য আৰু ছাৰখাৰ হৈযাব পাৰে। ইমান যত্ন কৰি এই যে সুৰম্য অট্টালিকা সাজিছা, এবাৰ ভাবি চোৱা যাৰ ভ্ৰূকুটীত এই গোটেই বন পৃথিৱী ৰসাতলে যাব পাৰে তেঁওৰ ইচ্ছাহলে তোমাৰ এই অট্টালিকা এক তিল মাত্ৰ সময় স্থিৰ হৈ থাকিব নোৱাৰে। এবাৰ কি সেই দিনৰ তুমি কন্দাৰ কথা মনত পৰিছেনে? আৰু এটা কথাকও তুমি নিজে এই পৃথিৱীলৈ কিমান দিনৰ নিমিত্তে আহিছা? ইয়াত তোমাৰ লীলা খেলাৰ দিন কিমান দীঘল তুমি কব পাৰানে? এই যে জড় পদাৰ্থ তুমি তোমাৰ আগত দেখিছা, আৰু এই যে শিলতোপৰ তোমাৰ ওচৰত আছে, এয়েত কি তোমাৰ এই নশ্বৰ শৰীৰতকৈ দীৰ্ঘজীৱী নহয়নে? এতিয়া ভাই! তুমি কোৱাচোন তোমাতকৈ কোনো ক্ষুদ্ৰ আৰু আছেনে? সেই কাৰণেই কও যে আপোনাৰ ক্ষুদ্ৰত্ব অনুভৱ কৰিবলৈ চেষ্টা কৰা, শিক্ষা কৰা, আৰু আপোনাক নত মস্তক কৰি.

হলেই সকলোৱে সৈতে মিলি প্ৰীতিৰে থাকিব পাৰিবা। যদি তোমালোকে ডাঙৰ আৰু খ্যাত মানুহ হবলৈ ইচ্ছা কৰা তেনেহলে মান, অভিমান, হিংসা, ক্ৰোধ এই সকলো নিজাক মনৰ পৰা এনেৰূপে দূৰৈ ৰখা যেন সেই দোষে তোমাক দমিব নোৱাৰে। এইৰূপ কৰাতেই মানুহৰ মহত্ব আছে।—

ৰ. মা, ৰ.

---

## বিশ্ব পতি।

হে ঈশ্বৰ সকলোৰে তুমি দয়াময়।
তোমাতে সদাই যেন মোৰ মন ৰয়॥
জগতৰ সৃষ্টিকৰ্ত্তা তুমি হে ঈশ্বৰ।
তুমি এক প্ৰতিফল দিওঁতা পাপৰ॥
জলে স্থলে সৰ্ব্বত্ৰতে ৰমণ কৰিছা।
সকলোৰে মনোভাৱ বুজিব পাৰিছা॥
একমেৱ অদ্বিতীয় বিশ্বৰ ভিতৰ।
সৃজন কৰোতা আৰু জলৰ স্থলৰ॥
তৰা, চন্দ্ৰ, সূৰ্য্য আদি আজ্ঞাই তোমাৰ।
সদাই কৰিছে সকলোৰে উপকাৰ॥
পিতা মাতা হীনৰ তুমি এ পিতা মাতা।
ধনি দুখিয়া সবৰ তুমি অন্ন দাতা॥
অপ্ৰাণী প্ৰাণীও সব সৃষ্টি তোমাৰ।
যাৰ পৰা পাই থাকে বহু উপকাৰ॥
যাৰ সৰ্ব্ব দিশে চকু নি কানে শিৰাও।
অপাৰ মহিমা তোমাৰ দেখিবলৈ পাও॥

এহি জগতত বহু বস্তুক আছয়।
সকলোএ লিপি যদি লিখনী ধৰত।
লিখোতে তোমাৰ গুণ কত যুগ যাব।
লিখি কৰিবলৈ শেষ কেও নোৱাৰিব॥

---

## উপদেশ।

কিয়নো হেৰোৱা জ্ঞান মোৰ প্ৰীতিগণ
কোন আছে জগতত তোমাৰ আপোন?
কোনেনো কৰিলে দান তোমাৰ জীৱন?
শুই বহি আহা যাই ঈশ্বৰত মন, নাই
মায়াজালে পৰি যায় মন মজাইছা।
ধনোপাৰ্জ্জনত মন সদাই ৰাখিছা॥
যেতিয়া তোমাৰ এই আয়ু জৰি হবক্ষয়
কি কাম আহিব আহা! ধনোপাৰজনে!
অতি মোহ কৰিছাহে কি হব কাৰণে॥
ধনৰ আই বোপাই ধনৰ সমুদাই
মৃত্যু যুজিলে তুমি, কত পৰিবৰ?
কোনে সেই সময়ত তোমাক তৰাব?
অলপ ভাবিলে তুমি বিচাৰি পাবাহে গুৰি
নাহিকে ঈশ্বৰ বিনে এজনা ঈশ্বৰ।
সৃজন পালন কৰ্ত্তা বিশ্ব সংসাৰৰ
কিয়নো হেৰোৱা জ্ঞান মোৰ ভ্ৰাতৃগণ
কোন আছে জগতত তোমাৰ আপোন?
কোনেনো কৰিলে দান তোমাৰ জীৱন?

ধ, শা।

# গীত।

কোনো এজনা বিখ্যাত পণ্ডিতে প্ৰকাশ কৰিছে যে যি মানুহৰ মনত গীতে স্পৰ্শ কৰিব নোৱাৰে সি হয় দেৱতা নহয় পিশাচ। এই কথাৰ সাৰ আৰু তত্ত্ব অতি গম্ভীৰ। পৃথিৱীত এনে কোনো জাতি বা মনুষ্য নাই যাৰ গীত নাই সৃষ্টিৰ প্ৰায় আৰম্ভৰে পৰা গীত গোৱাৰ নিয়ম চলি আহিছে। মাতমুকুটা লৰাইও নান্ নান্ নান্ বুলি সুচ লগায়। শিশু-সন্তানকো গীত গাই মোহ নিয়াই নিচুকাব পাৰি। সাপ, বাঘ, হাতী প্ৰভৃতি হিংসাকুৰীয়া জন্তুকো গানৰ দ্বাৰাই মুগ্ধ কৰিব পাৰি। নাঙঠা অসভ্য মানুহেও গীত গায়। এতেকে গীত গোৱা মানুহৰ স্বভাৱসিদ্ধ। ইয়াৰ উপকাৰিতা গুণ অধিক। চিত্ত প্ৰসন্ন কৰে মন মুকলি কৰে শৰীৰ সতেজ কৰে। কেতিয়াবা হঁহুৱাব পাৰে কেতিয়াবা কন্দুৱাব পাৰে। গীতৰ বলত মানুহ একেবাৰে মুগ্ধ হয়। অতি শোকাতুৰ মনেও স্ফূৰ্ত্তি পায়। স্তুতি, নিন্দা, বাৎসল্য, করুণা, ঘৃণা বীৰ প্ৰভৃতি সকলো ভাৱৰ গীত আছে। যেতিয়া যি ভাৱৰ গীত গোৱা যায় সহসা মনত সেই ভাব শুনা জনৰ উদ্ৰেক হয়। গোৱা জনৰতো হয়েই। "জপাদশগুণং গানং যদি ভাবেন গীয়তে।" যদি ভাবেৰে গায়, গান জপতকৈ দহ গুণ অধিক।

সকলো দেশত সকলো সময়ত গীত গোৱাৰ নিয়ম চলি আছে। আমাৰ দেশতো এই গীত গোৱা প্ৰথা চলি আছে। অৱশ্য কালৰ পৰিবৰ্ত্তনৰ ইও অধীণ। শঙ্কৰ দেৱৰ দিনৰ পূৰ্ব্বে আমাৰ দেশত যে কিৰূপ গীত পদ আছিল তাক জনা টান। তেঁওৰ দিনৰ পৰা ইয়াৰ ইতিহাস ধাৰা বাহিক

ৰূপ চলি আহিছে। শঙ্কৰ আৰু তেওঁৰ শিষ্য মাধৱ আৰু তেওঁবিলাকৰ সহযোগী আৰু শিষ্য সকলে, আমাৰ ভাষা যেনেৰূপে গদ্য আৰু পদ্যেৰে পূৰ্ণ কৰিবলৈ খুজিলে তাক কোৱা বাহুল্য। শঙ্কৰ দেৱে আৰু মাধৱ দেৱে দেশত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰিবলৈ যি সমস্ত উপায় কৰিলে তাৰ মাজত গীতো এটা প্ৰধান। পুৱা দুপৰীয়া গধুলি যি সময়ত যি ৰাগেৰে গীত গোৱা উচিত সেই নিয়ম ৰচিলে আৰু যি সকল নাটক ৰচিলে তাৰো মাজে মাজে গীত ৰচনা কৰিলে।

গীত মুখেৰে গোৱা হয়। সেই গোৱা যিৰূপে হয় তাক ৰাগ বোলে। আৰু সেই গীত সুৰলগাই গোৱাৰ সাহায্য কৰিবলৈ বাজনা বজায়। এই কাৰণে গীতত ৰাগ আৰু বাজনা আৱশ্যক। গোৱাৰ ভাব সময় আৰু সুৰ অনুসৰি নানা ৰাগ আৰু বাজনাৰ সৃষ্টি হইছে। সংস্কৃত ভাষাত ৰাগ আৰু বাজনাৰ নানা পুথী নিয়ম আছে। শঙ্কৰ আৰু মাধৱ দেৱে সংস্কৃত অনুকৰণ কৰি তাৰ ৰাগ আৰু বাজনাৰ নিয়ম আমাৰ ভাষাত লগাই অনেক গীত আৰু নানা পুথী ৰচিলে। সেই আহি এতিয়াও চলি আহিছে। সংস্কৃতত সকল ৰাগ যে আছে এনে মধুৰ ৰাগিনীও আছে। ছয় ৰাগ ছত্ৰীশ ৰাগিনী। আমাৰ সকলো বস্তুকে পুৰুষ বা প্ৰকৃতি কল্পনা কৰা হয়। পুৰুষ আৰু স্ত্ৰীৰ প্ৰকৃতি ঘটাই অচেতন পদাৰ্থ বা তাঙকো পুৰুষ স্ত্ৰী কল্পনা কৰা হয়। সেইৰূপ ৰাগ আৰু ৰাগিনী কল্পিত হইছে। ভাৰতবৰ্ষত গন্ধৰ্ব্ব আৰু অপ্সৰা সকলেই গীত আৰু বাজনাৰ জন্যে প্ৰসিদ্ধ। গন্ধৰ্ব্বৰ যিৰূপ বিবৰণ পোৱা যায় তাৰ দ্বাৰা হিমালয় পৰ্ব্বত আৰু তাৰ ওচৰৰ কোনো কোনো ঠাই বুজায়। অপ্সৰাও সেই ঠাইৰে

লোক। এতিয়াও কাশ্মীৰ অঞ্চলত গীত বাজানা বিশেষ ৰূপে প্ৰচলিত। তাৰ " বাই " নাচনিয়াৰৰ গুণ অনেকেই জানে।

আমাৰ ভাষাত শঙ্কৰদেৱ মাধৱদেৱ আৰু তেওঁৰ শিষ্য সেৱক সকলে ম আৰ্হিৰে সংস্কৃত ৰাগ ৰাগিণী মিলাই গীত ৰচিলে। - শ্যাম, বসন্ত. ভৈৰৱী, ধনশ্ৰী. বৰাড়ী, গান্ধাৰ প্ৰভৃতি ৰাগৰ গীত আছে। কৃষ্ণলীলা, ভক্তিৰস ৰচিত বাবে হুড়ী গীত বড় গীত নামে প্ৰসিদ্ধ। ইয়াৰ ৩০ টা শঙ্কৰ দেৱে ৰচা। ইথিনি মাধৱ দেৱে ৰচা। আন শিষ্য সেৱক সকলে অনেক গীত ৰচিছে। তদতিৰিক্ত ভাৱনাত "অঙ্কীয়া গীত" আছে। এই সমস্ত গীত নাটকত ৰচা সকলে নাটকত ৰচিছে। কোনো কোনো বিশেষ ঘটনা বা সময়তো কোনো কোনো গীত ৰচনা হইছে। তাৰতৰ আন ভাষাৰ দৰে আমাৰ ভাষাত ব্ৰজলীলা বিনে শৃঙ্গাৰ ৰসৰ গীত নাই বুলিলেও হয়। কিন্তু মদন চতুৰালি আৰু শিৱৰ আলীন গীতক আমি বেলেগ কৰিছোঁ। মদন চতুৰালিত শিৱপাৰ্ব্বতীৰ বিবাহ আৰু লীলা সম্পৰ্কীয় কিছুমান গীত আছে। বিবাহ প্ৰভৃতি উৎসৱ আৰু সন্নাহত যি নাম গোৱা যায় সেই বোৰো গীত। বিয়াৰ নামত একোজনা তিৰুতা এনে পাটু যে কোৱা বাহুল্য। লেখা পঢ়া নজনা অনেক তিৰুতাই অনৰ্গল সুন্দৰ সুন্দৰ গীত তৎক্ষণাত ৰচনা কৰে। “ যোৰা নাম ” বিয়া প্ৰথাই এই নাৰী কবিতা আৰু গীত শক্তিৰ পৰিচয়।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰ পৰা পাখোৱাজৰ সহায়ত গীত গোৱা নিয়ম আমাৰ দেশত প্ৰবেশ হ'ল। কৃষ্ণ মঙ্গল দুৰ্গামঙ্গল প্ৰভৃতি ৰজাঘৰীয়া গীত আৰু পাখোৱাজৰ বাজনাৰ বিষয় এতিয়া পুৰণি কথা হইছে। আন কি লোপ

পাইছে বুলিলেও দোষ নাই। কিন্তু ধৰ্ম্মৰ লগত লগ লগাই খোৱা বড় গীত প্রভৃতি এতিয়াও চলি আছে। বড় গীত ৰচনা হ'ব আজি প্রায় চাৰি শ বছৰ হইছে আমাৰ দেশানু-ৰাগি সকলে আমাৰ গীত সম্পত্তি উন্নত কৰিব পাৰে আৰু যি আছে তাক ৰাখিব পাৰে আৰু ৰখাও উচিত। বাজানা হলে আমাৰ দেশত খোল, মৃদঙ্গ পাখোবাজ, তাল, খুটীতাল, চেৰেন্দাৰ, টোকাৰী ঢোল কৰতাল, নাগাৰা। ইয়াত বাজে আন কিছুমান বাজানাও আছে।

আমাৰ গীতৰ মধুৰতা আৰু গভীৰতা দুইও আছে। দুঃখৰ বিষয় এই যে উচ্চ শ্রেণীৰ লোকৰ অধিকাংশে আমাৰ গীতৰ প্রতি অনাদৰ প্রকাশ কৰিছে। আমাৰ পাঠক সকলে জানিবৰ অৰ্থে বড় গীতৰ প্রসিদ্ধ দুটী গীত ইয়াত উদ্ধৃত কৰিলো যি সময়ত এই গীত ৰচা হইছিল সেই সময়ত আমাৰ গীত আৰু পদৰ ভাষা এইরূপেই আছিল। এতিয়াও ইয়াৰ আৰ্হিৰেই চলি আছে।

ৰাগ ধনশ্রী পৰিতাল।

নাৰায়ণ! কাহে ভকতি কৰোঁ তেৰা,
মেৰি প্ৰাণৰ মন, মাধৱ ঘণ ক্ষণ, ধাতুক পা নছোড়া।

পদ,

যত জীৱ জাঙ্গম, কীট পতঙ্গম, অগ নগ সৱ্ব তেৰি কায়া,
সৱ্ব কোহি মাৰি পূৰত ওহি উদৰ, নাহি কৰত ভূত দায়া।
ঈশ স্বরূপে হৰি, সব ঘটে বৈঠহ, যৈসা গগন বিয়াপি,
নিন্দাবাদ, পিশুন হিংসা হৰি, তেৰি কৰোহোঁ হামু পাপি।
কামু শঙ্কৰ কৰ, কৰ কৰুণানাথ, মো নছোড়োহো ৰাম বাণি
সৱ অপৰাধ, বাৰকতুয়া নাম, তাহে শৰণ লেহো জানি।

শ্রীশঙ্কৰ দেৱ।

রাগ শ্যাম একতাল।—

ত্যজরে কমলাপতি পরভাত নিন্দ
হেরিচান্দ মুখ পেখো উঠরে গোবিন্দ।

পদ

রজনী বিদূরে দিশ ধরলি বরণ,
তিমীর ফেড়িয়া যায় রবির কিরণ।
শত পত্র বিকসিত ভ্রমরা উড়াই,
ব্রজ বধূ দধি মথে তুয়া গুণ গাই।
দাম সুদাম ডাকে হেরি লৈয়া রাম,
হের দেখ উঠিয়া আসিল বলরাম।
মন্দ গৈল বাথানে গোয়াল গৈল পালে,
সুরভি চাড়িবে লাগে উঠরে গোপাল।
ক্ষীর নবনু লৈয়া শিঙ্গা বেত বেণু,
সকালে মেলিও গৈয়া হাম্বারবে ধেনু।
কহয় মাধব মাই কিবা উপসাইলি,
ত্রিজগত পতি তুমি রাখোয়াল পাইলি॥ শ্রীমাধব দেব।

আমার পাঠক সকলে আমার নামতি সকলর রচনা নাম তাল পার ভাবি দুটী নাম লেখিলো মেঘে যেন গর্জ্জে মহিমা-হ্রদে নাচে স্বর্ণ খণ্ড করে, গদ গদ বাণি বোলন্ত গোসাঁমী, বসে মধুপান করেঁ।।

—অকলে গইছিলা; বাপা নগৈরে আছিলা,
কাবেরা বুকরে বাছা, কাঢ়িয়া আনিল।
চোতাল পাই রুক্মী, ভেকাদেওত সুধিলে,
পাছ আই কি মানব চোকা।
মালাগে সুধির, হেরা প্রাণেশ্বরি,
আগমি থাবণি চৌপা॥

আমাৰ গীত আৰু বাজানা এতিয়া চহা গাৱলীয়া আৰু মৃগমীন তকতৰ হাতত পৰিছে। সেই কাৰণে তাৰ উন্নতি হোৱা পৰি থাওক অধোগতিহে হইছে। এতেকে দেশ হিতৈষী শ্ৰীযুত সকলৰ কৰ্ত্তব্য যে তাৰ উন্নতি সাধন কৰে। নতুবা আমাৰ মহামূল্য সম্পত্তি নষ্ট হ'ব আৰু যাক লই বাবু কেহেলাইছো সিও যাব।—

এ, বি, হ,

---

# ইডেন গাৰ্ডেন।

১

ইডেন্ গাৰ্ডেন তুমি কিবা শোভা ধৰা,
দেখিলে আনন্দ হয় মন মুগ্ধ কৰা,
কিৰূপ ধৰিছা তুমি,
ইংৰেজ-বিলাস ভূমি,
তোমা সম প্ৰিয় ঠাই কোন ভাৰতত!
নন্দন কানন কলিকাতা নগৰত।

২

কতৰূপ ধৰা তুমি, এভাৱন্ত নাই,
পৰে পৰে কতবাৰ মূৰ্ত্তিক সলাই,
মোহিছা লোকৰ মন,
ছুখি তাপি কতজন,
মন শান্ত কৰে আহি তোমাৰ কাষত।
আনন্দ কানন তুমি এহি ভাৰতত।

৩

ধন্ম বিচ্ছা বন তাৰ বি জনে ভ্ৰমিছে,
তোমা হেন বন্ধু, যোগে আদৰে সাজিছে,

তোষাক প্রকৃতি সাজে ;
এই ভাবভর মাঝে,
সার্থক তেঁওর বুঝি এই জগতত—
বিশ্ব কৰ্ত্তা তেঁও এই মৰ্ত্ত্য ভূবনত ।

৪

কেয়ুলে সুন্দর গছ দেখি কোনো ঠাঁই
গোলাপ, দোপাটি কত লেখ জোখ নাই,
বগা ফুল কাবোণার
কঁকলা বা কোনোটোর
ইটোর তেঁটিত উঠি জক্ মক্ করে,
সুগন্ধ বিস্তার করি মন-প্ৰাণ হরে ।

৫

ক'তো বা বিচিত্র গাৰ ঠিক বেন নই,
অজস্র বহিছে সদা কল কল কই,
আগ গুরি একো নাই
কেবল সি বই যাই,
ক'ত বা উৎপত্তি তার ক'তবা প্রলয়,
বহু অনুসন্ধানতো মীমাংসা নহয় ।

৬

কিবা চমৎকার বাট তার দুই পাশে
জেউকার বেড়ে, সবস্থকে বেড়ি আছে
আক তার মাঝে মাঝে
লতা মণ্ডপর সাজে,
দুগুণ করিছে তার শোভা মনোহৰ,
আহা ! কি সুন্দর দৃশ্য চক্ষু তৃপ্তিকৰ ।

৭

ক'ত বা অসংখ্য শিল আছে পড়ি পড়ি,
পৰ্ব্বতীয়া গছ গাব ওপৰত ধৰি,
ঠিক যেন প্ৰকৃতিৰ,
কাৰ্য্য ইটি মনোহৰ,
মানুহৰ হাত তাত কদাপিও নাই।
দেখিলে আনন্দ হয় দুঃখ হৰি যাই।

৮

ইপিনে শোভিছে আৰো কিবা মনোহৰ,
"ৰৰ্ব্বিজ পেগডা" নামে মন্দিৰ মানব,
কাঠেৰে সাজিছে তাক,
কাঠৰো ইমান জাঁক—
কাঠ যুই যেন—কিন্তু শিল সম টান
কাটিছে বিচিত্ৰ ফুল বস্তু বস্তু মান!

৯

ইংৰাজৰ বেণ্ড্ বাদ্য বাজি বি ৰবত
সম্মানে লোকক বজে সন্ধ্যা সময়ত।
সিও দীপ মালা ধৰি,
ৰূপৰ গৰব কৰি,
আনন্দে বিহ্বল হই কিবা ৰূপ ধৰে,
যুবতি গলত যেনে মণি শোভা কৰে,
ইলেক্‌ট্ৰিক্ লাইট্ তাৰ চাৰি পাশে শোভে,
গেস্ লাইট্ বজা হৈ যেন মন ক্ষোভে,
দুবৈত লইছে ঠাই,
যেন কেও কিছু নাই,

মিট্ মিট্ করি জলে নিজ মন দুঃখে
ইলেক্ট্রীকে তার ঠাঁই লয় মহা সুখে

১১

ইপিনে ঝরণা ঝরে ঝর ঝর করি
তিনিও সমানে প্রাকৃতিক মূর্ত্তি ধরি
কলর মহাত্মা তুলি
নিজে স্বাভাবিক বুলি,
অহঙ্কারে মত্ত হই আপোন পাহরে
যেন গর্ব্বী মানুষের অভিনয় করে

১২

কতকো সাহেব বিবি হত্তাহত্তি করি
আনন্দ লভিছে সবে নিজ সুখে ফুরি
কিন্তু, দুখি গরিবর
নিগাড় নেটীবর
যত্তে তত্তে অপমান বিধির লিখন
এহেন স্বর্গতো আছে বিধি ব্যবধান,

১৩

কতনো সাহাবে আছি কতনো প্রকারে
বিরাজ করিছে এই বাগিচা ভিতরে
কেওবা অকলে আছে
ফুরিছেবা কারো কাষে
শক শক লবা আক কিশোর জোয়ালি,
সিংহর কায়ত্ত যেন সিংহর পোয়ালি,

১৪

ভোঁ ভোঁ ভোঁ ভোঁ পোঁ পোঁ করি যেই যেও বাজে
আনন্দে মগন হই সাজি নানা সাজে

শক শক নবা বোবে ;
বেগে নব দিব ধবে,
মাচিত্ত পেলাই ভবি তাব তালে তালে
ঘুখিয়াইও তুলে ঘুখ চালে তাব কালে

১৫

সম্মুখে পবিত্র গঙ্গা তুলি নিজ কোলে
অসংখ্য জাহাজ, নাও অবিশ্রান্ত চলে,
সাগবব অভিমুখে
অসহ মনব ঘুখে
তথাপিতো বাবে বাবে বাগিচালৈ চাই
আহি আলিঙ্গিব খোজে আকৌ ফিবি যায়

১৬

দুঃখ-নিশা অন্তহয় তোমাক দেখিলে.
আনন্দত নাচে মন ভিতবে বুবিলে
কিবা আছে তোমা সম
দুখ তাপাদিব যম
যেই যি বোলক কিন্তু আমাব মনত,
তুমিএ নন্দন বন মর্ত্ত্য ভুবনত।

শ্রীক, দু,

---

# আগব দিন এতিয়াব দিন।

শোৱা।

আমাব দেশতৈ আৰু দেশব মানুহব অহা যোৱা বড় অলপ আছিল। বাট আক পথ সুগম নাছিল বিদেশতৈ.

আমাৰ মানুহ কেৱল তীৰ্থযাত্ৰা উপলক্ষে মাত্ৰ আগ্ৰহকৈ গৈছিল। সিও অতি কম বছৰেকত যদি ৫০ জন লোক বিদেশলৈ গৈছিল সিও সৰহ। ইদেশে সি দেশে গমনা-গমন হলে সৰ্ব্ব প্ৰকাৰৰ ৰুচিৰ আৰু খোৱা পিন্ধা আচাৰ ব্যৱহাৰৰ পৰিবৰ্ত্তন হয়। তাৰ অভাৱত পৰিবৰ্ত্তনৰ সোঁত একেবাৰে নাথাকে। যি মানুহ ৰংপুৰ বা গুৱাহাটীলৈ পাইক খাটিবলৈ যায় সি একেবাৰে জীৱনত হতাশ হৈ আহি বন্ধুক তোৰ তাত দি যায়। লুইতৰ দক্ষিণ পাৰে আৰু উত্তৰ পাৰে দুটা আলি আছিল আৰু গাঁৱলীয়া বাটো আছিল। সিও তিমান সুবিধাৰ নাছিল। দুৰ্গম আছিল। আমাৰ দেশৰ কেইও কাষৰ পৰ্ব্বত আৰু আমাৰ ওচৰৰ দেশৰ জল আৰু স্থল পথ সেইৰূপ অসুগম থকাৰ কাৰণে আন দেশেৰে আমাৰ গতিবিধি তিমান চলা নথকাত আমাৰ দেশত আমি এই প্ৰধান থকাৰ দৰে আছিলোঁ। সময়ে সময়ে বিদেশী লোক আহি যি বোলে এই দেশত বৈ গল সেই বোলেও একেবাৰে আমাৰ দেশৰ লোকেৰে অনেক বিষয়ত বঢ়কৈ নিমিলিছিল অথবা মিলিব নোৱাৰিছিল। এই কাৰণে আমাৰ দেশত বৰ ওখ খাপৰ স্থায়ি ভাব আৰু পৰিবৰ্ত্তনৰ অপ্ৰিয়তা বৰ প্ৰবল।

একেলগে খোৱা বোৱাৰ দ্বাৰা পৰস্পৰৰ কিমান ঐক্য আৰু সমভাৱ হয় আৰু ইটো সিটো বিষয়ে মিল আৰু বিশ্বাস কথা কৰি হয় আনত তিমান নহয়। আমাৰ দেশত এই মিলন একেবাৰে নাই বুলিলেও হানি নাই। আপোনাৰ ঘৰৰ পৰিয়াল কেইটালগে থাকে নাহে লগেৰে খোৱা বোৱা হয়। দূৰণি হলে ক্ৰমে সিও এৰিবলৈ ধৰে। আপোনাৰ বংশৰ মানুহো অনেক ঠাইত সকলোৰ সকলোৰে থকত

আৰু হাতেৰে খোৱাৰ নিয়ম নাই। ইয়নে সিজনৰ দোষ উল্লেখ কৰা স্বৰূপ যে এটা সঙ্কীর্ণ ভাব সেইটোএও এই লগোৰে খোৱাৰ বিপক্ষে সাহায্য কৰি থাকে। জাতি কুলৰ বিচাৰ যে "সর্ব্বোপৰি বৰ্ত্তে।" এপিনে চালে এই সঙ্কীর্ণ ভাব স্বাস্থ্য ৰক্ষাৰ প্ৰধান এটা উপায়। আমাৰ বুঢ়া লোকে কয় বোলে "অচিন কাঠৰ খোৰাকো নলগাবি।" অজ্ঞাত কুলশীলৰ লগত খোৱা বোৱা কৰা ভাল নহয়। যাৰে সইতে খোৱা বোৱাৰ চলাচল সদাই না থাকে তাৰ লগত খোৱা বোৱা কৰাৰ দ্বাৰা সময় ৰুচি সহ্য ইত্যাদিৰ অনেক বিষম হয়। সেই হলে স্বাস্থ্যৰ আৰু শান্তিৰ অনেক হানি হয়। এতেকে এই ভাবে চালে যদি আমাৰ সঙ্কীর্ণ ভাবেই স্বাস্থ্যকৰ তথাপি সামাজিক আৰু নৈতিক ভাবলৈ চাই এই সঙ্কীর্ণ ভাব একেবাৰে ঢিলা কৰা কৰ্ত্তব্য।

আমাৰ সাধাৰণ শ্ৰেণীত খেল বন্ধণীয়া মতে খেলৰ বান্ধনীএ বান্ধিলে সকলোএ খায় নতুবা আন প্ৰকাৰে হ'লে অনেক লোকে একে লাগে খোৱাৰ নিয়ম নাই। সকলোৰে হ'তে সকলো বস্তু খোৱাৰো নিয়ম নাই। কাৰো কটা তামোল, কাৰো খোৱা মাছ চাউল কাৰো কেঁচা জলপান কাৰো কোমল চাউল, কাৰো চীড়া পীঠা কাৰো পৰমান্ন কাৰো ভাত খোৱা যায়। সম্পৰ্ক, আচাৰ, নীতি ঘনিষ্টতা বিবেচনাৰ মতে খোৱাৰ এইৰূপ তাৰতম্য হয়। আমাৰ মানুহে সাধাৰণতঃ ভাত খোৱাৰ পূৰ্ব্বে স্নান কৰে। কোনোএ আকৌ চীড়া পীঠা বা কোমল চাউল খোৱাৰ পূৰ্ব্বেও স্নান কৰে। ৰুবা চকা আৰু শৌচাচাৰৰ নিয়ম মতে স্নান হয়। বাহিৰাই তামোল ধপাত বিনে আন বস্তু খোৱাৰ নিয়ম নাই। বস্তাৰ পঁৰা প্ৰজাৰ্লে ভাতেই মূল আহাৰীয়

দ্ৰব্য। সিজোৱা, পাতত দি সিজোৱা, পোড়া, খড়িকাত দিয়া ভজা আৰু সোঁকা এই কেইটা উপায়েৰে খোৱা বস্তু প্ৰস্তুত হয়। শাক, আদকৰীয়া, কাৰ, টেঙা, খৰলি, ভজা, পোড়া, পাতত দিয়া বা ভাতত দিয়া খড়িকাত দিয়া, আৰু উস্থৱা আমাৰ আঞ্জা। মগুমাহ, মাটি মাহ, কলা মাহ আৰু কথঞ্চিৎ মসুৰ মাহ, আৰু অড়হড় বা মিৰী মাহ আমাৰ সাঁধাৰণ “ডালি” বা “মাহ”।

লাউ, কোমোৰা, কচু আলু, লাই, লফা, চুকা, পালঙ, বাবৰী, পুৰৈ, ধনীয়া, খেকসা বেঙেনা, চাপেই টেঙা, মাটী গাহৰী, ঢেকীয়া, কচু, ভোল, জীকা, ধুন্দুলী, উৰহী, মৰলীয়া, পছলা, খুতৰিয়া আমাৰ কাবৰি পাছলি। প্ৰায় লোকে মাছ খায়। খাহি, পঠা, হাঁহ, পাৰ, পহু, কাছ, কণৌ, জীকৰ, কাম, কোঢ়া, কৈৰ, মঁৰিক, ম'ৰা, মিনা হাঁহ, হুহুহা, হাইঠক, মেৰেৰি বটটুনী, এড়া, প্ৰভৃতি চৰাই আমাৰ জান্তৱ খাদ্য। চীড়া বা ধান চীড়া, কড়াই গুড়ী, গোটা কড়াই সান্দহ বা চাউল চীড়া পিঠাগুড়ী' ভজা পিঠা গুড়ী, আখৈ, আখৈ গুড়ী কোমল চাউল আৰু চাউল ভজা, মোৱা ভজা চীড়া আমাৰ জলপনীয়া বস্তু। আখৈ বা চীড়াৰ লাড়ু, তিলৰ লাড়ু নাৰীকলৰ লাড়ু কেঁচা পিঠাগুড়ীৰ লাড়ু বা মিঠৈ, পকা মিঠৈ বা ভজা পিঠা গুড়ীৰ লাড়ু এই বোৰ আমাৰ লাড়ু। ভাত পিঠা, তিল পিঠা, নানাবিধ খোলা চাপৰি পিঠা, চুঙাপিঠা নানাবিধ লাও পিঠা, ঘিলা পিঠা কেমী পিঠা ঢেকেলী পিঠা, আমাৰ সাধাৰণ মিঠাই। গুড় আমাৰ প্ৰধান মোৱাদ। চেনী গুড় নামে এবিধ বৰবৰীয়া গুড় কৰা হয়। তাতকৈ ওপৰৈ আৰু নাখায়। কোমল চাউল গাখীৰ আৰু গুড়েই প্ৰধান জলপনীয়া বস্তু। সেই

সময়ত কাণী বা আফিঙ, তাৰ কি আৰ বাগিয়াল বস্তু চলতি নাছিল;

মুসলমানে গোমাংস খাব লোৱাবিছিল। এনে প্ৰবাদ আছে যোগে ফুল, যাব বুলি পীঠা গুড়ীৰ গৰু সাজি বছে-ৰকত এবাৰ মুসলমানে খাইছিল। যি দেশত হিন্দু ধৰ্ম্ম প্ৰবল সেই দেশত যে এনে হ'ব তাত সন্দেহ নাই। বামা-চাৰি শাক্ত সকলেও নিয়ম ৰকাৰ নিমিত্তে তাম্ৰ পাত্ৰত মধু খই কৌলাচাৰ নিয়ম প্ৰতিপালন কৰিছিল।

কাহ পিতল কাঠ, লো আৰু মাটিৰ বাসনেই চলিত। বটা, টৌ, বাটি, বাৰবাটী, লোটা চৰিয়া কাঁহি, মাই হাত, ঘটী, প্ৰভৃতি ধাতুৰ বাসন। চৰিয়া, হাতা প্ৰভৃতি কাঠৰো আছে। বজাৰৰ সোণ ৰূপৰ সকলো বাসন। কেৱল বহ্না বঢ়াৰ বাসন ও আন ধাতুৰ। সাধাৰণ ভাবৰ লোকে বড় পীড়াত বহি বেঢ়াৰ ওপৰত থাল থই তাতে ভোজন কৰে। কোনো কোনো বেঢ়াত বাটী থবলৈকো সকুগ আছে। কোনোএ আকৌ বড় পীড়াতে থাল থই খায়। কোনোএ মাটীৰ ভেটী কৰি তাতে থালত খায়। সাধাৰণ লোকৰ হলে যাৰ কাঁহি আছে সি কাঁহিত যাৰ নাই কাঠৰ চৰিয়া বা পাতত খায়। খোৱা বড় আবুৰ। মুসলমানৰ ভয় এটা ইয়াৰ প্ৰধান কাৰণ। বোৱাৰী বিলাকে স্বামীৰ ভোজন হলে সেই পাতত বহি খায় কিন্তু সেই আসনত নবহে। শাহু শহুৰৰ পাতভো খোৱাৰ নিয়ম আছে। দেৱৰেকৰ পাতভো বোৱাৰীকে খায়। বোৱাৰী ঘৰলৈ আহিলে বাৰতে এটা মাৰ লৰা ছোৱালীৰ মাইকী নহয় তাৱতে সকলোএ ভেঁওৰ হাতে ভাত খাবায়। কেতিয়াবা তাতকৈ দীৰ্ঘকাল পৰ্য্যন্ত থাকে। শাহু শহুৰ পৰিয়াল জাতি বন্ধু বাবে খোৱা

পাগ হয়। আমাৰ দেশৰ লোণৰ পুৰুত অলপ মাত্ৰ লোণ উৎপন্ন হয়। সেই কাৰণে সৰ্ব্ব সাধাৰণে লোণ খাবলৈ নাপায়। কামৰূপৰ কালে ক্ষাৰ বা ক্ষাৰলোণ নামে এবিধ বস্তু উদ্ভিদ্ পদাৰ্থৰ পৰা প্ৰস্তুত কৰা হয় তাৰ ব্যৱহাৰ কৰা হয়। কলাক্ষাৰ এটা উপাদেয় জীৰ্ণকৰ বস্তু। টেঙ্গা আমাৰ দেশত বিস্তৰ। কেঁচাইও অনেক টেঙ্গা খায়। আঞ্জাতো অনেক খায়। জলাত তিমান ৰুচি নাই। সাধাৰণৰ পক্ষে ক্ষাৰ টেঙ্গা আৰু জলকীয়াই মসলা। ক্ষাৰলি, মাহগুড়ী আৰু গাজ শুকান খৰিচা, কুঞ্জীথেকেৰা, তেতেলী ৰুচিকৰ বস্তু। দই গাক্ষীৰ বা এৱাঁ গাক্ষীৰ আৰু গুড় শেষ ভোজন। পগোৱা গাক্ষীৰ উপাদেয় বস্তু। ইয়াৰ সিফালে গাক্ষীৰৰ আন বস্তু নহয়। কোনো কোনো লোকে ঘিউ চেনীৰে ভোজনান্ত কৰে।

---

# জান্তৱজীৱন।

### আগৰ বাৰৰ শেষ।

এই অন্তৰেন্দ্ৰীয়টিৰ লগত আৰু অসংখ্য নলীৰে সমস্ত শৰীৰৰ সংস্ৰৱ আছে এই নলীবিলাকেৰে সেই বস্তুটিৰ জলীয় ভাগ সমস্ত শৰীৰলৈকে চালিত হয়। অন্তৰেন্দ্ৰীয়ৰ পৰা বিবিধ পনীয়া বস্তু সমস্ত শৰীৰলৈকে যায় তাৰ নাম 'তেজ।' যি যি অংশলৈকে এই তেজ চলে, সেই সেই অঙ্গই সজীৱ হই থাকে।

সৰ্ব্ব শৰীৰলৈ চালন্য হলে পাছত এই তেজ ৰাঘচিৰ হবে এবিধ সক মলিৰ মোৱাৰা বিন্দুৰ আকৃতি ধৰে। এই

বিন্দু বিলাক এনে সৰু যে এটা পাইৰ ওপৰতো সাৰি সাৰি কৰি হেজাৰে হেজাৰে ৰাখিব পাৰি। পকি ঘৰত ইটা-বিলাকে যেনেকৈ ইটে সিটোক টানি ৰাখে, সেই দৰে এই বিন্দু বিলাকো পৰস্পৰে দৃঢ় আবদ্ধ। এই বিন্দু বিলাকৰ আকৃতি বেলেগ বেলেগ, কিয়নো এই বিলাক প্ৰত্যেকে একোবিধ বস্তুৰ সাৰ ভাগ। কেতবিলাকৰ পৰা চাল হয়, কেতবিলাকৰ পৰা মঙহ হয়, আৰু কেতবিলাকৰ পৰা বা হাড়েই উৎপন্ন হয়। এই দৰে সকলো জন্তুৰে শৰীৰ এবিধ মলিৰমোৱৰা-বিন্দু জাত—এই বিন্দু বিলাক অণুবীক্ষণ যন্ত্ৰৰ বিনা সাহায্যেৰে উকা চকুৰে দেখা নেপায়। তেজেই এই বিন্দু বিলাকৰ পুষ্টি সাধন কৰে।

এই বিন্দু বিলাকে যাতে সদাই নিজৰ কাৰ্য্য চলাই থাকে, আৰু যাতে এই বিলাক শক্তিমান হই থাকে তাৰে চেষ্টা ৰাখা উচিত। কোনো চলি থকা কলৰ জলন্ত এঙাৰে কলৰ যি উপকাৰ কৰে। সিইতে নিজে ক্ষয় হই লোকৰ বল বঢ়ায়। ভাটি ভাই বা ফুঁৱাই বতাহ লগাই যেনেকৈ জুহালৰ জুই বেসি কৰা যায়, তেনেকৈ এই বিন্দু বিলাকৰ জাহগাই মাংস বল বঢ়াব পাৰা ক্ষমতা স্বরূপ জুই ও নিশ্বাস প্ৰশ্বাস স্বরূপ ভাটিৰে সদাই জ্বলি থাকে। প্ৰতি নিশ্বাসতে বতাহ অন্ত-ৰেন্দ্ৰীয়লৈ যায়, আৰু তাৰ পৰা অসংখ্য নলীবিলাকেৰে শৰী-ৰত বই থকা তেজ বিলাকলৈ চালিত হয়। তেজৰ লগত এই বতাহটিয়ে সমস্ত শৰীৰ ব্যাপে, আৰু বন্ধা আঙঠা বিলাক যেনেকৈ লাহে লাহে ক্ষয় যায়, সেই দৰে সেই বিন্দু বিলাকক ক্ষয় কৰে। এই দৰেই বতাহ নিশ্বাসত শৰীৰ সোমাই জীৱন শক্তি বিলাকৰ কাৰ্য্য চলাই থাকে আৰু বিন্দু বিলাকক নিতো নতুন শক্তি দিয়ে।

তাটি তাই যেতিয়া এজাৰ বিলাক পোড়া যায়, তেতিয়া তাৰ পৰা এবিধ ভাপ উঠে। সেই দৰে আহাৰীয় বস্তু বিলাক জীৰ্ণ যাবৰ সময়ত অন্তৰৰ পৰা আৰু এবিধ ভাপ ওলায়; এই ভাপটি মুখেৰে বোৱাঁ, নাকেৰে নিশ্বাস আৰু চালেৰে ঘাম স্বৰূপে বাহিৰ হয়। কোনো বন্ধ ঠাইত বহুত জন একে লগে থাকিলে, এই ধোঁৱাৰ দৰে ভাপবিলাক লগ লাগি সেই ঠাইৰ বতাহক দূষিত কৰে। তেজে সমস্ত শৰীৰলৈ খাদ্যদ্ৰব্যৰ সাৰ ভাগ চালনা কৰিবৰ সময়ত বিশুদ্ধ বতাহৰ সলনি এই দূষিত বায়ু পায়। তেজৰ লগত আকৌ এই দূষিত বায়ুটি নলী বিলাকেৰে অন্তৰেন্দ্ৰীয়লৈ যায়, তাৰ পৰা আৰু নলীবিলাকে যুক্ত থকা বায়ুৰ আধাৰলৈ সিয়ে আহে, সেই আধাৰৰ পৰা দূষিত বস্তুটি, শৰীৰৰ বাহিৰে এবিধ ব্যাধিৰ আকাৰেৰে ফুটি ওলায়।

ৰ, ম,

---

# আসাম-বন্ধু।

## মাসিক পত্ৰ।

"নচ জ্ঞানাৎ পৰং বলম্।"

দ্বিতীয় খণ্ড। ] মাঘ-ফাল্গুন শক ১৮০৭, ইংৰাজী ১৮৮৬। [ ১। ২ সংখ্যা।

## আসাম-বন্ধু।

সৰ্ব্ব শক্তিমান পৰমেশ্বৰৰ অশেষ অনুগ্ৰহত আসাম বন্ধুৰ এবছৰ বয়স হ'ল। প্ৰতি মাহে আমি পাঠক সকলৰ ওচৰলৈ নিয়মিত ৰূপে ওলাব নোৱাৰিলেও পলমকৈ ওলাইছোঁ। যোৱা বছৰত আমি আমাৰ সংকল্প কিমান পালিবলৈ সমৰ্থ হইছোঁ তাক আমি কব নোৱাৰোঁ। পাঠক সকলে জানিছে। কিন্তু সৰ্ব্ব সাধাৰণৰ পৰা আমি যি পৰিমাণে সাহায্য লাভ কৰিছিলোঁ সেই পৰিমাণে আমি নোপোৱাত আমি আমাৰ কাৰ্য্য ভালকৈ কৰিবলৈ যে পৰা নাই এইটো স্বীকাৰ কৰিছোঁ। আমাৰ এই উদ্যম কলিতেই ভাঙিব বুলি ভয় আছে। নানা কাৰণত আমাৰ দেশত আমাৰ মাতৃভাষাৰ সাময়িক পত্ৰ দীৰ্ঘকালস্থায়ী নহয়।

মহঙ্কৰ কাৰণো অনেক। সাময়িক পত্ৰ সব পঢ়া মানুহৰ যি সংখ্যা তাৰ অনেকেই ইংৰাজী আৰু বাঙ্গালা পত্ৰ পঢ়ে। আৰু তাৰ দাৰাই সাময়িক পত্ৰৰ বাবে যি অভাৱ সি গুচে। সেই সেই ভাষাৰ উৎকৃষ্ট পত্ৰৰ ওচৰত আমাৰ ভাষাৰ পত্ৰ “জোনৰ আগত বাতিৰ পহৰ।” “বেলীৰ পহৰত চাকিৰ পহৰ।” সেই কাৰণে উক্ত শ্ৰেণীৰ লোক সকলৰ আমাৰ ভাষাৰ পত্ৰৰ প্ৰতি আদৰ নাই। আৰু হ’বৰ সম্ভৱো নাই। আমাৰ ভাষাৰ অৱস্থা নিচেই কেঁচুৱা। পমীয়া বস্তুৰ দৰে স্থিৰ হোৱা নাই। নানা জনৰ নানা ৰুচি। নানা জনৰ নানা মত। অনেকে আমাৰ ভাষা আৰু ৰুচিৰ প্ৰতি দোষ আৰোপে। অনেকে আমাক বঙালীৰ গাত আউজা বুলি ইত্তিকিং কৰে। আৰু আশ্ৰয় দিবলৈ কৃপণালি কৰে। সেই সকলক আমি কওঁ যে কেঁচুৱালৰাৰ যেনে থানাক থুমুক মতে থাকে পাছেহে ডাঙৰৰ ভমি ভমি ভাল হয়ে সেইৰূপে আমাৰো অৱস্থা। কেঁচুৱা লৰাৰ ভাষাক যেনেকৈ দুষিব নাপায় ক্ষমিব পায়, আমাৰ প্ৰতিও সেইৰূপ ক্ষমা বিস্তাৰ কৰা উচিত। আমাৰ ভাষাৰ শিশু অৱস্থা সেই কাৰণে আমাৰ ৰুচিও শিশু। শিশুৰ ৰুচিৰ ওপৰত যেনে লোকে দোষ নিদি ক্ষমা কৰে আমিও সেই ক্ষমা পাব পাৰোঁ। বঙালীৰ গাত আউজাত আমি দোষ নেদেখোঁ। আমাৰ দেশ বঙালীৰ ক্ষমতাই বিমান আগ্ৰহিছে আৰু আগ্ৰহিব তাক অলপ ভাবিলেই জানিব পাৰিব অধিকন্তু দেশীয় আশ্ৰয় নাপালে বিদেশীয় আশ্ৰয় গ্ৰহণ কৰা অনুচিত নহয়। স্বদেশানুৰাগৰ লগত বিদেশানুৰাগ নাথাকিলে স্বদেশানুৰাগ উজ্জ্বল আৰু কাৰ্য্যকাৰী নহয়। সকলো দেশত সকলো সময়ত প্ৰায় সকলো লোকে বিদেশৰ ভাল ভাল বস্তু বা

আমাৰ ভাৰ কচি বেলেগ বা অনাদৃত তথাপি এখান দেশত বোলিবা আমিও এই মাত্ৰ এটী শিশু আমি আশা কৰোঁ সকলোৱে আমাৰ ক্ৰটী মাৰ্জনা কৰি আমাৰ প্ৰতি ত্যাগ স্বীকাৰ কৰি সাহায্য কৰিব। স্পষ্টকৈ কব লাগিলে দেশত এখান পত্ৰ আছে, থাওক। আৱশ্যক হওক বা নহওক দেশৰ গৌৰব হওক, ভাবাৰ বাট মুকলি থাওক। দহ জনৰ লাঠী এজনৰ বোঝা। দহজনে হাত জোকাৰিলে আমাৰ পৰ্ব্বত। শ্ৰীৰাম চন্দ্ৰে সেতু বন্ধন কৰোত কেৰ্কেটুৱাই নিজে খোৱা বাহৰ পাত দিলে। সেইৰূপে আমিও আমাৰ বাঁহৰ পাত দিলোঁ। শিশুৱে যেনেকৈই টাকুলি ভাবুলি কৰি লোকক ৰঙ দেখুৱাই সেইৰূপে আমাৰো শিশুলিলা চাই দেশীয় মহোদয় সকলে সাহায্য কৰিব এই আশা।

আমি ভাবিছিলোঁ আমাৰ এবছ . : আয়ুঃ। কিন্তু কেইজন মান হিতৈষী বন্ধুৰ সাহায্য আৰু পৰামৰ্শ অনুসাৰে আমি আকৌ পাঠক মণ্ডলীত ভুমুক মাৰি ওলাইছোঁ। আশা কৰিছোঁ মহোদয় সকলে ত্যাগ স্বীকাৰ কৰিব। সেই বলে আমি আৰু শীঘ্ৰ শীঘ্ৰ ওলাবলৈ যত্ন কৰিম। দয়াময় সৰ্ব্ব শক্তিমান্ পৰমেশ্বৰৰ কৃপাত নিৰ্ভৰ কৰি আকৌ আমি ওলালোঁ। আমাৰ সাহায্যকাৰী আৰু দাতা সকলক আমি শতেক বাৰ নমস্কাৰ আৰু ধন্যবাদ কৰিলোঁ।

---

# আগৰ দিন এতিয়াৰ দিন।

## শিক্ষা অলঙ্কাৰ।

খোৱাৰ লগে আমাৰ শিক্ষা ও বহু লাগিছিল। মুনিহৰ শিক্ষাৰ প্ৰধান চুৰিয়া, চেলেঙ, আৰু খনীয়া কাপোৰ। সাধা-

ৰণ প্ৰজাই আঠুৰ অলপ মাৰবিত পড়া চুৰিয়া আৰু ধৰীয়া
বা চেলেং, মূৰত এটা সামান্য কপাহী পাগুৰি, বিয়া সবাহত
পিন্ধা কাপোৰ। কোনোৱে এতিয়াৰ চোলাও ব্যৱহাৰ কৰে।
মধ্যম অৱস্থাৰ লোকবো সেই এই পিন্ধা কিন্তু চুৰিয়া অলপ
দীঘল আৰু কাপোৰো অপেক্ষাকৃত ভাল। বুকু চোলাও
ব্যৱহাৰ কৰিব পাৰে। সেইএ বেদিনা সামান্য। আজা
চোলা ব্যৱহৃত হইছিল। বজাবৰীয়া বিষয়া সকলে বচো-
ৱান টকালী প্ৰভৃতি কেতবোৰ বিশেষ কাপোৰ লইছিল।
হাচটী ডাঙৰ সকলৰ। ইতৰ সকলৰ ভাবোল গামোছা।
ভাবোল গামোছাত এমূৰে ভাবোল পাৰ দুপ বপাত কটাৰী
খোৱা সতুপ। ইমূৰে সঁাচতিয়া বন্ধ, অপ্প বন, টিজিবীৰ
বাহ, ইত্যাদি থাকে। মাৰতে এটা আলটি দিয়াও হয়।
এই গামোছাই অনেক সময়ত পাগুৰিৰ কাৰ্য্যও কৰে।
পাগুৰি আমাৰ বৰ আৱশ্যকীয়। প্ৰকাশ্য ঠাইলৈ বা
ডাঙৰ সম্ভ্ৰমশালি লোকৰ আগলৈ গলে পাগুৰি নহলে
নহয়। বুকু চোলা আজাচোলা কিছু আধুনিক! বৰ্ণ
দেহ্ব বিবে আগে পইতাৰ পিন্ধিব লোৱাবে। নিজ ঘৰত
ব্ৰাহ্মণ মহন্ত আৰু বিষয়া সকলে খড়ম ব্যৱহাৰ কৰিব পাৰে।
কিন্তু প্ৰকাশ্যে সদাই লোৱাবে। তিকতাৰ মেখেলা বীহা
আৰু ধৰিয়া বা চোলজ প্ৰধান পৰিচ্ছদ। কোনো কোনো
ঠাইত বুকত মেঠনি মাৰি পাটনী পিন্ধে। তাৰ ওপৰত
এখন কাপোৰ লোৱা হয়। তাক আগুতাম বোলে। ইতৰ
শ্ৰেণীৰ অনেক তিৰুতাই ঘৰত বুকত মেখেলা পিন্ধে। ভদ্ৰ
শ্ৰেণীৰ হলে মোখলা আৰু বীহা সাধাৰণ পিন্ধা। কপাহীৰ
চুৰীয়া, চেলেং, ধৰীয়া, চোলা, বীহা, মেখেলা, পাগুৰি।
মুগাৰ চুৰিয়া, বীহা, মেখেলা। পাটৰ চুৰিয়া, বীহা,

মেখেলা। এতিয়াব বীহা, মেখেলা, বড় কাপোড়, গামোছা, চুৰিয়া, চোলা প্রস্তুত হয়। বাঁধী হলে তিকতাই প্রায় কপাহী কাপড় পিন্ধে। মিয়া সবাহ ইত্যাদিত মুগা বা পাটব কাপড় ব্যবহাব কবে। বগা কলা হালধিয়াবে বোলোয়া কাপড় ধুতি। কলা কাপড় বিধুতি হয়। মুনিহ মানুহে কপালব ওপবে অলপ খুবাই চুলি দীঘলকৈ বাখে। ভদ্র শ্রেণীত খুকয়া চাইব ওপবে আক দীঘল চুলিব মামলিত পাহ। পাহবথা বৈষয়িক মর্য্যদাব চিন। সকলোএ বাধিব নোৱাবে। মবিয়া আক মুসলমানে মাত্র গোটেই মুব খুবাইছিল।

সকলো লোকে শব জাপীলব পাবে। ইতব শ্রেণীত চঁবিয়া জাপি। ওপব শ্রেণীত শকদইয়া জাপী। যব সকলোএ লব নোৱাবে। চিহ্নিত বিষয়া আক বিষয়াব বৈণী বোয়াবী বীয়াবী সকলে লব পাবে। বজাই কেকোঁবা দোলা ব্যবহাব কবিব পাঁবে। ডাঙবীয়া আক আন কোনো কোনো চিহ্নিত বিষয়াই পাছ দোলা লব পাবে। সামান্ত দোলা বজাঘবীয়া চিহ্নিত বিষয়াই লব পাবে। সো আক কাঠব চেকব বিবেচনা মতে মর্য্যদাব তাবতম্য। নগবব ভিতবত দোলাত উঠাত আপী লোৱা মর্ণ-দেৱব চিহ্নিত বিষয়াই মাত্র পাবে। হাতি ঘোড়াত উঠা বিষয়ে বাজাজ্ঞাব আবশ্যক। ফুলব মালা পিন্ধা, ফুল পিন্ধা, ফুলব চাকি পিন্ধাব তাবতম্য আছে। যুতি, মালতী প্রভৃতি ফুলব চাকিও সকলোএ ব্যবহাব কবিব নোৱাবে। মহন্ত সকলব অধিকাবীএ খাটলাত উঠিব পাবে। ইতবে নোৱাবে। শহবত হলে কোনো কোনো চিহ্নিত ডেকা-অধিকাবী বা মহন্তে ঘোড়াত উঠিব পাবে। অলঙ্কাব পিন্ধাব বিষয়েও চিহ্নিত অচিহ্নিত নিয়ম আছিল।

সকলোৱে নই পিব্যাদিক আসন দিয়াত তাৰতম্য কৰে। আমাৰ মানুহে ইজনে সিজনে সাক্ষাত হলে নমস্কাৰ প্ৰণাম নাই। মুসলমানে সেলাম কৰে। সাক্ষাত হলে পোনেই কেনে আছা, কলৈ যোৱা, কি কথা এইমাত্ৰ প্ৰথম সম্ভাষণ। আন নমস্কাৰ নাই। ইতৰ লোক সকলে তাঁৰ সকলক সেৱা কৰে। কেৱল ব্ৰাহ্মণে কাকো সেৱা নকৰে। অথচ সকলো ব্ৰাহ্মণক আৰু সকলো লোকে নমস্কাৰ বা সেৱা কৰাৰ নিয়ম নাই। সাধাৰণ শ্ৰেণীৰ অথবা তলতিয়া শ্ৰেণীৰ ব্ৰাহ্মণে বিষয়া বা উপৰ শ্ৰেণীৰ শূদ্ৰাদিৰ আগত নাচাত বহে।

ৰাজ পথত সকলোএ সমানে যাব নোৱাৰে। এজন বিষয়াক দেখিলে তলতিয়া শ্ৰেণীৰ আন বিষয়াই বাট এৰি দিয়ে। আনৰ কথা কবই নালাগে। ডোম, হাড়ী, মুসলমান প্ৰভৃতি লোকে বাটৰ দাঁতীএ মাত্ৰ যাব পাৰে। ডোমৰ কপালত বৌমাছ, হাড়ীৰ কপালত বাঢ়নী বা মাৰ্জ্জনী আঁকি দিয়া হয়। কোনো সময়ত সিহঁতে উচ্চ জাতিৰ প্ৰতি আক্ৰমণ কৰাত সেইৰূপ চিহ্ন দিয়া হয়। হিন্দু মাত্ৰেই ফোঁট লয়। ব্ৰাহ্মণৰ উৰ্দ্ধ পুণ্ড্ৰ, ৰেখা প্ৰভৃতি ফোঁট। শূদ্ৰাদিএ ৰেখা আৰু তিলক লয়। চন্দন আৰু মৃত্তিকাৰ দ্বাৰা ফোঁট লোৱা হয়। ফোঁটতো পদমৰ্য্যদা আৰু বিষয়ৰ চিন দেখি। তিৰুতা বিলাকে সিন্দুৰৰ ফোঁট লয়। তাত বাজে ভংখল, পেঁতাৰি প্ৰভৃতিৰ ফোঁট লয়। মুসলমানৰ তিৰুতাৰ ভিতৰতো ফোঁট লোৱাৰ নিয়ম আছিল। জাতি চন্দন, ৰঙা চন্দন, মৃত্তিকা বা গঙ্গা মৃত্তিকা, তুলসীৰ মৃত্তিকাৰ দ্বাৰা ফোঁট লোৱা হয়। সংসাৰে চন্দন কাঠৰ ৰস এবিধ প্ৰধান সুগন্ধি দ্ৰব্য। চাৰী আৰু পাটীতেই আমাৰ মানুহে শোৱাৰ নিয়ম। সেই কাৰণে "চাৰী পাটী" বুলিলে সাধা-

বশতঃ যেনে তেনে শয্যা বুজায়। নাহৰ কাঠ, চুহিলাৰ কাঠ, কলাঠিয়াৰ কাঠ, কঁহিয়াৰৰ জাখৰ কাঠ, বেতনিয়া আৰু টাৰনীয়া পাটিবোৰ কাঠৰ তুলুৰি পীৰা, বহ পীৰা, চাল পীৰা কছাৰী খাট আমাৰ প্ৰধান আসন আৰু শয্যা। চাং পাতি তাৰ ওপৰত মানুহে শোৱে। দৰিদ্ৰে মাটিতে সামান্য শয্যাত শোৱে।

সৰাই, বটা, সৰাইচকা, টেমা বটা, জুলী বটা প্ৰভৃতিৰ ব্যৱহাৰো বিষয়ৰ লগে লগে যায়। খোৱা লোৱাৰ বাসন ব্যৱহাৰ, কাপোৰ পিন্ধা, কোঁচ পিন্ধা, বহা, খোৱা সকলোতে বৰ ভয়াভয় বিবেচনা। বি নিয়ম কৰিব নোপায় তাক কৰিলে দণ্ড হয়। সেই দণ্ডৰ বিচাৰ অতি সামান্য। আকতাৰ আপীল নাই। ফুলৰ চাকি পিন্ধা, আহুৰ ভনতীয়াকৈ চুলিয়া পিন্ধা, টেমাবটা লোৱাৰ নিয়মৰ বিপৰীত আচৰণে মানুহৰ নাক কাণ গইছে। দেশৰ বিষয়াবোৰে এই বোৰ প্ৰজা নিয়ম পালনৰ প্ৰতি দৃষ্টি ৰখা কৰ্ত্তব্য; নকৰিলে দণ্ডাৰ্হ। কেতবোৰ মানুহে আকৌ এইৰূপ দোষ উলিয়াই দিছিল। ৰজাৰ শাসন সামাজিক নিয়মৰ ওপৰত এইৰূপ অধিক। পদ মৰ্য্যাদা, জাতি মৰ্য্যাদাৰ লগত ৰজাৰ শাসন মিহলি হৈ থকাত মানুহৰ ধন প্ৰাণ সদাই ৰজাৰ অনুগ্ৰহত আছিল। আমাৰ সমাজ একেবাৰে বৈষয়িক পদৰ লগত বন্ধা। আমাৰ আচাৰ ব্যৱহাৰ ধৰ্ম্মৰ লগত বন্ধা। আমাৰ বৈষয়িক বিষয়া আৰু পাৰমাৰ্থিক বিষয়াৰ তুল্য শাসন এনে স্থলত দেশৰ প্ৰজাৰ অৱস্থা কেনে আছিল তাক অনায়াসে জানিব পাৰি।

---

আহা সকলোএ, পিদ্ধাসাজ পাব
উঠা জাহাজত বিদেশে যাঁও।

২৫

জাতি জাতি কবি— মুঠিখাবি থাকি
থাকিবা কিমান শালৰ গৰু ;
মাইনে মনত, কলিব শেষত
"হ'ব সকলোৰে একেটা চৰু" ?

২৬

তেনে হ'লে আৰু, কিয় বহি মৰা
আহা সকলোএ বিদেশ যাঁও ;
"পার্ব্বতীয়া জাতী", চুকৰ ভেকুলি
ইসব কলঙ্ক—নাম গুচাও।

২৭

চৌৱা চকু মেলি,— সকলোৱে আজি
বিজয় পতাকা হাতত ল'ই,
উন্নতিৰ পথে, বেগে আগুৱাই
এলাহ মিহালী সামৰি থ'ই।

২৮

সকলো দেশতে, মধ্যাহ্ন আলোক
চৌৱা আসামত আজিও নিশা ;
সকলো দেশতে বসন্ত হাঁহিছে,
চৌৱা আসামত ঘোৰ বাৰিষা।

২৯

সকলো দেশতে শৰতৰ জোন
হাঁহিছে নাচিছে শীতাংশ ল'ই ;

কাণে যদি কেইবাটাও ছিদ্ৰা থাকে তেনেহলে তাৰ নলি তাল মুখৰ পৰা ঠেলি দিলে কেইওটা ছিদ্ৰাৰে সমানে পানী যায়।

জলৰ পৰিমাণ অনুসাৰে জল পাত্ৰত ভাৰ নপড়ে। পাত্ৰৰ তলিৰ আয়তন অনুসাৰে ভাৰ পড়ে। তলিৰ কাণে বহল মুখৰ কাণে চেপ এনেৰ পানী ধৰা পাত্ৰ এটাৰ তলিত যিমান ভাৰ পড়িব তলিৰ কাণে চেপ মুখৰ কাণে বহলা পাত্ৰৰ তলিত তিমান ভাৰ নপড়ে। জল প্ৰকৃতি তৰল বস্তু এই এটা নিয়ম যে সি ওপৰৰ ভাগৰ ভাৰৰ পৰিমাণে তাৰ গতি হ্ৰাস হয়। জল পূৰ্ণ এটা পাত্ৰ ২৫ সমান ভাগেৰে ৰেখাৰ দ্বাৰা যদি ভাগ কৰা যায় আৰু সেই পাত্ৰৰ তলিৰ এটা ছিদ্ৰ দ্বাৰা যদি জল পড়ে তেন্তে অনুমান কৰা এক মিনিটত ৯ ভাগ পৰিমাণে জল পড়ে তেনেহলে দ্বিতীয় মিনিটত আৰু সাত ভাগ কমিব তৃতীয় মিনিটত পাঁচ ভাগ চতুৰ্থ মিনিটত তিনি ভাগ আৰু পঞ্চম মিনিটত বাকী ভাগ কমিব। ইয়াৰ দ্বাৰা জনা যায় যিমান ওপৰৰ ভাৰ কমি আছে তিমান জলৰ গতিৰ বেগ কমি আছে। সেই কাৰণেই কোনো কলহৰ ছিদ্ৰাৰে পানী পড়িলে পানী যিমান পড়ি পড়ি তাকৰ হই আছে সি তিমান কমকৈ পড়ে। যি দ্ৰব্য তাৰ সমান আয়তনৰ তৰল পদাৰ্থতকৈ গধুৰ সি সেই তৰল পদাৰ্থত তল যায়। যাৰ গুৰুত্ব তাৰ সমান আয়তনৰ তৰল বস্তুতকৈ লঘু সি সেই তৰল পদাৰ্থত তল গলেও ওপঙি উঠে। সোণ সমান আয়তনৰ জল অপেক্ষা গধুৰ সেই কাৰণে সি সেই জলত তল যায়। কাঠ সম আয়তনৰ জল-তকৈ লঘু সেই কাৰণে সি ওপঙে। যদি এক খণ্ড কাঠ জলত পেলোৱা যায় সেই কাঠৰ পৰিমাণ জল সেই ঠাইৰ

নাওৰ পৰা মানুহে পানীত নামোতে অনেক সময়ত দু হয়।

আ, স,

---

# সমালোচনা

## ডাক ভণিতা। শ্ৰীযুত বজ্ৰৰাম দাস দ্বাৰা সংগৃহীত ও প্ৰকাশিত।

আমাৰ দেশত আৰু বঙ্গ দেশতো "ডাকৰ বচন" নামে কেতবিলাক নীতি গৰ্ভ বচন প্ৰচলিত। এনে কথা কোৱা আছে যে ডাক নামে এজন প্ৰসিদ্ধ লোক আছিল। তেঁও অল্প বয়সতে বৰ বিজ্ঞ আৰু জ্ঞানী হৈছিল। তেঁওত সকলোএ টান টান কথাৰ পৰামৰ্শ লৈছিল আৰু সুধিছিল। তেঁওত যেতিয়া কোনো লোকে কোনো কথা সোধে তেঁও অতি সংক্ষেপে তাৰ পৰামৰ্শ দিছিল। কেতিয়াবা তেঁও দুজন তিনিজন মানুহৰ নানা প্ৰশ্নৰ উত্তৰ একেবাৰে দিছিল। এদিনা হাতত ঘূণ ধৰা হোৱা মানুহ এটা আৰু বিলা পেদোৱা মানুহ এটা আৰু ঘৰৰ গাথী দিবলৈ শিকা কৰিবৰ ইচ্ছা কৰা লোক এটা এই তিনিও ডাকত উপায় সুধিলে। তেঁও একেবাৰে উত্তৰ দিলে "দশ নখ বাঢ়ি ধৰি, মাৰ বিলা টান কৰি" এই উত্তৰতে তিনিও জনৰ প্ৰশ্নৰ উত্তৰ আৰু উপায় দিয়া হ'ল। ডাকৰ বচন মজলা প্ৰায়ী আমাৰ দেশত বিৰল ডাকৰ বচন বোৰৰ ৰাখিব লগে আৱশ্যকীয়।

"ডাক ভণিতা" ডাক চৰিত্ৰ নামেও কোনো লোকে কয়। ডাকভণিতাত এই কেইটা অধ্যায় গৃহ লক্ষণ, ইয়াত ঘৰ কিৰূপে কোনো ঠাইত সাজিব লাগে তাৰ উপায় দিয়া

হইছে। দ্বিতীয়-শস্য-যাত্ৰা-ইয়াত শস্য কোন দিন কেতিয়া ৰব লাগে আৰু কি কি যন্ত্ৰ আৱশ্যক কেনে যন্ত্ৰ তাৰ উপদেশ আছে। তৃতীয়-শিশু ৰক্ষণ-কেচুৱা লৰা কোনৰূপে ৰাখিব লাগে তাৰ কথা আছে। পূৰ্ব্বকালত শিশু সন্তান বধ বা চুৰ কৰাৰ নিয়ম আছিল। আৰু কেঁচুৱা লৰাৰ অনেক ভয় এই হেতুকে অহিতৈষী জনে লৰা চাব নাপায়। ওপৰত অস্ত্ৰ ৰাখিব পাৰি আৰু একজনে জাগৰণ কৰি মাজে মাজে লৰা চাব পায়। তৃতীয়-কৰ্ম্ম প্ৰকৰণ-ইয়াত কৰ্ম্মৰ নিয়ম আছে। কাৰ্য্যৰ বিষয়ে বিশেষ বিশেষ উপদেশ আছে। চতুৰ্থ-ন্যায় প্ৰকৰণ-ন্যায় বিচাৰ বিষয়ক কথা আছে। পঞ্চম-শান্তি প্ৰকৰণ-শান্তি বিষয়ক উপদেশ। ষষ্ঠ-ৰাজনীতি প্ৰকৰণ ৰজাৰ ওচৰত কিৰূপে ব্যৱহাৰ কৰিব লাগে তাৰ কথা সপ্তম-বন্ধন প্ৰকৰণ-বান্ধিবৰ নিয়ম। অষ্টম-সুলক্ষিণী স্ত্ৰী প্ৰকৰণ। নৱম-সুলক্ষিণী নাৰী প্ৰকৰণ। দশম-পৰিত্যাগ প্ৰকৰণ। কি কি কথা বৰ্জ্জনীয় তাৰ কথা। একাদশ-বৰ্ষাদি প্ৰকৰণ-এই প্ৰকৰণত ঋতুৰ তত্ত্বাতত্ত্ব আছে। দ্বাদশ-সেবাহন প্ৰকৰণ। ত্ৰয়োদশ-কৃষি প্ৰকৰণ। চতুৰ্দ্দশ-যাত্ৰালক্ষণ। পঞ্চদশ-দ্ৰব্য গুণ প্ৰকৰণ। ষোড়শ-সুপুৰুষ লক্ষণ। সপ্তদশ-পুৰুষৰ সামুদ্ৰিক লক্ষণ। অষ্টাদশ-পুৰুষ লক্ষণ। ঊন-বিংশতি-স্ত্ৰীৰ সামুদ্ৰিক লক্ষণ। বিংশতি-ঘৰ ঘটনা বা শুভাশুভ নিৰ্ণয় ইহাৰ দ্বাৰা জানিব পাৰি যে তাক চৰিত্ৰত মধ্যমাধিক অনেক বিষয় অনেক সৎ উপদেশ আৰু লক্ষণ আছে।

ইয়াক আদ্যোপান্ত পঢ়িলে জানিব পাৰি যে ইয়াত লেখা অনেক উপদেশ নিয়ম আৰু নীতি আৰ অনেক পুথীৰ পৰা সংগৃহীত হইছে। বৈদ্য শাস্ত্ৰ, জ্যোতিষ, নীতি শাস্ত্ৰ পুৰাণ

কাব্য প্রভৃতির পরা নিয়া সার সার কথা লেখা আছে। এরে কথা বাক ডাকি অর্থাৎ বিজ্ঞিবাই শাস্ত্রকারে কইছে সেই বোর কথা ইয়াত লেখা আছে। কোনো এজন পণ্ডিতে এই সমস্ত নীতিগর্ভ উপদেশ ভাষাত ভাঙি পুথির আকারেরে লেখিছে। আক সকলোক বিজ্ঞিয়াই কোৱা আক কর লগীয়া কথা দেখি " ডাক " শব্দ প্রয়োগ হইছে। এরে কথা বাচ্ছে আছে বোলে আপোন বুদ্ধিতে ডাক মরিল। তেঁওর মৃত্যুর সময়ত তেঁও বুদ্ধি ভ্রংশ হোৱাত তেঁওর অপবাত মৃত্যু হ'ল। এই পুথী যে কেতিয়া বচে, কোনে বচে, তার নিশ্চয় করাটান। উড়িয়া, বাঙ্গালী, সংস্কৃত, হিন্দি, অসমীয়া, কেই ও ভাষার কথা ইয়াত আছে। ইয়ার দ্বারা ইয়ার সময় শঙ্কর দেবর সময়কেই বোধ হয়। শঙ্কর দেবে উড়িয়া " কুটন্ত " " করন্ত " " মরন্ত " কথা লিখিএই সন্তুষ্ট হইছিল কিন্তু ডাক ভণিতাত একেবারে " করন্তি " " মরন্তি " শব্দ পর্য্যন্ত ব্যৱহার করিছে। খনার বচন বুলি কেতবোর জ্যোতিষর বচন যেনে রূপ সংগৃহীত ডাক ভণিতাও সেইরূপ। চানক্যর এপ আটোটা শ্লোকত যেনে নানাবিধ নীতিগর্ভ কথা আছে আক সেই শ্লোক যেনেরূপে আন নানা পুথীর পরা সংগৃহীত অনুমান হয় ডাক ভণিতাও সেইরূপ। ইয়ার পরা সাধারণ সংসার যাত্রাত অনেক সহয়ত উপকার পোৱা যায়। এতেকে সাধারণে ইয়াক আদর করিলে বড় ভাল। দেশর ভাষার পুরণি পুথি বিলাক সাধারণত প্রকাশ পায় তিমান আমার ভাষার উজ্জ্বল শ্রী হয়।

এ, বি, সি,

---

# ঘৈণীৰ কৰ্ত্তব্য ও স্ত্রীশিক্ষা।

আগৰ প্ৰবন্ধ বিলাকত সাংসাৰিক কাৰ্য্যৰ সম্বন্ধেই আমি বিস্তৰ ৰূপে আলোচনা কৰিছো, কিন্তু যিবিলাক লেখা গৈছে তাতেই যে ঘৈণীৰ কৰ্ত্তব্য সাংসাৰিক কাৰ্য্যৰ অন্ত পৰিছে এনে নহয়। আজি কালি সময়ৰ বহুত পৰিবৰ্ত্তন হৈছে—এই সময়ৰ লগে লগে লাহে লাহে বহুত কাৰ্য্যৰো আংশিক পৰিবৰ্ত্তন ঘটিছে। আজি কালিৰ সাজৰ ভিতৰত অনেক ইকাল সিকাল হৈছে। বহুত গৃহস্থে এই বিলাক সজাই লোৱাত বছৰেকত দৰ্জ্জিলৈ অতি কমে ও ২০। ২৫ টকা উচৰ্গা কৰিব লাগে। কাৰ্য্যৰ এনে গঢ় গতি দেখাত আমি সিহঁতৰ শিক্ষা কাৰ্য্যটোকো আমাৰ ঘৈণী বিলাকৰ ওপৰত অৰ্পণ কৰিবৰ ইচ্ছা কৰো। এই বিলাক ঘৈণী সকলৰ অৱশ্যে যাৰ পৰ নাই লাগতিয়াল কাৰ্য্যৰ শাৰিত ভুক্ত নহয়। এই বিলাকে তেওঁ তেওঁলোকৰ আজৰিৰ সময় কেৰি সুন্দৰ ৰূপে অধিকাৰ কৰিব পাৰে। অজাত বাবে কচৰ বিষয়ত সময় কটোৱাতকৈ, ওচৰচুবুৰীয়াৰ অলঙ্কাৰ আৰু চৰিত্ৰ সমালোচনা কৰি দিন নিয়াতকৈ' মিছা বচনাদি বাবে পাচি অসংলগ্ন কথা কই সুখৰ খন্তেক মাৰি চুক বা ঘৰ জিলিকাই বহি থাকি কাল কটোৱাতকৈ যাৰ পৰা নিজৰ অৰ্থ সঞ্চিত হয়, কাৰ্য্যশিক্ষা হয়, এনে কাৰ্য্যত সময় নিওৱা আমাৰ পক্ষে বাস্তৱিকেই বৰ যুক্তি সঙ্গত বুলি বিবেচনা হয়। যাৰ ভাগ্যে আটি উঠে, যি বেটী ধনীৰ ওপৰত সাংসাৰিক কাৰ্য্যৰ জঞ্জাল দি ঘৈণী বোলায়, তেওঁ অকাৰিনা মাংসপিণ্ড এটিৰ দৰে শৰীৰৰ ঘূন বঢ়াই দিন কটোৱাতকৈ আজি কালিৰ উপৰ কাৰ্য্যাদিতো মন দিব পাৰে। এই

বিলাক গোটেই তিকতাব বস্ত। কিন্তু এই উলাদিব কার্য্য অতি উচ্চ আক আচ্যবৃত্ত মানুহব ভিতৰতে বদ্ধ। দুখীয়া মানুহে বা সর্ব্বসাধাৰণ মধ্যবিত্ত লোকে সেবত ১২।১৬ টকা দি উল কিনি, কলিকাতাব পৰা চাপেকি অনাই, মাহেকত ৪।৫ টকা দি শিক্ষয়িত্রী ৰাখি ঘৈণীক এই বিলাক কার্য্য শিক্ষা দিয়া সমাজিকব কথা। যি কার্য্য বিলাকৰ সর্ব্ব সাধাৰণৰ ভিতৰত বহু বিস্তৃত, আমাৰ আলোচনাৰ মূলীভূত সেই বিলাকেই। এই নিমিত্তে আজি কালিৰ কঠিন বসনৈ পাৰহোঁহকা গাভৰ বিলাকৰ অতি প্রিয় আক কম ব্যৱহাৰত লগা এই উলাদি কার্য্যৰ বিষয় আমি বিস্তৰক্ৰপে আলোচনা নকৰিলোঁ।

আমি এতিয়ালৈকে যি বিলাক সাংসাৰিক কার্য্যৰ বিষয় লেখিলোঁ, সেই বিলাক নিজৰ আৱশ্যক বুজিলেখা। বোৱা কটা, বন্ধা বঢ়া, সিবলৈ শিকা এই বিলাক সকলো সংসাৰাশ্রমস্থ মানুহৰ অবশ্য বড় লাগতিয়াল বন, তাত অলপো সংশয় নাই। কিন্তু এই শাৰিৰ পৰিশ্রমমূলক কি কি কার্য্য মো আমাৰ মহাজ্ঞানী আর্য্য সকলে আমাৰ ঘৈণী সকলৰ ওপৰত নির্ভৰ কৰিবলৈ দিছে, আমি এবাৰ তাকে বিচাৰি চাও। প্রাচীন সংহিতা শাস্ত্রাদি বহুত অংশে আমাৰ কৰতলীয়া নহয়, বহুত পণ্ডিতাদিৰ মুখে শুনিবলৈ পাইছো, তাক যি দুই চাৰি খানি গ্রন্থ লগ পোৱা হইছে তাতো দেখিছো মহর্ষি মনুৰ মতেই সকলো বিষয়ত সকলোতকৈ প্রশংসনীয় আক সৰ লগীয়া। সংসাৰাশ্রমৰ বিষয়ে মনু সংহিতাৰ বহুত ঠাইত বহুত বিধ সাৰগর্ভ উপদেশ পোৱা যায়। ব্রহ্মবৈবর্ত্ত পুৰাণৰ ভিতৰতো ঠাইয়ে ঠাইয়ে সংসাৰ সম্পৰ্কীয় কথা বাৰ্ত্তা বহুত আছে, কিন্তু মহর্ষি মনুৰ বচন

বিলাক সেই বিলাক সকলোতকৈ বহুত সাকত্ৰা, এই বিষয়ত ক্ৰমাষয়ে তেওঁ বহুত উপদেশ দিছে। এই নিমিত্তে পাঠক পাঠিকাসকলৰ কাৰণ মহৰ্ষি মনুৰ মত দুটি মান টুকি দিলো। মনুসংহিতাৰ পঞ্চম অধ্যায়ৰ ১৫০ শ্লোকত তেওঁ লেখে :—

“ সদা প্ৰহৃষ্টয়া ভাব্যং গৃহকাৰ্য্যেষু দক্ষয়া ।
সুসংস্কৃতোপস্কৰয়া ব্যয়ে চামুক্তহস্তয়া ॥”

স্বামী কষ্ট হলেও তিৰোতা সদাই আনন্দ মনেৰে থাকিব ঘৰৰ কামত পাৰ্গত হব, ঘৰৰ বস্তুবাহনি বিলাক ধুই-পখালি তানকৈ নিকাকৈ ৰাখিব আৰু খৰচ কৰিবৰ সময়ত হাত থামি অলপ টান কৰিব অৰ্থাৎ মোলোকা হতীয়া নহব।

মহৰ্ষি মনুৰ এই বচনটিৰে ঘৈণীলৈ চাই তেওঁক উপদেশ দিছে যে “তুমি এনে এনে হবা। আৰু এনে এনে কৰিবা ;” স্থানান্তৰে গৃহস্থকো কৈছে যে তুমি তোমাৰ তিৰোতাক সচ্চৰিত্ৰা, গুণৱতী দেখিবৰ অভিলাষকৰিলে তেওঁক এই এই কাৰ্য্যত নিযুক্ত কৰিব। যথা :—

“ অৰ্থস্য সংগ্ৰহে চৈনাং ব্যয়ে চৈব নিয়োজয়েৎ ।
শৌচে ধৰ্ম্মেঽন্নপক্ত্যাঞ্চ পাৰিণাহ্যস্য বেক্ষণে ॥”

৯ ম অধ্যায়, ১১ শ বচন।

অৰ্থ গোটোৱা আৰু খৰচ কৰা দুইওটা কাৰ্য্যত ঘৈণীক নিযুক্ত কৰা উচিত। ঘৰৰ পবিত্ৰতা, ধৰ্ম্মনিষ্ঠতালৈ ঘৈণীক চকু দিবৰকৈ দিব লাগে। ঘৈণীক ভাত ৰান্ধিবলৈ আৰু বাঢ়িবলৈ দিব লাগে, আৰু ঘৰৰ সামগ্ৰী বিলাকৰ ৰক্ষণাবেক্ষণত তেওঁক নিয়োজন কৰিব লাগে।

আমি আগেয়ে “বচ্চা-বঢ়া” ছেদত ঘৰৰ ঘৈণীৰ ওপৰত বহুতৰ ভাৰ দিবলৈ মত প্ৰকাশ কৰিছো। এতিয়া মহৰ্ষি মনুৰ ওপৰত লেখা বচন পঢ়িলে সুন্দৰ ৰূপে প্ৰমাণিত হব

যে আমি একো অযুক্ত কথা কোৱা নাই আৰু মহৰ্ষি মনুৰ কথা মতেই আমাৰ ঘৈণীক ব্যৱহাৰ কৰিব লাগে বুলি দেখিছো। এই সংসাৰাশ্ৰম সম্পৰ্কীয় যত উপদেশ বাক্য পোৱা যায় সকলোতে আছে আৰু সকলো গ্ৰন্থকৰ্ত্তাই কইছে যে "গৃহস্থৰ খং উঠিলেও ঘৈণীৰ খং উঠিব নেলাগে, ঘৈণী মৃদু-স্বভাৱা হব লাগে।" আমি আগেয়ে কণ্ব মুনিয়ে শকুন্তলাক যি উপদেশ দিছে তাকো দেখুৱাইছো "গিৰিয়েৰাই তিৰস্কাৰ কৰিলেও খং কৰি কেতিয়া ও তেওঁক উপালম্ভ নকৰিবা" এতিয়াও মহৰ্ষি মনুৰ বচন আলোচনা কৰাত সেই ৰূপেই পাইছো। শাস্ত্ৰ বা শাস্ত্ৰানুৰূপ গ্ৰন্থাদিতে যাবই নেলাগে, গৃহস্থৰ ঘৰৰ পৰা জিয়াৰী উলিয়াই দিয়াৰ সময়ত সাধাৰণতঃ আমাৰ যি বিলাক বুজনি দিয়া যায়, তাৰ ভিতৰত এই কেইটা কথা অৱশ্যে থকা উচিত। যি "মুখৰা নহবা, মুখেৰে বোকা হোৱাত কৈ হাতেৰে চোকা হোৱাহে উত্তম হয়, সহিবলৈ শিকিবা, তিৰস্কাৰ,পাকে সহনি গুণ বড় গুণ।' ঘৰত থকা বাটি কলহ দুটাৰো সময়তে ঠেকাঠেকি হয়, আৰু ৰিপু পৰতন্ত্ৰ জীৱ দুটাৰ যে সময় অনুসাৰে অলপ ইফালে সিফাল, হেলনীয়া ঠেলনীয়া হব পাৰে সি একো আচৰিত নহয়। এই কাৰণে এজনৰ মন বিকৃত হলে এজনে সাম্য গুণৰ আশ্ৰয় ভজিব লাগে-মৃদু হই, দোষ কৰিলে দোষৰ নিমিত্তে অকাপিলা বাহ্ চকুপানি দেখুৱাই ক্ষমা প্ৰাৰ্থনা কৰিব লাগে। সংসাৰত এনে কোন কাঠ হৃদয়া মানুহ আছে যে শৰণাগতক উৎপীড়ন কৰে? লোতকৰে চলচলীয়া চকুৰে, বিষাদত ম্লানমুখী মেঘাবৃত চন্দ্ৰকলাৰ দৰে লাৱণ্যমূৰ্ত্তি কোমল স্বভাৱা ঘৈণীয়ে যদি গিৰিয়েকৰ খং উঠা দেখি তাত বিহ্বলা হই তেওঁৰ তাত সেই মৃণাল

কোমল বাহু দুখনেৰে সাৱটি ধৰি চকুৰ পানীৰে তাৰ তিতাই তেওঁৰ উগ্ৰমূৰ্ত্তি সাম্বৰিবলৈ বা নিজৰ দোষৰ নিমিত্তে ক্ষমা প্ৰাৰ্থনা কৰিবলৈ ইচ্ছা কৰে, আৰু কও, সংসাৰত এনে কোন কাঠ-ফুটুৰা নিদাৰুণ অন্তঃকৰণৰ গৃহস্থ আছে যে তেওঁ তেওঁৰ ঘৈণীৰ গুৰুতৰ দোষ হলেও তাক মৰ্ষণ নকৰা কৈ থাকিব পাৰে। এনে অৱস্থাত যাৰে মিলমীয়া ও দয়াৰ পাত্ৰ হয়—ঘৈণী, গৃহস্থৰ সঙ্গিনীৰ কথাই বেলেগ। ঘৰ লাগতিয়াল কাৰ্য্য এটিত ঘৈণী অপাৰগ হল—শাহু বা ননন্দাহঁতে তাকে দেখি তেওঁক ইতিকিং কৰি অলপমান দুখৰ মড়িলা মাৰিলে, ঘৈণীএ তাতে ঘৃত ছিটিকি জ্বলা জুইত আৰু খৰি দিদি, তেওঁলোক যদি তাকে তাকে কয় আৰু সেই কাৰ্য্য শিকিবৰ নিমিত্তে অতি মৃদু ভাবে তেওঁলোকৰ সহায় ভজে বা শিক্ষা লয়, তেনে হলে এনে শাহু বা ননন্দাহঁ অতি কম আছে যি বিনাকে সেই কাৰ্য্যত তেওঁক আৰু অধিক পীড়াপীড়ি কৰিব পাৰে, বা দুএষাৰে বুলিব পাৰে।

বোৱাৰী হলেই এই "আত্মোৎসৰ্গটি" সুন্দৰৰূপে শিকিব লাগে। মাক বাপেকে জীয়েকক যিদিনাই বিয়া দিলে, সিদিনাই জীয়েক লোকৰ বোৱাৰী হল, পাচ দিনাৰে পৰাই মাক-বাপেকে জীয়েকক এই কথাটি শিক্ষা দিব লাগে—সকলো শিক্ষাৰ মূলতে এই শিক্ষা দিব লাগে যে "আই! তোৰ স্বভাৱ মৃদু কৰিবি, সহিবলৈ শিকিবি—আত্মোৎসৰ্গ বোৱাৰীৰ সুখৰ মূল"। যিজনী বোৱাৰীএ এই আত্মোৎসৰ্গটি শিকিছে অৰ্থাৎ যিজনী বোৱাৰীৰ মুখ চোকা নহয়, স্বভাৱ মৃদু, দোষ কৰিলে ভৱাসিকে হাতে ভৰিএ ধৰি ক্ষমা খোজে, বহুত বশ মোকোলে, তেওঁ অকামিলা হলেও পতি আদৰা, শাহু-শহুৰেৰ আৰু গৃহস্থৰ মৰমৰ ঘৈণী।

যকৰা কাৰ্য্যত বৈণীৰ দক্ষতা কেনেই আৱশুক, তাক আমি কেইবাবাৰো আগেএ কই আহিছো। গৃহস্থ বাহিৰ অন্নোপাৰ্জ্জন-মূলক কাৰ্য্যত সদাই ব্যস্ত থাকে, যবত কদাচিতহে মুৰ গুজাবলৈ সময় পায়—বাহিৰৰ উপদ্ৰৱ বিনাকৰ পক্ষে গৃহস্থ জানিবা সংসাৰৰ ভেটা। সংসাৰৰ অভ্যন্তৰীণ অৰ্থাৎ ভিতৰৰা অৱস্থালৈ এই নিমিত্তেই বৈণীএ সদাই চকু ৰাখিব লাগে—আৰু সংসাৰত এই কেৰি সহায় পাবৰ নিমিত্তেই বিবাহ কৰাৰ প্ৰধান উদ্দেশ্য—আৰু সেই নিমিত্তেই আমি আমাৰ এই প্ৰবন্ধৰ আগ ভাগতে এটাইত কইছো "আমোৰ বিবাহৰ মুখ্য উদ্দেশ্য সংসাৰ ৰক্ষাৰ নিমিত্তে এজন সহকাৰী বিচাৰা"।

"ব্যয়ে চাপুক হওয়া" এইটি কি সাৰগৰ্ভ কথা! বৈণী হলে সঞ্চয় কৰিবলৈ শিকিব লাগে। আমাৰ বুঢ়া আৰু সংসাৰৰ অভিজ্ঞতা পোৱা সকলো মানুহৰ প্ৰায় কোৱা শুনি যে "নাই বুলিলেও বৈণীৰ হাতত, আপদত পৰা উদ্ধাৰ পাবলৈ এটা ভাবোন বা এখিনা পান থাকিবই লাগে। বৈণীৰ সঞ্চিত বস্তু ৰাখা ঠাই ভুখৰি বৰ গোপনীয় হব লাগে। নাই বুলিলেই ভড়াল কেভিয়া ও উদং হব নেলাগে, মুঠতে কলে বৈণীএ কিঞ্চিৎ কৰিবলৈ আৰু ৰক্ষিত নকৰিবলৈ শিকিব লাগে। এনে ঠেকত বৈণী বড় সাবধান হই চলিব লাগে-নিজৰ বিপদলৈ অলপ পাছু দি চলিব লাগে। নিজৰ ভঁড়াল উদং কৰি যদি পৰৰ দুঃখত সহানুভূতি দেখুৱা গল, তেনেহলে অকস্মাৎ কিবি কাদিনা তোমাৰ তেনে এটা বিপদ উপস্থিত হলে তুমি পৰৰ কৃপাপ্ৰাৰ্থী হব নেলাগিল। এই বিনাক বিষয়ত বৈণীৰ গতি "পৰিণাম দৰ্শিতা" অৰ্থাৎ কোনো কাৰ্য্যৰ শেষত কি ফল হয় তাক গমি চাব পাৰা গুণ থাকিব লাগে।

মানৱ-জীৱনৰ ভিতৰত সংসাৰাশ্ৰমত প্ৰাণীৰ সমান সুখী নাই, আৰু সংসাৰাশ্ৰমৰ দৰে দুঃখপূৰ্ণ সঙ্কট-সঙ্কুল ঠাইও নাই। যি বিলাকে এই সঙ্কট-ময় সংসাৰাশ্ৰমত থাকি জীৱনত সুখভোগ কৰিব লাগিছে, তেওঁলোক বৰ ভাগ্যবান, প্ৰকৃত সংসাৰী জীৱনৰ সুখৰ সোৱাদ তেওঁলোকে আস্বাদন কৰিবলৈ পাইছে। সংসাৰাশ্ৰমত যদিও অজ্ঞান, যদিও লেঠা সকলো হওক যদি কাৰ্য্যদক্ষা, গুণৱতী তিৰোতা এজনী সংসাৰাশ্ৰমত তোমাৰ সহযোগী পোৱা জেনেহলে, সহস্ৰ যন্ত্ৰনা আৰু সঙ্কটো তোমাৰ পক্ষে তৃণবৎ বোধ হব। আমি সকলো সংসাৰীজীৱ; অৱশ্যে এই সংসাৰৰ সুখ আমাৰ সকলোৰে বাঞ্ছনীয়, সেই নিমিত্তেই আমি এই বিষয়ত হাত দি আমাৰ বন্ধু বান্ধৱ সকলক সংসাৰাশ্ৰমৰ লাগতিয়াল বিষয় দুটিমানৰ কথা কবলৈ ধৰিছো। এই প্ৰবন্ধৰ লেখক যে একেবাৰেই সংসাৰাশ্ৰমৰ লেঠা আৰু টেলা সহি পকামূৰীয়া হই অভিজ্ঞতাৰ বা বহুদৰ্শিতাৰ পৰা এই বিলাক কথা লেখিছে এনে নহয়, এই বিলাক মহ জন সমনীয়া সংসাৰীৰ সংসাৰিক জীৱনৰ গঢ়-গতি দেখি লেখা কথা দুই বা এটি এই সংসাৰাশ্ৰম সম্পৰ্কীয় উপদেশ থকা গ্ৰন্থৰ লেখা কথা। মহৰ্ষি মনু, মহামুনি ব্যাস এও লোকৰ মতকেহে অধিক পৰিমাণে আমি আৰ্হি ধৰা গইছে। আমাৰ বিশ্বাস যদি এই বিলাক কথা আৰু নিয়মৰ ভলতীয়া কৰি কোনোএ নিজৰ ঘৈণীক চলাবৰ নিমিত্তে যত্ন কৰে, সংসাৰাশ্ৰমৰ নিৰ্মল সুখ তেওঁ উপভোগ কৰিবলৈ পাব। এই বিলাক কথা কিমান সচা, আৰু উচিত—কিমান সাৰ আৰু পদস আছে, শিক্ষা-সম্ভূত জ্ঞান নেলাগে স্বাভাবিক ঈশ্বৰ-দত্ত জ্ঞানেও তাক সুন্দৰ ৰূপে বুজি উঠে। যদি অন্তঃপৰো এই সম্পৰ্কীয়

আৰু কিবা কিবি লাগতিয়াল বিষয়ৰ ছাঁট্ পৰি যায়, কিন্তু সংসাৰী পাঠক সকলে তাক উদুকিয়াই দিলে বৰ উপকাৰ পোৱা যাব।

সাংসাৰিক কাৰ্য্যৰ সম্প্ৰতি ইমানতে সামৰণি মাৰি আমি সম্বন্ধ আৰু ব্যৱহাৰ বিচাৰলৈ আলচ কৰিবৰ নিমিত্তে আন এদিন পাঠক সকলক দেখা কৰিম। সাংসাৰিক কাৰ্য্যৰ যে বাস্তৱিকেই ইমানতে শেষ হল, আমি তাক কব নোৱাৰোঁ। এনে বহুত বিষয় আমাৰ মনৰ পৰা আতৰত থাকিব পাৰে, যি বিলাক সময় বিশেষে গৃহস্থৰ বৰ লাগতিয়াল কাৰ্য্য বুলি বিবেচিত হয়। এই কাৰ্য্য সকলৰ সম্পৰ্কে আমি মুঠতে ইমানকে কওঁ যে যিকি কাৰ্য্যই নহওক কিয়, শাহু, শহুৰ আৰু গৃহস্থাদিএ যাকে কৰিবলৈ কয়, আৰু বাস্তৱিকেই যি কাৰ্য্যবিলাক বিশেষ লাগতিয়াল আৰু সৎকাৰ্য্য বুলি নিজৰ মনেও ধৰে, ঘৈণীএ, সংসাৰত সুখ কামনা কৰিবলৈ মন কৰিলে দুঃখ পাইবি. সকলো বাধা-বিপত্তি উলঙ্ঘন কৰি যেনতেন মতে সেই কাৰ্য্যবিলাক আমি উঠিবলৈ প্ৰাণক টাকি যত্ন কৰিব। গিৰিয়েকক ঘৈণীএ কি চকুৰে চাব লাগে, গিৰিয়েকৰ মনতোষণ কৰি থাকিলে ঘৈণীৰ কি লাভ হয়। তাক আমি আগৰ বাৰে এই প্ৰবন্ধতে "সম্বন্ধ আৰু ব্যৱহাৰ বিচাৰ" নামেৰে এটি ছেদত লেখিম। আমি নিজৰ মতৰ লগত প্ৰাচীন শাস্ত্ৰাদিৰ বচনাদি উদ্ধাৰ কৰাত বহুতে আমাক বেয়া-পায় বুলি জনা গইছে কিন্তু সেইটো তেওঁলোকৰ ভ্ৰম। প্ৰাচীন শাস্ত্ৰাদিৰ চৰ্চ্চাৰ অভাৱেইতো আমাৰ সৰ্ব্ব দুঃখৰ মূল। আমি আমাৰ খোজেপাতি তেওঁলোকৰ কথালৈ মনকৰি চুবিব লাগে।

শ্ৰী ম, মহন্ত।

# সংসাৰ সুখৰ ঠাই।

১

সংসাৰ সুখৰ ঠাই
যি বিচাৰে তাকে পায়,
দুঃখ চালে দুঃখ পায়,
সুখৰো অভাৱ নাই
সংসাৰত একো নাই বোলে অজনাই।
কি বিষম কথা আই।
সংসাৰত সুখ নাই!
আকাশত সুখ পায়?
পাতাল সুখৰ ঠাই?
যমৰ যন্ত্ৰণা পুৰী নৰক সে ভাই?

২

সংসাৰে সুখৰ ঠাই,
বুজিব জানিবা ভাই,
যত্নো আছে যত্নো পায়,
ৰোগৰো আছে উপায়,
মৃত্যু আছে যাবে সঁচা, পুন ওপজায়,
দুখ ভুঞ্জিলে এটাই,
এটাই বা সুখ পায়,
এটাই মজিলে হায়,
আনটোই বহু পায়,
যত্নী সংসাৰ সুখৰ সাৰ ভাই!

৩

দুটি পথে ধাবিবাই.

সদাই মাটি তিয়াই,
বদত পুন শুকাই
পূর্ব্বৱত হই যায়,
সঁচা হয় জাব কালি বব জাবো পায়,
বঙাবদ কেবি তাই
কিরূপে পাহবা যায় ?
জুহানব জুই কেবি,
কেমেকই দিয়া এড়ি।
সুখ দুঃখ সমভাগে সংসাবে সদাই ?

৪

সকলোবে ভাগ্যো নাই,
মনে তাক পতিয়ায়,
মুখে কবি "হায় হায়"
বায় কাঢ়ে সর্ব্বদাই
অসুখীয়া যত সবে সঁচা কথা তাই,
কিন্তু "কিয়া বাত হাই
মজা কব দুনিয়াই"
কত জনে বিজিয়াই
মন দিলে শুনা যায়
সংসাবত ভবা সব, সুদা একো নাই।

৫

কিনো নাই সংসাবত,
ধান হয় পথাবত,
শক্তি আছে শবীবত,
কেতি কবা মনোমত,
খাই লই সুখ কবা কেলেই কাতব ?

বসনা বসান কৰা
বিবিধ বস্তুৰে ভৰা,
বিচাৰি গোটাই লোৱা,
ভোকে পেট ভৰি খোৱা,
সংসাৰে "সুখৰ সাৰ শহুৰৰো ঘৰ।"

৬

প্ৰাণৰ সঙ্গিনী আছে
সন্তান কোলাত নাচে,
মুখত মধুৰ হাঁহি
সদাই 'ন' নহে বাহি
গজেন্দ্ৰ গতিৰে চলে শৰীৰ দোলাই!
সুখ-সাৰ বাচি বাচি,
হাতে তুলি যাচি যাচি,
হেনয় প্ৰিয়াক দিয়া
জুড়াই তাপিত হিয়া!
অসাৰ চিন্তাত আছা মনক ডুবায়!

৭

নকৰা সংসাৰ-সুখ,
ধৰ্ম্ম-কৰা যাৰ দুখ,
সংসাৰ ধৰ্ম্মৰ ঠাই,
মুনি সবে কয় ভাই,
ঈশ্বৰৰ নাম ধৰি জপা মলাগুটি!
দূৰ হব দুঃখ সব,
অন্তে স্বৰ্গলাভ হব,
সংসাৰ এড়িয়া যাবা,
(সুখ-ভৰা ঠাই পাবা)

" এটি " হই যোগ বধা—দেবাছিবা " ছুটি।"

৮

দেখিছা বজাবো দুখ,
কটাব দেবাবা মুখ,
কেবাণীব চিলিকিত,
ব্রহ্মাণ্ড যদি কম্পিত,
পলোয়া সংস্কার এড়ি অবণ্যব মাজে।
দেবাকিবা তাব পদ,
লভিবাহা সুসম্পদ,
কেবাণীব দেখনীত,
কেবাণীব আহ্লাদিত,
ওঁাজ আছে—দূব যোৱা পড়িবা সি তাঁজে।

৯

পায় যেনে লটা-ঘটা
আছে ভেলে দুখ চটা
( কেবাণীরে দুঃখ ভাই !
পোড়া পেট হজে পায় )
আজলি তথাই দিয়ে যাহ পূব হলে।
চকিত আউজি হায় !
দিত্যে কেবাণী ককাই
চক্ষুব পলকে তাই
কত লো " খিতাব " পায়,
' দেউতা ' ' ধর্মদেউ ' ' প্রভু ' কত জনে বোলে।
ভাবিত কত যবে,
' কেওঁকেওঁ ' কবো কবে,
আসবে কেবাণী বাবু

মন কৰে হাবু কাবু,
কেৰাণী মহলে কোনে হেন সুখ পায়?
জানিলে সকলো পায়,
নেজানিলে একো নাই,
জানিলে বুজিবা ভাই!
সংসাৰে সুখৰ ঠাই
যদিৰ জানিলে মাটিতেই পীড়া পায়,
চাউলো জানিলে খাব চিৰা হই যায়।

ৰ, ৰ,

---

# অসমীয়া ভাষা বুৰঞ্জী।

১৩৭১ শকত শঙ্কৰ দেৱৰ জন্ম হয়। তেঁও ১৪৯১ শকত লীলা সম্বৰণ কৰে। তেঁওৰ দিনৰ পূৰ্ব্বে আমাৰ দেশত চলতি ভাষা কেনে আছিল তাৰ কোনো নিৰ্ণয় পোৱা না যায়। সেই সময়ত আমাৰ ধৰ্ম্ম শাস্ত্ৰ কেৱল পণ্ডিত ব্ৰাহ্মণৰ মাজত আছিল। আনৰ মাজত লোক পৰম্পৰ শুনা কথা বিনে একো নাছিল। ধৰ্ম্মচৰ্চ্চাৰ একো উপায় নাছিল। দেশ অজ্ঞান আন্ধাৰত ঢকা আছিল। শঙ্কৰ দেৱে নানা দেশ পৰ্য্যটন কৰি আৰু নানা শিক্ষা পাই দেশৰ অৱস্থা দেখি বড় কাতৰ হই ভাগবত প্ৰভৃতি শাস্ত্ৰ সেই সময়ৰ সাধুভাষাত ভাঙ্গি বৈষ্ণৱ ধৰ্ম্ম প্ৰকাশ কৰিলে। তেঁওঁৰ আৰ্হিৰেই মাধৱ দেৱ ভট্টদেৱ প্ৰভৃতিএ ধৰ্ম্মশাস্ত্ৰ সেইৰূপে ভাঙ্গি প্ৰকাশ কৰিলেঁ। ধৰ্ম্ম প্ৰচাৰৰ নিমিত্তে কৃষ্ণলীলা, ৰামলীলা প্ৰভৃতি পুৰাণৰ অনেক অনেক কথা নাটকত অভিনয় কৰিলে। নাটকৰ ভাষা প্ৰথম কীৰ্ত্তনৰ ভ.বাৰ্ত্তৈক এক প্ৰকাৰ

বেলেগ বুলিলেও হানি নাই। ভটীয়াৰ ভাষাও সেই ৰূপ। শঙ্কৰ দেৱে যি পুথী ৰচনা কৰিলে সেই বোৰ অকল অসমীয়া ভাষাৰ বা শঙ্কৰ দেৱৰ ভাষাৰ সম্পত্তি নহয়। যাৰ সংস্কৃত-মূলক ভাষা তাৰেই সেই সম্পত্তি। নাটকত ভীৰথ ভাষাৰ বা মিথিলাৰ ভাষা সুন্দৰে ব্যৱহৃত। সেই পুথীবোৰ অল্প যত্ন কৰিলেই বঙ্গালী, উড়িয়া, হিন্দী বা ব্ৰজভাষা কোৱা লোকে বুজিব পাৰে। তেওঁ এইৰূপে পুথি ৰচনা কৰি সমুদায় ভাৰতৰ সাহিত্যৰ পুষ্টি সাধিলে। কালক্ৰমে ধৰ্ম্মৰ বিকাসে সহিতে সেই পুথি সকলোৰে আদৰণীয় হ'ল। ডোমে মাচ মাৰোতে, খড়িকটীয়াই খড়ি কাটোতে, ধান, ৰোওতে, কাটোতে, বাটেৰে যাওতে, বিয়া সবাহ সকলোতে কীৰ্ত্তন দশম প্ৰভৃতিৰ পদ চলিবলৈ ধৰিলে। তেওঁৰ ইচ্ছা সম্পূৰ্ণ হ'ল। আসামৰ ভাষাৰ এই প্ৰথম যুগ। শঙ্কৰ দেৱৰ জন্মকেই আমাৰ দেশৰ ধৰ্ম্ম, কি জ্ঞান কি ভাষা কি আমখিয়ৰ নূতন শকৰ আৰম্ভ বুলিব লাগে। এই আৰ্হিৰেই মহন্ত সকলে নিজ নিজ বংশৰ চৰিত্ৰ ৰচিলে। আমাৰ ৰজাঘৰত যি বিলাক কাকত পত্ৰ হিসাব আছিল সি 'আমাৰ ভাষাৰেই আছিল। কটকী আৰু আন ভদ্ৰ ভদ্ৰ লোক সকলে বুৰঞ্জী লেখিছিল আৰু ৰাখিছিল সিও অসমীয়া ভাষাত। সাধাৰণৰ মাজত ভাষা শিকাৰ নিয়ম নাছিল। ছাত্ৰে কেৱল সংস্কৃত শিক্ষা মাত্ৰ কৰিছিল। কেৱল " কাহখানি অঙ্ক মাত্ৰ ভাষাত শিক্ষা দিছিল। তাৰ সংখ্যা আৰু সীমা অতি কম। অসমীয়া ভাষাৰ ব্যাকৰণেই নাছিল। মাজে সময়ে বুৰঞ্জী আৰু চৰিত্ৰ লেখা হইছিল। চিঠি পত্ৰ লিখাৰ ব্যৱহাৰ নাছিল। আকস্মিক কেতিয়াবা দিব লগিয়া হলে আমাৰ কোষ্ঠা · যেনে ভাষাৰেই দিয়া হইছিল। ৰজা ঘৰৰ

পৰা ভাৰৰ কলি, সিদ্ধান্ত পত্ৰ প্ৰভৃতি যি দিয়া হইছিল তাৰ আৰম্ভ সংস্কৃত গদ্যেৰে হই শেষত মুঠ কথা দিশি ভাষাৰে লেখা হইছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰ পৰা এইৰূপ হইছিল। তাৰ পূৰ্ব্বৰ দান পত্ৰাদি সংস্কৃত ভাষাত লেখা হইছিল। সেই আদৰ্শ মতেই ব্ৰিটিশ গৱৰ্ণমেণ্টৰ দ্বাৰা এই দেশ দখল লোৱাৰ পাছে সংস্কৃত গদ্য আৰু ভাষাৰে সিদ্ধান্ত পত্ৰ “ কলি মহজৰ ” লেখা হইছিল। ৰজাৰ বৰ ভঁৰালৰ পোড়া কাকতো অসমীয়া আছিল। এই পৰ্য্যন্তে অসমীয়া ভাষাৰ দ্বিতীয় যুগ।

১৮৩৫ সনত দেশীয় ভাষাত ৰাজকীয় কাকত পত্ৰ লেখাৰ বিধি হ'ল। সেই সময়ত আমাৰ দেশৰ ৰাজকীয় কৰ্ম্মচাৰি মাত্ৰেই অধিকাংশ বঙালী আছিল। অসমীয়া ভাষাৰ দ্বাৰা যে ৰাজকীয় কাকত পত্ৰ সকলো লেখা হ'ব পাৰিব এনেটো সন্দেহ হ'ল। “ বোৰ্ড অৱ ৰেভনু ” “ সদৰ আদালতৰ” পৰা যি কাকত পত্ৰ আহে সিও বঙালী বা উৰ্দ্দু। সাহে লোকেৰ বঙালী ভাষাই যে এই দেশৰ চলিত আৰু আৱশ্যকীয় ভাষা সেইটো ঠাৱৰ হ'ল। আৰু সেই কাৰণেই বঙালী ভাষা প্ৰচলিত হ'ল। গৱৰ্ণমেণ্টৰ পৰা যি ইস্কুল স্থাপিত হ'ল তাত বঙালী ভাষাৰ পুথী চলিল। “ প্ৰথম শিক্ষা, নীতি কথা, জ্ঞানোদয় প্ৰভৃতি পাঠ্য পুস্তক হ'ল। ইস্কুল কছাৰীত বঙালী চলিল। কছাৰীত নানা প্ৰকাৰ কাৰ্য্য হয়। সেইৰূপে কছাৰীৰ ভাষাও মিশ্ৰিত বা খিচিৰী ভাষা হ'ল। পাৰসী, উৰ্দ্দু, বঙালী, সংস্কৃত, অসমীয়া সকলো মিহলি। শ্ৰীহট্ট, ঢাকা, ময়মনসিং জিলাৰ লোকেই অধিকাংশ আমলা। সেই সকলে বাঙ্গালা ভাষা কেৱল সামান্য ৰূপে শিক্ষা পাইছিল। ব্যাকৰণ জেখিয়া নাছিল।

এনে অনুন্নত ভাষাৰ অৱস্থা কেনে তাক জানিব পাৰি। ইস্কুলত যি শিক্ষা দিয়া হইছিল সেই শিক্ষা ব্যাকৰণ শূন্য বুলিলেও হানি নাই। বৰ্ণবিন্যাসৰ সীমা অতিক্ৰম হই গই ছিল। অসমীয়া মানুহেও বঙ্গালী ভাষাকে উচ্চ ভাষা বুলি স্বীকাৰ কৰি লনে। ধৰ্ম আগৰ তয়ত ইংৰাজী ভাষা শিক্ষাৰ প্ৰতি লোকৰ অনিচ্ছা আছিল। ইকালে আমেৰিকাৰ পৰা মিশ্যনাৰী সাহাব সকলে আহি দেশত ধৰ্ম্ম প্ৰবৰ্ত্তাবলৈ ধৰিলে। সাধাৰণে বুজিব পাৰা ভাষাতে "বাইবেল" প্ৰভৃতি খ্ৰীষ্টীয়ান শাস্ত্ৰ ভঙা হ'ল। কিন্তু অসমীয়াৰ ব্যাকৰণ, অভিধান নাই। যেইএ যেনেকেই পায় তেনেকেই লেখে। পাদ্ৰী সাহাবে বিবুদ্ধি হই সংস্কৃত বৰ্ণমালাৰ অনেক স্বৰ আৰু ব্যঞ্জন বৰ্ণ থেদি নূতন বৰ্ণ মালা সৃষ্টি কৰিলে; অৰুণোদয় সংবাদ পত্ৰ প্ৰচলিত হ'ল বাইবেল ভঙা হ'ল। ইয়াৰ বহু দিন পূৰ্ব্বে অৰ্থাৎ ১৮১৫ ইংৰাজী সনত কলিয়াবৰৰ আত্মাৰাম পণ্ডিত নামে এজনে শ্ৰীৰামপুৰৰ বিখ্যাত পাদ্ৰী, ডাক্তাৰ কেৰী মাৰ্শমেন ওয়াৰ্ড সাহাবৰ লগত যোগ হই বাইবেলৰ নূতন নিয়ম ভাগ অসমীয়াত ভাঙিছিল। প্ৰকৃত পক্ষে অসমীয়া পাদ্ৰী সকলে অসমীয়া ভাষাৰ পুনৰ্জ্জীৱনৰ অৰ্থে বিশেষ যত্ন কৰিছিল। অধিক কি? তেঁওবিলাকৰ যত্নতে আমাৰ মানুহে জানিবলৈ পাৰিলে যে অসমীয়া এটী ভাষা। পূৰ্ব্বে আমাৰ ডাঙৰ লোক সকলে নদীয়া শান্তিপুৰৰ কণোজপুৰ বিক্ৰমপুৰ প্ৰভৃতি ঠাইৰ পৰা অহা বুলি অহঙ্কাৰ কৰিছিল। ক্ৰমে সেই সকল প্ৰাচীন ভাৱ তিৰোহিত হল। আনন্দৰাম ঢেকিয়াল ফুকনে অসমীয়া লৰাৰ মিত্ৰ নামে পুথী প্ৰকাশিত কৰিলে। দেশৰ লোক সকলৰ অসমীয়া ভাষাৰ প্ৰতি চকু মুকলি হ'ল

বঙালী ভাষাই দেশ দখল কৰাতো মাজে মাজে দুখনি এখনি অসমীয়া পুথী ওলাবলৈ ধৰিলে। ব্যাকৰণ লেখা হ'ল। অসমীয়া আৰু বঙালী দুইও ইটো সিটোৰ প্ৰতিদ্বন্দ্বী হ'ল। দুইও ফালে কঁকালত কাপোড় বন্ধাবন্ধি লাগিল। এই অসমীয়া ভাষাৰ দ্বিতীয় যুগ।

সাৰ জৰ্জ্জ কেম্বল সাহাব বঙ্গ প্ৰদেশৰ লেপ্টেনেণ্ট গৱৰ্ণৰ হ'ল। তেওঁ অসম দেশত কছাৰী আৰু ইস্কুলৰ পৰা বঙালী খেদিবলৈ আজ্ঞা দিলে। অসমীয়া আৰু বঙালীএ কিছু দিন ঘোৰ যুদ্ধ লাগিল। দুইকো দুইও "মত্ত তুক্তি, হানয় বজ্ৰ সম মুষ্টি" শেষত অসমীয়া জয়ী হ'ল সাধাৰণত অসমীয়া চলিল। গাঁৱলীয়া পঢ়াশালিত অসমীয়া চলিল। কিছুমান পুথী ছপা হ'ল। গাঁৱলীয়া পঢ়াশালিত সেইবোৰ ব্যৱহাৰ হব ধৰিলে। কছাৰীতো সেই ভাষাই চলিছে। কিন্তু মিশ্ৰিত ৰূপে চলিছে। এই পৰ্য্যন্ত পূৰ্ব্বৰ শ্ৰেণীৰ লোক শেষ হোৱা নাই। অসমীয়াৰ পক্ষ সমৰ্থনকাৰি অসমীয়াৰ সংখ্যা ক্ৰমে অধিক হই আহিলেও শিক্ষিত ভাষা মাৰ্জ্জিত কৰিব পৰা হোৱা নাই। অসমীয়া মানুহে চিঠী পত্ৰ লেখাত অসমীয়া ব্যৱহাৰ হ'ব লাগিছে। অসমীয়া যে এটা ভাষা ইয়াক সাধাৰণে জানিবলৈ ধৰিছে। কিন্তু দুঃখৰ বিষয় এইটো যে ভাষাৰ পুষ্টি সাধন কৰিবলৈ আমাৰ মন নাই। গ্ৰন্থকাৰক উৎসাহ দিয়াৰ বল আমাৰ সাধাৰণ মানুহৰ নাই। দৰিদ্ৰৰ মনোৰথ যেনে উঠি এই হৃদয়ত লয় পায় সেইৰূপে আমাৰ মনোৰথ। এতেকে আমাৰ দেশী ভাই সকল! উঠা। এতিয়া চৈতন্য যুগ সমৰ চিন্তা কাৰ্য্যলৈ আনা। জাতি যেনে সম্পত্তি জাতীয় ভাষাও তেনে সম্পত্তি। আমাৰ ভাষা নষ্টীশৰ পৰা

মানাহ নদীলৈ। ৰজা আৰু ৰাজ কৰ্ম্মচাৰীলৈ নহয়। কোনো প্ৰধান নগৰ বা এজন বা দুজন বিখ্যাত লোকৰ ভাষা আমাৰ ভাষা নহয়।

আমাৰ ভাষা সংস্কৃত মূলক। সেইৰূপে বঙালী আৰু হিন্দী ভাষাও সংস্কৃত মূলক। আমাৰ মানুহৰ ধৰ্ম্ম, আৰু ধৰ্ম্মৰ লগত লগলগা আচাৰ নীতি ভাব সকলো একে। সেই কাৰণেই ধৰ্ম্ম, আচাৰ, নীতি সম্পৰ্কীয় কথা, বস্তু সকলো বিষয়ত সমুদায় ভাষতে সংস্কৃত মূলৰ নিমিত্তে একে। সেই কাৰণেই অসমীয়া বঙালী হিন্দী উড়িয়া কেইও ভাষাৰ উচ্চ আৰু সাধুভাষা প্ৰায় একে। সাধাৰণত যিৰূপ কথা বাৰ্ত্তা হয় তালৈ চালে বেলেগভাব দেখি।

আমাৰ ভাষাৰ বিশেষ ঠাইৰ বিশেষ বিশেষ বিভাগৰ কথা আৰু ভাব বোৰ এতিয়া মাৰ্জ্জিত আৰু ব্যৱহৃত হব লাগে। আমাৰ দেশলৈ যেনেৰূপে নানা দেশৰ লোক আহি আমাৰ লগত মিহলি হইছে আমি যেনেকেই বিদেশীৰ পৰিচ্ছদ আৰু আহাৰ ব্যৱহাৰ লইছো সেইৰূপে আমি বিদেশীৰ কথাকো লইছো। যেনে মাচিয়া গিলাস পীকদান, হোকা ছিলিম, কামিজ পাওজামা প্ৰভৃতি অনেকৰূপে আমাৰ ভাষাৰ কথা হ'ল। এই বোৰ আমি আদৰকৈ লইছোঁ। ই একোত হানি নাই। বৰঞ্চ আমাৰ ভাষাৰ পুষ্টি সাধনহে হইছে। ইয়াক অনাদৰ কৰা যে কিমান সঙ্গত আমি কব নোৱাৰো। এই বিষয় আমি বিশেষকৈ আলোচনা কৰিম।

জ, ম,

# রজনী ।

১

দিনমান শূন্যমার্গে করিয়া ভ্রমণ,
পশ্চিম আকাশ শেষে লোহিত আভাসে
রঞ্জি ক্ষণকাল, রবি বিস্তারি চরণ
শুইলে বিশ্রামাচলে এবে মহা ক্লেশে ।

( ২ )

নাই আর মধ্যাহ্নর উত্তপ্ত কিরণ ;
নিবাল প্রচণ্ড দীপ ; তমসে পূরিত
ভুবন , কেবল করি বর্ত্তিকা জ্বলন
করিয়াছে লোকগণ গৃহ আলোকিত ।

( ৩ )

নাই জন কোলাহল পক্ষীর সুস্বর,
শেষবার হেতু কাক করি কা কা ধ্বনি
প্রবেশিলে নীড়ে ; নাই ভূচর খেচর
ধরিছে প্রশান্ত মূর্ত্তি নিখিল ধরণী ।

( ৪ )

রজনী মিলনে এবে রজনী-রঞ্জন
পূর্ণকলা রবি ভাসে সুনীল অম্বরে,
উজ্জ্বল রজত থাল যেন এক খন
ভাসে মেঘ-ছায়াবৃত সুস্থির সাগরে ।

( ৫ )

তাহার আলোক সুধা মস্তকে ধরিয়া
রবিকর উত্তাপিত বিটপী নিচয়
শীতলিছে দেহ স্থিরভাবে দাঁড়াইয়া,
মাঝে মাঝে একেবার সমীরে দোলয় ।

( ৬ )

নক্ষত্র সমূহ,—যেন কুসুম আবলী
উদ্যানর মাজে ; কিম্বা অসিত বসনে
হীরকর খণ্ড যেন শোভয় উজলি—,
ফুটিয়াছে নীলাকাশে কোমল কিরণে।

( ৭ )

ফুটিয়াছে নীলাকাশে কোমল কিরণে,
করি চন্দ্র-কলোজ্জ্বল নিজকর দানে ;
নৃপেশ্বরে যথা হায় দাস নৃপগণে
করয় ঐশ্বর্য্যশালী স্বধন প্রদানে।

( ৮ )

আমাবস্যা রজনীত বিরূপে সিসব
শোভয় গগণ পটে উজ্জ্বল বরণ,
নিষ্কণ্টকে লই যেন ঐশ্বর্য্য বিভব
স্বরাজ্যে স্বাধীন ভাবে ক্ষুদ্র নৃপগণ।

( ৯ )

আজি কিন্তু মোহে ভেমে ; শশঙ্ক শাসনে
সবেও মলিন মুখ, গৌরব বিহীন ;
জিত নৃপগণ জেতা নৃপতি পীড়নে
ধরয় যিরূপ ভাব অধীন স্বদীন।

( ১০ )

স্বাধীনতা নাই যার কিবা আছে তার,
নরকয় এক বিন্দু উত্তপ্ত শোণিত ;
জীবনে জীবনীশক্তি নাথাকে সঞ্চার,
ভেজীয়ান পদে সদা মস্তক নমিত।

( ১১ )

প্রকৃতি দৃষ্টান্ত তার দিছে ভূরি ভূরি ;
তার মাঝে এই এক দেখা তারা ফুল
হেরয়াই অমানিশি,—সুখ বিভাবরী—,
চন্দ্রের অধীনে আজি যেন বাহি ফুল।

ক্রমশঃ
শ্রীতঃ

---

# বিবাহ রহস্য নাটক।

প্রথম অঙ্ক—প্রথম দর্শন।

রঙ্গশালা।

মনু সূত্রধারীর প্রবেশ।

মনু—( নান্দী )
জয় জয় জগন্নাথ জগত জীবন।
জয় প্রভু নিরঞ্জন ব্রহ্ম সনাতন।
তোমার ইচ্ছাতে এই জগত সংসার।
সৃষ্টি হই চলি আছে নাহিক অসার।
মনুষ্যে সমাজ পাতি আছে পৃথিবীতে।
নানাবিধ কার্য্য আত হোরে হিতাহিতে।
সংসারেই হয় জানা মহা রঙ্গ ভূমি।
রঙ্গভূমি প্রতিরূপ হয় জানা তুমি?
সংসারের দোষাদোষ দেখি রঙ্গশালে।
দোষ ত্যজি গুণ লয় মহন্ত সকলে।
( আহ্লাদী সূত্রধারিণীর প্রবেশ )

আহ্লদী—অঃ ভালেতোহে! ইয়াতে আহা! মই নাই-কিয়াৰ বাপেক বুলি থিতাথি কুখিলোঁ।

মধু—মনে, মনে থাকা।

পূৰ্বাপৰ কথা কেৱে সকলোএ দেখে।

এতিয়াৰ —

আহ্লদী—কিনো নাটখন যেনা?

মধু—আকৌনে? ভাল নাপাবা।

এতিয়াৰ সমাজক মনেৰে দেখেখে।

আধুনিক সমাজক দেখাইবাৰ মনো

আহ্লদী—বকি থাকা। থাজানা লাগে বিষয়াৰ টেকেলা আহিছে।

মধু—ছিঃ ছিঃ ভাল নাপাবি! শুহিয়া!

বেদিবো নূতন নাট মই সৰুতনে।

আহ্লদী—ইয়াৰ দিন এই ঘৰে কেনেনী পূৰাণ গাই থাকোতেই গ'ল। যখনৈ মন কাণ নাই।

( মধু বায়নৰ প্ৰবেশ )

মনি—তোমোলাকে কিনো কন থান লগাইছা?

মধু—মহয়। মই নাটখন দেখিবনৈ আনচিছো, এই কনীএ আহি থাজানাৰ কথা কইছে।

আহ্লদী—টেকেলাই দেছে। বিষয়াবে যোবে ভাল দেখিছে। তেনে মহলে' গৰু হালকে নিলেহেতেন।

মধু—নিয়ে গৰু নিৰুক যোৱা। লাগে যদি তুমিও যোৱা তেও মোক নাট দেখিবনৈ দিয়া। বাক! বায়ন বাপু। বিবাহ বহস্য নাট থান দেখিব থোজো কি যোৱা?

মনি—ভাল কথা। আমিও আছো।

আহ্লদী—মর নাইতে তাকে কবো। যদি বকত কাজি বলত অকাজি, ধুম পেচ মৰাত আগ এনে ভিকবাৰ তাৰ লব লাগে মোক লগ দিয়া। মর এডিয়া যাও।

মনু—যোৱা বাচ্ছে। তোমাৰ গুণৰ সীমা নাই।

(আহ্লাদীৰ প্ৰস্থান)

মনি—ভেনে হলে যাও ব'লা।

মনু—ব'লা।

(প্ৰস্থান)

দ্বিতীয় দর্শন।

সুনন্দ গাও বুঢ়াৰ ঘৰ।

সুনন্দ আৰু ধনী মেধী বহি।

ধনী—এই খানলো কি পাতিছা।

সুনন্দ—জানো, যিতিৰ কি কইছা।

ধনী—দশমীক বিয়াবলো কি কৰিলা।

সুনন্দ—মোৰ একো নাই। তোমোলাকে যি কৰোঁৱা সেই। নবাবো গবাকি ছোৱালীৰো গৰাকি। মোৰ গাৰ অথত্তৰ। খাবলৈ ঘৰত ভ্ৰম কণ এটা নাই। কেতিয় কালেও সেই। যোৱা তেনেই পাণীএ মাৰিলে। আহিমত গোছ এটাকে পেলাব নোৱাৰিলো। গৰু হালৰো এটা হেৰাল। আকিভৰ সবাই বৰ দুঃখ পাইছো। বোৱাৰী জনীৰো গা সাৰিবৰ দিন হইছে। ৰহিয়ালনীৰো আগৰ ব্যাধিটো উক দিছে। ওকা জামী ধৰিবলৈকো পইসা এটাই নাই। গোৰেলাকো আকিভৰ আৰু কিবা কিবি অনাৰ বাবে দুটকা কম একুৰীমান দিব লাগে। মোলে টকা খাজানাৰ এটকাও দিয়াই নাই।

ধনী—যদি কথা থিৰাং হয় ইবোৰৰ এটা ব্যৱস্থা হ'ব। মুঠে তোমাৰ—

সুনন্দ—সেইটো পাইছো, কেইওটা ঘৰ ভাঙিছো তাকো ছোৱাবৰ উপায় নাই। সকলো পিনে বিবুদ্ধি। ছোৱালী আছে থাওক। বেজী আছে বটীয়া হ'ব। তাই গলেই ঘৰ খনেই উৰাব হ'ব। তাইক থিটোটৈল দিছিলো; তাৰ লেঠাটো তেনেই থাকিল।

ধনী—সকলো হ'ব। তুমি দুঃখ নোপোৱা। মুঠে দিও বোলা। থিতিৰ ঘৰ ভাল। গৰুএ মহে ধানে ধনে চহকি। গোসাই ঘৰীয়া বাচ একেবাও আছে। সবাহে হুকসাই বড় চড়ু এটাও পায়। অনীৰ ঘৰৰ কমী বুলিলে তিনি ত্রৈলোক্যে জানে। সি দিনা ঘৰ চাই আহিছো।

সুনন্দ—বাক তোমোলাকে সজ বুলিলেই সজ। অথা যোৱা কৰোকচোন গাড় গতি চাও।

ধনী—কথা বাখিলে ভাল। গোসাই ঘৰীয়া ছিত্র কেথাও ধৰা যায় নয় এতিয়া যাও।

(প্রস্থান)

সুনন্দ—(স্বগত) ছোৱালীৰ তোলনী হ'বৰ দুবছৰ মান আগতে পৰা যাস টেকেলাই পুতেকলৈ থোজে বয় বস্তুও অনেক দিছে। লবাটো থেদিবা ধৰিল। সিটো লেঠা গলেই। যদু পাচনীৰ পুতেকলৈ তোলনি তোলো টকাও দিছে আকিও মহাদেবেকো দিছিল, গৰুও দিছিল খেতিতো সাহায্য পাইছিলো। লবাটিক দণ্ড দুনীয়া ছোৱালীৰে কেনে বুজিবে তুমি আহাৰ হতুয়াই অপবাদ দিয়াইছো। ইমেন দিছিগে। বন্দা পাবৰ আগতক আছে। ধৰ শপথ মাথাওএই। তুমি আহা ধৰিলেই। পানী গাঁটিক

যে চপাৰ খুজিছিলো তাৰ বস্তু বাহানি যোৰ আমাৰ ঘৰত আছেই বহু খোৱা কোনেও দেখ নাই। খত পত্ৰও নাই আশাতে থিও আছে। তাৰ বস্তু সোপা ৰখাৰ পাৰিলে তালেই হয়। অঃ উপায় ওলাইছে জাগীয়নীয়া নবাটো যে চাপিৰ খোজে তাক চপালে সম্প্ৰতি পাণীগ্ৰাই গোচৰ কৰিও একো নাপায়। কম বোলো যোৰ ছোৱালীটৈ চাপিৰ খুজিছিল পাছে জাগীয়নীয়াক চপোৱাত থিয়ালতে থিচাই বস্তুৰ জাহ দিছে। ( হাসি এটামাৰি ) ৰহিয়ালমী. তামো-লৰ গামোছা থন দে চোন। ৰণাঁতত চোকেই নাই।

( গামোছা লই ৰহিয়ালমীৰ প্ৰবেশ )

ৰহিয়ালমী—আজি গধূলিটৈ জাগীয়নীয়া বেদু আহিৰ নহয়।

সুমন্দ—নয়ও তাকে ভাবিছো। সি দুৰণি বটীয়া মানুহ তাক চপাই মাহ শবিয়হ কেই তালকে পেলাও। পাছে থি হয় হ'ব।

ৰহিয়ালমী—তোমাৰ এনে কথাই নগ'ল। যাকে হয় এটাক দিব লাগে। এই দৰে সকলোকে ছুটুলাই বহু খোৱা ভাল নহয়।

সুমন্দ—কথা সঁচা! কিন্তু কি কৰো। সবাই ছোৱা-লীএ একোপা। পোহ পাল যোৱাই টান। এই দৰে টগৰ বগৰ নকৰিলে নহয়। ছোৱালীৰ পৰা কিমান সাৰাজ্ঞৰ পাইছা নাজানাবে। এইএ এটা থেতি যেনে হইছে। ছোৱালী গাভৰু হ'বৰ লো কেই দিন হইছে. দুঠে আজি চাৰি বছৰ। তোমাৰ বাপেৰাই দেখোন তোমাক আঠ বছৰৰ দুখতে যোক দিছে। বাৰটা মানৰ টৌপোলা থালে।

মই এ পাক লাগিলে চাইটাৰ জগৰ ভাঙিলো। আনি আছেনে?

মহিমানন্দী—নাই—গোবেনাৰ দোকানলৈকে যাও।

(প্ৰস্থান)

দূৰদন্দ—যাক বোপা। মোৰ গাটো টগ বগাইছে।

(প্ৰস্থান)

---

## স্তোত্ৰ।

সকলোৰে পিতা তুমি, তুমি সৰ্ব্বময়,
সকলো দেশত পূজ্য সকলো সময়,
জ্ঞানী বা অজ্ঞানী কিবা সাধুৰত নৰে,
পূজিছে "যিহোবা" "যোব" বা "লউ" নামেৰে
(তুমি) জ্ঞানৰ অতীত আৰু অনাদিকাৰণ,
ৰাখিছা জ্ঞানক মোৰ কৰি আচ্ছাদন,
এই মাত্ৰ জানো মই তুমি দয়াময়,
আৰু জানো মূঢ় মই নাই জ্ঞানোদয়।
যদিও কৰিছা অন্ধ অৱস্থা আমাৰ,
তেঁও পাৰোঁ বেয়া ভাল কৰিব বিচাৰ,
সকলো জীৱই যদি ভাগ্যৰ অধীন,
তথাপিও মৰ মন সদাই স্বাধীন।
বিবেকে যি কৰে মোক কৰ্ম্মৰ বিধান,
হওক যেন তাত ৰতি স্বৰ্গৰ সমান,
অথবা নৰক বুলি যি কাম দঢ়াই,
হওক যেন ঘিন তাত নৰকৰ প্ৰায়।
অনন্ত দয়াৰ গুণে দিছিছে প্ৰভুৱে,

তাত যেন সকলোৱে সন্তোষিত হোৱে,
যেতিয়াই সুখে ভুঞ্জে প্ৰভু দত্তদান,
তেতিয়াই লোকে যাপে ঈশ্বৰ নাম।
তোমাৰ যে দয়া এই ক্ষুদ্ৰ পৃথিবীত,
ভাবিব নিদিবা যেন আছে যে ইয়াত,
আৰু যেন তুমি মাত্ৰ নৰৰে ঈশ্বৰ,
নেভাবো, যি হলে প্ৰভু হাজাৰ বিশ্বৰ।
এই যেন বলহীন অজ্ঞানৰ হাত,
পতিত লোকক যেন নকৰে আঘাত,
পৃথিবীত যি সদাই বিপক্ষ তোমাৰ,
তাক যেন নকৰোহো মন্দ ব্যৱহাৰ।
ন্যায় পথে আছো যদি কৰা দয়াদান,
যিহত থাকিময় সুখে অৱস্থান,
ভ্ৰান্ত হই ভ্ৰমো যদি মই ভ্ৰমপথ,
সুপথে চলাই কৰা পূৰ্ণ মনোৰথ।
যিযি বস্তু দিছা প্ৰভু ভাবি মোৰ হিত
কদাচিতো যেন তাত নহও গৰ্ব্বিত,
নিদিছা যি বস্তু যেন তাতো দয়াময়,
নহয় কদাপি অসন্তোষৰ উদয়।
শিকোঁৱা পৰৰ দুঃখ ভাবো আপোনাৰ,
অন্যৰ দোষ দেখিলে নকৰো প্ৰচাৰ,
দয়াময় যি কৰুণা দিছা মোৰ প্ৰতি,
সেই দয়া দেখাও পৰক, দিয়া মতি,
যদিও অধম মই নহও অধিক,
কিয়নো তুমিএ দিছা এই প্ৰাণ লোক,
চলোৱাহে দয়াময় তোমাৰ অধীনে,

জীৱন মৃত্যুৰ মুখে যাও যেই লোকে,
যি আছে সূৰ্য্যৰ তলে সকলো থাকোক,
কেৱল আজিৰ প্ৰভু অন্ন শান্তি হ'ক,
ভাল বেয়া দিয়া তুমি, আনাহে তুমিএ,
তোমাৰ ইচ্ছাই যেন সম্পূৰণ হোৱে।
সকলো ভুবন প্ৰভু তোমাৰেহে স্থান,
পৃথিবী, সাগৰ শূন্য পবিত্ৰ আসন,
সকলোএ যেন একে লগে গীত গাই,
প্ৰকৃতিও পূজে যেন ধূমা উড়ুৱাই।*

ক, ব,

* ছাত্ৰ ৰচনা। ইংৰাজীৰ পৰা ভাঙি লেখা হইছে। স.

---

## স্ত্ৰী শিক্ষা।

জগৎ স্ৰষ্টা জগদীশ্বৰে এই পৃথিবীত স্ত্ৰী পুৰুষ দুই জাতি প্ৰাণী সৃষ্টি কৰিছে। সকলো জন্তুতে স্ত্ৰীপুৰুষৰ আকৃতি আৰু প্ৰকৃতিগত বৈলক্ষণ্য দৃষ্ট হয়। স্ত্ৰীজাতি পুৰুষতকৈ দুৰ্ব্বল আৰু কোমল স্বভাবাপন্না এতেকে স্ত্ৰী পুৰুষ সম গুণাৱলম্বী বা তুল্য কাৰ্য্যকাৰী হব নোৱাৰে। ভাৰতবৰ্ষত পূৰ্ব্বে স্ত্ৰী শিক্ষা যে প্ৰচলিত নাছিল এনেনহয় কিন্তু সি অতি বিৰল আছিল। ৰাজকন্যা সকলে গান বাদ্য দি আৰু তাৰ লগে লগে লেখা পড়াও শিক্ষা কৰিছিল আৰু কোনো কোনো ব্ৰাহ্মণ কন্যাইয়ো আপোন পিতৃ বা স্বামীৰ পৰা লেখা পড়া শিক্ষা কৰিছিল। মহাত্মা মনুয়েও কৈ গৈছে যে "কন্যাপ্যেৱং পালনীয়া শিক্ষনীয়াতি যত্নতঃ" কিন্তু শিক্ষা শব্দৰ অৰ্থ কি তাক প্ৰথমে গমিচোৱা উচিত।

বালিকা বিদ্যালয়লৈ বঙ্গলা কিতাপ এটা হাতত দি পঠিয়াই "খিলিখাই মিলিয়াই" "পাখৰায় গান গায়" ইত্যাদি মুখস্থ কৰা বা আৰু কেইটা চিনি "কল্যাণী হৰণ," "সুভদ্ৰা হৰণ," "বিদ্যা সুন্দৰ" কামিনী কুমাৰ আদি পুথি পঢ়াই শিক্ষা নহয়। হে পাঠক! তুমি মোক এইকথা লিখাবাবে গৰিহনা নিদিবা। যদি তুমি তোমাৰ কন্যা বা ভগিনী বা স্ত্ৰীক লিখা পঢ়া অলপ কৈ শিকোৱা, আৰু ধৰ্ম্ম ও নীতি শিক্ষা দিব পাৰা, তেতিয়াহলে তেওঁ অৱশ্য জ্ঞানৱতী, ধাৰ্ম্মিকা আৰু সুশীলা ৰমণী হই উঠিব তাৰ কোনো সংশয় নাই কিন্তু তোমাৰ সময় কত? ৫ বছৰৰ পৰা ১০ বা ১১ বছৰলৈকে এই ৫। ৬ বছৰৰ ভিতৰত এটা বালিকায় কিমান বিদ্যাশিক্ষা কৰিব পাৰে? ১১ বছৰত ভৰিদিলেই বালিকা বিবাহ সূত্ৰত বদ্ধা হল। ১৩ কি ১৪ বছৰ বয়সতে সন্তান প্ৰসৱ কৰিলে আৰু নানা প্ৰকাৰ গৃহ কৰ্ম্মত ব্যাপৃত হল, শহুৰ, শাহুৰী, দেৱৰ, বৰ জনা, স্বামী, সন্তান এই সকলৰ পৰিচৰ্য্যা কৰিব লগা হল, নকৰিলেও উপায় নাই। স্বামীৰো এনে সংগতি নাই যে তেঁও ২টা লগুৱা লগুৰা চুৰুনী লিগিৰী বা বন্দুৱা ৰাখি সিইঁতৰ দ্বাৰাই কাৰ্য্য কৰায়। এনে স্থলত গৃহস্থ ৰমণী এ আৰু কেনেকৈ বিজ্ঞানাদি কঠিন বিষয় বিলাক শিক্ষা কৰি বিদুষী হয়? গতিকেই অল্প বিদ্যা ভয়ঙ্কৰী হই উঠে। নাটকাদি মুকলি কুপুথি বিলাক অৱসৰমতে পাঠ কৰি অসতী স্বভাবাপন্না হই নানা প্ৰকাৰ কুকৰ্ম্মত লিপ্ত হয়, আৰু লিখিবৰ সক্ষমা হোৱাত দুৰন্ত মনোগত লোকলৈকো পত্ৰাদি লিখিবৰ সুবিধা জন্মে।

বিদ্যাশিক্ষাৰ উদ্দেশ্য কি? এই প্ৰশ্নৰ উত্তৰত প্ৰায় সকলোএই কব যে জ্ঞান লাভ কৰাই বিদ্যাশিক্ষাৰ উদ্দেশ্য

কিন্তু দ কৈ গমি চালে স্পষ্ট প্ৰতীয়মান হয় যে দাস ব্যৱসায়ী অসমীয়া অকল অসমীয়া কিয় ভাৰত বাসীৰ পক্ষে বিদ্যা-শিক্ষাৰ উদ্দেশ্য জ্ঞানলাভ নহয়। কেৱল মাত্ৰ অৰ্থোপাৰ্জ্জন বা পেট পোহাই বিদ্যাশিক্ষাৰ একমাত্ৰ উদ্দেশ্য। যদি যোগা নহয়, তেনেহলে কিয় বিদেশীয় ইংৰাজী ভাষা শিক্ষা কৰি এম, এ, বিএ আদি পাশ কৰিবলৈ প্ৰাণপণে যত্ন কৰি কত কত ভাৰত সন্তান চীৰকগ্ন হব লাগিছে আৰু সকলো-তকৈ প্ৰিয় যে প্ৰাণ তাকো হেৰুৱাব লাগিছে?

সংস্কৃত ভাষাত যিমান উচ্চশিক্ষাৰ ভাল ভাল পুথি আছে এই পৃথিবীৰ ভিতৰত আৰু আন কোনো ভাষাত তেনে আছেনে? ইংলণ্ড, জৰ্ম্মেণ প্ৰভৃতি সুসভ্য দেশ সকল ভাৰতৰ বিদ্যানাদিৰ দ্বাৰাই পোহৰ হইছে ইয়াক কোনে নেজানে? এনে সংস্কৃতক এৰি কিয় বিদেশীয় ইংৰাজী ভাষাক মোৰ বুলি ডেকা সকলে কষ্ট কৰিছে? যি দেশৰ তিৰুতাক আনে দেখিলে বা স্পৰ্শ কৰিলেও জগৰ সেই দেশৰ তিৰুতাই কেনেকৈ বাহিৰলৈ ওলাই ভ্ৰমণ কৰিব? বিশেষতঃ, তিৰুতাৰ গাত যেতিয়া সন্তান প্ৰসৱৰ ভাৰ ঈশ্বৰে দিছে তেতিয়া অৱশ্যই তিৰুতা গৃহত আৱদ্ধ থাকিব লগা হল। যদি গৃহত থকা আৱশ্যক হল তেনেহলে অৱশ্যই তিৰুতাৰ সন্তান পালন প্ৰভৃতি আৱশ্যকীয় গৃহ কৰ্ম্ম আদিৰ বিষয় সকল জনা আৱশ্যক হল।

এতেকে স্ত্ৰী সকলৰ অৰ্থোপাৰ্জ্জনৰ আৱশ্যক নাই। তেঁও বিলাকৰ বিদ্যাশিক্ষাৰ প্ৰধান উদ্দেশ্য জ্ঞান, যদি জ্ঞানেই বিদ্যাশিক্ষাৰ উদ্দেশ্য হল তেনেহলে পুথি নপঢ়াকৈয়ো বা বালিকা পঢ়াশালীলৈ নোযোৱাকৈয়ো জ্ঞান শিক্ষা কৰিব পাৰি। স্ত্ৰী সকলৰ মৌখিক শিক্ষাই ভাল। যি সকল

গৃহ কাৰ্য্যত তিকতা বিলাক ব্যাপৃত থাকে তেঁও বিলাকক তাৰে মৌখিক শিক্ষা দিয়া উচিত। হে পাঠক? তুমি ব্যাকৰণৰ সমাস কাৰক আদি ব্যাখ্যা কৰিব পাৰা, কাব্যৰ আদি ৰস ঘটিত শ্লোক জানা, পদ পুথি ৰচনা কৰিব পাৰা সেই বাবে তুমি যে তোমাৰ বৈণীত কৈ অধিক জ্ঞানী তেনে নুবুজিবা। তুমি আজন্ম পৰিশ্ৰম কৰি যেতেক পাণ্ডিত্য কৰি যি জ্ঞান লভিছা তোমাৰ তিকতাই ঘৰত বহি থাকিয়েই তত্তুল্য জ্ঞান ও কাৰ্য্য দক্ষতা লাভ কৰিছে। পূৰ্ণানন্দ বুঢ়া গোহাঁইৰ কথা বোধ কৰোঁ সকলো এ জানে, প্ৰবাদ আছে যে তেওঁ ৰাজ সভাত বহি থাকোতে তলনৈ মুৰ কৰি যেতিয়া বেজি বটিয়া মাৰি থাকে তেতিয়া সভাসদ পাত্ৰ মন্ত্ৰী আদি সকলোএ মুৰদাঙ্গি চকুত বা ইঙ্গিতত কথা বাৰ্ত্তা হৈ থাকে, কিন্তু যেতিয়া ডাঙ্গৰীয়াই মুৰদাঙ্গি চাই তেতিয়া সভা চাৰ পৰে সকলোএ তলনৈ মুৰ কৰে কিন্তু তেনেজন প্ৰতাপী মানুহকো তেওঁৰ বৈণিজনাই কয় যে "তয় ৰাজ মন্ত্ৰীৰ যোগ্য নহ তোৰ ওপৰত কেনেকৈ এই দেশৰ ৰাজ মন্ত্ৰীৰ ভাৰ অৰ্পিত আছে মই কব নোৱাৰো। তয় মহ পিন্ধা তোখৰ কাপোৰ ( মেখেলা ) পিন্ধাৰ হে যোগ্য।" বেইকে নহক, স্ত্ৰীজাতি যে পুৰুষতকৈ অধিক বুদ্ধিমতী তাৰ কোনো সংশয় নাই আৰু পুৰুষতকৈ যে তিকতাই যুগে যুগে শিক্ষা দিলে সেই শিক্ষা গ্ৰহণৰ অধিক যোগ্যতাৰো কোনো সন্দেহ নাই, নবাই যি কথা পুথিত পঢ়ি বাৰম্বাৰ মুখস্থ কৰিও মনত ৰাখিব নোৱাৰে, তিকতাই তাক দুই এবাৰ শুনিলেই মনত ৰাখিব পাৰে। আইটি! স্বামী ভাৰ্য্যাৰ একমাত্ৰ দেৱতা; পতি বিনে তেঁওৰ গতি নাই আৰু আন কোনো গুৰু নাই, এতেকে যাতে স্বামী সদাই সন্তুষ্ট থাকে তাৰ চেষ্টা কৰিবি।

শহুৰ শাহুৰী তোৰ স্বামীৰ গুৰু, সেই বাবে তেওঁ বিলাক তোৰ গুৰুৰ গুৰু; সদাই তেওঁ বিলাকৰ পৰিচৰ্য্যা কৰি থাকিবি; সদাই লজ্জাৱতী ও নম্ৰ হবি; কাকো কেটেৰাই নে মাতিবি, লোকে গালি পাৰিলেও সহি থাকিবি। আপোন হাতে কোনোবস্তু নিদিয়াকৈ লই নেথাবি; ইত্যাদি উপদেশ জিয়ৰী চাৱালীয়ে মাকৰ পৰা সদাই পাই থাকে। এই বিলাকৰ পৰা জ্ঞান লাভ হব নোৱাৰেনে? লৰাই বহু পৰিশ্ৰমেৰে ৰসায়ন বিদ্যা পঢ়ি অমুকে তমুকে মিলালে বিষ-তুল্য হয়, ইত্যাদি বিলাক জানিব পাৰে, কিন্তু মাছে মাটি মাহে খালে ৰোগ হয়, শাকে শাৰে মেথাবা এওঁৱা গাখিৰত লোন দি খাব নেপায়, ইত্যাদি বিলাক শিক্ষা তিকতাৰ জ্ঞান শিক্ষা নহয়নে?

অসমীয়া বিলাক ধনহীন, এওঁবিলাক পুত্ৰ সন্তানকে অৰ্থাভাৱত ভালকৈ শিক্ষা দিবৰ উপৰ নাপাই। ধনহীন বাবেই অনেক লৰাই শক কালতে পঢ়াশালী এৰি পেট পোহাৰ কাৰণ চাকৰীক আশ্ৰয় কৰে! গতিকেই শতকৰা ১ জন কৃতবিদ্য অসমীয়া পোৱাও টান; এনে স্থলত তিকতাৰ উচ্চশিক্ষা কেনেকৈ সম্ভৱ হব পাৰে? পাঠক চকু দুটি মুদি এবাৰ ভাবি চোৱাচোন? তোমাৰ দেশৰ সকলো বিলাক তিকতা খনা, লিলাৱতী বা কালিদাস পত্নী বিদ্যোত্তমাৰ তুল্যা পণ্ডিতা কিন্তু পুৰুষ বিলাক বৰ্ত্তমান যেনে অৱস্থাৰ তেনেই (অৰ্থাৎ বিদ্যা শূন্য), তেনেহলে কেনেকুৱা হব। মহাকবি কালিদাসৰ বিদ্যোত্তমাৰ হাতত যেনে গতি হই ছিল তেনে নহবনে? তেতিয়া সংসাৰাশ্ৰম, কিমান সুখকৰ হই উঠিব তাক এতিয়া বুজিছানে? অতএব প্ৰথমে তোমা-লোকে লিখা পঢ়া শিক্ষা কৰি জ্ঞানী আৰু সৎস্বভাৱাপন্ন

হোৱা তাৰ পাছত তোমালোকৰ সহধৰ্ম্মিনী সকলক শিক্ষিতা কৰিবাইক। এতিয়া তেওঁ বিলাকক লিখা পঢ়া শিকাই এই সুখময় সংসাৰক বিৰভুনা কৰিবলৈ চেষ্টা নকৰিবাইক। প্ৰায় সকলো বিলাক ধৰ্ম্ম শাস্ত্ৰতে কয় যে স্ত্ৰী সকল পুৰুষৰ বামাঙ্গ; বামাঙ্গ যে দক্ষিণাঙ্গতকৈ দুৰ্ব্বল আৰু কাৰ্য্যত অক্ষম তাক সকলোএ জানে। স্ত্ৰী সকলে সন্তান গৰ্ভত ধাৰণ কৰি প্ৰসৱ কৰে কিন্তু সেই গৰ্ভকে পুৰুষৰ সাহায্য বিনা লাভ কৰিব নোৱাৰে, অতএৱ ইয়াৰ দ্বাৰাই স্পষ্ট প্ৰতীয়মান হয় যে স্ত্ৰী সকল সকলো বিষয়তে পুৰুষৰ সাহায্য ব্যতিত স্বতন্ত্ৰা হই থাকিব নোৱাৰে এইয়ে ঈশ্বৰৰ একমাত্ৰ উদ্দেশ্য। ইতৰ প্ৰাণী বিলাকলৈ চাই পাঠিয়ালেও ঈশ্বৰৰ এই উদ্দেশ্য বুজিব পাৰি। চৰাই উৰণীত পক্ষে পুৰুষ পক্ষী চীয়ে তাইক সহায় কৰে। প. শ.

---

## টীকা।

পুৰুষ আৰু স্ত্ৰী দুইও মিলি মনুষ্য জাতি। যদি বাম দক্ষিণ বুলিলে স্ত্ৰী পুৰুষ বুজে তেনে হলে এটা চকু কণা। এখান কান কলা এফাল চুটি এফাল দীঘল এফাল বলী এফাল দুৰ্ব্বলী এনে একন পুৰুষে সংসাৰত যিৰূপে সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰিব যেন জনা যায় সেই ৰূপ সংসাৰ যাত্ৰা নিৰ্ব্বাহেহে প্ৰবন্ধ ৰচকৰ মতে উত্তৰ দেখি। সমাজৰ গোঁতে তাৰি মিয়া তেঁটা বান্ধিবলৈ মত দিছে। কিন্তু যত্ন বিফল। যুক্তি আৰু ন্যায় বিৰুদ্ধ মত দুৰ্ব্বল সুতৰাং চিৰস্থায়ী নহয়।

স,

---

# গাৰোবৃত্তান্ত।

( ৩৯৬ পৃষ্ঠাৰ পৰ )

এতিয়া সামাজিক বন্ধনেৰে জৰপূৰ আমাৰ হিন্দুৰ ঘৰলৈ আহা, চোৱা ভাৰত সতীত্বৰ কিমান আদৰ ও গৌৰৱ! এই সামাজিক বন্ধনৰ নিমিত্তে আৰ্য্য-ৰমণী সতীত্বত জগতৰ আৰ্হি স্বৰূপ হইছে। সতী, সাবিত্ৰী, কৰ্ম্মদেবী, সংযুক্তা। তাৰাবাই ইত্যাদি আৰ্য্য ৰমণী বিলাকৰ দৰে জগদ্বিখ্যাত সতী তিৰুতাৰ নাম আৰু কত শুনিছা? চিতোৰ দুৰন্ত ৰাজপুত তিৰুতাৰ পতিপ্ৰেম দেখি, দুৰন্ত যৱনে অনাথা অৱস্থাত সতীত্বত হস্তক্ষেপ কৰে বুলি জ্বলন্ত জুইত জাকে জাকে তেওঁলোকক জীৱন সমৰ্পন কৰা দেখি দুৰ্দ্দান্ত আলাউদ্দিনৰো চকু স্তম্ভিত হইছিল। পতি-প্ৰেমৰ এনে দৃষ্টান্ত, সতীত্বৰ ইমান গৌৰৱৰ কথা ভাৰতক বিনে আৰু আন কোনো দেশৰ দুকহিত পাৰলৈ নাই। আমাৰ হিন্দু-সমাজতো আৰ্য্য-বিলাকে পাত্ৰী বিশেষে অৱস্থা বুজি স্ত্ৰীক স্বাধীনতা দিছিল। বিদ্যাৱতী তিৰুতাই স্বাধীনতা পালে তেওঁৰ পৰা সমাজৰ উপকাৰ যে হয়, ইয়াকে ভাবি স্ত্ৰী স্বাধীনতাক তেওঁলোকে সমাজৰ পৰা একেবাৰে দূৰীভূত কৰা নাছিল আৰু সেই নিমিত্তেই আমি তেওঁলোকৰ প্ৰকৃত শকুন্তলা ও সাবিত্ৰী আদিৰ ইচ্ছামত বিয়াৰ কথাও শুনো, তেওঁলোক স্বাধীনা আছিল বুলিও প্ৰমাণ পাও, আৰু তেওঁলোকৰ সেই সমকালীন গ্ৰন্থবিলাকতে "নস্ত্ৰী স্বাতন্ত্ৰ্য মৰ্হতি" ইত্যাদি ও শুনো। কিন্তু আৰু পিছৰ গোন্ধ সোপাৰা স্বাধীনা তিৰুতা বিলাকে-ৰাইজৰ আগত চিনি "হৰ—মোহন," "বস্ত্ৰ-হৰণ" "ৰাসক্ৰীড়া" "কুমৰ হৰণ" এই বিলাক

পঢ়িব পৰা তোল কাটি এৰি দিয়া তিৰুতা বিলাকেই সতীত্বৰ মূৰত সাতোটা লাথি মাৰে। এনে অৱস্থাত গাভৰুনীৰ কথা গাঁথি লবই পাৰি। কিন্তু এটি কথা গাভৰুনী অজলা আৰু তাইক শিকাব বতাহে চুকি পোৱা নাই। সুৰূপা আৰু ৰূপ-ধুনৰ ছু পোৱা অশিক্ষিতা বা অলপ শিকা পোৱা তিৰুতাবিলাকেহে ভোগবিলাসৰ দাসী, গাভৰুনীইতে যেতিয়া ৰূপ ধুনৰ ছু নেপায়, লেখা-পঢ়াৰ বাৰ নেপায়' তেতিয়াই অনুমানকে কৰিব পাৰি যে যদিও সিহঁত বৰ সতীও নহয়, অসতীও সিহঁতৰ ভিতৰত কম, আৰু এই অনুমান সম্পূর্ণৰূপে সঁচাও। সিহঁতৰ ভিতৰত ৰিপু উত্তেজক বিলাসী বস্তুৰ প্রচলনো নাই। কিন্তু স্বাভাৱিক হোৱাৰ নিমিত্তেই হওক বা আন্ কোনো কাৰণেই হওক ইহঁতৰ ডেকেৰী বা গাভকাপোৰ লোৱা গাভৰু বিলাকৰ লগত কোনোবাই কচিৎ প্রেমালাপ কৰিলেও সিহঁতৰ মাক বাপেকে তাক গৰ্হিত বুলি বিবেচনা নকৰে। আমাৰ গাভৰুনী বা ঘৰুৱা তিৰুতা বিলাকৰ ভিতৰতকৈ ওপৰ মহলৰ ভিতৰত এই বিলাক নাগৰিক বিলাসৰ প্রচলন নহয়।

ক্ৰমশঃ

শ্রীব, বৰুৱা.

---

# কৃষক।

## ( ছাত্র ৰচনা )।

পৃথিবী সৃজিত হোৱাৰে পৰা আজি পর্য্যন্ত পৰমেশ্বৰৰ আদেশানুসাৰে চন্দ্র, সূর্য্য, নক্ষত্র আৰু আন পদার্থ বিলাকে

নিয়ম মতে প্ৰত্যেকৰ নিৰ্দ্দিষ্ট কাৰ্য্য চলাব লাগিছে। পৃথিবীত কোন এনেকুৱা পৰাক্ৰমশালী জীৱ আছে যে সেই সুনিয়ম লঙ্ঘন কৰিব পাৰে? সেই পৰমেশ্বৰ যে সৰ্ব্বজ্ঞ, সৰ্ব্বশক্তি-মান, স্বৰ্গ ও পৃথিবীৰ শাসনকৰ্ত্তা ও জীৱজন্তু বিলাকৰ পালন-কৰ্ত্তা ও তেঁওবিলাকৰ প্ৰতি দয়াশীল তাক কোনে অবিশ্বাস কৰিব পাৰে? যি মানুহে তেওঁক বিশ্বাস নকৰে সেই মানুহৰ বিষয়ে আলোচনা কৰিব লগীয়া নাই। তেঁওৰ যে সকলোৰে ওপৰত শাসন কৰ্ত্তৃত্ব আছে তাক কোনে অবিশ্বাস কৰিব পাৰে? এনেকুৱা পৰাক্ৰম শালী মানুহ কি এই ধৰণীত জন্মিছিল, জন্মিছে, বা জন্মিবনে?

আহাঁ কি অপূৰ্ব্ব শোভা! সূৰ্য্যদেৱে মহাআনন্দেৰে অপূৰ্ব্ব শোভা ধৰি পুব কালে তেওঁৰ জকমকিয়া মুখেৰে পৃথিবীৰ পুত্ৰ কন্যা সকলক দেখা দিছেহি তেও উদয় হোৱা মাত্ৰেই গাঁৱলীয়া এলেহুৱা মানুহে তৎক্ষণাৎ এলাহৰ সিচিনা তন্দ্ৰৰ শত্ৰু কো পৰাজয় কৰি শয্যাৰ পৰা উঠে। সেই সময়ত খেতিয়ক বিলাকে শস্যৰ নিমিত্ত উদ্বিগ্ন হই, গৰু ও নাঙ্গল লই শীতৰ অথবা গ্ৰীষ্মৰ প্ৰাদুৰ্ভাৱক নগণি পথাৰৰ ফালেদৈ খোপাই যায়, পথাৰ পোৱা মাত্ৰেই সূৰ্য্যৰ অপূৰ্ব্ব শোভা দেখি কৃষকৰ মনত বিস্তৰ আনন্দ হয়, কোনোএ অনুমান কৰিব পাৰে যে কৃষক বিলাকে কৃষিকাৰ্য্য কৰাত বৰ কষ্ট পায়, ও স্বাস্থ্যৰো অলপ ব্যতিক্ৰম হয়, কিন্তু এই ভাবনা অলীক, কোনো মতেই সচা হব নোৱাৰে। কষ্ট পায় হয়, ইকালে কষ্ট নকৰিলেও পেটৰ কালে টান পৰে। মানুহে কয় "দুঃখ নকৰিলে সুখ নহয়।" যি বিলাক মহা-ৰাজাধিৰাজৰ স্বৰ্ণময় সিংহাসনত উপবেসন, স্বৰ্ণময় পালঙ্কত শয়ন, স্বৰ্ণময় পাত্ৰত ভোজন, সেই বিলাকেও দুঃখ কৰিছে

জিলৰ উদৰ পোষণ কৰে, সেই বিলাকৰ ওপৰত কৃষক কি ক্ষুদ্ৰ বস্তু। এটা ক্ষুদ্ৰ কাম কৰিবলৈকো মানুহৰ অপেক্ষাকৃত পৰিশ্ৰমৰ আৱশ্যক হয়, এই পৃথিৱীত এনেকুৱা মানুহ নাই যে পৰিশ্ৰম নকৰে। কৃষিকাৰ্য্যত কোনোমতেই স্বাস্থ্যৰ ব্যতিক্ৰম নহয়। ৰাতি পুৱাই সূৰ্য্যদেৱৰ উদয়ৰ নিমিত্তে পুৱ কালে যে উত্তম শোভা হয়, সেই শোভা কেৱল প্ৰথমেই কৃষকৰ চকুতহে পৰে, অন্য মানুহে মহাসুখে কৰি শুই থাকোতেই যায়, সেই দৰেই তেঁওবিলাকে সেই অপূৰ্ব্ব শোভাৰ পৰা সম্পূৰ্ণ ৰূপে বঞ্চিত হয়, কৃষকৰো শোভা দেখি উৎসাহ ও উদ্যম ক্ৰমে বৃদ্ধি হবলৈ ধৰে। পশ্চিম কালৰ সুকোমল বতাহ খাই অধিক পৰিমাণে কৃষকৰ স্বাস্থ্যও ভাল কৰিবলৈ ধৰে। নগৰৰ বায়ু দূষিত হৈ মানুহক শাৰিৰীক স্বাস্থ্যৰ পৰা বঞ্চিত কৰে কিন্তু পথাৰৰ বায়ু সেই ৰূপ নহয়। সেই বায়ু সুকলি, যদিও পথাৰৰ বায়ু কিছু পৰিমাণে দূষিত তথাপি এফালে উড়ি যায়। পকা ধাননি কেনে সুন্দৰ। পৰিয়হৰ ফুলেই বা কেনে জকমকিয়া। সেই শোভাৰে পথাৰৰ চাৰিও ফাল কেনে সুশোভিত হয়, ৰাতিপুৱা পথাৰৰ শোভা অপূৰ্ব্ব এই সমস্ত শস্য বিলাকৰ আগতে মুক্তাৰ দৰে এটুপি নিয়ৰৰ টোপাইএই বা কিমান শোভা বৰ্দ্ধন কৰে? এই বিলাক প্ৰথমেই কৃষকৰেই চকুত পৰে। কৃষকৰ কেনে আন্তৰিক সুখ সন্তোষ আৰু স্বচ্ছন্দতা। বাস্তৱিক বিবেচনা কৰি চাবলৈ গলে কৃষক ভিন্ন সুখী আৰু কোনো নাই। কৃষকেই হে যথাৰ্থ সুখভোগী। কৃষকৰ চাৰিও ফালে সুখ, প্ৰথম স্বাস্থ্যসুখ দ্বিতীয় প্ৰকৃতিৰ শোভা দৰ্শন সুখ, তৃতীয় অন্নসুখ চতুৰ্থ শস্য সংগ্ৰহৰ পাচত তাৰ ভোগ সুখ। সেই কাৰণেই পূৰ্ব্বৰ পণ্ডিত সকলে কৃষকৰ "কিৰিষণা" বুলিছে। কৃষি

পৰাই আমাৰ যাবতীয় ভোগৰ বস্তু পোৱা যায়। সেই কাৰণেই কৃষি আৰু কৃষক দুইও আদৰণীয়।

উ, ম,

---

## যৌবন আৰু বৃদ্ধাৱস্থা।

দেখা পৰমেশ্বৰৰ। কিবা মহিমা বিস্তৰ।
এই লোক সকলৰ। কাল হ'লে যৌৱনৰ।
কাম ক্ৰোধ আদি ছয়। ৰিপুৰবশত ৰয়।
সাংসাৰিক কাৰ্য্য যোগে। লিপ্ত থাকে নিৰন্তৰে।
স্বজন পালন লয়। দ্বিজনৰ সেৱা হয়।
একে ভাবে তাৰ প্ৰতি। সকলে শ্ৰদ্ধা ভকতি।
পাই হেন চক্ষু দ্বয়। তাৰ গুণ দেদেখয়।
পাই এই যুগ পদ। —তাৰ অপূৰ্ব্ব সম্পদ।
দেখিবাক পাবাহই। বীৰমদে মত্ত হই।
হ বি এই বাক্ শক্তি। তাৰ সবলৈ প্ৰকৃতি।
এই হেতু দয়াময়। কৰি অনুগ্ৰহ চয়।
শেষ হলে এই কাল। দেখা দিলে বুঢ়া কাল।
স্নেহে কৌশলৰ বলে। গুছালে ৰিপু সকলে।
যেতিয়াই বুঢ়া অতি। নাহিক বুদ্ধি শকতি।
যৌৱন কালত কৈ। ক্ৰমে আছে ক্ষীণহই।
ৰসন শক্তি জিবাৰ। লুপ্ত হয় আৰু তাৰ।
নাকৰ ঘ্ৰাণ শকতি। নাথাকয় তীক্ষ্ণ অতি।
শ্ৰৱণ শক্তি কাণৰ। নাথাকে তত প্ৰখৰ।
এই মতে আৰু যত। ইন্দ্ৰীয়ৰ বশ যত।
সবাকে বিৰত কৰি। ৰাখিছাহে যত্ন কৰি।

ঈশ্বৰক ভাবা সতি। তেনে হ'লে পাবা গতি।
তোমালোকে এই কালে। ঈশ্বৰক মাতাখিলে।
হে! প্ৰিয় বন্ধুগণ। সবা তাক অনুক্ষণ।
পাই যাহা সদ্ গতি। তাক কৰিলেহে স্তুতি।

ক, ব,

---

# বিধবা-বিলাপ।

১

বাঢ়িছিলোঁ সাদৰত মাতৃৰ কোলাত।
ফুৰিছিলোঁ ৰঙ্গমনে পিতৃৰ সাক্ষাত।
ভোগিলোঁ অমৃত ফলে মাতৃস্ত চুহিয়া।
দুঃখ মোমো পাৰে নাই আছিল চাহিয়া।

২

যিবা মোজে পিতৃ স্নেহে দেন্ত বেচি কিনি।
সাপাদে জীয়াই মোমো হৈব অভাগিনী।
পিছি উঠি সমনীয়া সখিৰ লগত।
ৰূপ গুণ গজুয়াই ফুৰিলো গৰ্ব্বত।

৩

পিতৃ মাতৃ সদা মোৰ কাৰ্য্যক আপেক্ষি।
মোৰ অনুৰূপ দৰা ফুৰিছিল দেখি।
ভাল বাচি পিতৃ যত্ন দেন্ত মনমত।
তাকো কাদি চিৰি পেলাই দিছিলো বস্তত।

৪

মোহত সেথাই তাত আছিলো ডাঙৰা।
স্নেহে মাতৃ দুৱাইছিল আৱক সাজিলা।

কৰ্ত্তব্য কাৰ্য্যক নিশিকিলে মোৰ আই।
ধৰিবস্ত ক্ৰোধভাৱ মুখত দেখাই॥

৫

মহা ধনে মৱো নিন্দিছিলো তাসবাক।
মুহূৰ্ত্তেকে নেভাবিয়া শেষৰ দশাক॥
বৰ আনি পিতৃ মোক বিবাহক দিলা।
উত্তৰৰ সুখ ইচ্ছি বিত্তৰ পূজিলা॥

৬

পতিগৃহে যাওঁতে আই কান্দিলা বিস্তৰ।
মোৰো পিতৃ মাতৃ শোকে দহিলে অন্তৰ॥
ভাল ভাল দ্ৰব্য মাতৃ বিচাৰি আনিয়া।
গৃহে আসি মোক দিয়ে হাসিয়া হাসিয়া॥

৭

শুদ্ধভাৱে পতিপদ পূজি কতকাল।
ছিলোঁ সুখে হায় বিধি পাতিলা জঞ্জাল॥
অকালে কৰালে মোৰ বুক হৰস্তে চিৰি।
কোন মতে পতি মোৰ নিলে বধি তিৰি॥

৮

নিজ কাৰ্য্য যথামতে সমাপিলা পতি।
মৰমৰ মাতে মোক মাতে হৃষ্ট মতি॥
অমীয়া মাতত অভাগিনী মুগ্ধ হৈয়া।
নিজ পুতেকক দিবো কোলত তুলিয়া॥

৯

লক লক চুমা দিয়া পুত্ৰৰ গালত।
“ মোৱা ” বুলি কণে দিহ মোহোৰ হাতত॥

সুখ দুঃখ বার্ত্তা শুনি শুনি যোত হত্তে।
পুত্র বুকে বান্ধি পতি শুব শুরুখবে॥

১০

মহাযত্নে ভোজন কৰাই আনধৰি।
আছিলো পতিক সদা, হায়! গ'লা এৰি॥
কোনে তনু পুত্র-মুখে চুমি কোলে লব।
কান্দিলদে পুত্রে, কোনে "লোৱা" বুলি দিব॥

১১

মাটিত বাগৰে যিতো ছিলে তনু বুকে।
কোনে পুত্তো কবে প্রাণ ফুটে মোৰ শোক॥
কোলে তুলি দিউ মৌ খুৱাই তুলিছিলা।
এবে দিব খাম বুলি ভোকত মৰিলা॥

১২

যৈতে মিত্রা আসে তৈতে পড়িয়া থাকয়।
সাব পাই পুত্রে তনু কোনা বিচাৰয়॥
হেই হেই যায় যাত পাবে দিনে ৰাতি।
কলৈ গ'লা প্রভু মোৰ হিয়া যায় ফাটি॥

১৩

কাক দিলা তনু প্রিয় পুত্র যবিনীক।
ক'ত থলা ঐশ্বর্য্যক সুবর্ণ মাণিক॥
অসময়ে কলৈ গলা মোক এইত ভাজি।
থাকিম কাৰ মুখ চাই অন্ধকাৰ আজি॥

১৪

ক্রুৰ বিধি কিয় এনে দুঃখ মোক দিলি?
প্রিয় বন্ধু প্রিয় জন প্রাণ কিয় নিলি॥

এই পাপে কোনো জন্মে তোর মুক্তি নাই।
কোন মতে মোর মোর দুঃখ আছ চাই॥

১৫

বিলাপ নকৰা দেখি বিধি মোহে দোষী।
প্রকৃতির ধর্ম ইতো জানিবা বিশ্বাসী;
সেহি কারণে হে জীব দুঃখী সুখী হয়।
ধৈর্য্য ধৰা সুখ দুঃখ চক্রত ঘুৰয়॥

শ্রী বে, ব,

## বিজুলী।

জগতক হাঁহিবে বুৰাই,
মম প্রাণ নয়ন জুড়াই,
স্বৰগৰ শোভা দেখুৱাই,
চক্ মক্ চিক্ মিক্ কৰি,
জীৱৰ জীৱনী-তেজ হৰি,
কিয়হে বিজুলী তুমি
ঘনে ঘনে ঘূমি ঘূমি
লুকুৱা লুকুৱা দেখী মেঘৰ বুকত?
সক-সৰা যেনেকুৱা ঘৰৰ চুকত।
কোৱা চোম কোৱা দেখী কোৱা,—
কাৰ ভয়ে ঈদৰে লুকুৱা?
কাৰ ভয়ে ঈদৰে সদাই,
জগতৰ চকু চমকাই,
তভালিকে দেখা দিয়া,
তভালিকে মাৰ বোঁৱা,

আকউৱা তুমি আছি চকু বন্ধ কৰা,
জগতত যেনি দিয়া ৰূপৰ নিজৰা ?
কিবা কাৰবাৰ সৈতে প্ৰণয় কৰিছা ?
কাৰবাক মন প্ৰাণ হৃদয় সঁপিছা।
তাকে কি চাবৰ মনে
এই দৰে বনে বনে
মেঘৰ বুকৰ পৰা মুখ উলিয়াই,
পৰাণ সঁপিছা যাক সিজনক চাই,
চকুএ চকুএ পৰি,
লাজতে কি এনে কৰি,
স্বৰ্ণলতা যেন দেহ ঢাকিছা মেঘত ?
কিবা অভিমান কৰি লুকুৱা ঠৈহত ?
নতুবা তোমাৰ কোনো নগৰীয়া আছে
এই পৃথিৱীৰ ওপৰত ?
তাৰেই কি লইতে ইদৰে
নগৰীয়া প্ৰণয়ৰ ভৱে
বনে বনে আছি এনেক'ই
" হুহুতা " " হুহুতা " বুলিক'ই
খেলিছা লুকা-ভুমুকা মেঘৰ আঁৰত ?
তাতেইহে হাঁহা মনে সুখৰ ভাৰত ?
নতুবা তুমিও সেই উৰ্ব্বশী অপ্সৰা
আৰ্য্য কবি কল্পনাৰ উচ্চ ৰূপ ধৰা ?
হন্তীৰ তাদৰ চেষ্টত
ইন্দ্ৰ আদি দেৱৰ আগত,
ৰূপেৰে ভুলাই দেৱ পুৰী
নাচিছা কি মনে তুমি ঘূৰি ?

তাৰেই কি এস্থতি ওলাই
জগতক দিচেছি চৌই ?
তাৰেই কি এস্থতি ওলাই
জগতক ইদৰে চকাই ।
কেন্বো চোন কোন্বা দেবী কোন্বা—
তুমিএ উর্ব্বশী সেই হোৱানে মোহোৱা !
নতুবা কি তুমি কোনো দেৱতাৰ বালা ।
বাত হেৰুৱাই আছি পৃথিবী ওলালা ?
পিছে জানো মেঘে দেখাপাই
খাপ মাৰি দিলে উকুৱাই ?
তাতে কি বিজুলী তুমি ঘনে
পলাবৰ চেষ্টাকৰি মনে,
চকি চকি ইদৰে ওলোৱা,
মেঘৰ গাজনী শুনি আকৌ পলোৱা ।
মুর্ত্তিৰূপে তুমিএ কি আই !
কান্দি কাটি হোঁৱা মৃত প্রাই ?
যিহ'ক সিহ'ক দেবী আঁহা এটা বাৰ ; -
ৰবিবা সি অধিয়াৰ খাৰ,
মেখোৱা সি স্বর্গৰ দুৱাৰ,
খজোৱা সি প্রণয়ৰ তাঁৰ
আঁহা বুলি আঁহা এটাবাৰ ;
দেখি মোৰ মন প্রাণ চকু
আনন্দত পূর্ণ হ'ক বুকু
দেখি মোৰ অন্তৰ আতমা
শান্তিৰ কোলত তই বিশ্রাম লওক ;
আঁহা দেবী আঁহা, এটাবাৰ ।

এনেকুৱা মন মোহা হাঁহি
দিলে কোনে তোমাৰ মুখত ?
এনেকুৱা ৰূপহৰ বাহি
দিলে কোনে তোমাৰ বুকত ?
কোৱা চোন কোৱা দেৱী কোৱা
কাৰ কালে এনেক'ই চোৱা
কাৰ কালে এড়ি এনে কটাক্ষৰ শৰ,
পলোৱা বা কৰি চুৰ কাৰ মন-ধন ?
তোমাৰ হাঁহিটী মোৰ বড় মিঠা লাগে,
হাঁহা দেৱী হাঁহা এটীবাৰ ;
সদাই সি হাঁহি মোৰ হৃদয়ত জাগে,
হাঁহা দেৱী হাঁহা এটীবাৰ,
সি হাঁহিয়ে হৃদয় জুড়াই.
হাঁহা দেৱী হাঁহা এটীবাৰ,
শিৰে শিৰে তাড়িতৰ সোঁত বই যাই ;
হাঁহা দেৱী হাঁহা এটীবাৰ ।
সি হাঁহিৰ লগে লগে হৃদয় পুষ্পিত
সুখ-ফুল ফুলি মন কৰে আমোদিত ,
অন্তৰাত্মা সি হাঁহিৰ লগে,
নাচি নাচি উঠে উল্লাসতে ;
—সি হাঁহিৰ লগে লগে হৃদয় তন্ত্ৰীত
ললিত-পঞ্চম বাজে অতি সুললিত ।
আহা দেৱী আহা মোৰ হৃদয়ত লওঁ;
হৃদয়ৰ হৃদয়ত, দিন ৰাতি অবিৰত,
সাজিছো বিধান কথা, পাইছো বিধান বাথা.
ভুগিছো বিধান দুখ, লভিছো বিধান সুখ

এটী এটী কৰি দেখী সকলোটী কও ;
—হৃদয়ৰ তলা যেনি সকলো দেখাও ;
শিলা সম দুখ ভাৰ কিছু পাতলাও ;
আহাঁ দেৱী আহাঁ দেৱী আহাঁ,
হৃদি আসনত বহি সি হাঁসিটী হাঁহা ।
ইরূপ হাঁহিটী হায় হায় !
—দেখি যাক পৰাণ জুড়াই—
অসুৰৰ জিবা কোনে কয় ?
যি কয় সি মানুহ নহয় !
ই হাঁসি যে স্বৰগৰ হাঁহি !
ই হাঁসি যে কুসুমৰ পাহি !
ই হাঁসি যে অমিয়াৰে ভৰা,
স্বৰগৰ শোভাৰ নিজৰা !
হায় হায় ভাব যোন মৰ্ত্ত্য ভুবনত
কি বুজিব, উঠে যি তৌ প্ৰাণৰ সোঁতত ! শ্ৰীহ,

---

## প্ৰকৃতি ।

সংসাৰৰ আদি শক্তি বিশ্বৰ জননী
ভূলোক দ্যুলোক ভুবলোক [illegible]বিনী
ব্ৰহ্মাণ্ডৰ মূলাধাৰ
অনন্ত দেহ তোমাৰ
অনন্ত আকাশো যথা বুকৰ বুকত
ঈশ্বৰৰ ছায়া তুমি মৰ্ত্ত্য ভুবনত ।
যত জীৱজন্তু চয়
তোমাতে উদ্ভৱ হয়
তোমাতেই পুনি সকলোএ লয় পায়

জনম মৰণ স্থিতি তোমাৰে কৃপায়।
তোমাৰ কৃপাতে আই
জীৱে জীৱ শক্তি পাই ;
তোমাৰ কৃপাতে সূৰ্য্যে পৃথিবী ধৰিছে ;
গ্ৰহ উপগ্ৰহে সৌৰ জগত ৰচিছে।
তুমি এই একে'ই
বিচিত্ৰ প্ৰকৃতি ল'ই
সংসাৰৰ মাজে আছি লুকি থাকিয়া
মাহ পক্ষ ঋতু আনি ধৰাক পোহিছা।
তুমিএই ফুলনীত
ফুলকলি অগণিত
—গোলাপ, টগৰ, বেল, বকুল, মালতী—
ফুল্যাই সুগন্ধ দিয়া মধুৰ হাঁহিটি।
তুমিএই বিশ্বৱাণী
বীৰ বায়ু মাতি আনি
নাচে নাচে ফুলনীত বলাই ফুৰিছা ;
ঘৰে ঘৰে সুগন্ধৰ যোগান ধৰিছা
তুমিএই একে'ই
পক্ষীৰ মাতত ল'ই
তানে মানে সুমধুৰ গীতটি শিকোৱা,
তুমিএই একে'ই গাবলৈ কোৱা।
তুমিএই দূৰবীণা
পুখুৰিত বাণ দিয়া
সূৰ্য্যৰ ৰশ্মীক আনি পদুম ফুলোৱা
সৌৰভ জগতে উঠি দশো দিশে যোৱা।
তুমিএই সন্ধ্যা বেলা

রূপৰ পোহাৰ যেনা
থাপে থাপে আকাশক ভৰাবে সজোৱা
চন্দ্রৰ বিমল কৰে জগত বুকুৱা ।
তুমিও কটকী হ'ই
চকোৰক কোঁৱা গ'ই—
উঠিল আকাশে জোন ; কৰা সুধাপান ;
ৰজনীগন্ধাৰ মুখে কৰা হাঁহি দান ।
চন্দ্রকৰ ধৰি ধৰি
তুমিএই এনেকৰি
মুকলি কৰিছা গ'ই ভেটৰ পাহিটী ;
ঢালিছা মুখত তাৰ কোমল হাঁহিটী ।
তোমাত বাহিৰে আই
জগতত একো নাই
সকলোৰে মূল তুমি সকলোৰে সাৰ
কি পাম তোমাৰ আই মহিমাৰ পাৰ ?
ক্ষণে ধৰা মৃদুভাৱ
ক্ষণে বা ভৈৰৱ ৰাৱ
উগাৰি কৰিছা আই নিস্তব্ধ থবাক
ক্ষণে বা মুদিছা প্রাণ বিস্তাৰি শোভাক ।
ক্ষণে হোৱা দয়াৱতী,
ক্ষণে বা নির্দ্দয়া অতি,—
হিয়া-ধুনী মৰিলেও উভতি নে চোৱা ;
বুবুজো তোমাৰ আই ই কি ভাৱ ; কোঁৱা ।
দিনৰাতি অবিৰত
বহি কবি-হৃদয়ত
কিয়নো কৰিব আগে হৃদয় খুলিছা

মুকুলা শবিৰ তাৰ ফুলাই তুলিছা !
কিয়বা ইমবে আই
সুৰত সুৰ মিলাই
কবিএ কান্দিলে আই তুমিও কান্দিছা
হাঁহিলে বা কিয় আই তুমিও হাঁহিছা !
কবি হৃদি আকাশৰ
সুবিমল শশধৰ
কবি গতপ্ৰাণা আই ঈশ্বৰৰ ছায়া
বুবুকো বুবুজো দেখী তোমাৰ কি মায়া !
হৃদিৰৰ আগে থাক
উছগী দিলা ধৰাক
কোন মতে আজি তাক দিলা বনবাস ,—
ফুলা ফুল কলিটীক কৰিছা বিনাশ !
যি ঠাই, হৃদিৰ আগে
ফুলৰ বিবিধ ৰাগে
ৰঞ্জিত হইছে ; যত বসন্ত বিৰাজে
কি মতে মজোঁৱা তাক শশানৰ মাজে !
য'ত নিঃশঙ্কিত মনে
প্ৰমোদ কুসুম বনে
প্ৰেমৰ ফুলৰ দুটি হাঁহিছে ফুলিছে,
সংসাৰৰ বাহু জ্ঞান সকলো ভুলিছে,
কোন মতে আজি তাত
ভমোৱা বাধৰ মাত—
ভমোৱা হাতীৰ এই কঠোৰ গৰ্জন
কি মতে ভাঙিলা সেই প্ৰমোদ কানন !
যি ভাবত এদিনত

স্বৰ্গ মৰ্ত্ত্য পাতালত
কৰিলে বিস্তাৰ ৰাজ্য বাহুৰ বলত
সি ভাৰত আজি কিয় দুঃখে অৱনত।
—যি কথা কহিছা আই
কথা তাত হানি নাই
নকৰো যেজাৰ তাত নহও কাতৰ
আশাক কৰিম বাণী হৃদয় পটৰ;
ভাবিম ভাৰত ভূমী
হব সেই আৰ্য্য ভূমী
অৰ্জ্জুন ভীমেও আহি জনম ধৰিব
কালৰ গতিৰ লগে সকলো ঘূৰিব,
ভাবিম সি আৰ্য্য মুনি
পবিত্রি ভাৰত ভূমী
সংযত মনেৰে বহি নিৰ্জ্জন বনত
ভাবিব আকউ আহি আৰ্য্য ভবিষ্যত।
সকলোতে এনেক'ই
আশাক বুকত ল'ই
দুখৰ কোলাত আনি সুখ বহুৱাম।
দুখৰ তেজেৰে আই লেখনী ধুৱাম।
দেখিলে দুখৰ ছায়া
মাতিম সুখৰ মায়া
আশাৰ তৰীৰে দুখ সাগৰ তৰিম
নিৰ্জ্জীব প্ৰাণত পুনি শক্তি সঞ্চাৰিম।
কিন্তু আই হায়! হায়!
সেই যে তুলনা নায়
সেই যে কোমলা দপি কোমল মধুৰ,

কুটিলতা দ্বেষ হিংসা প্ৰবঞ্চনা দূৰ,
    কোৱা চোন কোৱা আই
    লিবা কি দিবা ভুলাই
প্ৰকৃতি বিশ্বৰ ৰাণী বিশ্বৰ জননী
সেই অনুপম মোৰ সোমৰ জীৱনী !
    সেই মোৰ লৰা কাল
    সুখৰ পূৰ্ণ ভঁড়াল,
দুখ কাক বোলে হায় নেজানো মনত
ফুলিছিলো পাৰিজাত সংসাৰ বনত ;
    ইন্দ্ৰিয়ৰ উত্তেজনা
    নাছিল জীৱন-টনা
সোচোৰে চিন্তাৰ বিশ্ব-দাহী পোড়নীয়ে
আশাৰো লোভৰ চোপ দুখত শিপিয়ে !
    তেনেহুৱা লৰাকাল
    বিকালে সকলো ভাল
বি কালে চাৰিও কালে লগৰীয়া মোৰ
গছ লতা বন ফুল নদী গিৰি বোৰ
    যাৰ মুখলৈকে চাঁও
    তাৰেই আদৰ পাঁও
তাকেই আপোন বুলি কত চুমাখাও
যাকে পাঁও তাকে ক্ষুদ্ৰ হৃদয় বিলাও ! !
    তেনে লৰা কাল হায়
    সুঁৰি হিয়া কাটি যায়
প্ৰকৃতি প্ৰাণীৰ প্ৰাণ প্ৰদায়িনী আই !
পাৰকি পাৰকি হায় পাৰকি ভুলাই ! ! !

শ্ৰীৰ.

# বাৰি বিজ্ঞান।

## দ্বিতীয় পৰিচ্ছেদ।

জলৰ দ্বাৰাই কল চলাব পাৰি। সমুদ্ৰ গৰ্ভৰ পৰা মুক্তা আৰু ডুবা জাহাজৰ বস্তু তুলিবলৈ, আৰু, নদী পুকুৰিণী সমুদ্ৰৰ পৰা জল তুলি আন ঠাইলৈ নিবলৈ অনেক যন্ত্ৰ জলৰ সহায়তাৰে প্ৰস্তুত কৰা হইছে। জলৰ মাজত কোনো বস্তু অতি অলপ বলেৰে লৰ চৰ কৰিব পাৰি। নাদৰ পৰা কলহত পানী তুলি আনোতে যি পৰ্য্যন্তে পানী ভৰোৱা কলহ পানীত থাকে সেই পৰ্য্যন্তে তাক সহজে তুলিব পাৰি। পানী এৰিলেই তাক গধূৰ পোৱা যায় আৰু আনোতে অধিক বল লাগে।

জলে সইতে যাৰ সমান আপেক্ষিক গুৰুত্ব সি জলত থাকিলে সহজে তাক লৰ চৰ কৰিব পাৰি। সেই কলহৰ ওপৰত তাৰ ওপৰৰ জলে যিমান হেঁচা দিয়ে তাৰ তলৰ জলেও সিমান হেঁচা দিয়ে। কলহ তুলি আনোতে ওপৰৰ পানীৰ ভাৰ অতিক্ৰম কৰিবলৈ অলপ বল মাত্ৰ লাগে। কিয়নো তলৰ জলেও তাক ওপৰলৈ হেঁচি দিয়ে। জলৰ কোনো বৰ্ণ বা আস্বাদন নাই। যি বস্তুৰে মিশ্ৰিত হয় তাৰ বৰ্ণ আৰু আস্বাদন সি পায়। জলৰ কোনো আকাৰো নাই যি বস্তুত থাকে সি সেই বস্তুৰ আকাৰ ধাৰণ কৰে। পৃথিবীৰ ওপৰত থকাৰ কাৰণে তাক পৃথিবীৰ দৰে সমান আকাৰ যেন দেখি। লোটা বা আন পাত্ৰত থাকিলে তাক সেই পাত্ৰৰ আকাৰ যেন দেখি। কিন্তু আন বস্তুৰ পৰমাণু যেনে ঘূৰণীয়া জলৰ পৰমাণু বোৰো তেনে ঘূৰণীয়া বুলি পণ্ডিত সকলে সিদ্ধান্ত কৰিছে। হাইড্ৰজন (জলজান) অক্‌সিজন

( অম্লজান ) এই দুটা বায়বীয় পদাৰ্থৰ দ্বাৰা জলৰ উৎপত্তি হয়। নানাবিধ তৰল বস্তু একত্ৰ কৰিলে সেই বোৰে আপোন আপোন আপেক্ষিক গুৰুত্ব অনুসাৰে এটাৰ ওপৰত এটা থাকে। এই কাৰণে পাৰা বা ৰস, জল আৰু তেল একেলগ কৰিলে ৰসৰ ওপৰত জল আৰু তাৰ ওপৰত তেল থাকিব। জলৰ ধৰ্ম্মই প্ৰায় আন বোৰ তৰল বস্তুবো ধৰ্ম্ম।

---

## মোৰ চিন্তা।

এই বয়সতে যদি এতেখনি হ'ল
আগলৈ নো তেনে হলে কি থাকি ব'ল।
অসীম অপাৰ মূৰ্ত্তি দুঃখ দেৱতাৰ
এটাও নৰ'ল বাকি দেখিছোঁ এবাৰ।
দক্ষৰূপ কালৰূপ আৰু যত আছে
এটা এটা ধৰি তেঁও মোক দেখা দিছে।
কিন্তু মূৰ্ত্তি সেইবোৰ যদিও বিকট
আছিল অলপ তাত ভৰসাৰ ছাট।
যদি চকু দুটা দেখি মনে লাগে ভয়
কথা শুনি কিছুমান বুকে সাহ হয়।
কোনো মূৰ্ত্তি দেখিলেই প্ৰাণ উৰি যায়
কিন্তু আচৰণে জীৱ আহে পুনৰায়।
এতিয়া দেখিছোঁ যিটো অতি ভয়ঙ্কৰ
দেখি থৰ থৰ কৰি কঁপিছে অন্তৰ।
কোনো অংশে তাৰ মোক আশ্বাস নিদিয়ে
যি কেবা আছিল তাকো কাঢ়ি কাঢ়ি নিয়ে।
হায় এই বাৰ দেখোঁ তল বাঁও নাই

কি উপায়ে কেনেকৈ প্ৰাণ মোৰ ৰয়।
ভয়াবহ ভীষণ মূৰতি বিপৰ্য্যয়
এই বাৰে মোৰ কাণে সমাপতিত হয়।
কি মন বড় দেখোঁ। ভয় দেখো তোৰ ?
মাজাম কিমান আছে সাহ বুকে মোৰ ?
মনত কৰিবি চোন সেই বোৰ দিন
যেতিয়া আছিলো মম পদ পাখী হীন।
পলাবলো বল নাই ভৰি নোহে থিৰ
উড়িব নোৱাৰো মোৰ নিপাখী শৰীৰ।
সেই সময়তো সাহে হিয়া বান্ধিছিলো
কেতিয়াও এনেকুৱা বিহ্বল নহলো।
শিল বৰষুণ কত ধুমুহা বতাহ
ভয় দেখুৱাই মোক গল যাহে যাহ।
তাকো ইতিকিং কৰি দিছো উৰুৱাই
কাকো মম কেতিয়াও ভয় কৰা নাই।
অগণিত মথিলো প্ৰহ্লাদৰ দৰে
জীৱ দান পালোঁ মম সাগৰ উদৰে।
বাঘৰ মুখতো মম সাহ বুকে ধৰি
হাহিছিলোঁ কতবাৰ প্ৰাণ মম ভৰি।
হায় আজি সেই হাহি কত দূৰ হল
এই মূৰ্ত্তি দেখি চোন দূৰে চলি গল।
হায় মম পুনৰায় সেই দৰে ভয়
এতিয়া যো এনেকৈ কিয় কৰ ভয় ?
প্ৰাণ ভৰি মম যেদি হাহ একবাৰ
খেলক চকুত আহি হাহিৰ আকাৰ।
হৰষত হৰষিত হ'ক তোৰ চিত

হাঁহিৰ ৰহণে গাল হ'ক সুৰঞ্জিত।
উঠক উজ্বলি বুকু দহ হাত হই
মুক্তা যেন জিলিকক দাঁত ৰই ৰই।
সাঁজবেলা পুৰ্ণিমাৰ জোনৰ নিচিনা
সুপ্ৰসন্ন হই মুখ জ্বলক দুগুণা।
হাঁহি ৰঙ্গীয়াল কথা দুটি এটি কৰা
এই দৰে চৌপৰনি আৰু যে থাকিবা।
ভয় কিবা ভীৰু মন সাহ কৰ সাৰ
জানিবি দুখেৰে ভৰা ইস্তৰ সংসাৰ।
যত কাল প্ৰাণ থাকে নোৱাৰ এড়াব
দুখৰ হাতৰ পৰা নোৱাৰিবি যাব।
আজি কালি তোৰ তেনে আছে বুদ্ধিবল
আগৰ নিচিনা তয় নহয় দুৰ্ব্বল।
গজিছে এতিয়া পাখী ঢাকি সৰ্ব্ব গাত্ৰ
সুদৃঢ় শকত আৰু তোৰ দুই পাৱ।
লড়িব উড়িব পাৰ পাৰ সাঁতুৰিব
পলাব লুকাব কিম্বা উঠি যুজ দিব।
তেও কিয় শঙ্কা ভয় কৰ এই বাৰ ?
বান্ধ বুকু এই সব কৰ পৰিহাৰ।
যা মন যা উঠি সংসাৰৰ সোঁতে
আছে কিছু কিছু সুখ যাৰ যেই বাটে।
অকল দুখৰ কতো নাইকিয়া ঠাই
যতে তাৰ সমাগম সুখো ততে যায়।
দুখ সুখ যজা হই জনম ধৰিছে
গলে গলে সিহঁতক সাবুৰিও দিছে।
কাকো কেও কেতিয়াও নোৱাৰে এড়াব

এটা গলে আন টোও লগে লগে যাব।
মানুহর জীবনক আছে দুইও ধৰি
হকসাই পড়িযায় দিয়ে যদি এড়ি।
দুখক খেদিব গলে সুখো খেদা খাই
দুখ বিনা সুখ কত কোনে দেখা পায়।
এতেকতে মন তয় এড়ি পেলা ভয়
সাহ কৰি সুব যদি হব জয় জয়।

স, ব,

---

তলত লেখা মহোদয় আৰু মহোদয়া সকলে বন্ধুলৈ যোৱা বছৰত প্রবন্ধ পঠাইছে। সেই সকলক আমি কৃতজ্ঞ চিত্তে ধন্যবাদ কৰিলোঁ।

| | |
|---|---|
| শ্রীযুত ৰ, বড়া সি. ই,। | শ্রীযুত লম্বোদৰ বড়া বি-এ। |
| ,, লক্ষ্মীনাথ বড়া। | ,, নবীনৰাম ফুকন। |
| ,, ৰবিনাৰায়ণ বড়া। | ,, নৰনাথ মহন্ত। |
| ,, ৰত্নেশ্বৰ মহন্ত। | ,, লক্ষ্মীনাথ বেজবড়ুৱা। |
| ,, হৰপ্রসাদ চুবুৰা। | ,, মুজিবদ্দীন আহমদ। |
| ,, কৰুণাভিৰাম বড়ুৱা। | ,, মহেন্দ্রনাথ মিত্র |
| ,, সত্যনাথ বড়া। | ,, পূর্ণকান্ত শৰ্ম্মা। |
| ,, হেমচন্দ্র গোস্বামী। | ,, নাৰায়ণ শৰ্ম্মা বিদ্যাভূষণ। |
| ,, ৰুদ্ৰৰাম বড়দলৈ। | ,, কালী কিশোৰ ৰায়। |
| ,, ভোলানাথ দাস। | ,, কমলাকান্ত ভট্টাচাৰ্য্য। |
| ,, দেবীচৰণ বড়ুৱা | |

শ্রীমতী পদ্মাৱতী দেৱী ফুকননী।
বড়ুৱা কুমাৰী শ্রীমতী স্বৰ্ণলতা দেৱী।

# আসাম-বন্ধু।

## মাসিক পত্ৰ।

"নচ জ্ঞানাৎ পৰং বলম্।"

দ্বিতীয় খণ্ড। ] চত-বহাগ শক ১৮০৭-৮, ইংৰাজী ১৮৮৬। [ ৩য়-৪ৰ্থ সংখ্যা

## আগৰ দিন এতিয়াৰ দিন।

### ক্ৰীড়া-কৌতুক।

কোনো এজনা চিন্তাশীল লোকে কইছে কোনো মানুহ বা জাতিৰ ক্ৰীড়া আৰু কৌতুক কি জানিব পাৰিলেই সেই জাতি বা সেই মানুহৰ উচ্চতা জানিব পাৰি। জাতীয় প্ৰকৃতি অনুসাৰে ক্ৰীড়া কৌতুকৰ সৃষ্টি কৰা হয়।

আমাৰ মানুহ প্ৰায় কৃষিজীৱি, সেই কাৰণে আমাৰ ঘৰ খেমালিও সেই জীৱনৰ উপযুক্ত। সাধাৰণ পক্ষে আমাৰ চৌপট বা পাশা, পঁচি, বাঘবোল, পাঞ্জি বা যোগল পাঞ্জি বা যোগল পাঠান, জোল মোজোল, বৈকুণ্ঠ যাত্ৰা খেল বহি খেলোৱা হয়। দুজন বা চাৰিজনে বহি ইয়াক খেলায়। চৌপট আৰু বৈকুণ্ঠ খেলা বিনে ইবোৰক মাটিত আঁক মাৰি

খেলোয়া হয়। সৰা বুঢ়া সকলোএ ইয়াকে খেলে। বিশেষকৈ বিহুৰ সময়ত ইয়াৰ মাৰত পঁচি খেলিবই লাগে। পঁচি খেলিলে বছেৰেকটৈল খুব নিৰ্বিবাদ। লঁৰা বিলাকৰ মাজত খিলা আৰু কড়ি খেলোয়া, লুকাভাকু খুটা সলোয়াসলি হাউ বা হাউগুডু, গুটীগুটী, হাতত ধৰা, লৰালৰি কৰা, জঁপি ওয়া ও যুদ্ধ কৰা খেমালি চলিত। গছত উঠা, চিকাৰঁাদ, বেজীসিও সিও প্ৰভৃতি খেল প্ৰসিদ্ধ। কথাৰ হলে সেন খেলা এটা প্ৰধান হয়। সামাজিক কৌতুকৰ ভিতৰত ও নাম গোয়া, বিহুত ঢোল টকা বজাই নচা, ভাৱনা কৰা, পদ গোয়া, তাল খোল লই গায়ন বায়ন গোয়া, ঢোল ডগৰ লই বজোয়া, নচা আৰু ভাৱ কৰা, খঁৰ দিয়া, বিয়াহৰ গীত গোয়া আৰু শুনা ওজা পালী গোয়া আৰু শুনা প্ৰধান। সাধু কথা শুনা এটা উৎকৃষ্ট আমোদ। বহুয়ালী কৰা, টোকাৰি, বামকবতাল, চেবেঙ্গাৰ, কটা বাঁহত কড়িবে বজাই গীত গোৱা ও এটা আমোদ। ছোয়ালী বিলাকৰ হলে চেন খেলোয়া, ধূলী মাটীৰে বস্তা বঢ়া কৰা, গুটীলদা খেলোয়া, ফুল ফুলতি খেলোয়া, নাম গোয়া, বিয়াৰ শিও অভিনয় প্ৰধান আমোদ। কোনোএ আকৌ সৰা পুতলিৰ বিয়া, ভেকুলিৰ বিয়া পাতিও খেমালি কৰে। ছাত্ৰ সকলৰ মাজত শ্লোক-যুদ্ধ এটা প্ৰধান কৌতুক। বিহুৰ সময়ত মঁহ যুঁজা এটা সামাজিক ক্ৰীড়া। কামৰূপত ভখলি তলা, টাঙন যুদ্ধ প্ৰভৃতি কেত বোৰ বীৰ যুদ্ধৰ খেল আছে। এই সকলতকৈ আৰু অনেক বিধ খেমালি আছে। চঁতৰ বিহুত গধুলি ঢোল, টকা বজাই ঘৰে ঘৰে হুচঁৰি গোয়া এটা সাময়িক কৌতুক। বিবিলাক খেমালি আছে তাৰ সকলোৰে উদ্দেশ্য আছে। তাৰে দুটা মানৰ কথা লেখো। বেজীসিওসিও।

কেইটামান লৰাই হাতত ধৰাধৰিকৈ এটা লৰাক বেঢ়ি ধৰে। বেঢ়ি ধৰা লৰাটো হাত দাঙি বেঞ্জীসিও সিও কৈ এটা ল'ৰাৰ ওচৰলৈ যায়—সি কয় নিলিৰি নিলিৰি। ইকেইটা ল'ৰাই সেই ল'ৰাটৰ চাৰিও পিনে ঘূৰি থাকে। ইটো সেই দৰে বেঞ্জীসিও সিও কৰে। পাছে মাজৰ লৰাটো এবাৰ হুল চাই ছুটা ল'ৰাৰ মাজেৰে লৰ মাৰি যায়। ইয়াৰ উদ্দেশ্য মহত। এই সংসাৰ চক্ৰত নানা বিঘ্ন বাধা। যিকালে চোৱা সেই কালেই বিঘিনি আৰু বাধা। সকলো কালে সেইৰূপ বিঘ্ন আৰু বাধাই বেঢ়ি ধৰে। চতুৰ লোকে সেই সকলো বোৰ পাৰ হই যায়। ইয়াৰ দ্বাৰা এই সংসাৰৰ আদৰ্শ পাই আৰু সৎ শিকনি পোৱা যায়। পঁচি আৰু চৌপষ্ট পেলোৱাৰ দ্বাৰা এজন ধৈৰ্য্যা হলেও নিজ বাহুবলে আপনাৰ ঘৰৰ পৰা ওলাই নানাদেশ ভ্ৰমণ আৰু নানা কাৰ্য্য কৰি সংসাৰত জয়ী হই নিজৰ ঠাইলৈ ঘোৱাৰ আদৰ্শ পোৱা যায়। বাঘে বা হিংসক লোকে নিৰ্দ্দ্ গৰু মৰা আৰু প্ৰাণীহিংসা কৰাতো নানা ছলেৰে তাক বধ কৰাৰ উদাহৰণ বাঘবোলত পোৱা যায়। সংসাৰত কেন্ত বোৰ এনে মানুহ আছে যি কেতিয়াবা প্ৰকাশ্যে কোনো লোকৰ পক্ষ নহই অথবা কেতিয়াবা তেনে পক্ষ হই সংসাৰত তোল নোতোল কৰি থাকে তাৰ উদাহৰণ তোল নোতোল খেলাত পোৱা যায়। হাতী বা হাতী-ঘড়ুত একে উপায়ে বা বাৰে বিমান কাৰ্য্য কৰিব পাৰি তাৰ আদৰ্শ পোৱা যায়। নানা লোকে সইতে সমাজ পাতি বা পক্ষ হই আৰু অভৰ সহায় লোৱা যে আৱশ্যক তাৰো উদাহৰণ ইয়াত পোৱা যায়। সমাজবদ্ধ হলেও নিজৰ বাহুবলেই যে প্ৰধান তাৰো পটন্তৰ বাবি।

হুল হুলতি—এই খেলটো ছোৱালি বিলাকে খেলে।

ওচৰা ওচৰিকৈ তিনি সাৰি গুটী দীঘলীয়াকৈ থয়। তাতে তৰ্জ্জনী আৰু মধ্যমা এই দুটা আঙুলি গুটী বোৰৰ চাৰিও পিনে কোনো গুটী নোছোৱাকৈ ঘূৰাই আনিব লাগে। ইয়াৰ তাতপৰ্য্য এই যে ছোৱালী বিলাকে শহুৰ ভাই শহুৰ আন লোকে সাৰিপাতি বহি ভাত খাওঁতে বস্ত বাটি দিয়াৰ শিক্ষা পোৱা যায়। সকলোকে বস্ত বাটিও দিব লাগে অথচ কাকো চুৱও নালাগে। সংসাৰত এই সকল নানাবিধ লোকৰ সইতে থাকিবও লাগে কাকো চুৱও না লাগে। কাৰো লিপ্ত হব নালাগে। চেন খেদোৱাৰ দ্বাৰাই উপাৰ্জ্জিত ধন ভগণ কৰি সঞ্চয় কৰাৰ উদাহৰণ পোৱা যায়। যি ধন সাচিব নোৱাৰে সি মাৰ খায়। অৰ্থাৎ সংসাৰত দুঃখ পায় আৰু অপদস্থ হয়।

ছোৱালী বিলাকে তাত্ৰ বহ্না আৰু দবা পুতলীৰ বিয়া পতা ইত্যাদি স্বভাৱতেই ক্ৰীড়া কৰে। কিয়নো গৃহকাৰ্য্যই তিৰুতাৰ প্ৰধান কাৰ্য্য; পুহ মহীয়া একো একো চুবুৰিৰ লৰাই নদীৰ বা আন পানী কাসবিয়া ঠাইত থান কেৰৰ মেজী বা ঘৰ সাজে। বিহুৰ আগ দিনা গধূলি সেই লৰাবোৰে ভোজা ভোজিকৈ বস্ত গোটাই ভোজ খায়। কেতিয়াবা আনৰ কেৰ কাঠ বাঁহ প্ৰভৃতি চুৰকৈ আনে। বিহুৰ দিনা প্ৰাতসতে সকলোএ স্নান কৰি মেজী বা ঘৰত জুই লগাই পুৰায়। এই ঘৰৰ নাম ভেলা ঘৰ বা হোম ঘৰ বা মেজি ঘৰ। ভাদ মহীয়া চতুৰ্থীৰ চন্দ্ৰ নষ্ট চন্দ্ৰ, ইয়াক চালে কলঙ্ক হয়। দৈবাৎ দেখিলে মানুহৰ ঘৰত দলিয়াই গালি খাব লাগে আৰু স্যমন্ত হৰণ পুথী শুনিব লাগে। বিহুৰ পূৰ্ব্বৰ দিনা উৰুকা। পাৰ্দ্দ দিনা তিৰুতামতা সকলোএ মাছ মাৰিবলৈ যায়। মাছ মৰাও এটা বড় আমোদ। ৰাতিৰাৰ পানীত পঁহ উঠি আহে

অথবা কোনো টীলা বা বড়ি ঠাইত থাকে। তাতৈকে অনেক লোকে লাঠি আঠীলই মাৰিবলৈ যায়। এই এটা প্রধান আমোদ।

ৰজাৰ বিনে আন ঠাইত দুর্গোৎসৱ নহয়। কামাখ্যা বা আন দেৱী দেৱালয়ত দুর্গোৎসৱ হয়। তাতো ৰজাৰ নামে সংকল্প হয়। বড় বিষয়া আৰু কোনো চিহ্নিত লোক বিনে আনে ঘটস্থাপন কৰি দেৱী পূজা কৰিব নোৱাৰে। কি জানি ৰজাৰ ৰাজ্য দেৱীৰ বৰত আনে লয় এই প্রধান আশঙ্কা। দোল যাত্ৰা বা ফাকুৱাও সেইৰূপ। শিৱৰাত্ৰি পূজা, মদন চতুৰালি, জন্মাষ্টমী প্রভৃতি পূজা ৰজা ঘৰত আৰু থান বা দেৱালয়ত হয়। সেই সময়ত বিশেষ আমোদ হয়। কামাখ্যাত মাৰহই বা বিষহৰি পূজাত বৰ আমোদ হয়। দেওধনী উঠে। পুহমহীয়া দেৱীৰ পুংসৱন উপলক্ষে বিশেষ পূজা আৰু আমোদ হয়। আহাৰ মাহৰ ৭ দিন যোৱাৰ পৰা ১১ দিনলৈকে অম্বুবাচী বা আমতী। এই সময়ত পৃথিৱী ৰজস্বলা হয় বুলি প্রসিদ্ধ। ফলে এই সময়ৰ পৰা বৰ্ষা কাল আৰম্ভ। আৰু পৃথিৱীএ শস্য ধাৰণ কৰিবলৈ উপযুক্ত হয়। মাঘৰ বিহু আৰু চ'তৰ বিহু এই দুটা প্রধান উৎসৱ আৰু আমোদৰ সময়।

---

## ৰজনী।

(পূৰ্ব্ব প্রকাশিতৰ পাছে।)

(১২)

ৰজনী মিলনে ক্রমে নিস্তব্ধ ভুবন;  
শিশুগণ ত্যক্ত কৰি জনক জননী,  
কোনোএ ক্রন্দন এড়ি, এড়ি কোনো জন  
আনৰে খুটিয়াখুটি, ত্যজি হাস্য ধ্বনি,

( ১৩ )

নিদ্রার কোমল কোলে এক এক কবি
পড়িয়াছে ঢলি এবে অচিন্ত অন্তরে ;
নাহি গৃহ চিন্তা, মনে নাই ধড়ফড়ি,
নাই পাপ-ধনে আশা, নাচাপে ওচর ।

( ১৪ )

সংসার জঞ্জাল যত ; চিন্তাহীন সবে।
সদা মাত্র এক ভাব প্রত্যুষে উঠিয়া
কিমতে যাইব আন সহ উবলিবে,
কিমতে লইব ধুলি সর্ব্বাঙ্গে লেপিয়া ;

( ১৫ )

হায়রে সরল শিশু, তোমবার দিন
সুখ দিন ; হর্ষে নিদ্রা যোয়া এহিকালে,
সংসারে সুযোগ এই । গলে কিছু দিন,
পড়িবা সবেও অতি বিষম জঞ্জালে ।

( ১৬ )

তাহার প্রমাণ আছে নিজ নিজ ঘরে ;
তোমর নিদ্রিত ঘরে সহর্ষে শয়নে,
বর্ষিয়ানগণ দেখা বসি কিবা করে ;
গৃহ কার্য্য কথা মাত্র উচ্চারে বদনে ।

( ১৭ )

কেহোঁ কহে "ক্ষেতি ধান নহল ইবার,
মরিব লাগিব হায় খাইবে মাপাই—
অহা বছরত" ; কহে কোনোএ "আমার
বিবা ছিলে গরু বঁহে চুকাইলে যাই ।"

( ১৮ )

রহোতে আবরি নাশি কোনো কোনো জন
পড়িছে শয্যাতে, কিন্তু নিদ্রা লেশ নাই ;
ভাগি পল রব ষাব পড়ে ররধুণ
ভাবিছে উপায় তার বিনের জপাই।

( ১৯ )

পরর চাকরী করি কত কত জন,
—এই শ্রেণীভুক্তবেসে সংখ্যাও অধিক—,
ঘর ঘর দেহ হই মলিন বদনে,
শয়নে পড়িয়া নিজে ভাবে ধিক ধিক।

( ২০ )

প্রভুর সন্তোষ হেতু কত যে যতনে
করে কার্য্য ক্লেশ সহি ; তেও বারবার
প্রভুর কর্কশ বাক্য পশয় শ্রবণে,
হিতে বিপরীত,—হায় যন্ত্রণা অপার—।

( ২১ )

প্রাণপণ ষত্ন পরিশ্রম অনিবার,
ললাট পতিত আর বিন্দু বিন্দুজল,
কঠিন প্রভুর পাশে সকলো অসার,
একেবার বাক্যে হোরে সকলো বিফল।

( ২২ )

এইরূপ কত চিন্তা করি মনে মনে,
প্রভুর হৃদয়ভেদী বাক্য সব স্মরি,
জলিছে পুড়িছে হায় পড়িয়া শয়নে ;
হয়তো কারোবা অশ্রু পড়ে দর দরি।

( ২৩ )

দিবসিক শ্রমে শ্রান্ত হই এতক্ষণ,
সবেও আনন্দে কত শুব লাগিছিল ;
সি মুহি অসীম কষ্টে বিষাদিত মন,
ভাবিছে জনম ধিক প্রাণ পাপশীল।

( ২৪ )

কেতিও নিদ্রিত শিশু ইরূপ চিন্তাব
আছে কিবা অধিকাব তোসব মনত ?
তোৱা কি ইসবে ধাৰী ? শৰীৰ বিস্তাব
কবি, সুখে শুইয়াছা পড়ি শয়নত।

( ২৫ )

সিকাবণে কওঁ শিশু তোসবাৰ দিন
সুখ দিন ; হর্ষে নিদ্রা যোৱা এইকালে,
সংসাৰে সুযোগ এই। গলে কিছু দিন,
সবেও পড়িবা অতি বিষম জঞ্জালে।

* * ক্রমশঃ

শ্রীতঃ

---

# ঘৈণীৰ কর্ত্তব্য ও স্ত্রী-শিক্ষা।

## সম্বন্ধ ও ব্যবহাৰ বিচাৰ।

আজি আমি এটি গুরুতৰ বিষয়ৰ আলোচনা কৰিম—তিৰুতাৰ লগত গিৰিয়েকৰ কি সম্বন্ধ আৰু তেওঁলোকে দুয়ো দুয়োকো কেনেকৈ ব্যৱহাৰ কৰিব লাগে এইয়ে তাৰ মূল।

ঘৈণীৰ গৰাকীৰ ঘৰত বহুত বিলাক বকৰা লোক আছে, সকলোতকৈ যে পতিৰ লগত তেওঁৰ সম্বন্ধ গুৰু তাক উহ-

কিওৱা অনাৱশ্যক। ব্ৰাহ্মণ আৰু শূদ্ৰাদিৰ অলপ বিনে আমাৰ ইয়াত প্ৰায় গাভৰু ছোৱালীকেহে বিয়া দিয়ে। এই গাভৰু বিলাকে বয়সৰ লগে লগে পতিৰ সম্বন্ধ বুজি আহে। ব্ৰাহ্মণৰ ছোৱালী ১২।১৩ বছৰতে—যি বয়সত লৰাই মছুৱা টকালি মাৰি, ধিতিঙালি কৰি ফুৰিয়েই দিন কটায়—ঋতুমতী হই গিৰিয়েকৰ ঘৰলৈ যায়। ইয়াৰ কোমল বয়সত বহুত দুৰবাত বহুতে এই সম্বন্ধটি বুজি নেপায়। মহৰ্ষি মনু আৰু বেদব্যাসে পতিৰ লগত তিৰুতাৰ কি সম্বন্ধ তাক সুন্দৰৰূপে বুজাই গইছে। আমাৰ ছোৱালী জীয়াৰী বিলাকে এই বিলাক সাৰগৰ্ভ বচন কণ্ঠস্থ কৰি ৰাখিব লাগে। মহৰ্ষি মনুৱে কইছে—

"নাস্তি স্ত্রীণাং পৃথগ্‌যজ্ঞো নব্ৰতং নাপ্যুপাসনাঃ
"পতিং শুশ্ৰূষতে যত্তু তেন স্বৰ্গে মহীয়তে।"

অৰ্থ। তিৰুতাবিলাকৰ বেলেগে এটো যজ্ঞ নাই, এটো ব্ৰত বা উপাসনাদি নাই। পতি শুশ্ৰূষা কৰিলেই তেওঁলোক স্বৰ্গবাসিনী হয়।

ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ শ্ৰীকৃষ্ণ জন্ম খণ্ডত মহৰ্ষি বেদব্যাসে পতিক তিৰুতাবিলাকে কেনেকৈ ভাবিব, তাক উদ্দেশ কৰি এই দৰে কইছে—

"পতিৰ্ব্বন্ধু গতিৰ্ভৰ্ত্তা দৈবতং গুৰুৰেৱ চ।
সৰ্ব্বস্মাচ্চ গুৰুঃ স্বামী ন গুৰুঃ স্বামিনঃ পৰঃ॥
পতিসেৱা ব্ৰতস্ত্ৰীণাং পতিসেৱা পৰন্তপঃ।
পতিসেৱা পৰং ধৰ্ম্মঃ পতিসেৱা সুৰাৰ্চ্চনং॥
পতিসেৱা পৰং সত্যং দানতীৰ্থাদ্ভুতীৰ্থকং।
সৰ্ব্বদেৱময়ঃ স্বামী সৰ্ব্বদেৱময়ঃ শুচিঃ॥
সৰ্ব্ব পুণ্যাশ্ৰয়শ্চ পতিৰূপী জনাৰ্দ্দনঃ।

যা সতী ভৰ্ত্তুৰুচ্ছিষ্টং ভুংক্তে পাদোদকং সদা।
তস্যাদৰ্শ সুপস্পৰ্শং নিত্যং বাঞ্ছন্তি দেৱতাঃ ॥

অৰ্থ "পতি এই তিৰুতাৰ বন্ধু পতি এই গতি, পতি এই গুৰু। তিৰুতাৰ স্বামীত কৈ গুৰু নাই, স্বামীএই তেওঁৰ পক্ষে সকলোত কৈ শ্ৰেষ্ঠ গুৰু। পতি সেৱাই তিৰুতাৰ ব্ৰত পতিসেৱাই পৰম তপ, পতিসেৱাই দেৱপূজা। পতিসেৱাই দান তীৰ্থ সত্য সকলো—স্বামী সকলো দেৱ স্বৰূপ, পবিত্ৰ। তিৰুতাৰ পক্ষে পতি জনাৰ্দনস্বৰূপী কিয়নো তেওঁ তিৰুতাৰ সকলো পুণ্যৰ গৰাকী। যি সতী তিৰুতাই স্বামীৰ পাদোদক আৰু উচ্ছিষ্ট ভোজন কৰে, দেৱতাবিলাকেও তেওঁৰ দৰ্শন স্পৰ্শন কামনা কৰে।"

এতিয়া ভাবি চোৱা বাওকহোঁন, তিৰুতাৰ পক্ষে সিবি-সেকৰ মহৰ্ষি বেদব্যাসে কিমান উচ্চ স্থান দিছে। ইহ জীৱনত যত সৎকাৰ্য্য আছে, দান, তীৰ্থ, পুণ্য, সিবিএক যদি সকলোএই হব লাগিল, পতি পূজাই যদি তিৰুতাৰ দেৱপূজা হব লাগিল, পতি যদি সাক্ষাৎ জনাৰ্দন ৰূপী হব লাগিল, তেনেহলে মুঠতে ইয়াকে কোৱা উচিত যে ইহ-লোকত পতি তিৰুতাৰ পক্ষে মূৰ্ত্তিমন্ত 'ঈশ্বৰ' স্বৰূপ। এই হবে বৈনী সকলক পতিৰ গুৰুত্ব বুজাই বুজাই লাহে লাহে কি নিমিত্তে নো পতি স্ত্ৰীৰ এনে ভক্তিভাজন তাকো এঠাইত কইছে। তিৰুতাই সদাই পতিৰ পৰা সেই বিলাক আকাঙ্ক্ষা কৰিব আৰু পাবলগে। সেই পুৰাণৰ প্ৰভৃতি খণ্ডত মহৰ্ষি বেদব্যাসে কইছে—

"ভৰণাদেৱ ভৰ্ত্তাস পালনাৎ পতিৰুচ্যতে।
শৰীৰেশাচ্চ স স্বামী কামদাৎ কান্ত উচ্যতে ॥
বন্ধুশ্চ সুখদানাচ্চ প্ৰীতিদানাৎ প্ৰিয়ঃ পৰং।

ঐশ্বর্য্যদানাদীশশ্চ প্রাণেশাৎ প্রাণনাথকঃ ॥
রতিদানাচ্চ রমণঃ প্রিয়ো নাস্তি প্রিয়াৎ পরং।
পুত্রস্ত স্বামিনঃ শুক্রাজ্জায়তে তেন স প্রিয়ঃ ॥
শতপুত্রাৎ পরঃ স্বামী কুলজানাং প্রিয়ঃ সদা ॥"

"স্ত্রীকে ভরণ করার নিমিত্তে পিবিয়েকর নাম ভর্ত্তা, পালন করার নিমিত্তে তেওঁর নাম পতি, সুখদান করার নিমিত্তে তেওঁ বন্ধু, প্রীতিদান করার নিমিত্তে তেওঁ 'প্রিয়' ঐশ্বর্য্যদান করার নিমিত্তে "ঈশ" প্রাণর গরাকীর নিমিত্তে "প্রাণনাথ" রতিদান করার নিমিত্তে তেওঁ "রমণ"। পতিত কৈ তিরুতার আন একো প্রিয় নাই (অর্থাৎ হব নেলাগে), স্বামীর শুক্রর পরা পুত্রোৎপত্তি হয় দেখিএই পুত্রও তিরুতার প্রিয়। কুলকামিনী বিলাকর এশ পুত্রেকত কৈও স্বামী প্রিয়তর।

"নচাপত্য সম স্নেহঃ" সংসারত অপত্য স্নেহর সমান স্নেহ নাই। কিন্তু তিরুতার পক্ষে পিরিয়েকেই এশ পুত্রেকত কৈওপ্রিয়তর। আহাকি কঠিন স্নেহ! আজি কালির বসর বাও লগা নবীনা গাভরু কেই জনাই পিরিয়েকক এনে গভীর স্নেহর চকুরে চায়নে? হরি হরি সময়র কি পরিবর্ত্তন আজি কালি স্নেহ মুখতেই অন্ত। অবশ্য, এনে কতকতো আছে যি পতিকে সর্ব্ব সুখর মূলীভূত বুলি বিবেচনা করে, কিন্তু অলপ সংখ্যার বাবে এই সৎপ্রবৃত্তির কালে চার্ণ বোলা। ভার্য্যাক যি জনা পিরিয়েকে আজি কালি "জীৱনর যোৱা পাথ" করিব পারে, এটীয় সেই জনার পক্ষে যে তেওঁর পিরিয়েক "ভাৰ্য্যা' আরু "সেবিকা", সেই গৃহস্থেই যৌপীর মুখত এনে প্রকিতসুখকর সম্বোধন শুনিবলৈ পাই; নিজক কৃতার্থ বুলি বিবেচনা করে; কিন্তু যেহ, ইমান গভীর স্নেহ আরু ভক্তি, মহর্ষি সকলে যি স্নেহ আরু ভাবর কথা কইছে,

সেই বনা গৃহস্থকো তেনে স্নেহ আৰু ভক্তিভাবপূৰ্ণ চকুৰে তেওঁৰ ঘৈনীএ চায়নে নেচায় তাক ঘৈনীৰ মনে আৰু জগদীশ্বৰে জানে, আমি তাত হস্তক্ষ ট কৰিব নোৱাৰোঁ।

মহৰ্ষি ব্যাসে স্ত্ৰী-পুৰুষৰ ভিতৰত যি গুৰুতৰ সম্বন্ধ দেখুৱাইছে সংসাৰৰ ভিতৰত একেজনৰ শৰীৰতে কাৰো লগত ইয়াতকৈ ও ডাঙৰ সম্বন্ধ নাই। অকল যে তিৰুতাই পুৰুষক কেনে বিবেচনা কৰিব তাকেহে কইছে এনে নহয়, ঠাই বিশেষে স্ত্ৰীৰ প্ৰতি পুৰুষৰ কৰ্ত্তব্যকো বিশেষৰূপে আলোচনা কৰিছে আমি তালৈ গলে, আমাৰ বৰ্ত্তমান বিষয়ৰ বাট হেৰুৱায়। জ্ঞানীলোকে কয় পুৰুষ ভাল হলেইহে তিৰুতা গুণৱতী হয়। যি পুৰুষে নিজৰ তিৰুতাক গুণৱতী কৰিবৰ মন কৰে, আগেইএ তেওঁ নিজৰ স্বভাৱ শুদ্ধ কৰি লোৱা উচিত তিৰুতাৰ পৰা ভক্তি আকাঙ্ক্ষা কৰিলে, নিজে ভক্তিৰ উচিত পাত্ৰ হব লাগে। গুণৱতী, সতী আৰু পতি পৰায়না তিৰুতাই পতিৰ দুৰ্ম্মতি দেখিলে, সেই দুৰ্ম্মতি দূৰ কৰি নিজৰ সৎস্বভাৱেৰে পতিক সুপথগামী কৰি লবও লাগে। দুৰ্ভাগ্যক্ৰমে কাৰো ভাগ্যত অসৎপুৰুষ পড়িল বা পিতৃ মাতৃৰ বাচনিৰ দোষত, বা তেওঁলোকে স্বভাৱ চৰিত্ৰাদিলৈ মন নকৰি অৰ্থকে মুখ্য বস্তু বুলি ধৰি ছোৱালীৰ সুখ হব বুলি বিবেছনা কৰি যদি কোনো কুচৰিত্ৰ পুৰুষক নিজৰ ছোৱালী দিয়ে, তেনেহলে ছোৱালীএ নিজৰ অদৃষ্টক দোষি সেই পুৰুষক সুপথগামী কৰিবৰ নিমিত্তে নিজৰ জীৱনৰ সুখ আৰু সম্ভোগ উচৰ্গাকৰিবলৈকো শিকিব লাগে। গিৰিয়েক কুচৰিত্ৰ হলেই যে ঘৈনীয়েকৰ ঘৃনাৰ পাত্ৰ হয় এনে নহয় মহৰ্ষি মনুএ কইছে।

বিশীলঃ কামবৃত্তোবা গুণৈৰ্ব্বা পৰিবৰ্জ্জিতঃ।
উপচৰ্য্যঃ স্ত্রিয়া সাধ্ব্যা সততং দেৱৱৎ পতিঃ।

মনু ৫ম অঃ ১৫৪

গিৰিয়েক কুচৰিত্ৰ, কামুক বা গুণহীন হলেও সাধ্বী তিৰুতাৰ পক্ষে সদাই দেৱৱৎ সেৱনীয়।

গিৰিয়েক যেনেই কি নহওক তিৰুতাৰ পক্ষে সদাই তেওঁ পূজনীয়। তেওঁ সংসাৰত সুখ কামনা কৰিলে সদাই গিৰি-য়েকৰ মন যোগাই চলিব লাগে। মনু এ কইছে

পতিং যা নাভিচৰতি মনো বাগ্দেহ সংযতা।
সাভৰ্ত্তৃলোকমাপ্নোতি সদ্ভিঃ সাধ্বীতি চোচ্যতে॥

মনু ৫ম অ ১৬৫

কায়মনো বাক্যে যি জন তিৰুতাই গিৰিয়েকক কেতি-য়াও উলঙ্ঘন নকৰে, তেওঁ স্বামী লোক প্ৰাপ্ত হয়, আৰু সজ্জন সকলে তেওঁক সাধ্বী অৰ্থাৎ সতী তিৰুতা বোলে।

গিৰিয়েকৰ জীৱদশাত এই মতে ব্যৱহাৰ কৰিবলৈতো লেখিছেই, মহৰ্ষি মনুএ গিৰিয়েক মৰিলেও বৈধৱীয়েকে তেওঁৰ প্ৰতি ভক্তি দেখুৱাবলৈ দিছে। স্বামী পৰলোক পালেই যে স্ত্ৰীপুৰুষৰ সম্বন্ধ গুছিল, মহৰ্ষি সকলে সেইমতে নকয়। আৰু বাস্তৱিকেও পবিত্ৰ-প্ৰেম-বন্ধন এনে একবেকীয়া নহয়— যাৰ প্ৰাণৰ লগত প্ৰাণৰ মিল হইছে আত্মাই আত্মাই মিলিছে, প্ৰাণ বায়ুৰ লগত মৰিবৰ নিমাই কেতিয়াও তেওঁ লোকৰ সাংসাৰিক সম্বন্ধৰ অন্ত পৰ নোৱাৰে। গিৰিয়েক জীয়াই থকাত যেনেকৈ তেওঁ ভাল পোৱা কাৰ্য্যকে কৰি থকা বৈধৱীৰ উচিত, মৰিলেও তেওঁ জীয়াই থকাৰ মতে সদাই তেওঁ ভাল পোৱা কাৰ্য্যকে কৰি থাকিব লাগে। যথা ঃ—

পাণিগ্ৰাহস্য সাধ্বী স্ত্ৰী জীবতো বা মৃতস্য বা।
পতিলোকমভীপ্সন্তী নাচৰেৎ কিঞ্চিদপ্ৰিয়ং॥
মনু ৫ম অঃ ১৫৬

পতি লোক বাঞ্ছা কৰা তিৰুতাই গিৰিয়েক জীয়াই থাকিলে কি মৰিলেও কেতিয়াও তেওঁৰ কিঞ্চিতো অপ্ৰিয় কাৰ্য্য নকৰিব।

যিসকলক মহাজ্ঞানী মুনি সকলে ইমান উচ্চ স্থান দিছে, সেই পুৰুষৰ প্ৰতি ঘৈনীএ কিৰূপ ব্যৱহাৰ কৰিব লাগে তাক অনুমান কৰিয়েই লব লাগে। সংসাৰৰ ভিতৰত কাৰো শৰীৰত একেবাৰে ইমান বিলাক ভাৰৰ ভাৰ নাই—জন্মদাতা, শিক্ষা-দাতা, দীক্ষাদাতা—তিৰুতাৰ পক্ষে গৃহস্থেই সকলো, আৰু গৃহস্থই সকলোতকৈও পূজনীয় আৰু ভক্তিভাজন।

আমি প্ৰাচীন মত সংগ্ৰহ কৰি ঘৈনীৰ কৰ্ত্তব্য বুজাবটৈন ধৰাত বহুতে আমাক ইতিকিং কৰিব পাৰে, আৰু মুনি সকলে কঠোৰতাৰ শিকলিৰে আমাৰ ঘৈনীসকলক একেবাৰে জড়-পুৰ কৰি থাকি, বৰ পক্ষপাতিৰ আৰু অন্যায়ৰ চিনাকি দিছে বুলি, আমি তেওঁ লোকৰ মতানুবৰ্ত্তী হোৱাত বহুতে আমাৰ বিপক্ষ অবলম্বন কৰিব পাৰে, কিন্তু যিবিলাকে এনে কৰে তেওঁলোকৰ নিচেই ভ্ৰম; আমাৰ ঋষি সকলে তিৰুতাক বৰ উচ্চভাৱেৰে চাই ছিল। মহৰ্ষি মনু এ কইছে :—

পিতৃভিৰ্ভ্ৰাতৃভিশ্চৈতাঃ পতিভিৰ্দেবৰৈস্তথা।
পূজ্যা ভূষয়িতব্যাশ্চ বহু কল্যানমীপ্সুভিঃ॥

বহুত ধনসম্পত্তি আকাঙ্ক্ষা কৰা বাপেক, ভায়েক, গিৰিয়েক আৰু দেওৰেক বিলাকৰ উচিত যে তিৰুতা বিলাকক পূজা আৰু বস্ত্ৰালঙ্কাৰেৰে ভূষিত কৰে।

যত্ৰ নাৰ্য্যস্ত পূজ্যন্তে ৰমন্তে তত্ৰ দেৱতাঃ।
যত্ৰৈতাস্ত ন পূজ্যন্তে সৰ্ব্বাস্তত্ৰাফলাঃ ক্ৰিয়াঃ॥

যত নাৰী বিলাকক পূজা কৰে, সেই কুলত দেৱতা বিলাক প্ৰসন্ন হৈ থাকে—যত নাৰী বিলাকক পূজা কৰা না যায় সেই কুলৰ সকলো ক্ৰিয়া নিষ্ফল।

কেনে উচ্চভাৱেৰে তিৰুতাসকলক ব্যৱহাৰ কৰিবলৈ লেখিছে! এই বিলাক বচন পঢ়ি আৰু কোনেও কব নোৱাৰে যে মুনি সকলৰ অন্তৰত কোনো কুসংস্কাৰ আছিল।

জীৱনৰ প্ৰথম ভাগতে কেৱল তিৰুতা বাপেকৰ অধীনত থাকে। ই নিতান্ত কম সময়—প্ৰায় বাৰ বছৰ। এই বাৰ বছৰ অতীত হলেই ভবিষ্যতলৈ যিমান দিন জীয়াই থাকে, সিমান দিনৰ নিমিত্তে তিৰুতা গিৰিএকৰ বশবৰ্ত্তিনী হয়। জীৱনৰ যি সময়ত জ্ঞানৰ বিকাশ, কাৰ্য্যকাৰী শক্তিৰ উন্মেষ, আনন্দ, শোক দুঃখাদি মানসিক প্ৰবৃত্তি বিলাকে সম্পূৰ্ণৰূপে মনত কাৰ্য্য কৰিব পাৰে—সেই ভাগৰসময়তেই যি জনৰ তলত, ইচ্ছাৰ অধীনত, সংসাৰত তেওঁ দেৱতাস্বৰূপ। মাক বাপেকে জন্ম দিলে—জিয়ৰীক এই নিমিত্তে বাপেক মাকলৈ যথোচিত ভক্তি দেখুৱাবও লাগে। তিৰুতা ছোৱালীৰ জন্মই লোকৰ নিমিত্তে—মাক বাপেকে শিক্ষা দিয়ে লোকৰ নিমিত্তে, শাহুৱেকৰ ঘৰত সেই শিক্ষা আৰু স্বভাৱৰ সফলতা যি জনী ছোৱালীএই প্ৰমাণ কৰিবলৈ পাৰে, মাক বাপেকৰ পক্ষে সেই জনী ছোৱালীএই সোণৰ মহুৰা। মাক বাপেকৰ প্ৰতি জিয়েকৰ কৰ্ত্তব্য ভক্তিতে অন্ত—স্নেহ আৰু বাধ্যতাদি আনুষঙ্গিক প্ৰবৃত্তি বিলাক ভক্তিৰ সৰাই ওপজে। যত ভক্তি কৰা যায় এনেকৈ ভক্তি কৰোঁতাৰ অন্তৰত স্বভাৱতই এটি স্নেহ হয়, আৰু তাৰ আৰু-

ৰসিক মানসিক প্ৰবৃত্তি কেতবিলাক সেই দেহৰ সমস্ত যোগহই ভক্তি-ভাজন জনটৈ ধাপ খায়। গুৰুক শিষ্যে ভক্তি কৰে; গুৰুক শিষ্যৰ আগত গালি পাৰিলে সাই সহিব, বা গুৰুএ কোনো বৰ প্ৰধান পাচিলে শিষ্যই সকবাটৈক থাকিব নোৱাৰিব। তিৰুতাই পতিক সকল ভক্তি কৰিলেই নহব। গিৰিয়েকটৈ ভক্তি, প্ৰেম আৰু এক প্ৰাণতা দেখুৱাই তিৰুতাৰ প্ৰধান কৰ্ত্তব্য। গিৰিয়েকৰ কাৰ্য্যক নিজৰ কাৰ্য্য, গিৰিয়েকৰ কথাক নিজৰ কথা, গিৰিয়েকৰ প্ৰাণক নিজৰ প্ৰাণ, মুঠতে গিৰিয়েকক নিজৰে ভিন্ন শৰীৰ বুলি বিবেচনা কৰি এক প্ৰাণতা আৰু আত্মোৎসৰ্গ কৰা তিৰুতাৰ সমস্ত কৰ্ত্তব্যৰ ভিতৰৰ এটি প্ৰধান অঙ্গ। তাৰ পাছত ভক্তি। তিৰুতাই প্ৰথমেই গিৰিয়েকটৈ অন্তৰত ভক্তি সাচিব লাগে। পোজে পোনেই এক প্ৰাণতা শিকা বৰ টান। আগেই ভক্তি কৰিবটৈ শিকিব লাগে। ভক্তিত তিৰুতাই গিৰিয়েকৰ নিজৰ গুৰুৰ দৰে বিবেচনা কৰি সদাই তেওঁটৈ সশঙ্কিত হই থাকিব লাগে, সদাই তেওঁৰ সদুপদেশৰ বাধ্য হই চলিব লাগে, সদাই তেওঁক নিজৰ জীৱনৰ গৰাকী বুলি বিবেচনা কৰি "প্ৰাণেশ্বৰ" শব্দৰ প্ৰকৃত অৰ্থৰে তেওঁটৈ ব্যৱহাৰ কৰিব লাগে। এই দৰে ভক্তি কৰিবটৈ শিকিলেই আগত কৈ-অহাৰ দৰে ভক্তিৰ সঙ্গে২ অন্তৰত ভক্তি-ভাজনটৈ স্নেহৰ সঞ্চাৰ হবটৈ ধৰে। ভক্তিৰ পাছত প্ৰেম। এই স্নেহেই প্ৰেমত পৰিণত হয়। অন্তৰত প্ৰেমভাৱ সঞ্চাৰ হলে বা প্ৰেম শিকিলে, তিৰুতাই গিৰিয়েকৰ দুৰ্গুণ বা কদাচাৰটৈ (যদি কোনো থাকে) অন্ধ হব লাগে, সদাই পাছত প্ৰেমচক্ষুৰে চাই দুৰ্গুণ হলেও তেওঁৰ পক্ষে সেই দুৰ্গু-ণেই গুণহে বুলি বিবেচনা কৰিব লাগে। দৃঢ় প্ৰেমভাৱে

অন্তৰ অধিকাৰ কৰিলে আসক্ত জনৰ গাত একো দোষ নেদেখি।

অন্তৰত বিশুদ্ধ-প্রেম-ৰস সোমালে মানুহক এনে আকুল আৰু অন্ধ কৰি তোলে। ভক্তিৰ পৰা যেতিয়া তিৰুতাৰ অন্তৰত স্বামীৰ প্রতি এই বিশুদ্ধ প্রেমভাৱৰ সঞ্চাৰ হয়, তেতিয়া লাহে লাহে প্রেমৰ লগত অন্তৰত আপোনা আপুনি একপ্রাণতাই ভুমুকিয়াবলৈ ধৰে। প্রেমৰ দ্বাৰা আসক্ত মানুহ একেজনক কেতিয়াও কোনেও 'পৰ' বুলি বিবেচনা কৰিব নোৱাৰে। অন্তৰৰ পৰা এই "পৰ" ভাব দূৰ কৰিবলৈ পৰাই এক প্রাণতা।

যি ভাগ্যবান গৃহস্থৰ ঘৈণীৰ গাত এই ভক্তি, বিশুদ্ধ-প্রেম আৰু এক প্রাণতা আছে, তেওঁ ভগা পঁজাৰ ভিতৰত স্বচ্ছন্দমনেৰে ধুত্বীয়া মৰণীয়া শাকৰ খৰণীৰে কলাপাতত বঢ়া আহুৰ উবুৰা চাউলৰ ভাত খাইও স্বর্গৰ অমৰ ভুৱনত সুখৰ অধিকাৰ; তেওঁৰ তিৰুতাই প্রকৃত ঘৈণীৰ আহিঁ স্বৰূপ, পতিৰ 'প্রাণাধিকা' গৃহস্থৰ সাৰৰ মণি।

কোনো এজন পণ্ডিতে [illegible] কথাতে বৰ সুন্দৰকৈ গিৰিয়েকক তিৰুতাই কিৰূপে ব্যৱহাৰ কৰিব লাগে, তাক বুজাই দিছে। তেওঁ কয় "ভার্য্যাই খাবৰ সময়ত গিৰিয়েকক পুতেকৰ দৰে, বিপদৰ সময়ত মন্ত্রীৰ দৰে, আৰু শয্যাত হিৰোতাৰ দৰে ব্যৱহাৰ কৰিব।" আমাৰ, এটা কথা মনত পৰিল—ইয়াত আৰু বিশেষকৈ মেলেধাইকৈ থাকিব নোৱাৰিলোঁ।

আমি প্রাচীন গ্রন্থাদিৰ পৰা আগৈয়ে বহুত বচন উদ্ধৃত কৰিলোঁ, আৰু বহুত প্রাচীন মত সংগ্রহ কৰিবৰ মন আছিল কিন্তু এই কেটা এনে সুন্দৰ কথা যে ইয়াত মেলেধাইকৈ

আমি থাকিব নোৱাৰিলো। মহৰ্ষি কণ্ব-মুনি শকুন্তলাক সপুত্ৰে মহাৰাজ দুষ্মন্তৰ তালৈ পঠাই দিলে, মহাৰাজে যেতিয়া শকুন্তলাৰ কথা একো কব নোৱাৰে বুলি অস্বীকাৰ কৰে, তেতিয়া ক্ৰোধপৰবশা শকুন্তলাই, জগত যোৱা মহৰ্ষিৰ শিষ্যবিলাকক মনে মনে থাকিবলৈ দি মেঘ-গম্ভীৰ-স্বৰেৰে ত্ৰিভুবনাধিপতি দুষ্মন্তৰ অন্তঃকৰণ কম্পিত কৰি ভাৰ্য্যাৰ গুৰুত্ব বুজাই কথা কেটামান কৈছিল। সেই কেটা কি অমূল্য কথা। ভাৰ্য্যা যেইএ সেইএ নহয়, ভাৰ্য্যা বৰ ডাঙৰ বস্তু, ভাৰ্য্যাৰ শৰীৰত বহুত গুণ থাকিব লাগে। তেওঁ কৈছিল—

সা ভাৰ্য্যা যা গৃহে দক্ষা সা ভাৰ্য্যা যা প্ৰজাবতী।
সা ভাৰ্য্যা যা পতিপ্ৰাণা সা ভাৰ্য্যা যা পতিব্ৰতা।

মহাভাৰত দুষ্মন্তোপাখ্যান।

সেই জনাই ভাৰ্য্যা, যি জনা ঘৰুৱা বনত পাৰ্গত সেই জনাই ভাৰ্য্যা, যাৰ সন্তান-সন্ততি আছে, সেই জনাই ভাৰ্য্যা যিজনা পতি-প্ৰানা আৰু পতি-ব্ৰতা।

অৰ্দ্ধং ভাৰ্য্যা মনুষ্যস্য ভাৰ্য্যা শ্ৰেষ্ঠতমা সখা।
ভাৰ্য্যা মূলং ত্ৰিবৰ্গস্য ভাৰ্য্যা মূলং তৰিষ্যতঃ।
ভাৰ্য্যাৱন্ত ক্ৰিয়াৱন্তঃ সভাৰ্য্যা গৃহ মেধিনঃ।
ভাৰ্য্যাৱন্তঃ প্ৰমোদন্তে ভাৰ্য্যাৱন্তঃ শ্ৰিয়ান্বিতাঃ।

ভাৰ্য্যা মানুহৰ অৰ্দ্ধাংশ; ভাৰ্য্যা মানুহৰ পৰম সখা; ভাৰ্য্যা ত্ৰিবৰ্গৰ (ধৰ্ম্ম, অৰ্থ, কাম) মূল; ভাৰ্য্যা সংসাৰ-সাগৰ পাৰ হবৰ বাবে অবলম্বন স্বৰূপ। ভাৰ্য্যাৱন্ত মানুহেই ক্ৰিয়াৱন্ত, যিবিলাকৰ ভাৰ্য্যা আছে সেই বিলাকেই হে গৃহমেধী বা গৃহী; ভাৰ্য্যাৱন্ত বিলাকেই হে সুখী আৰু শ্ৰীমন্ত।

ভাৰ্য্যাৰ গুৰুত্ব বুজাই এই দৰে সেই ৰমণীকুল তিলক শকুন্তলাই ভাৰ্য্যাৰ পৰা গৃহস্থে কি কি উপকাৰ পাব লাগে তাক এই দৰে কইছে।

সখায়ঃ প্ৰবিবিক্তেষু ভবন্ত্যেতাঃ প্ৰিয়ম্বদাঃ।
পিতৰো ধৰ্ম্ম কাৰ্য্যেষু ভবন্ত্যাৰ্ত্তস্য মাতৰঃ।

মিষ্টমুখী ভাৰ্য্যা নিৰিয়েকৰ গোপনীয় বন্ধু; ধৰ্ম্ম কৰ্ম্মত ভাৰ্য্যা পতিৰ পিতা আৰু আতুৰত পৰা পতিৰ মাতাৰ স্বৰূপ।

ভাৰ্য্যাৰ পৰা পতিএও ইমান সাহায্য পাব লাগে। কেৱল শয্যা গুজুনি কৰিবলৈ ভাৰ্য্যাৰ প্ৰয়োজন নহয়। সেই জন্য গৃহস্থৰ সংসাৰাশ্ৰম স্বৰ্গ স্বৰূপ যাৰ ভাৰ্য্যায় এই বিলাক জানে আৰু এই বিলাক গুণেৰে গুণৱতী।

ৰ. মহন্ত।

---

## মাকৰ সুখ আৰু দুখ।

দুখীয়াৰ বেটী

কৰি ধৰি মন বাৰি,  ঘৰৰ জঞ্জাল মাৰি
দুপৰীয়া ঘূৰ লৰ ওলাই আহিল,
হঁা চাই জৰি মেলি মাটিত বহিল।
দূৰৈত আছিল
ধূলি লই খেল কৰি,  শিশু তাৰ অহৰ্নিশী
সৰু লৰা এটি আৰু ছোৱালী এজনী।
সৰুকৈ ছোৱালীটি লৰাটিৰ ভনী।
দুইও টিয়ে
তাৰ পৰা পালে দেখা,  মাকক বহি থকা

এড়িয়ে থেৰাদি বজ ব্যাগ বাৰি উঠি
মাকলৈ দুইও টাই মেলি দিলে ছুটি।
ছোৱালী অবলা,
লৰিবলৈ টান পাই.                কান্দন জুৰিলে তাই
এখুজি দুখুজি কৰি আছে কান্দি কাহি,
ককায়েক মাকৰ ওচৰ পালেহি।
পিছে মাকে
জিক্ত কৰি ছোৱালীক,                ভাবি মাৰি লৰাটিক
একে লগে তাইকো নানিলি কিয় বুলি,
কাপোৰেৰে দুইও তাঁৰ মচি দিলে ধূলি।
কেনে অমায়িকা!
দুকাখে দুটাক লই,                পৰম হৰ্ষিত হই
মনৰ আনন্দে হাঁয় পীয়াহ খুৱায়,
আৰু সিহঁতৰ মুখ মাজে মাজে চায়।
মুখে কয় কথা,
হাতেৰে ওকনি চাই,                মাজে মাজে চুমা খাই
পিঠিত দুৰাই হাত লাহে লাহে কৰি।
এই দৰে স্নেহ কৰে বুকু ভৰি ভৰি।
কিন্তু বিধি!
আজি দেখো সেই মাকে.                এৰাহি আপোন বুকে
কান্দিছে বাগৰি, তাইৰ মুখ অশ্রু জল,
হাঁয় হাঁয়, সেই দুটি আজি কলই গল?
শ. ৰ.

# ডেকা কাল।

---

ইডেন কাননে বসি,
ভাৱনা মন্দিৰে পশি,
আছিলো এদিন মই গধূলি সময়
ধীৰে ধীৰে বৰ বায়ু মৃদু মৃদু বয়
অন্তাবুকে ভাব পায়
ভাবুকৰ কথাই নাই
কত ভাব আহি পড়ে তাৰ পৰশনে
কত বিধ চিন্তা আহি দেখা দিয়ে মনে।
এনে সময়তে তাত
ধৰা ধৰি কৰি হাত
যায় ডেকা লৰা দুটি এই কথা কই
"যৌবন কাহাৰো চিৰ কলীয়া ন হয়"
এই কথা শিহতৰ,
মনত লাগিল বড়
উঠিল উথলি চিন্তা বুজালে মনক
কিয়নো জগতে ভাল বোলে যৌবনক।
এই যে যৌবন কাল
যাক সবে বোলে ভাল
কত মানুহৰ কাল হয় জীৱনত
সদাই ঘটাই থাকে অসুখ মনত
কত কিনো উঠে মনে,
দিনে ৰাতি ক্ষণে ক্ষণে,

কত ইচ্ছা কত বাঞ্ছা মনে মনে যায়
এটাও দুপুরে যায় লোক দেখুয়াই ।
দেখে নানা বিধ কথা,
কিন্তু মনে পায় ব্যথা,
কিয়নো নাপায় তাব এটাও ফিঁচাবি
থাকে আত্ম অভিলাষ মনতেই মাবি ।
প্রবল মনব গতি,
উপাব পাবয় অতি,
এতেকতে দেখা পায় সুখব উৎকৃষ্ট,
যিটো বড় ভাল হয় ঈশ্বরব সৃষ্ট।
কিন্তু হায় ভাগ্য বশে
আইবা কার্য্যব দোষে
ভোগ কবিবলৈ পায় দুখব গবিষ্ঠ
যেই বাটে খোজ পাতে তাতে দেখে বিষ্ট ।
দেখে নানাবিধ সুখ,
পায় বুলি মেলে মুখ,
কিন্তু পোৱা টান বড় সকলো যোবেই
মোৱাবে পাবলৈ তাক জন যেই সেই ।
কবি পুরুষার্থ টান
কোনোটোএ কিছু মান
পায় হয়.যাবে যাবে তেজ কবি পানী
কিন্তু তাব পবা শেষে হয় গই হানি ।
অলপ চাকিব পাই,
মন উত্রাবল হয়,
আক খোজে খাবলৈ পেট পূর্ণ কবি
কত পাব ? পোৱা টান বহু যত্ন কবি

কোনোটো পুলকি হাত
পৰ্শ সুখ দিয়া গাত
গলায় লবিয়া সিতো উভতি নাচায়
কেৱল দুখৰ দলি মনক মাৰয়।
আৰু আছে কিছুমান
যাক পোৱা বড় টান
কমনাত বাজে কভু দর্শন নহয়
ইহ জন্মে নৰে তাক চুকিও নাপায়।
এই দৰে কিছু পোৱা,
আৰু যত গলবীয়া,
ইচ্ছাবোৰে দিয়ে দুখ যৌৱন কালত
সদায় অসুখ এটা ঘটায় মনত।
যেতিয়া যুবাৰ তেজ,
কমিব মনৰ বেগ,
উষ্ণ উত্তাৱল ভাব ক্রমে কমি যাব,
প্রবল পবন গই কিছু সাম্য হব।
হব মন কিছু ধীৰ,
মতি হব ক্রমে থিৰ,
ইচ্ছাই ধৰিব ৰূপ গই নিয়মিত,
সুস্থিৰ গম্ভীৰ হব মানুহৰ চিত,
তেতিয়া কি সুখ পাব!
অসুখৰ হেতু যাব,
শান্তি আহি কোলা পাতি লব তেতিয়াই,
যুবাৰ শৰীৰ মন কোনো চিন্তা নাই।
মানুহৰ এই কাল,
হব পাৰে কিছু ভাল,

আৰু দেখা যায় ভাল লবা কাল বড়,
নাই চিন্তা ভাব একো সুখৰ আকৰ।
কিন্তু গৰু ছাগলিতো,
দেখা যায় সুখ ইতো,
আগে হে দেখিব তাক পায় সৰ্ব্বদাই
ভোগে তাই ভাব একো গমকো নাপায়

স. ব.

---

# গাৰো বৃত্তান্ত।

## তৃতীয় অধ্যায়।

### গাৰোৰ উৎসৱ।

গাৰোবিলাক আৰু হানাঘোড়া। গাৰোহঁতৰ ভিতৰত জাতীয় উৎসৱ একো নেদেখিলোঁ। আমাৰ দৰে ইহঁতেও বিহু কৰে—তাকেই ইহঁতৰ জাতীয় উৎসৱ বুলি ধৰিব পাৰি। বিহুৰ উৎসৱৰ সীমা অকল আমাৰ ভিতৰতে বদ্ধ নহয়— বিহুত গাৰোবিলাকো মত্ত হয়। আমাৰ কালে ন'হাগৰ বিহু সাত দিনলৈকে থাকে; কিন্তু সংক্ৰান্তি আৰু বঁহাগৰ প্ৰথম দিনতেই বিহুৰ ভৰ। গাৰোহঁতে হলে বিহুত সমানে সাতো দিনেই উৎসৱ কৰি থাকে। গাৰোহঁত অসভ্য; ইহঁতৰ ৰুচিৰ অৱশ্য সমালোচনা কৰিব নেপায়, কিন্তু এই অসভ্য গাৰোহঁতে বিহুত যি উৎসৱ কৰে আমাৰ সভ্য বিলাকৰ উৎসৱতকৈ সি বহুত গুণে ভাল। আমাৰ সভ্য-ৰুচিয়ে ভায়েক-ভনীয়েকক ঢোল কোবাই নচোৱাকে ভাল দেখে ভায়েকৰ আগত ভনীয়েকে নিলাজ গীত গোৱাকো শলাগে, সৰ্ব্বসাধাৰণৰ আগত বিহু হাটত-বিহু গীত গাই উৎকট

বিকটৰূপে চিঁঞৰি চিঁঞৰি টকা কোবাই অশ্লীল অঙ্গ-ভঙ্গি কৰি নচাকো অনেক ভদ্ৰ সন্তানে হাবিয়াস কৰি চাবলৈ যায়, কিন্তু অসভ্য পৰ্ব্বতীয়া গাৰো আৰু হানাইঁতৰ এনে নহয়। সিহঁতৰ বিহু-আমোদ নিৰ্দ্দোষ, সভ্য আৰু শিক্ষিতকেই আমাৰ দোষময় আৰু অসভ্য আমোদতকৈ উৎকৃষ্ট। গাৰো হঁতে "হানাযোড়া" নামেৰে দেও এবিধক উপাসনা কৰে। বিহুত সিহঁতে সেই দেও পূজা কৰি হানাযোড়াৰ প্ৰতিমূৰ্ত্তি এটি লই গাওঁএ গাওঁএ পয়চা খুজি ফুৰে। সিহঁতৰ ভিতৰত এটা বিশ্বাস আছে যে যিবছৰ বিহুত সিহঁতে হানাযোড়া পূজা নকৰে সেই বছৰ গাওঁত উৎপাত যায়। তালটৈক কেতি নহয় আৰু মহামাৰী ইত্যাদিএ বাধতক বড়কৈ পীড়া কৰে। ইহঁতে বছৰৰ ভিতৰত বঁহাগৰ বিহুত এবাৰ মাথোন হানা-যোড়া নচায়। আগে এই হানাযোড়া পূজা কেবল গাৰো আৰু হানাইঁতৰ ভিতৰত আছিল, কিন্তু আজি-কালি সিহঁতকে অনুকৰণ কৰি গাৰোৰ ওচৰচুবুৰীয়া বহুত বড়ো আৰু কছাৰীএও হানাযোড়া পূজিবলৈ শিকিছে। বিহুত ইহঁতৰ অন্য অন্য আমোদও আছে কিন্তু হানাযোড়াই সকলো-তকৈ উৎকৃষ্ট আৰু বোধ কৰো কছাৰী আদি অন্যান্য পৰ্ব্ব-তীয়া জাতীৰ ভিতৰত যি বিহুৰ আমোদ আছে, সকলোতকৈ এই হানাযোড়া ভাল।

হানাযোড়া কি আৰু কেনেকৈ কৰে। ই যে এবিধ ভূতৰ প্ৰতিমূৰ্ত্তি তাক আগেএ লেখা হইছে। যি মানুহবোৰে হানাযোড়াৰ তাৰ নই তাৰ সাজ কাছ দেখিলেই হাঁহিএ ফুটি যাবি যবে কেৱল মূৰ্ত্তিটি দেখিলেই মূৰ্চ্ছি যোৱাৰ। হানা-যোড়াৰ শৰীৰটো কঁলা কাপোৰ এডোখৰ মোড়াৰ সাজ কৰে সি দিয়ে সেই কাপোৰৰ মাজেৰে মূৰ উলিয়াৰ পৰাৰ

সমান এডোখৰ নিসিয়াকৈ মুকলিএ খোৱা হয়। হানাঘোড়া হোৱা মানুহটোএ এই মুকলি ডোখৰেৰে মূৰ শুমাই কাপোৰৰ শৰীৰটো ঢাকি লয়। এই কাপোৰৰ শৰীৰৰ আগত কাঠৰ ঘোড়াৰ মূৰ এটা থাকে এই অপৰূপ মূৰ্ত্তিটো লই হানাঘোড়া দেৱে নাচি নাচি পইছা খুজি ফুৰে। হানাঘোড়াৰ লগত এদল বাজনীয়াৰ, কেইটামান গায়ক, আৰু দুজন নাচনীয়াৰ থাকে। বাজনীয়াৰ বাহে বাজনা বজালে সেই বাজনাৰ চেৱে চেৱে হানাঘোড়া আৰু তেওঁৰ লগৰ নাচনীয়াৰ দুজনে নাচে। বাজনাৰ ভিতৰত তাল থাকে, খোল থাকে, দুটি বা তিনটি বাঁহৰ বাঁহি থাকে, দুটি বা তিনটি শিঙা থাকে, দুটামান নাগাৰা থাকে আৰু এটা বা দুটা মানুহে তপা-কোবৰ কান এটা বা দুটা কোবাই কোবাইএ বাজনা বজোৱাৰ হাবিলাস মিটায়। দলৰ ভিতৰত প্ৰায় ১৫।২০ জনমান মানুহ থাকে। হানাঘোড়াৰ লগৰ নাচনীয়াৰ দুটাৰ এটাৰ হাতত ঢাল এখন আৰু এটাৰ হাতত তৰোৱাল এখন থাকে। গায়কবিলাক ৮।৯ বছৰীয়া লৰা। ইহঁতে যি গীত গায়, শুনিলো সেই গীত বোলে তাল নহয় কিন্তু সেই গীত যুদ্ধ যাত্ৰাৰ গীতহে হব পায়, কিয়নো গীতৰ ভিতৰত যুদ্ধৰ কথাৰ উল্লেখ আছে আৰু সিহঁতে নাচে ও যুদ্ধৰ সাজ লয়। বংশীধাৰী বিলাকে বড় সুন্দৰকৈ বাঁহি বজায়। অসভ্য গাৱো আৰু হানাৰ ভিতৰতো সঙ্গীতৰ যে এনে প্ৰচলন আছে ই বড় আচৰিত আৰু চকুত লগা কথা। লৰাবিলাকৰ মাত স্বভাৱতই কোমল সিহঁতে গীত গালে সহজিকেই শুনিবলৈ বড় মিঠা লাগে। কিন্তু গোটেই একে সুৰেই একে গীতকে গাই দেখি শুনিবলৈ অলপ আমনি লগাৰ দৰে হয়। যিকি হক, ইহঁতে গীতৰ ভাৱটো লৰাৰ ওপৰত লেলাই দি ভাল কৰিছে। এই লৰা

আৰু বাজনীয়াৰ সকলে হানাঘোড়াৰ চাৰিও কালে ঘূৰি ঘূৰি গীত গাই আৰু বাজনা বজাই ফুৰে। ইংৰাজী ধৰণৰ তাৰ নাত কৰনেট বাজনীয়াবে যেনেকৈ তাল মান ঠিক কৰি লই কেতিয়াবা কেতিয়াবা একো একোবাৰ সুৰদি থাকে, হানাঘোড়াৰ লগৰ শিঙা-বাজনীয়াৰ হতেও সেই দৰে বাঁহি আৰু তাল খোলৰ মাজে মাজে একো একো বাৰ শিঙা বজাই সুৰ দি থাকে। ইহঁতেও অৱশ্য তালমান লইহে বজায়। নাচনীয়াৰ আৰু গায়ক বিলাকক এৰি দিলেও হানাঘোড়াৰ বাজনাক শলাগিব লাগে। আমি সিহঁতৰ অকল বাজনাকে বজাই শুনিছিলো। যদিও সভ্য জাতীৰ বাজানাৰ লগত সিহঁতৰ বাজনাৰ তুলনা হব নোৱাৰে তেও সিহঁতে যেনেকৈ তালমান ঠিক কৰি নিয়মমতে বজায় আন্ কিছুমান পৰ্ব্বতীয়া জাতীৰ বাজনাতকৈ সি অৱশ্যে বহুত গুণে ভাল।

---

## বাঙ্গা।

কি দেখিলো হায় হায়,
এনেকো অপূৰ্ব্ব ঠাই,
নহৰ নাছিল আৰু এই জগতত।
দেখি মন মোহগল,
প্ৰাণ সুশীতল হল,
বৰ্ফ ছুৱি পোৱাগল তাৰ দৰ্শনত।
জল নিধি পাৰ হই,
তাৰ বাৰ কালে গই,
দেখা পালো এক অতি পৰ্ব্বত বিশাল।

তার শিখরেতে আরু,
কত আছে সরু সরু,
চাপর পর্ব্বত যেন দেখি বলৈ ভাল,
নাজানো ইবোর তাত আছে কত কাল।

২

উঠিতার পূব চালে
চালো মর কেউ ফালে,
দেখা পালো কিছু দূরে সাগরর পানী।
নিবলৈ পালো কানে,
এতিয়াও পরে মনে
মুহু মুহু স্বগভীর [illegible] ধ্বনি।
দক্ষিণত হাবিয়নি
দেখা পালো বিলি বিলি,
সরু বর নানা গছ আছে আরু তাত।
তাকে চাবলৈ বুলি
নাহে করি গা ভুলি
নামিলো পর্ব্বত মর তত লই গাত।
পই দেখা পালো যিবা
তার কথা কম কিবা
নেদেখিলে কারো কতু বিশ্বাস নহয়।
শোভার নাহিক শেষ
ধরিয়া অপূর্ব্ব বেশ
বিরাজে প্রকৃতি দেবী তাত অকলৈ।
দেখিলে এবার তুমি করিবা প্রত্যয়।

৩

কোনে তাত কইছিল,
আমে পরি করিছিল,

এতেক খাজুরি গছ তাল নারিকল,
জামোল আঁহত চাম
সাল শিও আরু আম
কত কত আরু তাত আছে পিরিকল।
কোনো ডাল আছে লাগি
কোনো ডাল হুবভাগী
নাই লগা গুটি তাত বহা গছ হায়!
কারো কাবো ফল ভরি
আছে ফল সরি সরি
লাবোতা চাবোতা তাক কোনো তাত নাই।
আছে তার মাজে মাজে,
ইসব বহুতো বাজে
নানাবিধ অচিনাকি গছ বননীয়া।
দেখিব সুন্দর অতি
রূপেরে মোহয় মতি
এখন তাবব দেখি বিশেষ ধুনীয়া।
তাকে বেড়ি লহপতা
সরু ইলাচির লতা
বগাইছে আগ ভরি ঢাকি সর্ব্বডাল।
তার পাচে লং ফুল
গোন্ধেরে করে আকুল
আর কণো ঠচরতে দেখিবলৈ ভাল।
এই বোর গছে পরি
নানা পখী সুর ধরি
বহুবিধ মাত মাতি গাইছিল গীত।
মত মত কোনো বোরে
বণিয়ার পূজা করে

ইপিনে সি পিনে পৰি মোহিনীয়ে চিত।
কোনো বোৰে মুখ মেলি কৰে পিত পিত।

৪

ইচ্ছা হয় এই বনে
থাকিয়া একান্ত মনে
প্রকৃতিৰ সহ সুখ কৰোঁ৷ অকলৈ।
নিজবাৰ খাম পানী,
তাত একো নাই হানি
পুষিম উদৰ মোৰ ফল মূল লই।
নাই তাত কোনো দুখ
চিৰ কাল পাম সুখ
ভয় চিন্তা আশঙ্কা সকলো দূৰে যাব।
সুখ চিন্তা মনে ধৰি
জ্ঞানকে উদ্দেশ কৰি
থাকিম অ'াতৰি মাজে মন থিৰ কৰি।
নিজৰাৰ ওচৰত
দুপৰীয়া সময়ত
সিলৰ ওপৰে বহি গছৰ তলত,
ভাবিম নিগূঢ় ভাব
সংসাৰৰ গতি ভাব
কিয়নো ভ্রমিছে প্রাণী এই জগতত।
কি কাৰণে জন্ম হয়
কিয়লৈ নো পায় লয়
কৰ পৰ আহে আৰু কলৈ চলি যায়।
এই বোৰ চিন্তা কৰি
শান্তি জল শিৰে ধৰি

কটাম দিনভাগ শোভা চাই চাই।
জোনাক জামিনী হলে
ধীরে ধীরে বায়ু চলে
ভ্রমণ করিম মম কানন ভিতর।
নিস্তব্ধ মুরতি-ধরি
আকাশলৈ দৃষ্টি করি
চিন্তা করি চাম মম অন্তরে অন্তরে।
কিমনো সৃষ্টিছে জোন,
স্রষ্টাই বা তাৰ কোন
কিমলৈ বা দিয়ে এনে বিমল পোহর।
সূৰ্য্যে বা কি কারণ
করে রশ্মি বিতরণ
কর পরা হল আরু ভরা মনোহর।
কিয় বায়ু বলবান
বহি মোক দিয়ে প্রাণ
কিমলৈ বা গ্রহ বোৰ ঘূৰি ঘূৰি ফুরে।
কি কারণ ধুম কেতু
বহু অনিষ্টৰ হেতু
মাজে মাজে দিয়া দেখা শব্দ করি দূরে।
কিমনো সর্জিল বিধি,
পৃথিবী দুপৰ নিধি,
আরু অন্য দিনে কিয় যত প্রাণীচয়
কিয় সৃষ্টি স্রষ্ট হল
স্রষ্টাই নো কলৈ গল
দেখি দুখ সিহঁতৰ দয়া নকরয়।
কবিম ইয়াকে ভাবি পৰযাত্ৰ ক্ষয়।

কিন্তু শঙ্কা হয় মনে
জাগি উঠে ঘনে ঘনে
অপাৰ সন্দেহ ৰাশি হৃদয়ত মোৰ।
কোনো অৱস্থায় ভাল
নালাগয় চিৰ কাল
বৈকুণ্ঠ ধামতো যেন আছে দুখ ঘোৰ।
কিয়নো দেখিছো ময়
যি আছিল মধুময়
সিও কিছু দিন পৰে লাগে বৰ তিতা।
চেনিৰো সোৱাদ যায়
কুহিয়াৰ টেঙা হয়
মাখনেও লাহে লাহে পায় কৰ্কশতা।
এতেকতে কি বিচিত্ৰ
যাক আজি ভাবি মিত্ৰ
লও তুলি যত্ন কৰি বুকুৰ ওপৰে।
কালি মহা শত্ৰু হই
হাতত কুঠাৰ লই
বিচাৰিব লগাবলৈ এক কোব শিৰে
আজি যিবা লাগে ভাল
কালি হয় সেয়ে কাল
বিস্বাদ বিকৃতি বেয়া বিষাদৰ হেতু।
এতেকেতে কিছু দিন
ইওতো লাগিব মনে
বেয়া, যাক ভাবো যেন আনন্দৰ সেতু
সকলোএ বেয়া হয় ভুলে বাব কেতু।

স. ব.

# প্রকৃত লাজ কি ?

---

এ দিন গধূলী দুজনী ছোৱালীএ বহি এইৰূপে কথা কইছে। এজনীৰ নাম সৰলা ও অন্য জনীৰ নাম দুৰ্গা।

সৰলা। ছোৱালী বিলাকে যদি ভালকৈ পঢ়ি লিখি শিকে আৰু তেঁও বিলাকৰ সকলো গুণ দেখাবলে নেজানে হলে সেই শিকা শিকাই নহয়।

দুৰ্গা। ছোৱালীৰ গুণ বোলে কি ?

সৰলা। লাজ, দয়া, নম্রতা, ভক্তি, স্নেহ ও মায়া ইত্যাদি।

দুৰ্গা। মেমবোৰৰতো লাজ নাই সিহঁতে মাহাবেবে সইতে একেলগে মানুহৰ আগত ফুৰে, সিহঁতৰ লাজ নাই কিন্তু সিহঁতেতো বড় ভালকৈ লেখিব পঢ়িব জানে। আৰু মানুহৰ লাজ থাকিলে মুখত কাপড় দি থাকে, সিহঁতে তাক দি দি মাহাবেবে সইতে হটহটাই ফুৰে।

সৰলা। দুৰ্গা। তুমি ভ্রম বুজিলা। মুখত কাপড় দিদি-য়েই যে তাৰ লাজ নাই সি নহয় লাজ মুখত নহয় কিন্তু মনত।

দুৰ্গা। বাৰু, লাজ মনত থাকেনে নাই তুমি কেনেকৈ জানিবা ?

সৰলা। কিয় লক্ষ কৰা ছোৱালী বিলাকৰ কি লাজ প্রকাশ কৰিবলৈ যেখা মেমসকলে সিঁহতেতো মুখত কাপড় নিদিয়ে এনে কি সিহঁতে কাপড় পৰ্য্যন্ত নিপিন্ধে কিন্তু সিহঁতক কি কেতিয়াও লজ্জিত হবলৈ দেখোঁবানে ? সিহঁতে যেতিয়াই লাজ পাই তেতিয়াই মুখভংগ কৰি থাকে বা চকুৰে লাজ প্রকাশ কৰে।

দুৰ্গা। সাহাব আৰু মেম সিহঁত একেলগেই থাকে সিঁহতৰনো লাজ কি ?

সৰলা। দুৰ্গাৱতী! তুমি আগৰ আৰ্য্যমানুহৰ অৱস্থা নাজানা, আগেয়ে মুনিহ আৰু তিৰোতাই একেলগে ফুৰিছিল সেই বুলি তেওঁ বিলাকৰ লাজ নাছিলনে ?

দুৰ্গা। সাহাব আৰু মেমৰ নিচিনা নহয়, এনে কেতিয়াও আমাৰ দেশৰ মানুহ নাছিল। আৰু ইহঁতৰ লাজ কত আছে।

সৰলা। সাহাব মেমৰ ভিতৰত কোনো কোনো এনে ভাল যে তেওঁ বিলাকক দেখিলেই দেৱতা বুলি বোধ হয়। লাজ প্রভৃতি সৎগুণ নেথাকিলে এনে ভাল হব নোৱাৰে।

দুৰ্গা। লাজ নেথাকিলেই যে মানুহ ভাল নহয় তাৰ প্রমাণ কি ?

সৰলা। মঙ্গলময় পৰমেশ্বৰে মানুহক ভালে ৰাখিবৰ নিমিত্তে লাজ, ভয়, বিবেচনা শক্তি প্রভৃতি ভাল ভাল গুণ দিছে। যিমান দিন মানুহৰ লাজ থাকে তিমান দিন মানুহে লাজৰ ভয়ত পাপ কৰিব নোৱাৰে। লাজ গলেই পাপ সহজে ধৰা যায় আৰু লাজ নহলে মানুহলৈ ভয় নাইকিয়া হয়, আৰু তাৰ দ্বাৰা যে মানুহৰ কিমান অপকাৰ হয়, তাককৈ কোনোএ বৰ্ণনা কৰিব নোৱাৰে। পৃথিবীৰ অধিকাংশ মানুহেই ভয়ত ভালে থাকে। বিবেক ও ঈশ্বৰৰ আজ্ঞাত থকা মানুহ কম। এই নিমিত্তেই কওঁ যে ভয় বা লাজ থকা বড় প্রয়োজন।

দুৰ্গা। লাজ কেনেকৈই ৰক্ষা কৰিব লাগে ?

সৰলা। পাপৰ কাম কৰিলে মানুহে মোক কি বুলিব ; ঈশ্বৰে দণ্ড কৰিব এইৰূপ ভাব মনত হই যে সেই কাম কৰিবলৈ বিৰত থাকে ; তাৰ নামেই লাজ। আমাৰ দেশৰ

ছোৱালী বিলাকে শাহু শহুৰৰ আগত মূৰত কাপড় দি লাজ প্ৰকাশ কৰে, কিন্তু অন্য বাহিৰ মানুহ আৰু চাকৰৰ আগত একণো লাজ নকৰে। ই ঠিক লাজৰ কাম নহয়।

দুৰ্গা। এনে লাজ কোনো কামৰ নহয়, এই লাজকে ছোৱালী বিলাকৰ স্থিৰ লাজ বুলি কোৱা নাযায়নে? মানুহে যে "ছোৱালীক স্বাধীন হবৰ নিমিত্তে কয়, এই লাজত কি ছোৱালী স্বাধীন হয়?"

সৰলা। ঠিক স্বাধীনতাই সইতে লাজৰ কোনো প্ৰভেদ নাই। ঈশ্বৰৰ অধীন হোৱা বা কৰ্ত্তব্য কামৰ অধীন হোৱাই যথাৰ্থ স্বাধীনতা। পাপ কৰিবৰ নিমিত্তে যি ভয় হয় তাৰ নামেই লাজ, সুতৰাং এই দুটাৰ আৰু কোনো প্ৰভেদ নাই। কৰ্ত্তব্য কাম বুজি ঈশ্বৰৰ আজ্ঞা জানি কাম কৰাৰ নামেই স্বাধীনতা। গাড়ী ঘোড়াত, উঠিলেই যে স্বাধীন হয়, সেইটো নহয় ও মুনিহ মানুহবোৰে সইতে কথাবাৰ্ত্তা কোৱাও স্বাধীনতা নহয়, কিন্তু কৰ্ত্তব্য কামক নিৰ্ভয়ে কৰাই প্ৰকৃত স্বাধীনতা।

দুৰ্গা। ভয় থাকিলে মানুহৰ লাজৰ প্ৰয়োজন?

সৰলা। লাজ থাকিলেই যে মানুহৰ ভয় হয় এনে নহয়। সমাজৰ শাসনৰ নামেই মানুহৰ ভয়। পাপৰ কাম কৰিলেই যে মানুহৰ ভয় হয় সি এক প্ৰকাৰ ভাল। কিন্তু ভাল কাম কৰিবৰ নিমিত্তে মানুহৰ ভয় হলে এই হয় যে তাৰ দ্বাৰা মানুহে পাপ কাম নকৰে। ঈশ্বৰৰ প্ৰতি যাৰ বিশ্বাস তেওঁ মানুহক ভয় কৰিব নেলাগে। বিশ্বাসী, মানুহে সৰ্ব্বদাই ঈশ্বৰৰ পথত চলে, তেওঁক ভয় কৰে, ঈশ্বৰক ভয় কৰি পাপ কাম কৰিবৰ নিমিত্তে ভয় পায়। হে দুৰ্গা! মোৰ শেষ কথা এই যে ছোৱালী বিলাক দয়ালু, নম্ৰ, লাজুকী বিনয়ী, ধীৰ

হোৱা উচিত। তুমি এই সকলো গুণত গুণৱতী হোৱা ও সকলো হোৱাটী এনে ভাল হয় এই মোৰ বাঞ্ছনীয়।

দুৰ্গা—মোৰ মন বাঢ়ি কৰিবৰ হইছে আজি যাও।

মঙ্গলা—আন দিনা এই বিষয় ভালকৈ কম।

ম. ব.

---

## সন্ধ্যা।

১

পিন্ধি কলা সাজ সন্ধ্যা আই
লাহে লাহে চৰণ চলায়
বনমনে হল উপগতা।
যেনে, লজাইয়া নিজ অঙ্গ,
নৱ বধূ কৰি তাৰ ভঙ্গ,
পতি পাশে যায় লজ্জান্বিতা॥

২

শোভিছে খোপাত নানা ফুল,
মনোহৰ গন্ধত আমোদ,
মনক কি বলিয়া কৰিছে।
কদম কেতেকী কৰবীৰ
ৰূপহী মালতী, জাইথীৰ,
যিটোকাই হাঁহিক মাৰিছে॥

৩

জোনাকী পৰুৱা সাত সাৰি
জলিছে তিমিৰত মাৰি সাৰি
জিলিকণি ধৰৰ চকুত।

যেহেন ধ্ৰুৱৰ মণ্ডলত,
সপ্ত ঋষি জ্বলে ওপৰত,
দেখিমণ বাক তৃপ্তিযুক্ত।

৪

কুঞ্চৰ অলকা শ্ৰেণী শোভে,
ঘূৰিয়া বতাহ যাৰ লোভে,
থাকি থাকি খেমালী কৰিছে।
ৰূপ দেখি পশ্চিমত ভক্তি
সূৰ্য্য অস্ত চূড়া অৱলম্বি
ভৰাইয়া নয়ন চাহিছে।

৫

কিন্তু হায়! কিনো দুৰ্ভগীয়া,
দেখোতেই পৰিল খসিয়া,
সংসাৰৰ মায়া আচৰিত।
তথাপি আমাৰ মূঢ় মন,
মৰামন অতি অবুজন
মৰে মজি ক্ষণিক-স্মৃতিত

৬

ঝিলি নূপুৰৰ ৰূপ ধৰি,
বাজে পায়ে ৰুণু ঝুনু কৰি,
সিঞ্জনিত পৰি যায় মন।
সহচৰী কেঁচায় উকলী
মিলে থাকি থাকি সুৰ তুলি
শুনি হিয়া হয় উচ্চাটন।

৭

শঙ্খ-বাদ্য কাৰী শিয়ালৰ,
হোৱা হোৱা বৰ খৰতৰ,
দিশ বিদিশক পূৰি যায় ।
হাম্বাশব্দে গৰুৰ পোৱালী,
খোজে খোজে উড়ুৱাই ধূলী,
গোমুখৰ বাদ্যক বজায় ॥

৮

দিৱসৰ পৰিশ্ৰমত,
ভাগৰে আকুল প্ৰাণী যত,
দেখি আই বিয়াকুল ।
ফোকাবিছে শোক ৰ নিশ্বাস,
বিৰ্ বিৰ্ বায়ুৰ উচ্ছাস ;
যেনে বিৰহিণী বিনা পতি ॥

৯

প্ৰশান্ত মূৰতি প্ৰকাশিয়া,
সুশীতল কোলা বিস্তাৰিয়া
আশ্বাসিছে তনয় সবক ।
সি কোলাত পড়িয়া জগত,
মজিয়া শান্তিৰ সাগৰত,
ধন্যবাদ দিছে ঈশ্বৰক ॥

১০

সন্ধ্যা আই আহিবৰ দেখি,
নিশাচৰ জীৱ সব সুখী
হই, আপোনাৰ কামে ৰত ।
দিবাচৰে জানি অন্তকাল

লগে লই নিজ নিজ পাল
আপোন স্থানত উপগত ॥

১১

দেৱালায়ে আৰতি কৰিয়া,
ধূপ-দীপ-নৈবিদ্যাদি দিয়া,
গাইছে ব্ৰাহ্মণে স্তৱ-স্তোত্ৰ।
ভকত মহন্ত সাধু সবে
হৰিধ্বনি কৰে উচ্চৰবে
শুনি মন হোৱয় পবিত্ৰ ॥

১২

দবা-ঘণ্টা-তাল-কৰতাল,
মৃদঙ্গ-গোমুখ বাজে ভাল,
সিসবে মনক মোহিনিছে।
ঠায়ে ঠায়ে ঐক্যতান দল
মন-কান কৰিয়া শীতল,
সুমধুৰ সঙ্গীত কৰিছে ॥

১৩

এইৰূপে অল্পক্ষণ আছে,
পড়িল "পৰদা" সন্ধ্যা পাছে
লুকালে আপোন কলেবৰ।
আপোনাৰ পাল উপস্থিত,
দেখি নিশা হই পুলকিত
সমাগতা আকৃতি গম্ভীৰ ॥

ল. বে.

# কৈশিকাকৰ্ষণ।

শক্ত শক্ত নলিৰে জল বা আন পনীয়া বস্তু ওপৰলৈ উঠিবলৈ দেখি। যদি পানী থকা বাটী এটাত নলি এডাল জুবুৰিউৱা যায় তেনেহলে সেই নলি ডালৰ বাহিৰে যি মানলৈ পানী থাকিব তাতকৈ ওখলৈ নলিৰ ভিতৰেৰে পানী যাব। ইফালৰ পৰা সি ফালে দেখা বেলোৱাৰী কাঁচৰ নলি হ'লে ভালকৈ ইয়াক দেখিব পাৰি। যি কাৰণৰ নিমিত্তে নলিৰ ভিতৰেৰে এইৰূপে পানী উঠে তাকে কৈশিক আকৰ্ষণ বোলে।

ছিদ্ৰ থকা ফোঁপোলা বস্তুৰ ভিতৰেৰে এইৰূপে পনীয়া বস্তু আকৃষ্ট হই যায়। স্পঞ্জ নামে এবিধ বস্তু আছে তাৰ এফালে পানী লাগিলে সেই পানী বিয়পি গই পানী নপড়া ঠাই তিয়াই পেলায়। কিছুমান সৰহ লোণ বা চেনী এঠাইত থাকিলে তাৰ এফালে পানী লাগিলে সেইৰূপে পানী নলগা ঠাইলৈ পানী আকৰ্ষিত হই গই তাকো তিয়ায়। ব্ৰহ্মপুত্ৰৰ দাঁতিত বালি থাকিলে যি মানলৈ পানী যায় তাতকৈ অনেক বামদ বালি তিতি থাকে। চাকীত শলাকাৰে তেল গঁই চাকী জলাই থাকে। কোনো সূতা বা কাপড়ৰ কোনো এক অংশ পানীত পৰিলে যিমান অংশ পানীত পৰে তাতকৈ সৰহ অংশলৈ পানী আহে। এই বিলাক সমুদায় কৈশিক আকৰ্ষণৰ শক্তি। সেই সূতা লোণ চেনী বালি প্ৰভৃতিৰ ভিতৰে যি ছিদ্ৰ আছে সেই বিলাকেৰে, নলিৰে পানী যোৱাৰ দৰে, তৰল বস্তু যায়।

নজৰিয়া ইটা বা জেকা হ'লে বেৰৰ দাঁতিৰে কিছু ওপৰলৈকে পানী উঠি তাক জেকা কৰে। পৃথিৱীৰ ৰস গছৰ শিপাৰে ওপৰলৈ উঠে। বৃষ্টিৰ জল মাটীত পৰিলে সেই জল

মাটীৰ ভিতৰলৈ যায়। ইও কৈশিকাকৰ্ষণ শক্তিৰ নিমিত্তে; গছৰ শিপা আৰু মাটীত সেইৰূপ বিন্ধা আছে। সেই বিন্ধাবে নলিৰ দৰে ৰস আৰু পানী আকৃষ্ট হয়। ফুলাপাতৰ বা কাপোৰৰ এঠাইত পানী বা মহি পৰিলে বিমান ঠাইত সেই পানী বা মহি পৰে তাতকৈ সৰহ ঠাই এই কৈশিকাকৰ্ষণৰ প্ৰভাৱেই তিতে।

সেই নলি বা বিন্ধাৰ ভিতৰৰ জলৰ পৰমাণু বিলাক যোগাকৰ্ষণৰ দ্বাৰা পৰস্পৰ আকৃষ্ট হয়। মাধ্যাকৰ্ষণৰ শক্তি খণ্ডিত কৰি কেতিয়াবা কৈশিক আকৰ্ষণ গুণে কোনো পদাৰ্থ বস্তু ওপৰলৈ উঠে কিন্তু যেতিয়া মাধ্যাকৰ্ষণৰ শক্তি ইমান সৰহ হয় যে কৈশিকাকৰ্ষণে তাক দমাব নোৱাৰে তেতিয়া সেই বস্তু ক্ৰমে আকৌ তললৈ আহে। প্ৰকৃতে এই কৈশিকাকৰ্ষণৰ উন্নত গতি আৰু অৱনত গতি অৰ্থাৎ ওপৰলৈ উঠা আৰু তললৈ নমা একে কাৰণতে থাকি হয়।

---

## ৰাসায়ণিক আকৰ্ষণ বা সম্বন্ধ।

যোগাকৰ্ষণ প্ৰভৃতি আকৰ্ষণৰ দ্বাৰা যি যি বস্তু আকৃষ্ট হয় তাৰ প্ৰকৃতি বেলেগ নহয়। জলত জল আৰু লোণত লোণ একত্ৰ কৰিলে তাৰ প্ৰকৃতি বেলেগ নহয়। কিন্তু ৰাসায়নিক আকৰ্ষণ নামে এবিধ আকৰ্ষণ আছে তাৰ দ্বাৰা পৰস্পৰ দুটা বস্তু একেলগ হ'লে সেই সেই বস্তুৰ প্ৰকৃতি একেবাৰে পৰিৱৰ্ত্তিত হই ভিন্ন এবিধ বস্তু হয়। পাৰা বা ৰস শ্বেতবৰ্ণ তাৰ প্ৰকৃতি এক প্ৰকাৰ, গন্ধক হালধীয়া তাৰ প্ৰকৃতি এক প্ৰকাৰ। এই দুইও বস্তু মিশ্ৰিত হই হিঙুল নামে এবিধ ৰঙা বস্তু উৎপন্ন হয়। ইয়াৰ প্ৰকৃতি স্বতন্ত্ৰ। হালধি হালধীয়া আৰু

চুণ বগা । এই দুইও মিহলি হ'লে রঙা বর্ণৰ এবিধ বস্তু উৎপন্ন হয়। সংসাৰত কেতবিলাক মূল পদার্থ আছে সেই বিলাকৰে কেতবিলাক মিহলি হই আন এবিধ বস্তু হয়। যেনে টিন বা বগিতাম আৰু তাম মিহলি কৰিলে কাঁহ, দস্তা আৰু তাম মিহলি কৰিলে পিতল হয। ৰাসায়নিক আকর্ষণ আৰু সম্বন্ধৰ নিমিত্তে এইৰূপ ঘটে। বিশেষ বিশেষ বস্তুৰ স্বভাৱ-সিদ্ধ ৰূপে বিশেষ সম্বন্ধ থাকে। সেই কাৰণে উভয়ে মিলি স্বতন্ত্র এক প্ৰকাৰ গুণ ধাৰণ কৰে, যেনে কাঁচৰ এপিঠিত যদি ৰস বা পাৰা দিয়া যায় তাতে আর্চী হয় মুখ দেখি আৰু যদি মাটী দিয়া যায় মুখ নেদেখি। সোণৰ লগত যদি পাৰা মিহলোৱা যায় সোণৰ বর্ণ গুছি বগা হয় আৰু সোণৰ গুণ অধিকাংশে গুছে। কিন্তু তাত যদি পানী লাগে মছি গুচাব পাৰি সি সোণৰ লগত নিমিলে। দ্রব্য সংযোগৰ দ্বাৰা কোনো বস্তু কেতিয়াবা বিষ হয় আৰু কেতিয়াবা উপকাৰী ঔষধ হয়। এই ৰাসায়নিক সংযোগ বা আকর্ষণৰ কাৰণে ভূমণ্ডলত নানাবিধ বর্ণ আৰু বস্তু উৎপত্তি হই সংসাৰৰ বিচিত্র শোভা বৃদ্ধি কৰিছে।

---

## চৌম্বকাকর্ষণ ।

চুম্বক নামে এবিধ শিল আছে। তাৰ এইটা গুণ আছে যে সি লোহ আকর্ষণ কৰে। এচুখৰি চুম্বক যদি লোৰ গুচবৰৈল নিয়া যায় তেনেহলে সেই লো চুম্বকৰ দ্বাৰা আকৃষ্ট হই চুম্বকৰ গাত লাগিব। চুম্বক আৰু লোহাৰ পৰিমাণ অনুসাৰে এই আকর্ষণ শক্তিৰ তাৰতম্য হয়। দৰজী বিলাকে জোৰ শঙ্ক বেজীৰে কাম কৰে। পাছে সেই বেজী দৈবাৎ

যেতিয়া চুম্বক এডোখৰ যেনোৱা ঠাইৰ ওপৰেৰে নিলেই সেই চুম্বকৰ গাত আকৰ্ষণ গুণে বেছি লাগেহি। যদি চুকালে চুম্বকৰ দেৱাল বা বেড় দিয়া যায় তেনেহলে বৰ সৰু পৰিমাণৰ লোহ খণ্ডকো শূন্যতে বান্ধিব পাৰিব কিয়নো চুকাৰ পৰা চুম্বকে লোহ খণ্ডক আকৰ্ষণ কৰাত সেই লোহ খণ্ড মাজতে থাকিব। চুম্বকৰ এটা প্ৰকৃতি এই যে তাৰ একমুখ সদাই উত্তৰ মুখীয়া আৰু সিমুখ দক্ষিণ মুখীয়া থাকে। চুম্বকৰ শলি একোণী সমস্ত থাকিলে তাৰ দ্বাৰা কি অপাৰ সমুদ্ৰ কি ঘোৰ অৰণ্য সকলো ঠাইতে দিক নিৰূপণ হ'ব পাৰে। এই চুম্বকৰ শলা-ৰেই কম্পাস বা দিগ্দৰ্শন যন্ত্ৰ প্ৰস্তুত কৰে।

চুম্বকত লোহ বা তিখা ঘঁহিলে সেই লোহ বা তিখাইও চুম্বকৰ প্ৰকৃতি পায়। ইয়াক কৃত্ৰিম চুম্বক বোলে। কম্পাস যন্ত্ৰৰ কাইট ডাল আৰু মুখীয়াটৈ থৈলেও তাৰ মুখ আপোনা আপুনি উত্তৰ কাষলৈ হয়। লোহক আকৰ্ষণ কৰা আৰু উত্তৰ মুখীয়া হই থকা এই দুইটা চৌম্বকাকৰ্ষণৰ শক্তিৰ নিমিত্তে ঘটে।

---

## তাড়িত বা বিদ্যুতাকৰ্ষণ।

পৃথিবী আৰু পৃথিবীৰ ওপৰৰ বায়ু মণ্ডলত তাড়িত বা বিদুলী নামে এবিধ অতি সূক্ষ্ম পদাৰ্থ আছে। পৃথিবীৰ সমুদায় বস্তুতো কিছু পৰিমাণে বিদুলী আছে। ইয়াক সদাই নেদেখি। বিদুলীৰ এটা প্ৰকৃতি এই যে সি সকলো ঠাইত সমানে থাকে। কোনো ঠাইত অল্প আৰু কোনো ঠাইত সৰহ বিদুলী থাকিলে সেই সৰহ বিদুলী অল্প পৰিমাণে থকা বিদুলীলৈ যায়। কোনো একখণ্ড বেতকৈ যদি আন এক

খণ্ড মেঘত কম পৰিমাণে বিযুলী থাকে তেন্তেহলে সৰহ বিযুলী থকা মেঘে অল্প বিযুলী থকা মেঘৰ ওপৰাওপৰি হোৱাত সৰহ ভাগৰ কিছুমান বিযুলী অল্প ভাগলৈ যায়। এই দুই বিযুলীৰ সংযোগত এবিধ জ্যোতিঃ উঠে আৰু গৰ্জ্জন হয়। এই কাৰণেই বিযুলী আৰু মেঘৰ গৰ্জ্জন ঘটে। কেতিয়াৰ কোনো কাৰণত আকাশৰ পৰা পৃথিৱীলৈ আৰু পৃথিৱীৰ পৰা আকাশলৈ বিযুলী অহা যোৱা কৰে, তাতো বিযুলীৰ জ্যোতি আৰু মেঘ গৰ্জ্জন হয়। কেতিয়াবা কোনো কোনো বস্তুৰ পৰা বিযুলী উৎপন্ন কৰিব পাৰি। ধুনা, তেল, স্ফটিক, গন্ধক, কাঁচ, পাট প্ৰভৃতি কিছু মান বস্তুত অল্প বিযুলী জন্মাব পাৰি। কাঁচ কিম্বা লা শুকান হাতত অথবা লোমৰ বা পাটৰ বস্তুত ঘঁহি, চুলি, সূতা চড়াইৰ পাখি, তুলা কিম্বা আন কোনো লঘু দ্ৰব্যৰ ওচৰলৈ নিলে সেই কাঁচ বা লাই সেই সেই বস্তুক আকৰ্ষণ কৰিব। একখণ্ড জাঙ্গফাই যদি শুকান গাত অথবা কোনো পাট বা মুগা বা লোমৰ কাপড়ত ঘঁহা যায় আৰু চালৰ শক্ত শক্ত [illegible] তাৰ ওচৰলৈ নিয়া যায় তেন্তেহলে তাক সেই জাঙ্গফাই ডোখৰে আকৰ্ষণ কৰিব। তাড়িতাকৰ্ষণেই ইয়াৰ কাৰণ। সকলো প্ৰকাৰ ধাতু আঙ্গাৰ লোণা জল প্ৰভৃতি কেতবিলাক বস্তু তাড়িত পৰিচালক অৰ্থাৎ তাৰ দ্বাৰা বিযুলী চলাব পাৰি আৰু চলে। কাঁচ, গন্ধক, ধুনা, পৰিশুষ্ক বায়ু, কাঠ, কাগজ, চুলি পাটসূতা, পক্ষৰ লোম চড়াইৰ পাখী অপৰিচালক, অৰ্থাৎ ইহাৰ দ্বাৰা বিযুলী আন ঠাইলৈ চলাব নোৱাৰি আৰু নচলে। [illegible] বিযুলীৰ প্ৰকৃতি আছে। এই বিষয় এই ক্ষুদ্ৰ প্ৰবন্ধত লেখা বাহুল্য। পাঠক সকলে অধিক [illegible] কৰিব।

---

# ভাৰকেন্দ্ৰ।

বস্তু মাত্ৰতে এনে এটা স্থান আছে যঁত সেই বস্তুৰ সমুদায় ভাৰ অন্তৰ্হিত থাকে আৰু যত ধৰিলে সেই বস্তুটো স্থিৰ হৈ থাকে। সেই স্থানটো এটা বিন্দু ইয়াকে ভাৰকেন্দ্ৰ বোলে। সমান এডাল লোহ দণ্ডৰ ঠিক মাজ ঠাইত জৰি লগাই ওপৰত আঁৰি থঁলে সেই বস্তু স্থিৰ হৈ থাকিব। কোনো ফালে নামি নাযায়। কিয়নো ভাৰ সেই জৰিৰ দুফালে যি পৰমাণু বিলাক আছে সেই বিলাক পৃথিৱীৰ মাধ্যাকৰ্ষণৰ নিমিত্তে সমানে আকৃষ্ট হয়। সেই ভাৰকেন্দ্ৰ বিন্দুত কোনো ভাৰ না থাকে। সকলো বস্তুৰ ভাৰকেন্দ্ৰ বিন্দু সম মধ্যস্থলত নহয়। সেই বিন্দু বিচাৰি উলিয়াবৰ নিমিত্তে পণ্ডিত সকলে নিয়ম স্থিৰ কৰিছে। গোলাকাৰ বস্তুৰ ভাৰকেন্দ্ৰ তাৰ মধ্য কেন্দ্ৰ; আঙ্গঠি আৰু চোলৰ ভাৰকেন্দ্ৰ তাৰ মাজৰ শূন্য স্থানত। দীৰ্ঘাকাৰ অথচ একফালে সৰু আৰু আন ফালে ডাঙৰ এনে বস্তুৰ ভাৰকেন্দ্ৰ ঠিক সেই বস্তুৰ মাজ ঠাইত নহয়: যিফালে ডাঙৰ সেই ফালৰ ওচৰতে কোনো ঠাইত সেই বিন্দু থাকে। বাজিকৰ বিলাকে জৰি এডালৰ ওপৰেৰে যাওঁতে বাঁহ এডাল ধৰে। সিহঁতে সেই বাঁহৰ ভাৰকেন্দ্ৰ জানি তাতে হাতেৰে ধৰে সেই কাৰণে সেই বাঁহ ধৰি সিহঁতে জৰিৰ ওপৰেৰে অহা যোৱা কৰে।

কোনো বস্তুৰ ভাৰকেন্দ্ৰৰ পৰা এটা লম্ব ৰেখা টানিলে যদি সেই ৰেখা সেই বস্তুৰ ভিতৰতে পৰে তেনেহলে সেই বস্তু স্থিৰ থাকে। সেই নহ'লে সেই বস্তু স্থিৰ হৈ থাকিব নোৱাৰে ঢলি পৰে। কোনো প্ৰাচীৰ বা স্তম্ভৰ ভাৰকেন্দ্ৰৰ পৰা লম্ব ৰেখা টানিলে সেই ৰেখা যদি তাৰ ভিতৰতে তলৰ

পৰে সেই প্ৰাচীৰ বা স্তম্ভ নপৰে। যদি কোনো কাৰণত সেইৰূপ নঘটে সি পৰিব। বতাহত গুড়ি উভালি হেঁলি পৰা গছ অনেক দিন মাটীত নপৰাকৈ থাকে। তাৰ কাৰণ এই যে সেই গছৰ ভাৰকেন্দ্ৰ বিন্দুৰ পৰা লম্ব টানিলে সি সেই গছতে পৰে। যি বস্তুৰ ওপৰ ভাগ তলৰ ভাগতকৈ সৰু সি সেই কাৰণে স্থিৰ হৈ থাকে আৰু হালিলেও হঠাৎ নপৰে। কিন্তু যাৰ ওপৰ ভাগ অপেক্ষা নিম্নভাগ সৰু সেই বস্তু শীঘ্ৰে পৰিবৰ সম্ভৱ। মানুহ সৰলৰূপে থিয় হৈ থাকিলে সেই লম্ব ৰেখা দুই ভৰিৰ মাজতে পৰে সেই কাৰণে স্থিৰ হৈ থাকিব পাৰে। যদি এখান ভৰি তুলি এখান ভৰিৰে থিয় দিয়া যায় তেনেহ'লে সেই লম্ব ৰেখা আগৰ ঠাইত নপৰাত স্থিৰ থাকিব নোৱাৰি। পিছলা খাই এফালে পৰিবলৈ ধৰিলে মানুহে স্বভাৱতঃ ইখন হাত মেলি দিয়ে তাৰ কাৰণ এই যে শৰীৰৰ ভাৰকেন্দ্ৰ শৰীৰৰ তলতে ৰাখে। কোনো কাৰণত ইয়াক কৰিব নোৱাৰিলে মানুহ পৰি যায়।

তলৰ মূৰ কৰি কোনো নাদৰ পৰা পানী তুলিব লাগিলে ভাৰকেন্দ্ৰ ঠিক ৰাখিবলৈ লোকে ভৰি দুখান বহলাই দিয়ে। মূৰত বোজা লৈ চলিব লাগিলে মূৰ থিয়কৈ ৰাখিব লাগে। পিঠিত বোজা ললে সন্মুখৰ ফালে আৰু সোঁ ফালে ভাৰ ললে বাওঁ ফালে হালি যাব লাগে। মাচিয়াৰ পৰা উঠিলে অথবা অথলাৰে ওখলৈ উঠিলে সন্মুখৰ ফালে হেঁলি যাব লাগে আৰু তললৈ নামিলে কিছু পিঠি ফালে হালিব লাগে। নৌকাত যাওঁতে যদি অকস্মাৎ ধুমুহাত পৰা যায় তেনেহ'লে তাতেই স্থিৰভাৱে থাকিব লাগে। যদি তাক নকৰি থিয় হোৱা যায় অথবা ইফাল সিফাল হোৱা যায় তেনেহ'লে নাৱৰ তলিৰ সিফালে তাৰ ভাৰকেন্দ্ৰ বিন্দু পৰাত নৌকা বুৰিবৰ সম্ভৱ।

পালা পানস আৰু তুলাচনীত সেই ঠাইতে জৰি বান্ধিলে বস্তু স্থিৰ থাকে যতে তাৰ ভাৰকেন্দ্ৰ বিন্দু থাকে। যিমান গধুৰ বস্তু হওক তাৰ ভাৰকেন্দ্ৰ বিন্দু স্থিৰ কৰিব পাৰিলে সেই ঠাইত জৰি লগাই তাক ওলোমাই স্থিৰভাৱে বান্ধিব পাৰি। আৰ্কিমিডিস্ নামে এজন পণ্ডিতে কইছিল বোলে যদি তেঁও পৃথিৱীৰ কেন্দ্ৰ বিন্দুত জৰি এডাল লগাব পাৰিলে হেঁতেন তেনেহলে আঙ্গুলীৰ আগতে পৃথিৱী খন ওলোমাই ধৰিলে হেঁতেন। ফলিতাৰ্থে ভাৰকেন্দ্ৰ বিন্দুত সেই বস্তুৰ ভাৰ নাথাকে।

---

## ঈশ্বৰৰ স্থান কত?

ৰূপহ জোনৰ জ্যোতি যৌতময় অতি,
চকুৰ তৃপিতিকৰ মহা মনোহৰ,
যাৰ অনুভৱে হিয়া হয় সুশীতল,
কিবা সেই ঠাই ঈশ্বৰৰ বাস-ঘৰ।

২

আয়মী আনন্দ ঘৰপৰ পৰকাশি,
পুখুৰীত পদ্মফুল ফুলিয়া আছয়,
আপোন শোভাক ভাবি তবধ আপুনি,
কিবা জানো সিটো স্থান ঈশ্বৰৰ হয়।

৩

গোলাপপুষ্পৰ পাহী পৰম সুন্দৰ,
মিচিকীয়া হাঁহিৰে হৰিব হই মন,
বিতাৰিছে আনন্দক অমৃতৰ তুল্য,
তাতেকি হইছে ঈশ্বৰৰ বাসস্থান।

৪

সেউটী মালতী জুতি জাঁই চেনীচম্পা,
শেৱালী বকুল আদি যতেক প্ৰসূন,
আমোদিয়া আছে গন্ধে গোটেই বাগিছা,
হয়নে কি ইসকল ঈশ্বৰ স্থান ।

৫

কঢ়িয়াই মন্দ বায়ু ফুলৰ সৌৰভ,
সন্তোষিছে অসন্তোষী সমস্ত জগত,
সেই সৌৰভৰ মাজে কিবা তাৰ ঠাঁই,
সদানন্দ নামে জানো তাক্তেই বেকত ।

৬

পচুৰ কোমল পাত নানা বৰণীয়া,
বসন্ত বিভোল হই খেলিছে বায়ুবে,
সিখেলাৰ মাজে তেওঁ কিবা আছে বহি,
অপৰূপ অপূৰ্ব্ব আনন্দ প্ৰচাৰি ।

৭

তোমোৰাই গুণ্ গুণ্ বজাবে মধুৰ,
কুহু কুহু ৰবে কুলি পঞ্চম পুৰিছে,
সখিয়তী "সখিঔ" মাতিয়া সুৰেণা,
মোহে মন, কিবা তাৰ এই স্থান হইছে ।

৮

কেতেকী" "কেতেকী" কৰি মাতিছে কেতেকী,
কুকপুখী তাৰ মাজে"কুক''''কুক" ডাকে,
কাঢ়িনিছে মন, প্ৰাণ কৰিয়া বলিয়া"
আহা ! ইসকল ঠাযে জানো তেওঁ থাকে ।

৯

জোপাত পৰিয়া সুললিত গান গাই,
ভাতফেছু আদি কবি গায়ক চৰাই,
কিবা ইসকল গানে তেওঁৰ নিবাস,
ত্যেজিয়া সকলো আছে ইয়াত লুকাই।

১০

শিশুৰ মধুৰ হাঁহি আধা ফুটা মাত,
থানাক্‌ থুনুক খোজ তাতুলী ভাতুলী,
ফুলৰ সদৃশ ৰূপ ভাব কি আলয়,
থাকে কি ইয়াত তেওঁ বৈকুণ্ঠক ভুলি।

১১

স্বৰ্গীয় দাম্পত্য প্ৰেমে কিবা তাৰ বাস,
ষোড়শীৰ কমনীয় ৰূপত কি জানি,
অথবা বিজুলী হৃদয়ত তেওঁ থাকি,
থমকি, থমকি, চাই মেঘে ভোলা পানী।

১২

ভগিনীৰ ভাল পোৱা ভ্ৰাতৃৰ মমতা,
পিতৃৰ পৱিত্ৰ স্নেহ মাতৃৰ মৰম,
পৰ উপকাৰ দয়া দাক্ষিণ্য সাধুতা,
ইত্যাদিত কিবা তাঁৰ স্থান অনুপম।

১৩

উগ্ৰচণ্ড পৰচণ্ড ভূপৰৰ বয়,
ডমক্‌ ডমক্‌ ভুই চালে চতুৰ্দ্দিশে,
দিকালত জীয়ে বৃক্ষ তলে লয় ভুৰ,
সেই ভুৰ মাজে হব ঈশ্বৰ নিবাস।

১৪

মৃদঙ্গ চৌতাব খোলে কিবা তেওঁ থাকে,
ভিঙ্ ভিঙ্, দাভিবি, টাক্ টাক্, শুনি,
ফ্লুট হার্ম্মনিয়মব সুললিত সুবে,
বাখিছে বাজিয়া জানো নেপাওঁ একো গুণি,

১৫

গায়কীব কণ্ঠস্বৰে কিবা মিল হই,
গীতৰূপ সুধা হই, কানত প্রবেশে,
নির্ঝব স্বৰূপে মিঠা কল কল ৰবে,
লবিছে অথবা মহা সমুদ্রব পাশে!

১৬

যোগীব অনন্ত ধ্যান তেওঁব কি আবাস,
লক্ষ হাত সুগভীব ভকতব প্রেম,
পয়োধিব মাঝে জানো তেওঁ লইছে বাস,
কোনে জানে কোনে বুঝে ঈশ্বৰব মর্ম্ম।

১৭

হব পাই চকুব মণিত স্থান তাঁব,
আদবব পাত্রবিত্তো সকলোতে সাব,
ইপ্রকাব অত্যুত্তম স্থানে তেওঁ বসে,
অৰণ্য অৰণ্য, দেখা কবিয়া বিচাব।

১৮

জানিলোঁ জানিলোঁ তেওঁ কোন ঠায়ে থাকে,
জগতত উৎকৃষ্ট যিসব অত্যন্ত,
ঠাইব, সিসব ঈশ্বৰব বাসস্থান,
সেই সব যত আছে বৈকুণ্ঠ সি এই।

* ঈশ্বৰ সর্ব্বব্যাপী।

# বাজনা।

ইতি পূৰ্ব্বে কোনো সময়ত আমি আমাৰ দেশৰ গীতৰ বিষয় আলোচনা কৰিছিলোঁ। এই বাৰ বাজনাৰ বিষয় আলোচনা কৰিম। যেনে অৱস্থাৰ মানুহ হওক বাজনা বজায়। হাতেৰে মুখেৰে বাঁহেৰে অথবা আন উৎকৃষ্ট যন্ত্ৰেৰে বাজনা বজায়। আমাৰ সৰ্ব্ব সাধাৰণৰ মাজত চলিত ঢোল, টকা প্ৰভৃতি বাজনা অতি প্ৰাচীন। শ্ৰীশঙ্কৰ দেৱে নানা দেশ ভ্ৰমণ কৰি এই দেশলৈ গীত পদ আৰু তাৰ উপযোগি বাজনা আনি প্ৰচাৰ কৰিলে। খোল মৃদঙ্গ কৰতাল প্ৰভৃতি তেওঁ এই দেশত প্ৰকাশিত কৰিলে। সেই ৰূপেই চলি আছিল। আৰু এতিয়াও অল্প ইতৰ বিশেষ ৰূপে চলি আছে। প্ৰায় প্ৰতি সত্ৰত আৰু প্ৰায় প্ৰতি গ্ৰামত দেশৰ অধিকাংশ ঠাইত ভাৱনাৰ যোড়া আছে তাত সময়ে সময়ে তিথিএ মহোৎসৱে ভাৱনা হয়। ৰুদ্ৰ সিংহ স্বৰ্গদেৱে এই দেশত অনেক ন কথা উলিয়ালে। স্বৰ্গদেৱে পাখোৱাজ বাজনা আৰু তাৰ উপযোগী গীত কৃষ্ণমঙ্গল, দুৰ্গামঙ্গল প্ৰভৃতি গীত দেশলৈ আনিলে। এনে কথা ৰাষ্ট্ৰ আছে বোলে কোনো এজন এই দেশীয় লোকে ভাটীলৈ গৈ নানা কষ্ট ব্ৰত কৰি সদাশিৱৰ বহুত গীত আৰু বাজনা শিক্ষা কৰে। সেই জনৰ সন্তান সন্ততি এই পৰ্য্যন্তে কাথ গায়নৰ ঘৰৰ বুলি প্ৰসিদ্ধ। কালক্ৰমে আন কোনো কোনো লোকে বঙ্গাল দেশলৈ গৈ সেই দেশৰ কোনো কোনো জনে বঙালী বাজনা আৰু বঙালী আৰু দেশী নিয়মৰ বাজনাৰ নিয়ম চলালে। তাক বঙলুৱা আৰু আধ বঙলুৱা বোলে।

পাখোৱাজ বাজনাৰ লগত গোৱা গীত একেবাৰে ৰজাঘৰীয়া। ৰজা আৰু ৰজাৰ চিহ্নিত কৰ্ম্মচাৰী বিনে আনে

তাক দেখিবলৈ বা শুনিবলৈ না পায়। সত্র আৰু গাঁওত যি গীত পদ গোৱা হয় বা বাজনা বাজোৱা হয় তাকে মাত্র সাধাৰণে চাবলৈ পায়। হাজো বা হয়গ্রীৱ, মাধৱ ডুবী বা পৰিহৰেশ্বৰ, বিশ্বনাথ আৰু দেৱৰ গাওঁৰ দেৱালয়ত একো একো যোড়া নাচনিয়াৰ আৰু তাৰ উপ-যোগি গায়ন বায়ন বৰ্ত্তা ধৰৰ পৰা দিয়া হইছিল। সিহঁতে তিনিও প্রসঙ্গত দেৱতাৰ আগত নাচ বাজনা কৰে। এই সকল বাজনা এতিয়া লোপ হই আহিব লাগিছে। লোকৰ ৰুচিও সলনি হব ধৰিছে। ভাবিব লাগিলে এই বোৰ একেবাৰে লোপ হবলৈ দিয়া কৰ্ত্তব্য নহয়। এই বোৰ আমাৰ বহু যত্ন আৰু শ্রমৰ উপাৰ্জ্জিত বস্তু।

---

## মেঘ ।

(১)

কি ভাবি হে মেঘ আজি শ্বেত কলেবৰ,
শ্বেত যেন তুলা ৰাশি,
কিম্বা বৰফৰ ৰাশি,
অতি ক্ষুদ্র আয়তনে, সুদূৰ অম্বৰে,
হইলা উদয় কোৱা কি ভাবি অন্তৰে।

(২)

কোমলতাপূৰ্ণ দেহ ; ধবল বৰণ ;
কিঞ্চিতো নাহিক দাগ,
কেবল সুশ্বেত ৰাগ;
নাহি পাপ লেশ দেহে, সুপবিত্র মন ;
আকাশৰ এককোণে ফিছা দৰশন।

(৩)

কৃষ্ণ বক্ষে জ্বলে যেন স্ফটিকর মণি,
কিম্বা শ্যাম দূর্ব্বাদলে,
যথা জলবিন্দু জ্বলে,
ছায়াবৃত জলে যেন শোভে কমলিনী,
বিস্তীর্ণ সমুদ্রে কিম্বা ধবল তরণী।

(৪)

সিরূপে তুমিও সেই বিস্তীর্ণ গগনে,
রজতবে দেহ সাজি,
শোভিছা হে মেঘ আজি
দেখোঁতে জুড়ায় চকু, ক্ষুদ্র আয়তনে,
উদিছা নতুন ভাবে সুকোমল মনে।

(৫)

পূর্ব্ব দিশে ধীরে ধীরে বহে সমীরণ,
তাহাক বাহন করি,
সহর্ষে স্কন্ধত চড়ি,
ধীরে ধীরে ভাসি যোৱা গজেন্দ্র গমন,
ধীরে ধীরে জলস্রোতে যেন হংসগণ।

(৬)

শান্তমূর্ত্তি শান্তভাব করিছা ধাৰণ,
অমৃতৰে দেহ ধুই,
আহিছা পবিত্র হই,
সৰল কোমল মনে দিছা দৰশন,
এই দৰশন আজি নয়ন ৰঞ্জন।

(৭)

ইরূপ প্রশান্ত ভাব দর্শিলে তোমাৰ,
বিশ্বাস নহয় মনে,
তুমিও যে এতিক্ষণে,
ঘুৰি পুনঃ ধৰিবাহা বিশাল আকাৰ,
কৃষ্ণ দেহে আস্কাৰিবা সমস্ত সংসাৰ।

(৮)

নহয় বিশ্বাস,—হেন কোমলতা যাঁৰ,
কাঠিন্যে যে পৰিণত,
হইবেক নিমেষত,
ধৰিবা কৰাল মূর্ত্তি, ত্যজি ক্ষুদ্র কায়,
গর্জ্জিবা সুঘোৰ নাদে মেদিনী কঁপাই।

(৯)

অথবা বিশ্বাস নহব কিয় ? প্রত্যক্ষ প্রমাণ,
সদাই দেখিছোঁ আমি
নানারূপ ধৰি তুমি,
বক্সা, বগা, হালধিয়া কাঞ্চন সমান,
দেখা দিয়া ক্ষণে ক্ষণে ঢাকি শূন্যস্থান।

(১০)

দৰশিছোঁ কেতিয়াবা বিকট দর্শন,
কৃষ্ণ দেহে ক্রোধমনে,
দিগন্ত বিয়াপি ক্ষণে,
দৰশোৱা বিভীষিকা চপলা নর্ত্তন ;
কপিছোঁ শুনিয়া তব ভীষণ গর্জ্জন।

(১১)

দৰশিছোঁ কেতিয়াবা শিলা বৰষণে
সযত্নে পালিত কত,
শস্যগণ কৰা নষ্ট,
প্ৰাণী সবো বধ কৰা বজ্ৰ নিক্ষেপণে
ইমত নিৰ্দ্দয় তুমি। শোধোঁ সিকাৰণে।

(১২)

কি ভাবি হে মেঘ আজি শ্বেত কলেবৰে,
শ্বেত যেন তুলা ৰাশি,
কিম্বা বৰফৰ ৰাশি,
অতি ক্ষুদ্ৰ আয়তনে, সুদূৰ অম্বৰে,
হৈলা উদয় কোৱা কিভাবি অন্তৰে।

শ্ৰীভঃ

---

# নেপলিয়ন বোনাপাৰ্ট।

ইংৰাজি ১৭৬৯ খ্ৰীঃ অব্দত আগষ্ট মাহত নেপলিয়ন বোনাপাৰ্ট কৰ্শিকা উপদ্বীপৰ অন্তৰ্গত এজাশিও নগৰত জন্ম গ্ৰহণ কৰে। তেঁওৰ সময়ত তেঁও এজন প্ৰধান লোক আছিল। তেঁওৰ বাপেকৰ নাম কাৰ্লোবোনাপাৰ্ট। তেঁওৰ মাক অতিশয় ৰূপৱতী আৰু গুণৱতী আছিল। কাৰ্লোবোনাপাৰ্টৰ ১৩ জন সন্তান আছিল তাৰ ভিতৰত ৮ জন সংসাৰৰ নিমিত্তে ডাঙৰ মানুহ হৈছিল। নেপলিয়নে দহ বছৰ বয়সতে বিদ্যা শিকিবৰ নিমিত্তে আৰম্ভ কৰিছিল। প্ৰথমে তেঁও শাটো ব্ৰায়ান নামে এক ঠাইত পাঁচ বছৰ বিদ্যা অধ্যয়ন কৰি সুশিক্ষিত হয়। তেঁওৰ ১৫ বছৰ বয়স হোৱাত

সেই বিদ্যালয় পৰিত্যাগ কৰি ফ্ৰান্স দেশৰ ৰাজধানী পাৰিস নগৰৰ বিদ্যালয়ত নিজে সোমাল। নেপলিয়নৰ উৎসাহ আৰু পৰিশ্ৰমত মানুহ বিলাক আশ্চৰ্য্য হল। নেপলিয়ন সৎ প্ৰকৃতিৰ লোক হ'বলৈ ধৰিলে। তেওঁক যদি কেনোবা বন্ধুএ বেয়া কথা কয় তেনে হলে নেপলিয়নে তাৰলগত বিবাদ কৰিবলৈ ভাল নেপাইছিল। তেওঁৰ লগৰীয়াৰ নিমিত্তে প্ৰাণপণে যত্ন কৰে—তেওঁৰ লগৰীয়া বিলাকৰ নিমিত্তে প্ৰাণ দিব পাৰে। তেওঁৰ কোনো লগৰীয়া বেয়া পথলৈগলে তাক ভাল পথলৈ আনিবৰ নিমিত্তে যত্ন কৰে। তেওঁ গণিত প্ৰভৃতি বিদ্যাত ইমান ব্যুৎপত্তি লাভ কৰিলে যে ইংৰাজি ১৭৮৩ সনত তেওঁ সেই বিলাকৰ পৰীক্ষাত উত্তীৰ্ণ হ'ই অনেক পুৰস্কাৰ ও খ্যাতি লাভ কৰিলে। ইংৰাজি ১৭৮৪ সনত শাটৌব্ৰায়ান কলেজৰ প্ৰধান অধ্যাপকে ফ্ৰান্সৰ ৰাজলৈ এখান চিঠি লেখিলে যে "নেপলিয়ন বোনাপাট গণিত শাস্ত্ৰ প্ৰভৃতি বিদ্যাত অনেক জ্ঞান লাভ কৰিছে, আৰু পাৰিসৰ প্ৰধান বিদ্যালয়ত পঢ়াৰ উপযুক্ত। তেওঁ ভূগোল, গণিত, নাবিক বিদ্যাতো সম্পূৰ্ণ ৰূপে জ্ঞান লাভ কৰিছে। কি জানি তেওঁৰদৰে প্ৰখৰ বুদ্ধিৰ ছাত্ৰ পোৱা কঠিন। তেওঁ কেৱল যুদ্ধ বিদ্যাৰ উচ্চ শিক্ষা পাবলৈ বাকি আছে।" নেপলিয়ন পাৰিসনগৰৰ যুদ্ধ বিদ্যালয়ত অধ্যয়ন কৰিতাতে এটা শক্ত ৰৱত জীৱন যাত্ৰা নিৰ্ব্বাহ কৰিছিল। তেওঁৰ পৈতৃক সম্পত্তি একো না ছিল। যুদ্ধ বিদ্যা জানা মানুহৰ তাৰলৈগই আলোচনা কৰি থাকোতে থাকোতে কেতিয়াবা আহাৰাভাৱে ক্লেশ পাইছিল।

ইংৰাজি ১৭৮৫ খৃঃ অব্দত তেওঁ সহকাৰী সৈন্যাধ্যক্ষ পদত নিযুক্ত হয়। তেওঁৰ ২০ বছৰ বয়সত ফ্ৰান্সৰ ৰাজ

বিপ্লৱ হোৱাৰ সময়ত ইংৰাজি ১৭৮৯ খ্ৰীঃঅব্দত নেপলিয়নে ৰণ পাণ্ডিত্য প্ৰকাশ কৰিলে। "পালি" নামে কৰ্ণিকা উপ-দ্বীপৰ এজন লোক সৈন্যাধ্যক্ষ আছিল, নেপলিয়নৰ ৰণ পাণ্ডিত্য দেখি ইংৰাজি ১৭৯৩ সনত তেওঁকে সৈন্যাধ্যক্ষ পদত নিযুক্ত কৰিলে। "টাউলা" নগৰ তেওঁ যেনেকুৱা সাহসৰ সহিত আক্ৰমণ কৰিলে তাৰ দ্বাৰা বোধ হয় কেৱল তেওঁৰ বলৰ দ্বাৰাই শত্ৰুপক্ষ পৰাস্ত হ'বলগীয়া হইছিল। ইংৰাজি ১৭৯৭ খ্ৰীঅব্দত মাৰ্চ মাহত তেওঁ "জোছেফীন" নামেৰে এজনী বিধবা ৰমণীক বিবাহ কৰিলে। তেওঁৰ মাকবাপেক, মপনিয়াৰ আছিল। আৰু পূৰ্ব্বৰ স্বামীও দুখিয়া আছিল। কিছু দিনৰ পাছত নেপলিয়ন বোনাপাৰ্ট ইটালি দেশৰ সৈন্যাধ্যক্ষ পদত নিযুক্ত হয়। তেওঁ লোডি যুদ্ধত জয়লাভ কৰে। তেওঁ ইটালিৰ অন্তৰ্গত অনেক যুদ্ধত জয়লাভ কৰে আৰু যুদ্ধ নৈপুণ্য দেখুৱাই এক ৰকম কৃতকাৰ্য্য হইছিল। অষ্ট্ৰীয়া যুদ্ধত অষ্ট্ৰীয়া জাতিক বাৰে বাৰে যুদ্ধত পৰাস্ত কৰে। অৱশেষত সন্ধি স্থাপন কৰিবলৈ বাধ্য হইছিল। "বিয়ানা" নামে নগৰৰ অন্তৰ্গত গাঁও এখানত তেওঁ কিছুদিন থাকিল। ইংৰাজি ১৭৯৮ খ্ৰীঅব্দত ১৪ হাজাৰে সেনা লই মিসৰ দেশ আক্ৰমণ কৰিবৰ নিমিত্তে যুদ্ধ জাহাজত উঠিল। বাটত "মাল্টা" দ্বীপ জয় কৰে। তাৰ পাছত একাৰ নামে এক স্থানত "সীড্‌নী স্মীথ্" সাহেবৰ লগত ভয়ানক যুদ্ধ হয়। কিন্তু তেওঁ ব্ৰিটিশ সৈন্য দ্বাৰা মিশৰলৈ য'বলৈ প্ৰতিবন্ধক ঘটালে। অৱশেষত তেওঁ স্বদেশলৈ যাম বুলি তেওঁৰ কিছু বন্ধুক লই অপ্ৰকাশ্যে যাবৰ নিমিত্তে উদ্যত হ'ল। ১৭৯৯ খ্ৰীঃঅব্দত ফ্ৰেজস্ নামে এক স্থানত জাহাজৰ-পৰা নামি পেৰিস নগৰলৈ গ'ল।

পাৰিস নগৰত ৰাজ্য শাসন কৰিবৰ নিমিত্তে এটা সভা আছে, সেই সভা কোনো কাৰণ বশতঃ স্থগিত কৰি তাৰ সকলো কাম তেঁও নিজে কৰিবলৈ ধৰিলে। ১৮০০ খ্ৰীঃঅব্দত মাৰেঙ্গো দেশৰ বিখ্যাত যুদ্ধত জয় কৰাত তেঁও ইটালিৰ ৰাজা হয়।

১৮০৪ খ্ৰীঃঅব্দত তেঁও সম্ৰাটৰ মৰ্য্যাদা প্ৰাপ্ত হয়। তেঁও স্বীয় পত্নীৰ লগত ৰাজ্যাভিষিক্ত হ'ই ফ্ৰান্স দেশৰ সম্ৰাট হইছিল। অন্যান্য কাৰ্য্য বিলাক অষ্টম পায়স্ নামে পোপৰ দ্বাৰা সম্পাদিত হয়। পোপে নেপলিয়নক ৰাজ মুকুট দি শাস্ত্ৰ বিহিত কাৰ্য্য কৰিছিল। প্ৰথমে ৰাজ মুকুট গ্ৰহণ কৰি তেঁওৰ স্বীয় পত্নীৰ মুৰত পিন্ধালে। কিছু দিনৰ পাছত ইংলণ্ড আক্ৰমণ কৰিবৰ নিমিত্তে ইচ্ছা কৰিলে। তেঁও দুই লক্ষ সেনা ল'ই যুদ্ধ জাহাজত উঠিল। আৰু তেঁও বিলাক বলন নামে এক স্থানত ছাউনি কৰি থাকিল। ট্ৰাফালগাৰ নামে এক স্থানত ইংৰাজ সৈন্য দ্বাৰা জাহাজ ভাঙ্গিলে। কাজে কাজেই তেঁও বিপদত পৰিল। পিছত তেঁও বিলাক "ডেনি-ওব" নদীৰ তীৰলৈ যাবৰ নিমিত্তে ইচ্ছা কৰিলে। ইংৰাজি ১৮০৫ খ্ৰীঃঅব্দত ফৰাশি সেনা বিলাক ভিয়ানা নগৰত সোমায়। এই সময়ত "অষ্টাৰলি টজ" নামে এক স্থানত যুদ্ধ আৰম্ভ কৰিলে। নেপল্‌শ দেশৰ ৰাজ্য তেঁওৰ স্বীয় পত্নী জোজে-ফীনক দান কৰিলে ইংলণ্ডৰ ৰাজ মুকুট লুইক দান কৰিলে আৰু ওৱেষ্টফেলিয়াৰ ৰাজ্য জেৰমক দান কৰিলে। তেঁওৰ ইমান ৰাজ্য আছিল যে তেঁও নিজে শাসন কৰিব নোৱাৰিছিল। নেপলিয়নে প্ৰুছিয়া দেশৰ লোকবোৰে সইতে যুদ্ধ কৰিবৰ নিমিত্তে ইচ্ছা কৰিলে। জেনা নামে যুদ্ধত তেঁওৰ আশা তৰুৰ মূল উৎপত্তি হয়। ইংৰাজি ১৮০৭ খ্ৰীঃঅব্দত

প্ৰসিয়া দেশৰ লোক বিলাকে সন্ধিস্থাপন কৰিব লগিয়া হইছিল। পিছত নেপলিয়নেৰ স্পেইন ৰাজ্য আক্ৰমণ কৰিলে। নেপলিয়নে বিবেচনা কৰিলে যে—তেঁওৰ পত্নী 'জোজেফিনৰ" সন্তান হোৱাৰ কিছু সন্দেহ আছে সেই তাৰ তেঁও "লুইসিয়া" নামে এক কন্যাক বিয়াহ কৰিলে।

"লুইসিয়াৰ" গৰ্ভত লৰা এটি হ'ল। সেই পুত্ৰৰ নাম "নেপলিয়ন ফ্ৰান্‌স চাৰলস জোজেফ।" তেঁও ৰোমেৰ ৰাজা উপাধি প্ৰাপ্ত হ'ল। নেপলিয়ন বোনাপাৰ্ট ৰুশিয়া ৰাজ্য আক্ৰমণ কৰিবৰ নিমিত্তে ইচ্ছা কৰিলে তেঁও সাত লক্ষ মান সেনা ল'ই যুদ্ধ আহাজক উঠিল। "বোৱা ডিনো" নামে এক স্থানত স্বসৈন্যে উপস্থিত হয়। ৰুশিয়া ৰাজাই গুনি ৮ লক্ষতকৈ অধিক সেনা গোটাই যুদ্ধ কৰিলে। দুই ফালৰ অনেক লোক মৰিল। নেপলিয়নে এনেকুৱা যুদ্ধ কৰিলে যে বিপক্ষ দল আগবাঢ়িব নোৱাৰে। কাকো কোনেও হকুৱাব নোৱাৰিলে। এনেকুৱা যুদ্ধ ইওৰোপত হোৱা নাই।

তাৰপাছত তেঁও মস্‌কোই নগৰলৈ গ'ল। তেঁও এসময়ত ইচ্ছা কৰিছিল যে তেঁও হেমন্ত কাল মস্‌কোই নগৰত কটাব সেই নগৰৰ ঘৰ বিলাক পুৰিলত তেঁওৰ থোৱাৰ বড় কষ্ট হ'ল। তেঁও এই বিলাক দেখি পাৰিস নগৰলৈ গ'ল। "সেনেটা" নামে সভাৰ পেৰা ৫ লক্ষ সেনাৰে প্ৰসিয়া দেশলৈ যাত্ৰা কৰিলে। অষ্ট্ৰীয়া, প্ৰসিয়া, ৰুশিয়া, এই তিনি ৰাজ্যৰ লোক এক হই নেপলিয়নেৰ লগত যুদ্ধ কৰিবলৈ উদ্যত হল। জাৰ্মেনীৰ অন্তৰ্গত লীপজীক নগৰত ঘোৰ যুদ্ধ হয়। তেঁওৰ বহুত সেনা মৰিল। তাৰ পাছত নেপলিয়ন পাৰিস নগৰলৈ গ'ল। [illegible]

অনেক ঠাইত যুদ্ধ কৰিলে, অনেকত কৃত কাৰ্য্য হ'ল। অনেকত হ'ব নোৱাৰিলে। অষ্ট্ৰীয়া, প্ৰসিয়া, ৰুশিয়া, এক মত অৱলম্বন কৰি ৪০ লক্ষ সেনাৰে ফ্ৰান্স আক্ৰমণ কৰিলে। তাৰ পাছত অনেক যুদ্ধ হ'ল। অৱশেষত ফ্ৰান্স দেশৰ ৰাজা নেপলিয়নে ৰাজ্যত্যাগ কৰিব লগিয়া হ'ল। তেঁও ফ্ৰান্স দেশ ত্যাগ কৰি এলবানগৰলৈ গ'ল। বিপক্ষে ছলে "অষ্টাদশ লুই" নামে একজনক ৰাজা কৰি থাই। নেপলিয়নে সামান্য ভাবে কালযাপন কৰিলে। ১৮১৫ খ্ৰীঃঅব্দত এদিন ৰাতি ১২ হাজাৰ সেনাৰৈ যুদ্ধ জাহাজত উঠিল। ফ্ৰুজস নামে এক স্থানত জাহাজৰ পেৰানামিল। তেঁও নমা মাত্ৰেই তেঁওৰ আগৰ সেনা বিলাক তেঁওৰ অনুগত হ'ল। এই বিলাক শুনি অষ্টাদশ লুই ফ্ৰান্ ডাবস্ নামে এক স্থানলৈ পলায়ন কৰিলে নেপলিয়নে পূৰ্ব্বৰ দৰে পাৰিস নগৰত কাল যাপন কৰিলে। তেঁও ৰাজা হোৱা দেখি সকলো আনন্দিত হ'ল। অষ্ট্ৰীয়া, প্ৰসিয়া, ৰুশিয়া এক মত অৱলম্বন কৰি নেপলিয়নক পাৰিসৰ পৰা খেদাবৰ নিমিত্তে চেষ্টা কৰিলে। নেপলিয়নে দুই লক্ষ পদাতিক আৰু ৫০ হাজাৰ অশ্বাৰোহী লই পয়াৰ্চালু পালেগই। তাতে প্ৰসিয়া আৰু ইংৰাজৰ লগত নেপলিয়নৰ ভয়ানক যুদ্ধ হয়। ইংৰাজৰ ৫৫ হাজাৰ সেনাই যুদ্ধত প্ৰবৃত্ত হইছিল। নেপলিয়নে সেই যুদ্ধত জয়ী হব নোৱাৰিলে।

কিন্তু অৱশেষত নেপলিয়ন তাৰ পৰা আমেৰিকালৈ যাবৰ নিমিত্তে ইচ্ছা কৰিলে।

সেই নগৰত উপস্থিত হই সমুদ্ৰৰ তীৰত ব্ৰিটিশ বিলাকৰ এখান জাহাজ দেখিলে। আৰু মনত ভাবিলে আমেৰিকালৈ যাব পাৰিম ব্ৰিটিশ বিলাকে ধৰিবই ধৰিব।

নেপলিয়নে চিন্তা সাগৰত পড়ি থকোতে থাকোতে কয় হই কাপ্তেন মেটলাণ্ড সাহাবৰ ভৰিত ধৰিলে। আৰু কলে "মই আমেৰিকালৈ যাব পাৰিমনে নোৱাৰিম। কাপ্তেনে কলে—"তুমি ইংলণ্ডলৈ যাব পাৰা কিন্তু তুমি আমেৰিকালৈ যাব নোৱাৰা। ইংলণ্ডলৈ গলে সমাদৰনীয় হবানে কাৰাৰুদ্ধ হবা তাক নিশ্চয় কৰি কব নোৱাৰো।" নেপলিয়নে ইংলণ্ডৰ ৰাজা চতুৰ্থ জৰ্জলৈ এখান পত্ৰ লিখিলে যে "মই ইংলণ্ডত সামান্য ভাৱে থাকিব খোজো।"

তেওঁ কলে—"তুমি থাকিব পাৰা"। পৰিশেষত তেওঁ ইংৰাজৰ দ্বাৰা আবদ্ধ হল আৰু "সেণ্ট হেলেনা নামে এক স্থানত বহু কষ্টেৰে কাল যাপন কৰিলে। অৱশেষত ইংৰাজি ১৮২১ খ্ৰীঃ অব্দত তেওঁৰ পেটত বিহ ফোঁহৰা এটা হলত তেওঁ প্ৰাণ ত্যাগ কৰিলে।

নেপলিয়নে অতি সামান্য লোক হইও নিজৰ যত্ন শ্ৰম শিক্ষা আৰু নিপুনতাৰ বলত ফ্ৰান্স দেশৰ সম্রাট হল। এক সময়ত তেওঁৰ যাকোৱাই ইউৰোপৰ মহা ৰাজ্য আছিল। কিন্তু কাল চক্ৰৰ গতিত সেই নেপলিয়নে সামান্য এটি দ্বীপত বন্দীয়াৰ হই প্ৰাণ ত্যাগ কৰিলে। কালৰ গতি বিচিত্ৰ।

---

# মেঘ-দূত।

(১)

কলই গইছা মেঘ, কি কামত যোৱা ?
এটীবাৰ ঘঁতাপাক চকু মেলি চোৱা,
কৰিছোঁ কাকুতি মই,
চোৱা অধমৰ প্ৰতি,

নেযাবা নেযাবা দেহু ক্ষণিতেক বোৱা,
অধমৰ দুটিমান কথা শুনি যোৱা।

(২)

সকলোএ কয় মেঘ তুমি দয়াবান,
জলিছে তোমাৰ বুকে দয়া মূৰ্ত্তিমান,
সূৰ্য্যৰ প্ৰখৰ কৰে,
জীৱ জন্তু পুড়ি মৰে,
যেতিয়া ধৰণী হয় অনল সমান,
পৃথিবীৰ ছত্ৰৰূপে কৰিছা ছাঁ দান।

(৩)

যেতিয়া কৃষক সবে পানীৰ কাৰণে,
চাইছে তোমাৰ ফালে বিমৰ্ষ নয়নে,
যেতিয়া চাতক পখী,
আকাশত চকু ৰাখি,
খুজিছে তোমাক পানী, তুমি তেতিক্ষণে,
বিতৰিছা, সুখ-সুধা, সিসবৰ মনে।

(৪)

জানো জানো মেঘ মম তোমাৰ ওচৰে,
ভিন্ন-ভাৱ নাই একো প্ৰভুৰে ভৃত্যৰে,
কি ৰজা, কি মগনীয়া,
সমভাৱে জুড়ি দিয়া,
সবেও তোমাৰ কৃপা, সমে ভোগ কৰে,
সমদৰ্শী মেঘ তুমি জগত ভিতৰে।

(৫)

এদিন তোমাক মেঘ কবি কালিদাস,
দূত বুলি জগতত কৰিলে প্ৰকাশ,

আজি মযো ক্ষুদ্ৰমতি,
নহো কবি কবিপতি,
দূত পাতিবৰ তথে কৰো অভিলাষ,
সমদৰ্শী মেঘ মোকোন্ কথা নিৰাশ।

(৬)

কলাই পইতা মেঘ কি কাৰত যোৱা,
এটিবাৰ অধমক চকুমেলি চোৱা,
কৰিছো কাকুতি নতি,
চোঁৱা অধমৰ প্ৰতি,
নেযাবা নেযাবা দেৱ কনিষ্ঠেক ৰোৱা,
পাতকিৰ ছটিমান কথা শুনি যোৱা।

(৭)

যি আৰ্য্য সুতৰ, দেৱ পদৰ তলত,
কৰিছিল টলমল ধৰণ মৰত,
যিসবৰ নাম শুনি,
মনত প্ৰমাদ গণি,
কঁপিছিল সুৰাসুৰ, বাসুকী তলত,
সাগৰাত্ত ধৰা যাৰ কৰৰ তলত,

(৮)

আজি সেই পো নাতিক চোৱা সিসবৰ,
কিৰূপে সামান্য ভয়ে কাঁপে থৰ থৰ,
সেহ হাৰ চালে সাৰ,
খোজ কঢ়া মহাভাৰ,
উছুটিতে পৰি মৰে,—আমো জীৱনৰ
সলিতা ছুমায়—তেও নচলে শীৰৰ।

(৯)

চোঁৱা—তাৰ পো-নাতিয়ে সকলো উদাসি,
হইছে আপোন ঘৰে পৰ ঘৰ বাসী,
মুখত কথাটি নাই,
আছে পৰ মুখে চাই,
খাই পৰে আপোনাৰ, নিজে উপবাসী,
নিজৰ ঘৰতে পৰ অন্নৰ প্ৰত্যাশী।

(১০)

যিসবৰ পূৰ্ব্ব পিতৃ আৰ্য্য ঋষিগণ,
সংসাৰৰ মোহ মায়া কৰিয়া বৰ্জ্জন,
অসহ্য কষ্টকো সহি,
গিৰীৰ গুহাত ৰহি,
উপেক্ষি সকলো, কৰি বায়ুক ভক্ষণ,
কৰিলে তোমাৰ দেৱ মহিমা কীৰ্ত্তন,

(১১)

সি সবৰ সন্ততি যে চোঁৱা কেনে কই,
অজ্ঞানতা সাগৰত মৰে ডুব দিই,
কৃষি বেহা আদি কৰি,
স্বাধীন ব্যৱসা এড়ি,
সেৱিছে পৰৰ পদ মস্তকত লৈ,
—নেলাগে নে দুঃখ দেৱ, দেখি ই সকলৈ
চোঁৱা দেৱ !— সিহঁতৰ ইজনে সিজনে,
নাইমিল ; কৰিছে কন্দল ৰাতি দিনে ;
ভাই ভাই মিল নাই,
যেয়ে থাকে ছলপাই,
তাকে হিংসা, তাকে দ্ৰোহ আচৰিছে মনে,
ইদৃশ্যে তোমাৰ দেৱ দু দুঃখেনে মনে ?

( ১৩ )

যদি দুঃখে বলিল ।েগ মনস্ত আঘাত—
মাতিছো মাতি রাঁ দেব ঘুচি দুটি হাত—
বোঝা দেব বোঝা বোঝা
'হ'তে প্রাণী দেখা পোয়া
ত'তে ক'বা "মিছা কথা" ধরি বক্ক মাত
"নবর্ত্তে পিতৃব গুণ পুত্তেকব্ গাত।"

( ১৪ )

যদি কোনোবাই কয় "বৈজ্ঞানীক কথা,'
অবশ্যোই বর্ত্তে ; তাব নহয় অন্যথা"
তেনে হলে ক'বা বুলি
"ধ তোব বিজ্ঞান তুলি,
দুগুনো নেমানো তোব বিজ্ঞানব কথা ;
প্রমান বইছে তাব, তাবস্ত গঁধা।"

---

শীতকাল

## (ছাত্র রচনা।)

(১)

হেমন্ত আঁতবি গঁল,
শীতব উদয় হঁল ;
বুঢ়া সবে এনাহত বহে বুহাল কাশত।
সবাই জলিছে ধুই
বুহালত সব হই
দুঃখী সুখী বধা প্রজাই বহে বুহাল কাশত।

(২)

গছেও এৰিছে পাত,
শীত ঋতুৰ ভৰত,
তাৰে ভেঁকুক সদাই     কেনেকৈ আৰ যায়।
সাপ, ভেঙ্ কেৰ্কৌৰাই
নিজ গাতত সোমাই
ভবিষ্যতলৈকো সকলোএ     লইছে গোটাই॥

(৩)

ঠায়ে ঠায়ে মুৰ তুলি,
আছে মালতিটো ফুলি,
নই, বিল, পুখৰিবো     পদুমো গল শুকাই।
ফুল কলি এটা এটা
মৰি গ'ল সকলোটা
আবত বাব নহই     আছে কুমুদো লুকাই॥

(৪)

পুৱা কৰি বিম জিম
পৰিছে সদাই হিম
হিমৰ পাকত কাবো     ওলাবৰ সাধ্য নাই।
দিছে দেখা ঠেটুৱাই
ওলোৱাৰ সাধ্য নাই
হাত ভৰি সকলো     লোকৰ ঠেবেলা লগাই॥

(৫)

ভাল ল'বা মুৰ মাৰি
পঢ়িছে কিতাপ ধৰি

জাৰক নকৰি ভয়   ৰহি আছে জাৰ সহি।
হিমে ঘোৰ ৰূপ ধৰি
জগতক গ্ৰাস কৰি
কুঁৱলিএ জগতত   বিস্তাৰ কৰিছে আহি।

(৩)

যত গছ লতা আছে
যুগান্তৰ হই আছে
জাৰত ধাক নহই আছে   মাটিতে সোমাই।
দেখি মৃত্যু প্ৰায় হয়
জাৰত জান নৰয়
চট্ ফট্ কৰি জাৰটৈল   থাকে ভাবি সদাই।

শি.

---

## জড়বস্তুৰ বিশেষ বা নৈমিত্তিক গুণ।

জড়বস্তুৰ সাধাৰণ প্ৰকৃতিৰ কথা ওপৰত কোৱা গইছে। এনে কেতবিলাক গুণ আছে যি বিশেষ বিশেষ পদাৰ্থক আশ্ৰয় কৰে আৰু আকৰ্ষণাদিৰ দ্বাৰা উৎপন্ন হয়। সেই গুণ বা প্ৰাকৃতিক বিশেষ ধৰ্ম্ম বা নৈমিত্তিক গুণ বোলা যায়।

কাঠিন্য—যি বস্তুৱে যাক অঙ্কিত কৰিব পাৰি সেই বস্তু সেই অঙ্কিত কৰা বস্তুতকৈ কঠিন। হীৰা অনেক বস্তুতকৈ কঠিন এই কাৰণে তাৰে অনেক বস্তু আঁচ দিব পাৰি। হীৰাৰে কাঁচত আঁচ দিব পাৰি এই কাৰণে হীৰা কাঁচতকৈ টান। বস্তু গধুৰ অথবা ডাঙৰ হলে যে টান হয় এনে নহয়। সোণ হীৰাতকৈ ৫।৫ গুণ গধুৰ তেও সোণতকৈ

হীৰা কঠিন। কাঁচেৰে অনেক বস্তুত আঁচ দিব পাৰি এতেকে সেই সেই বস্তুতকৈ কাঁচ কঠিন। কাঠিন্য গুণ আপেক্ষিক গুণ মাত্ৰ। অৰ্থাৎ এটা বস্তুৰে আন এটা তুলনা কৰিলে সেই গুণ জানি। কাচেৰে সোণত আঁকিব পাৰি এই কাৰণে সোণতকৈ কাঁচ টান। অকৌ হীৰাৰে কাঁচ অঙ্কিত কৰিব পাৰি এই কাৰণে হীৰাতকৈ কাঁচ অকঠিন বা মৃদু। কোনো কোনো বস্তুক ইচ্ছানুসাৰে টান বা কোমল কৰিব পাৰি। ইস্পাত বা তিখা জুইত তপতাই অকস্মাৎ পানীত পেলালে সি বৰ কঠিন হয় কিন্তু ক্ৰমে জুৰ হবলৈ দিলে তিমান কঠিন নহয়। তিখাৰ এই গুণ থকাৰ কাৰণে তাৰে অনেক অস্ত্ৰাদি নিৰ্ম্মিত হব পাৰিছে।

স্থিতিস্থাপকতা—কেতবিলাক বস্তু টানিলে যাঢ়ে আৰু এৰি দিলে পূৰ্ব্বৰ সমান হয়। সকলো বস্তুৰ এই গুণ সমান নহয়। বেত, ৰবৰ আঠা, কাঁচ, তিখা হাঁতীদাঁত পাটসূতা প্ৰভৃতি বস্তুত এই গুণ বিশেষকৈ দেখি। জল বায়ু প্ৰভৃতি তৰল বস্তুও স্থিতিস্থাপক। তৰোৱাল ভাল নে বেয়া ইয়াক পৰীক্ষা কৰিব খুজিলে তাৰ আগটো টানি আনি চোৱা যায়। ভাল তৰোৱাল হলে সেই আগ আহি ভড়িত লাগে। ইয়াৰ কাৰণ এই যে তাক নিৰ্ম্মাণ কৰা ধাতু তিখা স্থিতিস্থাপক। যদি তাত আন ধাতু মিহলি থাকে, তেবে নহয়।

ভঙ্গপ্ৰৱণতা বা ঠুনুকা—এই গুণ থকাৰ কাৰণে কোনো কোনো দ্ৰব্য অলপ আঘাততে ভাঙে। যি বস্তু যিমান কঠিন সি সিমান ঠুনুকা। কাঁচ যেনে কঠিন সি তিমান ঠুনুকা। লো তিখা, পিতল, তাম প্ৰভৃতি কেতবিলাক বস্তু তপতাই হঠাৎ শীতল কৰিলে ঠুনুকা হয়।

ঘাতসহত্ব—কেতবিলাক বস্তুৰ এনে প্ৰকৃতি আছে যে

তাক পিটি পিটি পাতল কৰিব পাৰি। সোণ, ৰূপ, লো, তাম, তিখা, সিহ প্ৰভৃতি ধাতুক পিটি পাত কৰিব পাৰি। সকলো ধাতুতকৈ সোণৰ এইগুণ অতি প্ৰবল। বিস্তাৰ্য্যতাৰ প্ৰস্তাৱত এই বিষয় কোৱা গইছে। দ্ৰব্য যিমান তপত হয় সিমান তাৰ ঘাতসহত্ব গুণ বাঢ়ে এই কাৰণে কহাৰ কমাৰ সোণাৰী হ'তে ধাতু জুইৰে তপত কৰি তাক পিটে।

তান্তৱতা—কেতবিলাক ধাতু টানি তাৰ দ্বাৰা শক্ত তাঁৰ বা গুণা প্ৰস্তুত কৰিব পাৰি। সোণ আৰু প্লাটিনম ধাতুৰ এই গুণ সকলোতকৈ অধিক। কিয়নো আধ ৰত্তি সোণেৰে ৩৬৭ হাত এডাল গুণা এজন সাহাবে কৰিছিল। আৰু প্লাটিনম ধাতুৰ এনে শক্ত গুণা কৰিব পাৰি যে সি মকৰাৰ জাল তকৈ শক্ত হয়। যি বস্তুৰ ঘাতসহত্ব গুণ অধিক আৰু যাকে পাত কৰিব পাৰি সেই বস্তুৰেই যে তান্তৱতা গুণ আছে এনে নহয়। লোৰ শক্ত গুণা হয় কিন্তু পাত তেনে নহয়। প্লাটিনম, সোণ, ৰূপ তাম, লো প্ৰভৃতি ধাতুৰ এই গুণ আছে। কোনো কোনো অৱস্থাত কাঁচকো টানি গুণা কৰিব পাৰি।

ভিদাৱৰোধকতা, ভাৰসহত্ব বা ছেদ-প্ৰৱণতা—কেতবিলাক বস্তুৰ এনে গুণ আছে যে তাক টানি হঠাৎ ছিঙিব নোৱাৰি যোগাকৰ্ষণ ইয়াৰ মূল কাৰণ। বস্তুৰ পৰমাণু বিলাকৰ অধিক আকৰ্ষণতাৰেই এই গুণ।

কঠিন আৰু দ্ৰৱ দ্ৰব্যতো এই গুণ আছে। যি বস্তুক যিমান হঠাৎ টানি ছিঙিব নোৱাৰি সি সিমান ভাৰ সহিব পাৰে। এই গুণৰ আন এটা নাম লেটেকা। লোৰ শক্ত এডাল গুণাতে বান্ধি ৯ সেৰ ওজনৰ বস্তু ওলোমাই থব পাৰি। পাট সূতা, মৰাপাট, লোমৰ সূতা, চাল, শন, বাঁহহৰা, নাৰিকলৰ বাকলি প্ৰভৃতিতো এই গুণ আছে। এই গুণ থকা

বস্তুৰ দ্বাৰাই জৰি বাটিব পাৰি আৰু সেই জৰিও তাৰ সহিব পাৰে।

ভাস্বৰতাপাদন—জল, দ্ৰৱ লোহ প্ৰভৃতি কেতবিলাক বস্তু শীতল হৈ কঠিন হোৱাৰ পূৰ্ব্বে তাৰ পৰমাণু বিলাক সূক্ষ্ম সূত্ৰৰ দৰে হৈ ওপৰাওপৰি কৈ পৰে। এই বস্তু কঠিন হৈ অতি উত্তম আকৃতি হয়। এই বস্তুৰ সাধাৰণ নাম ভাস্বৰ-আৰু যি কাৰণৰ নিমিত্তে এই কাৰ্য্য হয় তাৰ নাম ভাস্বৰ-তাপাদন। মিছিৰী, বৰফ, স্ফটিক, কাঁচ, হীৰা, চেনী, লোন প্ৰভৃতি বস্তু ভাস্বৰ। বালি বিলাকো ভাস্বৰ। বক্ষাৰে ফিট-কিৰি প্ৰভৃতি বস্তুও ভাস্বৰ। চেনীৰ পৰা মিছিৰী হোৱা—কূলীয়া গুড়ৰ পৰা মিছিৰীৰ দানা পৰা এই ভাস্বৰতাপাদন গুণৰ কাৰণে হয়।

সান্ত্ৰতা—বস্তুৰ একটা গুণ এই যে সি সান্ত্ৰ অৰ্থাৎ ছিদ্ৰ বা বিদ্ধা থকা। বস্তু বিলাক দ্ৰৱ অৱস্থাৰ পৰা ঘন হ'বলৈ ধৰোতে এনে ভাবে ওপৰাওপৰিকৈ পৰে যে তাৰ মাজত শক্ত শক্ত বিদ্ধা থাকে। স্পঞ্জ, কুহিলা, বৰফ, কেত বোৰ শিল জন্তুৰ অস্থি জন্তুৰ শৰীৰ এনেকুৱা বিদ্ধা থকা। কাগতো অনেক ছিদ্ৰ আছে। ছিদ্ৰবিশিষ্ট বস্তুৰ মাজেৰে নলিৰ দৰে পানী সোমাই যায় তেনে অৱস্থাত সেই বস্তু বহল হব পাৰে।

বিস্তাৰ্য্যতা—যি প্ৰকৃতিৰ দ্বাৰা বস্তু বিস্তাৰিত বা বহল হৈ যায় তাক বিস্তাৰ্য্যতা বোলে। সোন প্ৰভৃতি যি ৰূপে বিস্তাৰিত হয় তাৰ বিবৰণ ওপৰত লেখা গইছে। তুলা প্ৰভৃতি বস্তুৰ ওপৰত কোনো গধুৰ বস্তু থলে সেই তুলা হেঁচা পাই সঙ্কুচিত হয়, পাছে তাক তুলি নিলে সি উৰ্দ্ধহি উঠে। তাপ বা তেজৰ দ্বাৰায় বিস্তাৰ্য্যতা বিশেষ পৰিমাণে হয়। পানী জলতাপে তাপ হৈ বিস্তাৰিত হয়।